SURYYA KUMAR BHUYAN—A biography of Dr. S. K. Bhuyan, M. A., B. L. ( Cal. ) Ph. D. ( Lond. ) D. Lit. (Lond.), historian, educationist, poet andbiographer, scholarly editor and translator of old Assamese Chronicles, author of numerous original compositions in English and Assamese, a valued name in noted circles of historical studies in India—written by Late Dr. Nanda Talukdar, Professor, Pandu College, Gauhati, a reputed biographer of Assam.

প্ৰকাশক :

শ্ৰীবিজয়কুমাৰ ভূঞা
প্ৰাগ্‌জ্যোতিষ গ্ৰন্থশালা
ড° এস্. কে. ভূঞা ৰোড
উজানবজাৰ, গুৱাহাটী-১

প্ৰথম প্ৰকাশ :

৫ জুলাই ১৯৮৪ চন

মূল্য : ৪০ টকা

মুদ্ৰক :

শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

বুৰঞ্জীবিদ স্বৰ্গীয় বেণুধৰ শৰ্মাদেৱৰ
স্মৃতিত তৰ্পণ কৰা হ'ল

# সূচীপত্ৰ

# ওপৰঞ্চি

শ্ৰীভৃগুমোহন গোস্বামী

পৃষ্ঠা

# প্ৰকাশকৰ নিবেদন

ড° সূৰ্য্যকুমাৰ ভূঞাৰ কৰ্মময় জীৱনৰ সাধনাৰ ফলস্বৰূপ নানান গ্ৰন্থ, প্ৰবন্ধ, ৰচনা-কবিতাৱলীৰ মাজৰপৰা সমল আহৰণ কৰি কোনোবা অধ্যয়নশীল ব্যক্তিয়ে এখন জীৱনী ৰচনা কৰিব এইয়া আমাৰ মা স্বৰ্গীয়া লক্ষেশ্বৰী ভূঞাৰ বৰ আশা আছিল। সেয়েহে ড° নন্দ তালুকদাৰে যেতিয়া এই কামত আগ বাঢ়িবলৈ মাৰ আদেশ আৰু আশীৰ্বাদ বিচাৰিলে মায়ে তেখেতক সৰ্বান্তঃকৰণে উৎসাহ অনুপ্ৰেৰণা দি মৰম-সহায় কৰিলে। আমাৰ দুৰ্ভাগ্য— মাৰ জীৱিত অৱস্থাত এই গ্ৰন্থখন লিখা শেষ কৰি ড° তালুকদাৰে আকস্মিকভাৱে আমাৰপৰা আঁতৰি গ'ল। তেখেতৰ পৰিশ্ৰম আৰু চেষ্টা নথকা হ'লে আজি হয়তো জীৱনী এখন প্ৰকাশ নহ'লহেঁতেন। আমাৰ আন্তৰিক কৃতজ্ঞতা তেখেতৰ প্ৰতি সদায়ে থাকিব আৰু তেখেতক এই কামত সহায় কৰোঁতাসকলকো আমাৰ কৃতজ্ঞতা জনালোঁ।

ড° তালুকদাৰৰ অকাল বিয়োগৰ শোকাবহ পৰিস্থিতিৰ মাজতো তেখেতৰ পত্নী শ্ৰীমতী ইন্দিৰা তালুকদাৰে এই গ্ৰন্থখন দ্বিধাহীনভাৱে আমাৰ হাতত গতাই দিয়াত আমি তেখেতৰ প্ৰতি শলাগ আৰু কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

ড° তালুকদাৰে মূল গ্ৰন্থখন শেষ কৰিলে, কিন্তু সূচী আৰু গুপবন্ধি আদিৰ কাম তেখেতৰ নিজা পৰিকল্পনা মতে হাতত লবলৈ সময় নাপালে। মূল গ্ৰন্থৰ শেষ অধ্যায় 'ডক্টৰ ভূঞাৰ ব্যক্তিত্ব' সম্পূৰ্ণ হ'ল নে নহ'ল তাকো ঠিৰাং কৰিব নোৱাৰিলোঁ। তেখেতে যেনেদৰে লিখি গৈছিল তাকে শেষ কৰি ছপোৱা হ'ল।

এইখিনিতে উনুকিয়াব পাৰি যে কেইবাটা বছৰ এই জীৱনী ৰচনা কামত ড° তালুকদাৰে আত্মনিয়োগ কৰিছিল। তেখেতৰ নিজৰ গৱেষণা, ব্যক্তিগত কৰ্ম, আন বহুতো সাহিত্য ৰচনাৰ ব্যস্ততাৰ মাজতো প্ৰথমবাৰ লিখা জীৱনীৰ কলেৱৰ বৰ বেচি ডাঙৰ হোৱাত পুনৰ চমুকৈ লিখিব লগা হোৱা কাৰণেই হয়তো ৰচনাকাল সুদীৰ্ঘ হ'ল।

মূল গ্ৰন্থখন চাই-চিতি প্ৰেছৰ বাবে প্ৰতিলিপি কৰাই দিয়াৰ উপৰিও

উত্তৰ গুৱাহাটী কলেজৰ অধ্যাপক ভৃগুমোহন গোস্বামীয়ে ওপৰঞ্চি অধ্যায় কেইটা যুগুত কৰি দি আমাক কৃতজ্ঞতা পাশত আবদ্ধ কৰিছে।

ড° প্ৰফুল্লদত্ত গোস্বামীদেৱে 'আগকথা' লিখি গ্ৰন্থখনৰ সৌষ্ঠৱ বৃদ্ধি কৰাত আমি তেখেতৰ প্ৰতি কৃতজ্ঞ থাকিলোঁ।

'নৱজীৱন প্ৰেছ'ৰ স্বত্বাধিকাৰ ড° ভূঞাৰ বিশিষ্ট বন্ধু শ্ৰীকালীচৰণ পাল ডাঙৰীয়াই বন্ধুত্বৰ স্মৃতি সুঁৱৰি এই গ্ৰন্থ মুদ্ৰণৰ দায়িত্ব নিজ আগ্ৰহেৰে গ্ৰহণ কৰাত আমি নতশিৰে তেখেতক শ্ৰদ্ধা আৰু কৃতজ্ঞতা জনালোঁ।

এই গ্ৰন্থখনৰ নানান কামত সকলো প্ৰকাৰৰ সহায় কৰি দিয়াৰ বাবে শ্ৰীহেমৰথ বৰ্মণ, শ্ৰীমতী বন্তি ভূঞা আৰু আন সকলোকে ধন্যবাদ জনালোঁ।

পঢ়ুৱৈ সমাজলৈ এই গ্ৰন্থখন আগ বঢ়াওঁতে এয়ে সবিনয় নিবেদন যেন ইয়াত থকা সকলো ভুল-ক্ৰটিৰ বাবে আমাক দায়ী কৰি, ড° তালুকদাৰৰ অশেষ পৰিশ্ৰমৰ ফল "সূৰ্য্যকুমাৰ ভূঞা" জীৱনীখন আদৰেৰে গ্ৰহণ কৰে।

প্ৰকাশক

# আগকথা

ডঃ সূৰ্য্যকুমাৰ ভূঞা আছিল মোৰ পিতৃবন্ধু, দ্বিতীয়তে মোৰ শিক্ষক, আৰু তৃতীয়তে মোৰ মানসিক জীৱনৰ প্ৰেৰণা। মিঠামুখীয়া, উদ্যমী আৰু অধ্যৱসায়ী এই পণ্ডিতজনৰ কথা স্মৰণ কৰিলেও মনত তৃপ্তি ওপজে। ইংৰাজী সাহিত্যৰ ছাত্ৰ হোৱা সত্বেও অধ্যাপক ভূঞাৰ মন আকৰ্ষণ কৰিছিল বুৰঞ্জীয়ে। মোৰ মনত পৰে মই কটন কলেজৰ তৃতীয় বাৰ্ষিক শ্ৰেণীত পঢ়ি থকা সময়ৰ কথা এটা। আমাৰ ছিলেবাছত আছিল টমাছ হাৰ্ডিৰ এখন উপন্যাস ( নামটো পাহৰিলোঁ ) আৰু তাৰ বিকল্পত জৰ্জ মেকলে ট্ৰেভলিয়ানৰ 'গেৰিবল্ডি এণ্ড ডি ঠাওজেণ্ড' নামৰ বুৰঞ্জীমূলক কিতাপ। অধ্যাপক ভূঞাই আমাক সুধিলে, "কোনখন পঢ়াম ?" মই উঠি কলোঁ, "আমি উপন্যাস পঢ়িয়ে থাকোঁ, ট্ৰেভলিয়ানৰ কিতাপখন ললেই ভাল।" ভূঞাই সেইখনকে বাছি ললে। কিতাপখনৰ ৰচনা আছিল সোৱাদ লগা। তাত বুৰঞ্জী আৰু সাহিত্যই যেন মিতিৰালি পাতিছিল। গেৰিবল্ডিয়ে ইটালি দেশৰ স্বাধীনতা আনিবলৈ যি সংগ্ৰাম কৰিছিল তাৰ বিবৰণ ভূঞাই আগ্ৰহেৰে পঢ়াইছিল।

অধ্যাপক ভূঞাৰ বুৰঞ্জী-প্ৰীতিৰ মূলত আছিল স্বদেশ-প্ৰীতি। অসমীয়া ভাষাত ৰচিত বুৰঞ্জীমূলক ৰচনা যি পোৱা যায় সেইখিনি সংগ্ৰহ কৰা আৰু তাত স্বাধীন অসমৰ যি গৌৰৱময় অধ্যায় বৰ্ণিত হৈছে তাক সদৌ ৰাইজৰ সন্মুখত উপস্থাপন কৰা—এইটোকে তেওঁ বাছি ললে জীৱনৰ ব্ৰত স্বৰূপে। গেইট আৰু গোস্বামীয়ে আৰম্ভ কৰা বুৰঞ্জীমূলক অধ্যয়নে ভূঞাৰ যত্নত এটি সন্মানিত আৰু জনাজাত ৰূপ ললে। ভূঞাই নিজে যি সম্ভৱ কৰি যোৱাৰ উপৰিও উত্তৰপুৰুষৰ কাৰণে থৈ গ'ল এটি আদৰ্শ আৰু গবেষণাৰ সহায়ক বহুতো সমল।

ভূঞাই দক্ষতা দেখুৱাইছিল বিবিধ ক্ষেত্ৰত—কবি নাইবা জীৱনীকাৰ হিচাপেও তেওঁ আছিল বাটকটীয়া, কিন্তু তেওঁ বুৰঞ্জীৰ গৰ্ভত সোমাই থকা প্ৰেৰণাদায়ক ঘটনাৱলী উদ্ঘাটন কৰি সহজলভ্য কৰিবৰ উদ্দেশ্যে এটি আকৰ্ষণীয় সবল গদ্যভঙ্গীও গঢ়ি ললে। ভূঞাৰ গদ্যভঙ্গী আহিৰ যোগ্য হৈ আছে।

জাতি হিচাপে আমি অলস, আমি শাৰীৰিক আৰু মানসিক দুয়ো ক্ষেত্ৰত শ্ৰম কৰিবলৈ অনাগ্ৰহী। আমাৰ যি দুই-চাৰি কৰ্মী পুৰুষ ওলায় ব্যতিক্ৰমৰূপে, এওঁলোকৰ কথাও আমি সোনকালে পাহৰি যাওঁ। এনে স্থলত নন্দ তালুকদাৰ ভূঞাৰ কৰ্মজীৱনৰ যি নথি যুগুত কৰিলে সি প্ৰশংসাৰ যোগ্য। ডঃ তালুকদাৰে কেইবাখনো জীৱনী ৰচনা কৰি এই বিষয়ত অভিজ্ঞতা গোটাইছিল। দুৰ্ভাগ্যৰ বিষয়, কিতাপখন ৰচনা কৰি উঠাৰ পিছতে তালুকদাৰ আকস্মিকভাৱে আমাৰপৰা আঁতৰি গ'ল, তেওঁ তাত ঘহন-পিহন কৰিবলৈ সুযোগ নাপালে। সেইকাৰণে কিতাপখনত কিছু কথাৰ ভুল আৰু ভাষাৰ ভুল ওলাব। তথাপি ভূঞাৰ জীৱনীখন যথেষ্ট শ্ৰমৰ ফল আৰু ইয়াত সোমাই আছে বহুতো আৱশ্যকীয় নাইবা দুৰ্লভ সংবাদ। আমাৰ ভাষাত ই এখনি উল্লেখযোগ্য জীৱনী বুলি যে স্বীকৃতি পাব তাত সন্দেহ নাই। তালুকদাৰে সূৰ্য্যকুমাৰ ভূঞাক জীয়াই ৰাখিলে তেওঁৰ কৰ্মজীৱনৰ স্মৰণেৰে।

৪. ৩. ৮৪ — শ্ৰীপ্ৰফুল্লদত্ত গোস্বামী

গুৱাহাটী

## নিবেদন

ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰ বৈকুণ্ঠ প্ৰয়াণ হোৱা আজি প্ৰায় ওঠৰ বছৰ হ'ল। আজিলৈকে ডক্টৰ ভুঞাৰ জীৱনী এখন প্ৰকাশ নোপোৱাটো পৰিতাপৰ কথা। জীৱনী-লিখক হিচাপে তাৰবাবে কিছু পৰিমাণে আমিও অপৰাধী নহৈ থকা নাই।

ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰ জীৱনী এখন সংকলন কৰাৰ পৰিকল্পনা বহু-দিনৰ। বহুবছৰ পৰিশ্ৰমৰ ফলত জীৱনী এটি লিখি সম্পূৰ্ণ কৰা হ'ল যদিও, এই গ্ৰন্থ ৰচনা কৰি আমি অকণো আনন্দ লাভ কৰিব পৰা নাই।

আনন্দ লাভ কৰিব নোৱৰাৰ ঘাই কাৰণ এই গ্ৰন্থ প্ৰকাশ কৰি জননী-স্বৰূপা যি গৰাকীৰ হাতত তুলি দি পৰম সন্তোষ লাভ কৰিবলৈ আকাঙ্ক্ষা কৰা হৈছিল, যিজনাই আমাক এই গ্ৰন্থ ৰচনাৰ বাবে প্ৰেৰণা যোগাই পুথিভঁৰালৰ সকলো তথ্য-পাতিৰ যোগান ধৰাৰ উপৰিও সুদীৰ্ঘ ত্ৰকুৰি ছয় বছৰীয়া বিবাহিত জীৱনৰ অলেখ কাহিনী শুনাইছিল, ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰ সেইগৰাকী সুযোগ্যা সহধৰ্মিণী লক্ষেশ্বৰী ভূঞা আজি ইহ-সংসাৰত নাই। হয়তো ৺লক্ষেশ্বৰী ভূঞাৰ জীৱিত অৱস্থাত এই গ্ৰন্থখনি প্ৰকাশ কৰিব পৰা হলে, গ্ৰন্থখনিৰ ৰূপেই সলনি হ'লহেঁতেন। তেওঁৰ জীৱদ্দশাত গ্ৰন্থখনি প্ৰকাশ কৰিব নোৱৰা বাবে আমি দুঃখিত।

জীৱনী ৰচনাৰ বাবে তথ্য আৰু সমল বিচাৰি আমি হাবাথুৰি খাব লগা হয়। কিন্তু ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰ .জীৱনী ৰচনাৰ ক্ষেত্ৰত সন্ধান পালোঁ তেখেতে নিজেই প্ৰস্তুত কৰি থৈ যোৱা প্ৰচুৰ তথ্য-পাতিৰ। গ্ৰন্থৰ কলেবৰ ডাঙৰ হোৱাৰ ভয়ত সেই সকলোবোৰ তথ্য আৰু সমল প্ৰকাশৰ সুযোগ আমি গ্ৰহণ কৰিব নোৱাৰিলোঁ।

এই গ্ৰন্থখনি বিস্তৃত আৰু অধিক তথ্যপূৰ্ণভাৱে ৰচনা কৰাৰ ইচ্ছা আছিল। কিন্তু প্ৰকাশৰ ক্ষেত্ৰত থকা কিছুমান অসুবিধাৰ বাবে প্ৰথমবাৰ লিখিত এই গ্ৰন্থৰ পৰিসৰ বহুখিনি চমু কৰিব লগা হ'ল। গ্ৰন্থখনি প্ৰকাশত পলম হোৱাৰ ইও এটা কাৰণ।

'বিস্মৃত ব্যতিক্ৰম' গ্ৰন্থত প্ৰবীন সাহিত্যিক শ্ৰীমুনীন বৰকটকীয়ে লিখিছে :

.........ইংৰাজীত লীটন ষ্ট্ৰেচী, হেৰল্ড নিকল্‌চন, হেচকেথ পিয়াৰচন আদিয়ে প্ৰবৰ্তন কৰা নতুন জীৱনীৰ সূত্ৰ প্ৰয়োগ কৰি আমাৰ বিশিষ্ট লোকসকলৰ অধ্যয়ন কৰিম বুলিয়েই মনতে পাঙিছিলোঁ। কিন্তু নোৱাৰিলোঁ, পূৰ্ব সংস্কাৰেই হওক কিংবা অন্তৰ্নিহিত শ্ৰেণী-চেতনাৰ দোষতেই হওক, শ্ৰীবেণুধৰ শৰ্মাৰপৰা স্বৰ্গীয় মাধৱ বেজবৰুৱালৈকে কেবাগৰাকী ব্যক্তিৰ জীৱন অধ্যয়নত মানুহ কিজনৰ দুৰ্বলতা বা গুপুত সত্যবোৰৰ ওপৰত আঙুলি থৈ সমাজক বিঙিয়াই কব নোৱাৰিলোঁ—"এয়া চাওক, আমাৰ এই আদৰ্শনীয় নায়কসকলৰ ওপৰখিনিহে বা গা-গছ ভালহে কলোচাচৰ লেখীয়া, তলডোখৰ টিলসুৱা মাটিৰে সজা মূৰ্তিৰ নিচিনা দুৰ্বল অকামিলা।"

জীৱনীৰচক হিচাপে আমি এনে মনোবেদনা সদায়ে পাই আহিছোঁ। এবাৰ সাপে খুটিলে কেঁচুলৈকো ভয়। কেতিয়াবা অন্য প্ৰসংগত এই কথাৰ আলোচনা কৰিম।

ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰ নিচিনা এগৰাকী বহুমুখী প্ৰতিভাসম্পন্ন মনীষীৰ কৰ্মবহুল, ঘটনাবহুল জীৱনৰ পৰিচয় আৰু তেওঁৰ বিপুল সাহিত্যৰাজিৰ আলোচনা আমাৰ নিচিনা এগৰাকী সাধাৰণ লিখকৰ বাবে সম্ভৱ নহয়। আমি মাথোন গ্ৰন্থখনিত এইগৰাকী মহান ব্যক্তিৰ জীৱনৰ চমু পৰিচয়হে দিবলৈ যত্ন কৰিছোঁ।

ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাক এজন ব্যক্তি নুবুলি এটি অনুষ্ঠান ( Institution ) আখ্যা দিব পাৰি। অসমৰ ইতিহাস চৰ্চাৰ বাবে ডক্টৰ ভূঞাই আগ বঢ়োৱা অৱদান অতুলনীয় আৰু সৰ্বজনবিদিত। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ তেওঁৰ বুৰঞ্জী চৰ্চাৰ জয়দৌল-শিৱদৌল। ডক্টৰ ভূঞাক বাদ দি উত্তৰ-পূব ভাৰতবৰ্ষৰ বিশেষকৈ মধ্যযুগৰ বুৰঞ্জী চৰ্চাৰ কথা ভাবিব নোৱাৰি।

ডক্টৰ ভূঞাৰ ব্যক্তিগত পুথিভঁৰালটো অসমীয়া ভাষা সাহিত্য আৰু অসমীয়া পঢ়ুৱৈ সমাজৰ বাবে অমূল্য সম্পদ। অসমীয়া ভাষাৰ বহু অমূল্য গ্ৰন্থ আৰু আলোচনী তেওঁ তেওঁৰ পুথিভঁৰালত সযতনে সংৰক্ষণ কৰিছিল। তেওঁ ইংৰাজী ভাষাৰো বহু মূল্যবান গ্ৰন্থ আৰু আলোচনী সংৰক্ষণ কৰিছিল। সংস্কৃত, বঙলা আৰু হিন্দী ভাষাৰো কিছু গ্ৰন্থ তেখেতে সংগ্ৰহ কৰিছিল।

ছপা গ্ৰন্থ আৰু আলোচনীতকৈ ডক্টৰ ভূঞাৰ পুথিভঁৰালৰ মহামূল্য সম্পদ হৈছে তেওঁৰ ব্যক্তিগত নথি আৰু চিঠিপত্ৰ থকা ফাইলসমূহ। স্কুলীয়া

কালৰেপৰা ওৰেটো জীৱনত সংগ্ৰহ কৰা বহুতো নথিপত্ৰ আৰু চিঠি আদি ভাগে ভাগে ফাইল চামৰাৰে বন্ধাই সোণালী আখৰেৰে নাম লিখি যতনে দুটা গডৰেজ আলমাৰীত সংৰক্ষণ কৰিছিল। এই ফাইলসমূহ দেখাত ব্যক্তিগত যদিও, ইবোৰ অসমৰ সাহিত্য, শিক্ষা, সংস্কৃতি আৰু জাতীয় জীৱনৰ বহুতো মূল্যবান তথ্যৰ ভঁৰাল। এই ফাইলসমূহত আমি ক'তো বিচাৰি নোপোৱা আৰু কোনো লোকৰ মুখত নুশুনা বহুতো আপুৰুগীয়া তথ্যৰ সন্ধান পাইছোঁ। সুদীৰ্ঘ জীৱনৰ প্ৰতিখিলা কাকতকে যতনে সংৰক্ষণ কৰি বিধে বিধে কাল আৰু বিষয় অনুসৰি ফাইলত গাঁথি ৰাখিছিল। ব্যক্তিগত ফাইলসমূহৰ তথ্য আৰু শিক্ষণীয় দিশৰ কথা অস্বীকাৰ কৰিব নোৱাৰি।

ডক্টৰ ভূঞাৰ ব্যক্তিগত পুথিভঁৰালৰ কোনো কিতাপ আলোচনী হেৰালে সেই ক্ষতি পূৰণ কৰা সম্ভৱ হলেও ফাইলৰ গুৰুত্বপূৰ্ণ কাকত এখিলা হেৰালে সেই ক্ষতি পূৰণ কৰা কোনোপধ্যে সম্ভৱ নহ'ব। ডক্টৰ ভূঞাৰ ব্যক্তিগত পুথিভঁৰালৰ তথ্যসন্ধানী, আলোকসন্ধানী এই ফাইলসমূহ আজি আমাৰ বাবে মহামূল্য জাতীয় সম্পদ। এই সম্পদৰাজি আজি অকল ডক্টৰ ভূঞাৰ পৰিয়ালৰে সম্পদ নহয়, অসমীয়া জাতিৰ জাতীয় সম্পদ স্বৰূপ। এই মহামূল্য ফাইলসমূহ সংৰক্ষণ কৰাটো আজি তেওঁৰ পৰিয়ালৰ লগতে অসমীয়া জাতিৰো মহান কৰ্তব্য।

আমি প্ৰধানকৈ ডক্টৰ ভূঞাৰ ব্যক্তিগত পুথিভঁৰালৰ এই আপুৰুগীয়া ফাইলসমূহৰ ওপৰত ভেটি কৰিয়ে এই গ্ৰন্থ যুগুত কৰিছোঁ। কেবাবছৰ পৰিশ্ৰম কৰিও আমি এই আপুৰুগীয়া ফাইলসমূহ সম্পূৰ্ণৰূপে ব্যৱহাৰ কৰিবলৈ অপাৰগ হৈয়েই ৰৈছোঁ।

বিভিন্ন বুদ্ধিজীৱীৰ লগত যোগাযোগ কৰা ভালেমান মূল্যবান চিঠিও তেওঁ সংৰক্ষণ কৰিছে। বহুতো চিঠিৰ প্ৰতিলিপি কৰিও ৰাখিছে। জীৱনী ৰচনাৰ বাবে ব্যক্তিগত চিঠি নিৰ্ভৰযোগ্য সমল। প্ৰয়োজনবোধে আমি এনে বহু চিঠি ব্যৱহাৰ কৰিছোঁ।

জীৱনীখন যুগুতাবৰ বাবে আমি অকল ডক্টৰ ভূঞাৰ ব্যক্তিগত পুথি-ভঁৰালতে আবদ্ধ নাথাকি তেওঁৰ বিভিন্ন কৰ্মক্ষেত্ৰ নগাঁও চৰকাৰী হাইস্কুল, কটন কলেজ, কলিকতা বিশ্ববিদ্যালয়, কামৰূপ অনুসন্ধান সমিতি, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, অসম সাহিত্যসভা আদিৰপৰা সমল সংগ্ৰহ কৰিছোঁ।

ডক্টৰ ভূঞাৰ সমসাময়িক ব্যক্তি, সহপাঠী, বিভিন্ন কৰ্মক্ষেত্ৰৰ সহকৰ্মী, আৰু বহু পুৰণি ছাত্ৰৰপৰা তেওঁৰ ব্যক্তিগত জীৱনৰ কথা জনাৰ সুযোগ আমি পাইছোঁ। আমি সমল সংগ্ৰহ কৰা ব্যক্তিসকলৰ ভিতৰত বাগ্মীবৰ নীলমণি ফুকন, প্ৰাক্তন মুখ্য নিৰ্বাচনী আয়ুক্ত ৰবীন্দ্ৰৰাম খাউণ্ড, নগাঁৱৰ লুতফুৰ ৰহমান, উমাকান্ত গোঁহাই, চন্দ্ৰকান্ত বৰকাকতি, কেশৱ শইকীয়া, পূৰ্ণকান্ত শৰ্মা, চন্দ্ৰকান্ত নেওগ, বৰপেটাৰ আইনজীৱী বংশীধৰ চৌধুৰী, কটন কলেজৰ অধ্যাপক হৰেন্দ্ৰকুমাৰ চৌধুৰী, চন্দ্ৰনাথ কলিতা, সাহিত্যসভাৰ প্ৰাক্তন সভাপতি সীতানাথ ব্ৰহ্মনাথ চৌধুৰী, চিন্তাহৰণ পাটগিৰি, মাণিকচন্দ্ৰ হাজৰিকা, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ঘনিষ্ঠ সহযোগী মাধৱচন্দ্ৰ বৰুৱা, নগাঁৱৰ শ্ৰীযুতা হেমপ্ৰভা হাজৰিকা, অধ্যাপক ৰাধাকান্ত দাস, অধ্যাপক দিবাঁকৰ গোস্বামী, ডক্টৰ মথুৰানাথ গোস্বামী, অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা, শিক্ষাবিদ অবলাকান্ত গোস্বামী, অধ্যাপক যজ্ঞেশ্বৰ শৰ্মা, অধ্যাপক ত্ৰৈলোক্যনাথ গোস্বামী, অধ্যাপক তীৰ্থনাথ শৰ্মা, শিক্ষাবিদ অন্নৰাম বৰুৱা, শিক্ষাবিদ চিদানন্দ দাস, অধ্যাপক যতীন্দ্ৰমোহন ভট্টাচাৰ্য, কমলেশ্বৰ চলিহা, ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মা, অতুলচন্দ্ৰ বৰুৱা, নৰেন্দ্ৰনাথ শৰ্মা, যোগেন শৰ্মা আদি ব্যক্তিসকলৰ নাম উল্লেখ কৰিব পাৰি।

ডক্টৰ মহেশ্বৰ নেওগ আৰু ডক্টৰ হেৰম্বকান্ত বৰপূজাৰীৰ যুটীয়া সম্পাদনাত প্ৰকাশিত Professor Suryya Kumar Bhuyan Commemoration Volume গ্ৰন্থখনিৰপৰা আমি প্ৰয়োজনীয় সমল সংগ্ৰহ কৰিছোঁ।

ডক্টৰ প্ৰফুল্লদত্ত গোস্বামীয়ে আমাক এই গ্ৰন্থ ৰচনাত দিহা-পৰামৰ্শ দি উৎসাহিত কৰিছে। হেমৰথ বৰ্মণৰপৰাও আমি ডক্টৰ ভূঞাৰ কৰ্মজীৱনৰ আভাস পাইছোঁ।

এই গ্ৰন্থ ৰচনাত আমি অধিক সহায় সহযোগ লাভ কৰিছোঁ ডক্টৰ ভূঞাৰ সুযলীয়া কন্যা শ্ৰীমতী কমলী চৌধুৰীৰপৰা। বৰজীয়ৰী শ্ৰীমতী শুৱলা হাজৰিকা, পাৰ্বতীকুমাৰ ভূঞা, ভবানীকুমাৰ ভূঞা আৰু বিজয়কুমাৰ ভূঞা পুত্ৰসকল আৰু মাজু জোঁৱাই ভাৰতচন্দ্ৰ দাসৰপৰা সকলো ধৰণৰ সহায় সহযোগ লাভ কৰিছোঁ। সকলোটিৰে ওচৰত আমি চিৰকৃতজ্ঞ।

গ্ৰন্থখনিৰ মাজেৰে যদি আমি ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰ বিশাল প্ৰতিভা আৰু ব্যক্তিত্বৰ অকণমানো আভাস দিব পাৰিছোঁ, তেন্তে সেই মহৎ ডক্টৰ

ভুঞাৰ। আমি নিজৰ অজ্ঞতা বাবে যিখিনি মহত্ব প্ৰকাশ কৰিব পৰা নাই তাৰ বাবে ডক্টৰ ভূঞাৰ আত্মাৰ ওচৰত আৰু সহৃদয় পাঠকসকলৰ ওচৰত আমি ক্ষমা বিচাৰিছোঁ।

কিতাপখনত বৈ যোৱা ভুল-ভ্ৰান্তি আঙুলিয়াই দেখুৱালে আমি কৃতজ্ঞ হম।

গ্ৰন্থখনিৰ পাণ্ডুলিপি প্ৰতিলিপি কৰি দিয়াত সহায় কৰিছে ইন্দিৰা তালুকদাৰ, ত্ৰিবেণী বেজবৰুৱা, মৃণালকৃষ্ণ তালুকদাৰ আৰু মৈত্ৰেয়ী তালুকদাৰে। সকলোটিকে আমাৰ আন্তৰিক শলাগ জনাইছোঁ।

২৫ ফেব্ৰুৱাৰী
১৯৮৩

নন্দ তালুকদাৰ

## ১· ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা

আজীৱন শিক্ষা আৰু সাহিত্যসেৱী ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাক এজন ব্যক্তি নুবুলি এটি অনুষ্ঠান আখ্যা দিব পাৰি। ডক্টৰ ভূঞাই অসমীয়া আৰু ইংৰাজী ভাষাত বিধে বিধে ৰচনা কৰা কবিতা, চুটিগল্প, জীৱনী, আত্মকথা, আলোচনা-গ্ৰন্থ আৰু বুৰঞ্জী বিষয়ক গ্ৰন্থবোৰ অসমীয়া সাহিত্যৰ অমূল্য সম্পদ।

সূৰ্য্যকুমাৰ ভূঞা মুখত ৰূপৰ চামুচ লৈ জন্মগ্ৰহণ কৰা সৌভাগ্যৱান লোক নাছিল। তেওঁৰ পিতৃ ৰবিলাল ভূঞা আছিল এজন সাধাৰণ কাৰ্য্যালয়ৰ সহকাৰী। অসমীয়া ভাষা উন্নতি সাধিনী সভা আৰু ৰোমান্তিক আন্দোলনৰ পয়োভৰৰ কালছোৱাত কলিকতাৰ কলেজীয়া ছাত্ৰ তেওঁৰ পিতৃৰপৰা সূৰ্য্যকুমাৰ ভূঞাই লাভ কৰিছিল শিক্ষা লাভ আৰু সাহিত্য চৰ্চাৰ এটি অনুকূল পৰিবেশ। তেওঁৰ পিতৃৰ জন্মস্থান তথা কৰ্মস্থান আছিল ক্ৰমে নগাঁও আৰু ছিলং চহৰ। সেয়েই আছিল ডঃ ভূঞাৰ স্কুলীয়া কালৰ শিক্ষাভূমি। পিছত নিজৰ অধ্যৱসায় আৰু মেধাৰ গুণত গুৱাহাটীৰ কটন কলেজ, কলিকতাৰ প্ৰেসিডেন্সী কলেজ, কলিকতা বিশ্ববিদ্যালয়ৰ সেই সময়ৰ আগশাৰীৰ শিক্ষানুষ্ঠানবোৰত শিক্ষা লাভৰ সুযোগ লাভ কৰিছিলে। নগাঁও চৰকাৰী হাইস্কুলৰপৰা কলিকতা বিশ্ববিদ্যালয়লৈকে ভালে কেইগৰাকী দেশী বিদেশী কৃতী শিক্ষাবিদ আছিল তেওঁৰ শিক্ষাগুৰু। বিলাতলৈ গৈ উচ্চশিক্ষা লাভ কৰাৰ হেঁপাহ ডেকাকালত পূৰণ কৰিব নোৱাৰিলে যদিও কুৰি চাৰি বছৰ বয়সত পুত্ৰ-কন্যা সমন্বিতে ভৰপূৰ সংসাৰখন পত্নীৰ হাতত গতাই দিও সেই বাসনা পূৰণ কৰিহে এৰিলে।

শিক্ষা লাভৰ অন্তত শিক্ষাদান অৰ্থাৎ অধ্যাপনাকে তেওঁৰ জীৱনৰ কৰ্মস্বৰূপে বাচি ললে। কৰ্মই আছিল ডক্টৰ ভূঞাৰ জীৱনৰ ধৰ্ম। সূৰ্য্যকুমাৰ ভূঞাতকৈ বহুত মেধাবী ছাত্ৰই যোৱা চাৰি কুৰি বছৰে কটন কলেজত অধ্যয়ন আৰু অধ্যাপনা কৰি আহিছে। কিন্তু ডক্টৰ ভূঞা আৰু ডক্টৰ বাণীকান্ত কাকতিয়ে কটন কলেজৰ অধ্যাপনাৰ মাজেৰেই গঢ়ি

তুলিলে সাধনাৰ সৌধ। কটন কলেজ তেওঁলোকৰ বাবে Graveyard of talent নহ'ল; হৈ পৰিল প্ৰতিভা বিকাশৰ বিশাল কৰ্মক্ষেত্ৰ।

সূৰ্য্যকুমাৰ ভূঞা কটন কলেজত ( ১৯১৮ খৃঃৰ ৪ জুলাই ) নিযুক্তি লাভ কৰা প্ৰথম অসমীয়া অধ্যাপক। নিজৰ দক্ষতাৰ গুণত তেওঁ কটন কলেজৰ অধ্যক্ষ, অসমৰ শিক্ষাধিকাৰ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য আদি শিক্ষাজগতৰ উচ্চতম পদত অধিষ্ঠিত হৈছিল।

সাহিত্য চৰ্চা, অধ্যয়ন আৰু অধ্যাপনাত নিবিড়ভাৱে ব্যস্ত থাকিও ডঃ ভূঞা ৰাজহুৱা জীৱনত একেবাৰে নিৰ্লিপ্ত হৈ থকা নাছিল। অসম তথা ভাৰতবৰ্ষৰ বহুতো আগশাৰীৰ ৰাজহুৱা অনুষ্ঠানৰ লগত ভূঞা ডাঙৰীয়া আছিল সক্ৰিয় আৰু একান্তভাৱে জড়িত। কামৰূপ অনুসন্ধান সমিতি, অসম সাহিত্য সভা, ভাৰতীয় প্ৰাচ্য সম্মিলন, ভাৰতীয় বুৰঞ্জী কংগ্ৰেছ, হিষ্টৰিকেল ৰেকৰ্ডছ কমিচন আদি বহু ৰাজহুৱা অনুষ্ঠানৰে তেওঁ আছিল সম্পাদক, সভাপতি নাইবা সক্ৰিয় সদস্য। ৰাজ্যসভাৰ সদস্য স্বৰূপেও তেওঁ সংসদী ৰাজনীতিত অংশ গ্ৰহণ কৰিছিল।

স্কুলীয়া ছাত্ৰাৱস্থাৰেপৰা ভূঞা ডাঙৰীয়াই লাভ কৰিছিল বহুতো বিদেশী চাহাবৰ সান্নিধ্য আৰু কৰ্ম প্ৰেৰণা। তেওঁ বিদেশী চাহাবৰ চাহাবী সাজটো অথবা বাহ্যিক আচৰণৰ প্ৰতি আকৃষ্ট নহৈ ইউৰোপীয় চাহাবৰ নিয়মানু-বৰ্তিতা, শৃঙ্খলা, কৰ্তব্যনিষ্ঠা আৰু ব্যৱহাৰিক শিষ্টাচাৰৰ প্ৰতিহে অধিক আকৃষ্ট হৈছিল।

সূৰ্যকুমাৰ ভূঞাৰ জীৱনৰ বিৰাট সাফল্যৰ মূলতে আছিল বিস্তৃত জ্ঞান. কৰ্তব্যনিষ্ঠা আৰু নিয়মানুবৰ্তিতা। সৰু বৰ সকলো কামকে পিছ পেলাই নথৈ সময়মতে সম্পূৰ্ণ কৰাটো আছিল তেওঁৰ স্বভাৱসুলভ স্বৰূপ। তেওঁৰ যি-কোনো কৰ্ম বা লিখনিয়ে বিচাৰিছিল এটা স্থায়ী ৰূপ। আনকি লিখা চিঠি আৰু চাৰ্টিফিকেটৰ নকল ৰখা, সভাত লিখিত ৰূপত শলাগৰ শৰাই সংৰক্ষণ কৰা আদি আছিল তেওঁৰ চিৰাচৰিত কাৰ্য।

সূৰ্যকুমাৰ ভূঞা তিনিকুৰি বাৰ বছৰ কাল জীয়াই আছিল। এণ্ট্ৰেন্স পৰীক্ষা দিয়াৰেপৰা সুদীৰ্ঘ জীৱনৰ এটি মুহূৰ্তও তেওঁ অবাবত কটোৱা নাছিল। আপোনজনৰ ঘৰত এনেয়ে খাই-বৈ কটাবলগীয়া হ'লে তেওঁৰ বাবে সি হৈ পৰিছিল কাৰাগাৰ সদৃশ।

সূৰ্য্যকুমাৰ ভূঞা ৰোমাণ্টিক যুগৰ এগৰাকী আগশাৰীৰ সাৰ্থক কবি আৰু জীৱনীকাৰ। তেওঁৰ একমাত্ৰ প্ৰকাশিত কবিতাৰ পুথি 'নিৰ্মালি'ৰ ভালেকেইটি কবিতা নিঃসন্দেহে সাৰ্থক ৰোমাণ্টিক কবিতা। 'জয়মতী উপাখ্যান' পুৰণি ঠাঁচত ৰচনা কৰা কাব্য। 'আনন্দৰাম বৰুৱা', 'গোপালকৃষ্ণ গো[illegible]' আৰু 'হৰিহৰ আতা' তিনিখন ভিন্নসুৱাদ জীৱনী গ্ৰন্থ। বিভিন্ন বিষ[illegible] প্ৰবন্ধ, জীৱনী, কাব্য, কবিতা আদিৰে অসমীয়া সাহিত্যক সমৃদ্ধ ক[illegible] যদিও প্ৰকৃততে ভূঞা এগৰাকী গৱেষক আৰু বুৰঞ্জীবিশাৰদ [illegible]পেহে অসম আৰু অসমৰ বাহিৰত পৰিচিত। অসমীয়া আৰু ইংৰাজী ভাষাত বিধে বিধে বুৰঞ্জী ৰচনা কৰি ডঃ ভূঞাই আমাৰ বুৰঞ্জী সাহিত্যৰ ভঁৰাল চহকী কৰিছে। তেওঁৰ বিশাল বুৰঞ্জী সাহিত্যসদৃশ বটবৃক্ষৰ ছাঁত কবি আৰু জীৱনীকাৰজন তেনেই ঢাক খাই পৰিছে।

বুৰঞ্জী সাহিত্যত অসম চহকী। Sir George Abraham Grierson-এ তেওঁৰ Linguistic Survey of Indiaত লিখিছে—

"The Assamese are justly proud of their national literature. In no department have they been more successful than in a branch of study in which India, as a rule, is curiously deficient.

The historical works, or Buranjis as they are styled by the Assamese, are numerous and voluminous. According to the custom of the country, a knowledge of the Buranjis was an indispensable qualification to an Assamese gentleman."[১]

অসমৰ বুৰঞ্জী সাহিত্যৰ প্ৰতি লক্ষ্য কৰি বেনেচাৰ অগ্ৰদূত আনন্দৰাম ঢেকিয়াল ফুকনে ১৮৫৫ খৃঃতে লিখিছিল, "In no department of literature do the Assamese appear to have been more successful than in History. Remnants of historical works that treat of times of Bhagadatt, a contemporary with Rajah Judhisthira, are still in existence. The chain of historical events, however, since the last 600 years, has been carefully preserved, and their authenticity can be relied upon. It would be difficult to name all the historical works, or as

১। Linguistic Survey of India, Vol. 1. part. 1, Introductory, p, 156.

they are styled by the Assamese Buranjis. They are numerous and voluminous. According to the customs of the country, a knowledge of the Buranjis was an indispensable qualification in an Assamese gentleman ; and every family of distinction, and especially the Government and the public officers, kept the most minute records of historical events, prepared by the learned pandits of the country."[২]

অসমত ইতিহাস চৰ্চাৰ বহল পৰিসৰৰ প্ৰতি লক্ষ্য ৰাখি চাৰ এডৱাৰ্ড গেইট আৰু চীফ কমিচনাৰ চাৰ চাৰ্লচ লায়েলৰ যত্নত ১৮৯৪ খৃঃত স্থাপন কৰা হৈছিল Department of Ethnography. গেইট আছিল এই নতুন বিভাগৰ অবৈতনিক ডিৰেক্টৰ। গেইটে অসমত ইতিহাস চৰ্চা আৰু ইতিহাস চৰ্চাৰ সমল সংগ্ৰহৰ বাবে কৰা আঁচনিৰ ফলশ্ৰুতি স্বৰূপে ৰচনা কৰিছিল, "Report on the Progress of Historical Research in Assam ( 1897 )."

অসমত বুৰঞ্জী চৰ্চাৰ বিস্তৃত আঁচনিৰে ১৯২৮ খৃঃত গুৱাহাটীত গঢ়ি উঠিল এটি নতুন অনুষ্ঠান—বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ। সূৰ্য্যকুমাৰ ভূঞা এই নতুন বিভাগটোৰ সহকাৰী সঞ্চালক হ'ল। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ ডক্টৰ ভূঞাৰ কৰ্মজীৱনৰ জয়দৌল-শিৱদৌল। ১৯৫৭ খৃঃৰপৰা ডক্টৰ ভূঞা গুৱাহাটি বিশ্ববিদ্যালয়ৰ উপাচাৰ্য হয়। ইয়াৰ পূৰ্ব মুহূৰ্তলৈকে ডক্টৰ ভূঞা বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সঞ্চালক আছিল আৰু এই অনুষ্ঠানটো আছিল তেওঁৰ বুকুৰ এফাল।

এণ্ট্ৰেন্স পৰীক্ষাৰ বাবে পঢ়া বুৰঞ্জীৰ পাঠ্যক্ৰমেই সূৰ্য্যকুমাৰ ভূঞাৰ পাঠ্যপুথি স্বৰূপে বুৰঞ্জী অধ্যয়নৰ শেষ সীমা। ইয়াৰ পিছতে আৰম্ভ হ'ল তেওঁৰ প্ৰকৃত বুৰঞ্জী চৰ্চা। এণ্ট্ৰেন্স পৰীক্ষা দি উঠি ৰচনা কৰা 'আহোমৰ দিন' সূৰ্য্যকুমাৰ ভূঞাৰ বুৰঞ্জী চৰ্চাৰ ফেহুজালি। কামৰূপ অনুসন্ধান সমিতিৰ জৰিয়তে তেওঁ বুৰঞ্জী চৰ্চা কৰিছিল। ইংৰাজী সাহিত্যৰ ছাত্ৰ আৰু অধ্যাপক আছিল যদিও ভূঞা ডাঙৰীয়াই বুৰঞ্জী চৰ্চাতহে উঠি-পৰি লাগিছিল।

২। *A Few Remarks on the Assamese Language and on Vernacular Education in Assam.* p. 45.

ডক্টৰ ভূঞাৰ বুৰঞ্জী চৰ্চা আছিল বহুমুখী। বুৰঞ্জীৰ প্ৰতি সাধাৰণ পাঠকৰ দৃষ্টি আকৰ্ষণ, অসমৰ বুৰঞ্জীৰ গৱেষণাৰ বাবে বহল পৰিসৰ গঢ়ি তোলা আৰু বহিৰ্বিশ্বত অসমৰ বুৰঞ্জী প্ৰকাশ, এই তিনি ঘাই উদ্দেশ্যৰ প্ৰতি লক্ষ্য ৰাখি ডক্টৰ ভূঞাই বুৰঞ্জী চৰ্চা কৰিছিল।

ডক্টৰ ভূঞাই অসমৰ চুকে-কোণে পৰি থকা সাঁচিপতীয়া বুৰঞ্জীসমূহ যত্ন সহকাৰে সংগ্ৰহ কৰি বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত সংৰক্ষণ কৰিছিল। তেওঁ অকল অসমত থকা বুৰঞ্জীসমূহতে সীমাবদ্ধ নাথাকি লণ্ডনৰ বৃটিছ মিউজিয়াম আৰু ইণ্ডিয়া অফিচ লাইব্ৰেৰীৰপৰা বুৰঞ্জীৰ নথিপত্ৰ আদি সংগ্ৰহ কৰিছিল। উচ্চশিক্ষা আৰু গৱেষণাৰ বাবে বিলাতলৈ যোৱাৰ সময়ত লণ্ডন মহানগৰীৰ মিউজিযাম আৰু পুথিভঁৰালসমূহত সংৰক্ষিত বুৰঞ্জী আৰু আন তথ্যপাতিৰ অনুসন্ধান আৰু সংগ্ৰহ কৰাও তেওঁৰ মুখ্য উদ্দেশ্য আছিল।

বুৰঞ্জীৰ পঠন-পাঠনৰ প্ৰতি পঢ়ুৱৈ সমাজৰ দৃষ্টি আকৰ্ষণ কৰাবলৈ বুৰঞ্জীৰ মনোৰম কাহিনীৰে ভূঞা ডাঙৰীয়াই ৰচনা কৰিলে আখ্যান, কাব্য আৰু জীবনীগ্ৰন্থ। অসম ইতিহাসৰ কাহিনীৰে ডক্টৰ ভূঞাই ৰচনা কৰিলে কেবাখনো নিৰ্ভৰযোগ্য বুৰঞ্জী। অসমীয়া মানুহৰ সুগভীৰ স্বদেশপ্ৰেম, দুৰ্জয় সাহস, প্ৰবল বিক্ৰম, অপূৰ্ব ৰণকৌশল, নিপুণ ৰাজনীতি জ্ঞান, কৰ্তব্যজ্ঞান, অসমীয়া সমাজৰ স্বকীয় ৰীতি-নীতি, ধ্যান-ধাৰণা, শিক্ষা-সংস্কৃতি প্ৰভৃতিৰ নানান বৰ্ণনাৰে তেওঁৰ বুৰঞ্জীৰাজি সমৃদ্ধ। তেওঁৰ ৰচনাৰাজিৰ মাজত প্ৰকাশ পাইছে অতীত অসমৰ গৌৰবোজ্জ্বল কাহিনীসমূহ আৰু বহু মনোৰম চৰিত্ৰ।

যিসকল ষড়যন্ত্ৰকাৰী আৰু স্বাৰ্থান্বেষীলোকৰ কূট-চক্ৰান্ত আৰু ক্ষমতা লোভৰ বাবে ছয়শ বছৰীয়া আহোম ৰাজত্বৰ সময়ে সময়ে থৰক-বৰক অৱস্থা হৈছিল, তেনে চৰিত্ৰসমূহৰ কথাও তেওঁ সময়ে সময়ে চিত্ৰিত কৰিবলৈ কাৰ্পণ্য কৰা নাছিল। তেওঁৰ বুৰঞ্জীৰাজিত সমান্তৰালভাৱে সকলো ধৰণৰ চৰিত্ৰৰ আভাস পোৱা যায়।

সংগৃহীত ভালেকেইখন সাঁচিপতীয়া বুৰঞ্জী তেওঁ নিজৰ সুসম্পাদনাত প্ৰকাশ কৰিছে। অনা-অসমীয়া পাঠকৰ বাবে সম্পাদিত বুৰঞ্জীসমূহত সংযোগ কৰিছিল দীঘলীয়া ইংৰাজী পাতনি। ইয়াৰ উপৰিও অসম বুৰঞ্জীৰ কথা বহিৰ্বিশ্বত প্ৰকাশ কৰিবৰ বাবে ইংৰাজী ভাষাত ৰচনা কৰিলে ভালে কেইখন নিৰ্ভৰযোগ্য বুৰঞ্জী আৰু কেইবাটিও গৱেষণামূলক প্ৰবন্ধ।

সংগৃহীত সকলোবোৰ সাঁচিপতীয়া বুৰঞ্জী প্ৰকাশ কৰাটো সম্ভৱ নহয়। আনহাতে গৱেষণাৰ বাবে এনেবোৰ বুৰঞ্জীৰ প্ৰয়োজন বেছি। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত তেনেবোৰ বুৰঞ্জী সংগ্ৰহ কৰি, নিজৰ তত্ত্বাৱধানত ডঃ ভূঞাই প্ৰতিলিপিও প্ৰস্তুত কৰি ৰাখিছিল। ডক্টৰ ভূঞাৰ এই বহুমুখী প্ৰতিভাৰ কথা অসমীয়া ভাষা আৰু ইতিহাসে চিৰকালেই সুঁৱৰিব লাগিব।

ডক্টৰ ভূঞাৰ ব্যক্তিগত জীৱনৰ সৰু-বৰ কৰ্মব্যক্তিৰপৰা শিকিবলগীয়া বহু দিশ আছে। সৰু-বৰ সকলো কামকে পৰিপাটি আৰু নিয়মীয়াভাৱে কৰাটো তেওঁৰ নিত্যকৰ্ম। সৰু-বৰ যি কোনো লোকৰপৰা লাভ কৰা সহায়-সহযোগৰ কথাক তেওঁ স্বীকৃতি দিয়াত অকণো কাৰ্পণ্য নকৰিছিল।

পণ্ডিতপৰৰ আনন্দৰাম বৰুৱাৰ জীৱনী ৰচনা কৰি সূৰ্য্যকুমাৰ ভূঞাই এটা মহৎ কাম সম্পাদন কৰিছে। আনন্দৰাম বৰুৱাই মহাবীৰ চৰিতৰ 'জানকীৰাম ভাষ্য'ত আত্মপৰিচয় লিখাৰ দৰে সূৰ্য্যকুমাৰ ভূঞাই 'জয়মতী উপাখ্যান'ত আত্মপৰিচয় দি লিখিছে :

'শ্ৰীসূৰ্য্যকুমাৰ নামে জানে সৰ্ব্বজন—
ই কাব্যত থৈলোঁ নাম শ্ৰীভানুনন্দন।
নগাঁও নামেৰে জিলা অসমৰ মাজে।
পিতা পিতামহ তথা ছিলা ৰাজকাজে।
সেহিসে স্থানত মই ধৰিলোঁ জীৱন,
শিশুকালে কৈলোঁ তথা বিদ্যা আৰম্ভণ।
তাৰ পাচে গৈলো অসমৰ ৰাজধানী,
ছিলঙ নামেৰে পুৰী মাজে শৈলশ্ৰেণী।
তাৰ পাচে শিক্ষাহেতু আসিলোঁ ই পুৰে,
নানা শাস্ত্ৰ জ্ঞান পাইলোঁ শিক্ষাৰ মন্দিৰে।
পবিত্ৰ জ্ঞানৰ অৰ্থে গৈলোঁ দেশ চাৰি,
ভাৰতৰ শ্ৰেষ্ঠ কলিকতা মহাপুৰী।
তাৰ পাচে আহিলোঁ পুনু প্ৰাগজ্যোতিষপুৰে,
মোৰ পূৰ্ব্ব বিদ্যাভূমি শিক্ষাৰ মন্দিৰে।
ই স্থানে হৰিক স্মৰি আছোঁ এহিক্ষণ,
ৰাজকাৰ্য যুক্ত হুয়া কৰো অধ্যাপন।'

## পূৰ্বপুৰুষ

অতীজৰেপৰা যিসকল মহান ব্যক্তি অসমলৈ আহি নিগাজিকৈ বসবাস কৰি অসমৰ মাটি-বায়ু-পানীকে আপোনাভৱে লৈ নিভাজ অসমীয়া হৈ পৰিছিল, ডঃ সূৰ্য্যকুমাৰ ভূঞাৰ পূৰ্বপুৰুষ সেইসকলৰ মাজৰে এজন।

ডঃ সূৰ্য্যকুমাৰ ভূঞাৰ পূৰ্বপুৰুষ কৌনৰ সিংহ বিহাৰৰ পূৰ্ণিয়া জিলাৰ এগৰাকী আঢ্যৱন্ত প্ৰতাপী জমিদাৰ আছিল। কৌনৰ সিংহৰ জন্ম ১৭০৯ খৃঃত।

অষ্টাদশ শতিকা ৰাষ্ট্ৰদুৰ্যোগৰ কাল। সেইসময়তে বিহাৰৰ কেই-গৰাকীমান জমিদাৰ একগোট হৈ ভাগলপুৰৰ কেউৰী বা কেটাৰীত থকা মোগল ফৌজৰ বিৰুদ্ধে বিদ্ৰোহ কৰে। কিন্তু তেওঁলোকৰ সেই প্ৰচেষ্টা ব্যৰ্থ হয় আৰু ফলস্বৰূপে কৌনৰ সিংহকে আদি কৰি কেইবাজনো জমিদাৰে ত্ৰিশ বছৰৰ অধিককাল ভোগ কৰি থকা জমিদাৰী হেৰুৱাব লগাত পৰে।

কৌনৰ সিংহৰ পত্নী ভাগলপুৰৰ এক আঢ্যৱন্ত জমিদাৰৰ ঘৰৰ জীয়াৰী। ভাগ্য বিপৰ্যয়ত পৰি কৌনৰ সিংহই পত্নীৰ পিতৃগৃহত আশ্ৰয় গ্ৰহণ কৰিলে। কিছুদিনৰ পিছত ইয়াতে তেওঁৰ মৃত্যু ঘটিল। সেইসময়ৰ সতীদাহ প্ৰথা অনুযায়ী পত্নীও স্বামীৰ চিতাতে উঠি সহগামিনী হ'ল। কৌনৰ সিংহৰ দুজন পুত্ৰ সহদেউ সিংহ আৰু মঙ্গল সিংহ আৰু এজনী কন্যা আছিল। পিতৃ-মাতৃৰ মৃত্যুৰ অলপদিন পিছতে সহদেউ সিংহ আৰু কন্যাটিৰো মৃত্যু হ'ল। জীয়াই থাকিল একমাত্ৰ মঙ্গল সিংহ।

## মঙ্গল সিংহ

১৭৬৩ খৃঃত পূৰ্ণিয়া জিলাৰ জমিদাৰৰ বাসভৱনতে মঙ্গল সিংহৰ জন্ম হৈছিল। ইয়াৰ ছয় বছৰ পূৰ্বে ১৭৫৭ খৃঃত পলাশী যুদ্ধৰ পিছত বঙ্গৰ নবাব সিৰাজদ্দৌলাৰ পতন হ'ল আৰু বঙ্গদেশৰ শাসনভাৰ ইষ্ট ইণ্ডিয়া কোম্পানীৰ হাতলৈ আহিল। সূত্ৰপাত হ'ল ঔপনিৱেশিক শাসনৰ।

সৰ্বহাৰা মঙ্গল সিংহই এদিন ইষ্ট ইণ্ডিয়া কোম্পানীৰ অধীনতে এজন সাধাৰণ সৈনিক হিচাপে যোগদান কৰিলে। ইয়াতেই তেওঁৰ পুনৰ ভাগ্য পৰিবৰ্তন হ'ল। দোপতদোপে নিজৰ দক্ষতাৰ বলত উন্নতি কৰি মঙ্গল

সিংহ হ'ল চুবাদাৰ। ইষ্ট ইণ্ডিয়া কোম্পানী শাসিত তেতিয়াৰ ভাৰতবৰ্ষৰ ৰাজধানী কলিকতা।

সেইসময়ত অসমৰ ৰাজসিংহাসনত আছিল গৌৰীনাথ সিংহ। অসম তেতিয়া মোৱামৰীয়া বিদ্ৰোহৰ গৰাহত। পূৰ্ণানন্দ বুঢ়াগোঁহাই ৰাজমন্ত্ৰী। সিংহাসন ৰক্ষাৰ নিমিত্তে গৌৰীনাথ সিংহই সহায় বিচাৰিলে ইষ্ট ইণ্ডিয়া কোম্পানীৰ। স্বৰ্গদেউৰ আহ্বানত সঁহাৰি জনাই গৱৰ্ণৰ জেনেৰেল কৰ্ণৱালিচে কেপ্তেইন টমাচ্ ৱেলচৰ নেতৃত্বত পঠিয়াইছিল এদল দেশী-বিদেশী সুশিক্ষিত সৈন্য। কোম্পানীৰ সুশিক্ষিত সৈন্যৰ বন্দুকৰ গুলিৰ আগত কোনো বিদ্ৰোহীয়ে ঠাৱৰিব নোৱাৰিলে। কেপ্টেইন ৱেলচে বিদ্ৰোহীক সম্পূৰ্ণ বশ কৰি শান্তি-স্থাপন কৰিলে। ১৭৯৪ খৃঃত তেওঁ অহা বাটেৰে উভতি গ'ল। ইয়াৰ কিছুদিন পিছতে ১৭৯৫ খৃঃত গৌৰীনাথ সিংহ মৃত্যুমুখত পৰিল।

কেপ্টেইন ৱেলচৰ লগত মোৱামৰীয়া বিদ্ৰোহ দমনৰ বাবে অহা দেশী-বিদেশী সৈন্যৰ মাজত আছিল চুবাদাৰ মঙ্গল সিংহ।

কোম্পানীৰ সৈন্যৰ বীৰত্ব আৰু কৰ্মকুশলতাই ৰাজমন্ত্ৰী বুঢ়াগোঁহাইৰ দৃষ্টি আকৰ্ষণ কৰিলে। বুঢ়াগোঁহায়ে বিচাৰিলে এনে সুশিক্ষিত সৈন্যৰ আৰ্হিৰে এদল অসমীয়া সৈন্য গঠন কৰিবলৈ। সেই উদ্দেশ্যে অসমীয়া সৈন্যক শিক্ষা দিবৰ বাবে ৰাখিছিল কোম্পানীৰ সুশিক্ষিত সৈন্য কিছুমানক। পদ্মনাথ গোঁহাঞিবৰুৱাৰ অসম বুৰঞ্জীত লিখিছে: "ইষ্ট ইণ্ডিয়া কোম্পানীৰ বৃটিছ ফৌজৰ আৰ্হিৰে নগৰ ৰক্ষাৰ নিমিত্তে মহামতি ৰাজনৈতিক পুৰুষ পৰ্ণানন্দ বুঢ়াগোঁহাঞি ডাঙৰীয়াৰ দিহামতে স্বৰ্গদেউ গৌৰীনাথ সিংহই ১৭৯৪ খৃঃত কিছুমান আহোম সৈন্যেৰে নতুনকৈ এটা ফৌজ গঠন কৰায়। কাপ্তান ৱেলচৰ লগত অহা দুজন 'নেটীভ অফিচাৰ' ( দেশী কৰ্মচাৰী ) ৰাখি সেই ফৌজৰ 'কাপ্তান' আৰু 'লেফ্‌টেনেণ্ট' ( ঘাই আৰু পালি ) সেনাপতি পতা হয়। এয়ে অসমত বৃটিছ আৰ্হিৰে গঠিত হোৱা প্ৰথম ফৌজ।"[১]

পূৰ্ণানন্দ বুঢ়াগোঁহাই ডেকা ৰাজমন্ত্ৰী। তেওঁক দেখি হেনো ৱেলচে ধেমালি কৰি কৈছিল, 'বুঢ়াগোঁহাইক মই বুঢ়া মানুহ বুলিহে ভাবিছিলোঁ। পিছে একেবাৰে চফল ডেকা।'

১. পদ্মনাথ গোঁহাঞি বৰুৱা : অসম বুৰঞ্জী, ১৯৩৭.৭.১৭৩

অসমীয়া সৈন্যক সুশিক্ষা দিবলৈ অসমত বৈ যোৱা কোম্পানীৰ সৈন্য-সকলৰ ভিতৰত চুবাদাৰ মঙ্গল সিংহ এজন। দিখৌৰ পাৰৰ কান্দুলীমাৰি চাপৰিত সজা হৈছিল সৈন্য প্ৰশিক্ষণৰ ছাউনী। ইয়াতে মঙ্গল সিংহই অসমীয়া সৈন্যক কোম্পানীৰ সৈন্যৰ আৰ্হিৰে শিক্ষা দিছিল। এয়া ১৭৯৪ খৃঃৰ কথা।

স্বৰ্গদেউ গৌৰীনাথ সিংহই মঙ্গল সিংহক দিব পৰা মাটি-বৃত্তি, টকা-পইচা-সকলোখিনিৰে যোগান ধৰিছিল। ইংৰাজৰ আৰ্হিৰে 'পেটলং জুতা আৰু মূৰত টুপী' পিন্ধা চুবাদাৰ মঙ্গল সিংহ, তেতিয়া তেজে গাল ফুটো ফুটো কৰা ডেৰ কুৰিৰ জপনা পাৰ হোৱা চফল ডেকা। তেওঁৰ ওপৰত চকু পৰিল শিৱসাগৰৰ শনি ভূঞাৰ পৰিয়ালৰ। শনি ভূঞাৰ পৰিয়ালৰ ৰূপহী কন্যা এজনীৰ লগত এদিন মঙ্গল সিংহৰ লগুন গাঁঠি মাৰি বিয়া পতা হ'ল, উৰুলি জোকাৰ পৰিল, ঢোল খোল বাজিল। সিদিনাৰেপৰা মঙ্গল সিংহ হ'ল অসমৰ জোঁৱাই। এই মঙ্গল সিংহ সূৰ্য্যকুমাৰ ভূঞাৰ আজো ককাক।

গৌৰীনাথ সিংহৰ ৰাজত্বকালৰ শেষছোৱাত ১৭৯৪ খৃঃত ৰাজধানী ৰংপুৰৰপৰা যোৰহাটলৈ স্থানান্তৰ কৰিছিল। গৌৰীনাথ সিংহ আছিল অপুত্ৰক। পূৰ্ণানন্দ বুঢ়াগোঁহাইৰ যত্নত ১৭৯৬ খৃঃত কমলেশ্বৰ সিংহ ৰাজপাটত উঠিল। কমলেশ্বৰ সিংহ তুঙখুঙীয়া ফৈদৰ গদাধৰ সিংহৰ সৰুপুত্ৰ লেচাইৰ বংশধৰ। ১৮১০ খৃঃত কমলেশ্বৰ সিংহৰ মৃত্যু হোৱাত ভায়েক চন্দ্ৰকান্ত সিংহই সিংহাসন লাভ কৰিছিল। ১৮১০ খৃঃতে মঙ্গল সিংহৰ পুত্ৰ শিৱচৰণৰ জন্ম হৈছিল। শিৱচৰণ সূৰ্য্যকুমাৰ ভূঞাৰ ককাদেউতাক।

কমলেশ্বৰ সিংহৰ দিনত মঙ্গল সিংহ অকল দৰমহা খোৱা প্ৰশিক্ষকেই নাছিল। তেওঁ আছিল ৰজাঘৰৰ এজন বিশ্বস্ত সেনাপতি। ১৮১২ খৃঃত উত্তৰ লক্ষীমপুৰৰ ওচৰৰ বাঁহফটীয়া বিদ্ৰোহ দমনৰ ভাৰ পৰিল মঙ্গল সিংহৰ ওপৰত। মঙ্গল সিংহৰ ৰণকৌশলৰ সমুখত তিষ্ঠিব নোৱাৰি প্ৰথমতেই বিদ্ৰোহীসকল প্ৰাণ লৈ পলাল। কিন্তু পানীগাঁৱৰ প্ৰতি-আক্ৰমণত মঙ্গল সিংহ ৰণত পৰিল। পানীগাঁৱত বিদ্ৰোহীসকল আছিল সুসজ্জিত আৰু সংখ্যাত সৰহ। উত্তৰ লক্ষীমপুৰৰপৰা সাত মাইল দূৰৰ পানীগাঁৱৰ এজোপা অৰ্জুন গছৰ তলত মঙ্গল সিংহৰ দেহ ঢলি পৰিল। মৃত্যুৰ সময়ত

মঙ্গল সিংহ আছিল দুটি সন্তানৰ পিতৃ। তেওঁৰ একমাত্ৰ পুত্ৰ শিৱচৰণ আৰু কন্যা ডুবলী।

## শিৱচৰণ

মঙ্গল সিংহৰ বিধবা পত্নী শনিয়ানী আইৰ শিশু সন্তান দুটি লৈ নাজল-নাথল অৱস্থা হ'ল। একমাত্ৰ পুত্ৰ শিৱচৰণ খুনুক-খানাক মাতেৰে থৰক-বৰকৈ খোজকাঢ়ি ফুৰা দুবছৰীয়া শিশু। অসহায় সন্তান দুটি বুকুত বান্ধি লৈ শনিয়ানী আইৰ, পিতৃগৃহৰ আশ্ৰয়ত জীৱন কটোৱাৰ বাহিৰে আৰু আন উপায় নাছিল। পিছে পিতৃগৃহতো তেওঁ শান্তিৰে সৰহদিন অতিবাহিত কৰিব নোৱাৰিলে। পুনৰ দেশৰ সন্মুখত দেখা দিলে মহান দুৰ্যোগ, মানৰ আক্ৰমণ—এবাৰ এবাৰকৈ তিনিবাৰ মানৰ আক্ৰমণ। ১৮১৬ খৃঃৰ প্ৰথম আক্ৰমণ, ১৮১৯ খৃঃৰ দ্বিতীয় আক্ৰমণ আৰু ১৮২১ খৃঃৰ তৃতীয় আক্ৰমণ।

ৰজাঘৰীয়া উদাসীনতা আৰু গৃহবিবাদৰ খামখেয়ালিৰ ফলত দেশ ভয়ঙ্কৰ দুৰ্যোগৰ সন্মুখীন হ'ব লগা হ'ল। এই ৰাষ্ট্ৰীয় দুৰ্যোগৰ কালছোৱাই হ'ল 'মানৰ দিন',—মানৰ আক্ৰমণ। পেটতে হাত-ভৰি লুকোৱা মানৰ দিনৰ অত্যাচাৰৰ কথা শুনিলে আজিও গাৰ নোম শিয়ৰি উঠে। ৰাজ-সিংহাসনত কেতিয়াবা চন্দ্ৰকান্ত সিংহ, কেতিয়াবা পুৰন্দৰ সিংহ আৰু কেতিয়াবা যোগেশ্বৰ সিংহ। মানৰ অত্যাচাৰ আৰু ৰাজভগনৰ ফলত দেশ অশান্ত। প্ৰাণৰক্ষাৰ বাবে মানুহে দিহিঙে-দিপাঙে আশ্ৰয় লব লগা হ'ল।

সেই সময়তে শনিয়ানী আয়ে সন্তান দুটি বুকুত সাৱটি পিতৃ-পৰিয়ালৰ লগত ভটিয়াই আহি কলিয়াবৰত আশ্ৰয় ললে। মানৰ অসহনীয় অত্যাচাৰৰপৰা নিজকে ৰক্ষা কৰিলে, সন্তান দুটিও ৰক্ষা পৰিল।

অসমীয়াক উদ্ধাৰ কৰিবৰ বাবে পুনৰ কোম্পানীৰ সৈন্য আহিব লগা হ'ল। তেওঁলোকৰ হাতত ৬০০ খন ছপা লিথোগ্ৰাফ ইস্তাহাৰ... "তোমাদেৰ ৰাজ্য পিপাসাতে আমৰা আইলাম না। কিন্তু আপনাদেৰ ৰক্ষাৰ্থে ভাৰাক্ৰান্ত হইয়া শত্ৰুদেৰ নাশাৰ্থে আসিয়াছি যাহাতে তাহাৰা আমাদেৰ উপৰ আৰ দৌৰাত্ম্য না কৰে... ।"

মানৰ কবলৰপৰা ১৮২৪ খৃঃৰ মাৰ্চ মাহত কৰ্নেল মেকমোৰিনে গুৱাহাটী আৰু ১৮২৫ খৃঃৰ ফেব্ৰুৱাৰীত কৰ্নেল আৰ্থাৰ ৰিচাৰ্ডে ৰংপুৰ পুনৰ উদ্ধাৰ কৰিলে। ১৮২৬ খৃঃৰ ২৪ ফেব্ৰুৱাৰীত ব্ৰহ্মদেশৰ ইয়াণ্ডাবু নামে ঠাইত ব্ৰহ্মৰজা আৰু ইংৰাজৰ মাজত হোৱা সন্ধি অনুযায়ী অসমৰ শাসনভাৰ ইষ্ট ইণ্ডিয়া কোম্পানীৰ অধীনলৈ আহিল। ছয়শ বছৰীয়া আহোম ৰাজত্বৰ অন্ত পৰিল। ভাৰতবৰ্ষৰ আন আন ৰাজ্যৰ দৰে অসমতো ঔপনিবেশিক শাসনৰ সূত্ৰপাত হ'ল। লৰ্ড আমহাৰ্ষ্ট সেই সময়ত ভাৰতবৰ্ষৰ গৱৰ্ণৰ জেনেৰেল। কেপ্তেইন ডেভিদ স্কট্ ইংৰাজ অধিকৃত অসমৰ শাসনকৰ্তা, চিনিয়ৰ কমিচনাৰ আৰু গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট। কৰ্ণেল ৰিচাড উজনি অসমৰ শাসনকৰ্তা। গুৱাহাটী হ'ল কোম্পানীৰ ৰাজ্যৰ ৰাজধানী।

কোম্পানীৰ সৈন্যই বিলোৱা ছপা ইস্তাহাৰখন পঢ়ি বহুতো অসমীয়া মানুহেই আচৰিত হৈছিল। কিয়নো ইয়াৰ প্ৰায় দহ বছৰ পূৰ্বে ১৮১৩ খৃঃত শ্ৰীৰামপুৰৰ মিছনাৰী উইলিয়াম কেৰীৰ সৌজন্যত নগাঁৱৰে কলিয়াবৰৰ আত্মাৰাম শৰ্মাৰ হতুৱাই কৰা বাইবেলৰ অনুবাদ 'ধৰ্মপুস্তক' প্ৰথম অসমীয়া ছপা পুথি। সেইহে সেইসময়ত অসমত ছপা কাকতৰ প্ৰচলন নাছিল বুলিলেই হয়। ছপা কাকত বা লিথোগ্ৰাফ অসমীয়া মানুহৰ বাবে আচৰুৱা বস্তু।

কোম্পানীৰ শাসনৰ লগে লগে পুনৰ দেশলৈ শান্তি ঘূৰি আহিল। দিহিঙে দিপাঙে আশ্ৰয় লোৱা বহুতো লোক পুনৰ নিজ নিজ ঠাইলৈ উভতিল। উভতি নগ'ল আন বহুতৰ দৰে শনিয়ানী আই। কলিয়াবৰতে থাকিল। শিৱচৰণ তেতিয়া ষোল বছৰীয়া চফল ডেকা।

সেই কালছোৱা শিক্ষা-দীক্ষাৰ ক্ষেত্ৰত অন্ধকাৰময় কাল। এই কালছোৱাত শিৱচৰণৰ বিশেষ শিক্ষা-দীক্ষা লাভ কৰা নহ'ল। যি অলপ শিক্ষা লাভ কৰিছিল তাৰেই জীৱনৰ বৃত্তিস্বৰূপে গ্ৰহণ কৰিলে শান্তিৰক্ষক পুলিচৰ চাকৰি।

প্ৰথমতে অসমীয়া মানুহে ভাবিছিল মোৱামৰীয়া বিদ্ৰোহৰ কবলৰপৰা দেশ ৰক্ষা কৰিবলৈ অহা কেপ্টেইন ওৱেল্‌চৰ দৰে মানৰ কবলৰপৰা দেশ উদ্ধাৰ কৰিবলৈ অহা কোম্পানীৰ সৈন্যও এদিন অহা বাটেৰে উভতি যাব।

হাতে হাতে বিলোৱা ইস্তাহাৰখনেও সেই কথাকে সূচাইছিল। কিন্তু সময়ত গোজেই গজালি হৈ উঠিল। অসমীয়া মানুহ অসন্তুষ্ট হ'ল। 'যিটো মূৰ স্বৰ্গদেউৰ ওচৰত দোৱাইছোঁ সেইটো মূৰ ইংৰাজৰ ওচৰত নোদোৱাওঁ' বুলি বহুতেই কোম্পানীয়ে যাচি দিয়া উচ্চপদ প্ৰত্যাখ্যান কৰিলে। কোম্পানীয়ে প্ৰতিশ্ৰুতি ভঙ্গ কৰাৰ বাবে সময়ে সময়ে অসমীয়া প্ৰজাৰ মনত দেখা দিছিল নানান বিদ্ৰোহৰ ভাৱে। ১৮২৮ খৃঃৰ গোমধৰ কোঁৱৰৰ বিদ্ৰোহ, ১৮২৯ খৃঃৰ গদাধৰ সিংহৰ বিদ্ৰোহ, ১৮৩০ খৃঃত মান হনা বদন বৰফুকনৰ পুত্ৰ চাকোলা পিয়লী বৰফুকনে ইংৰাজৰ খাৰঘৰত জুই দি কৰা বিদ্ৰোহ অসমীয়া মানুহৰ বিদেশী শাসনৰ প্ৰতি থকা অসন্তুষ্টিৰ জলন্ত নিদৰ্শন। ইয়াৰ বাবে পিয়লী বৰফুকন ফাঁচী কাঠত ওলমিব লগা হ'ল। ১৮৫৭ খৃঃৰ চিপাহী বিদ্ৰোহৰ সতে সুৰ মিলাই ঔপনিবেশিক শাসনৰ বিৰুদ্ধে থিয় দি ফাঁচী কাঠত জীৱন আহুতি দিয়া মনিৰাম দেৱান আন এজন শ্বহীদ। বিদ্ৰোহ দেখা দিছিলে নগাঁও জিলাৰ ফুলগুৰি অঞ্চলত। ফুলগুৰিৰ বিদ্ৰোহীৰ হাতত নগাঁৱৰ জুনিয়ৰ এচিষ্টেণ্ট কমিচনাৰ লেফ্‌টেনেণ্ট চিঙ্গাৰে প্ৰাণ এৰিব লগা হ'ল। আন আন বহুতো ঠাইতে সৰু-সুৰা বিদ্ৰোহৰ সূচনা হৈছিল।

অসমীয়া প্ৰজাৰ মাজত হোৱা ওজৰ-আপত্তিৰ প্ৰতি লক্ষ্য কৰি ১৮৩৩ খৃঃৰপৰা উজনী অসমখণ্ড পুৰন্দৰ সিংহক শাসন কৰিবলৈ দিয়া হৈছিল। ইয়াৰ বাবে তেওঁ বছৰি ৫০ হাজাৰ টকা চৰকাৰক কৰ স্বৰূপে দিব লাগিছিল। ঠিকমতে কৰ পৰিশোধ কৰিব নোৱৰাৰ অজুহাতত ১৮৩৯ খৃঃৰ ৩১ জুলাইৰ পৰা উজনী অসমখণ্ড পুনৰ কোম্পানীৰ শাসনাধীন কৰা হৈছিল।

১৮৩১ খৃঃৰ ২০ আগষ্টত চেৰাপুঞ্জীত ডেভিদ স্কটৰ মৃত্যু হয়। স্কটৰ পিছত ক্ৰমে মিঃ ক্ৰেক্ৰ'ফট ( Mr. Cracroft ), মিঃ ৰবাৰ্টচন ( Mr. T. C. Robertson ) অসমৰ কমিচনাৰ। ১৮৩৪ খৃঃৰ পৰা ১৮৬১ খৃঃ লৈকে সুদীৰ্ঘ-কাল অসমৰ কমিচনাৰ জেনেৰেল ফ্ৰান্সিচ জেনকিন্স।

ৰবাৰ্টচনৰ শাসনকালতে শাসনৰ সুবিধাৰ্থে অসমখন ৫খন জিলাত ভাগ কৰা হৈছিল। ১৮৩৬ খৃঃত জিলাবোৰ পুনৰ গঠন কৰি চাৰিখন কৰা হয়— গোৱালপাৰা, কামৰূপ, দৰং আৰু নগাঁও। পুৰন্দৰ সিংহই ৰাজত্ব কৰা উজনী অসমখণ্ড পুনৰ ইংৰাজৰ অধীন হোৱাত সেই অঞ্চল শিৱসাগৰ আৰু

লক্ষীমপুৰ দুখন জিলাত ভাগ কৰা হ'ল। পূৰ্বতে গোৱালপাৰা জিলাৰ সদৰ ঠাই আছিল গোৱালপাৰা; দৰং জিলাৰ মঙ্গলদৈ, লক্ষীমপুৰ জিলাৰ উত্তৰ লক্ষীমপুৰ আৰু শিৱসাগৰ জিলাৰ শিৱসাগৰ। পিছত ক্ৰমে ধুবুৰী, তেজপুৰ, ডিব্ৰুগড় আৰু যোৰহাটত নকৈ জিলাৰ সদৰ ঠাই পতা হয়। প্ৰতিখন জিলাৰ শাসনভাৰ আছিল একোজন প্ৰধান এচিষ্টেন্টৰ ওপৰত। ( P. A., Principal Assistant to the Commissioner )[২]

## নগাঁও

প্ৰথমতে ন'দুৱাৰ, চাৰি দুৱাৰ আৰু দৰং ( দেশ দৰং ) আৰু ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰে নগাঁও ৰহা অঞ্চলক লৈ মধ্য অসমখণ্ড গঠন কৰা হৈছিল। ১৮৩৩ খৃঃৰ জুলাই মাহৰপৰা নতুনকৈ নগাঁও জিলা গঠন কৰা হয়। লেফ্‌টেনেন্ট ৰাডাৰফোৰ্থে প্ৰথমতে জিলাখনৰ সদৰ ঠাই পাতিছিল পুৰণি-গুদামত। চৰকাৰী কাৰ্যালয় আদি সজাবৰ বাবে ঠাইৰ অভাব অনুভব কৰি ১৮৩৫ খৃঃৰ মেই মাহত ৰঙাগৰালৈ স্থানান্তৰ কৰা হয়। ৰঙাগৰা স্বাস্থ্যকৰ আৰু সুবিধাজনক নহয় বাবে ১৮৩৯ খৃঃৰ জুন মাহত সদৰ ঠাই কলঙৰ পাৰৰ খাগৰিজানলৈ পুনৰ স্থানান্তৰ কৰা হয়। খাগৰিজানেই বৰ্তমানৰ নতুন নগাঁও চহৰ।[২, ৩]

জিলাখনৰ উত্তৰ-পূবৰপৰা দক্ষিণ-পশ্চিমলৈ বৈ যোৱা এটি জান আছিল। এই জানটোৰ দুয়োপাৰ খাগৰি বনৰে ঢকা। সেই বাবে প্ৰথমতে জিলাখনৰ নামেই আছিল খাগৰিজান।

১৮৪১ খৃঃত নগাঁও জিলাৰ জনসংখ্যা ৯০,০০০ জন। ১৮৭২ খৃঃত ২,৬০,২৩৮, ১৮৯১ খৃঃত ৩,৪৭,৩০৭ আৰু ১৯৭১ খৃঃত ১৬,৮০,৮৯৫।[৩]

নগাঁও এখন কৃষিপ্ৰধান জিলা। ১৮৩৮ খৃঃত নগাঁৱত ভাল চাউল মোনে ২ টকা।[৪]

---

২. Dr. H. K. Barpujari; *Assam in the Days of the Company*, pp. 66—68.

৩. D. P. Barua (*ed*) : *Assam District Gazetteers*: Nowgong, pp. 82—86.

৪. W. W. Hunter : *A Statistical Account of Assam*. Vol. 1., p. 194.

নগাঁও এখন পৰিকল্পিতভাৱে সজা চহৰ। তেতিয়াৰ দিনত এনে পৰিকল্পিতভাৱে সজা চহৰ অসম তথা ভাৰতবৰ্ষতে বিৰল। নগাঁও চহৰৰ এনে খ্যাতিৰ মূলতে সেই সময়ৰ প্ৰিন্সিপাল এচিষ্টেণ্ট কেপ্তেইন জন বাটলাৰ। এইজন চাহাবে হেনো চহৰখন পৰিকল্পিতভাৱে সজাবলৈ গৈ ৰাজকোষ উদং কৰিছিল।

ফৌজদাৰী পট্টি, হিন্দুস্থানী পট্টি, ঢাকাই পট্টি, কেঞা পট্টি, খৃষ্টান পট্টি, আমোলা পট্টি, নৰতাম গাঁও, ইটাশলা আদি চহৰৰ একোটা পুৰণি চুবুৰী বা অংশ। চহৰখনত এনি-তেনি যাবপৰা বহুতো আহল-বহল বাট, সেই বাবে নগাঁৱত বাটে পোৱালি মেলা বুলি এষাৰ কথা আছে।

কলং নদীৰ সিপাৰে হয়বৰ গাঁও। আদিতে কলং নদীত দলং নাছিল। ইপাৰ সিপাৰ হ'বলৈ নাও আৰু মাৰ-নাও। ১৮৪৭ খৃঃত বাটলাৰ চাহাবৰ সৌজন্যত কলং নদীত দলং নিৰ্মাণ কাৰ্য সম্পন্ন হৈছিল। দলং সাজিবলৈ মৌজাদাৰ, মুখীয়ালসকলে তুলি দিছিলে ধন বৰঙনি আৰু ৰাইজে মিলি হাবিৰপৰা কাটি আনিছিল বৰ বৰ শাল খুটা। 'অৰুনোদই'ত ছবিসহ দলং নিৰ্মাণৰ মনোৰম বৰ্ণনা পোৱা যায়।[৫]

পুলিচৰ চাকৰি লৈ পোনতে কলিয়াবৰৰপৰা আহি শিৱচৰণ মৰিকলঙত থাকিবলৈ লৈছিল। ১৮৫০ খৃঃ মানৰপৰা নগাঁৱৰ ফৌজদাৰী পট্টিত নিগাজীকৈ বসবাস কৰে। ফৌজদাৰী পট্টিৰ ঘৰখনেই হ'ল স্থায়ী ঘৰ।

নগাঁও চহৰ জিলাখনৰ সদৰ ঠাই হলেও বহিৰ্বিশ্বৰ লগত সংযোগ নাছিল। যিকণ সংযোগ সিও নানা হাকুটি জোৰাই কৰা সংযোগহে।

কোম্পানীৰ আমোলত ১৮৪৭ খৃঃৰপৰা কলিকতা আৰু গুৱাহাটিৰ মাজত জাহাজ চলিল। ১৮৬১ খৃঃৰপৰা নিয়মীয়া জাহাজ চলাচল ডিব্ৰুগড়লৈকে সম্প্ৰসাৰণ হ'ল। নগাঁও চহৰৰ নিচেই ওচৰৰ জাহাজঘাট উনৈশ মাইল নিলগৰ খিংঘাট আৰু আনটো ৩২ মাইল দূৰৰ শিলঘাট। ১৮৯৭ খৃঃৰপৰা নগাঁও জিলাৰ মাজেৰে ৰেল চলিছিল যদিও নগাঁও চহৰৰ চৰণ স্পৰ্শ নকৰিলে। কামপুৰ আৰু চাপৰমুখ এই দুটাই আছিল নগাঁও চহৰৰ লগত সংযোগ স্থাপন কৰা ৰেল ষ্টেচন।

---

৫. অৰুনোদই।

## শিক্ষা ব্যৱস্থা

অসমত শিক্ষা বিস্তাৰৰ প্ৰতি আগ্ৰহশীল আছিল কমিচনাৰ ডেভিদ স্কট্। কোম্পানীৰ ৰাজত্বৰ আৰম্ভণিতে ১৮২৬ খৃঃত স্কটে উজনি-নামনি অসমত স্থাপন কৰিছিল এঘাৰখন স্কুল। ইয়াৰে এখন স্কুল আছিল নগাঁৱত।[৬]

গুৱাহাটীত প্ৰথম ইংৰাজী স্কুল স্থাপন কৰা হৈছিল ১৮৩১ খৃঃত। স্কুলখন স্থাপনৰ গুৰিতে আছিল খৃষ্টান মিছনাৰী মিঃ ৰো ( Mr. Roe ) আৰু এচিষ্টেণ্ট্ কমিচনাৰ আডাম্ হোৱাইট। স্কুলখন স্থায়ী নহ'ল।[৬]

১৮৩৫ খৃঃত স্থাপন কৰা 'গুৱাহাটী গৱৰ্ণমেণ্ট চেমিনাৰী' অসমৰ প্ৰথম ইংৰাজী শিক্ষাৰ স্থায়ী অনুষ্ঠান। এইখনেই বৰ্তমানৰ গুৱাহাটী কটন কলেজিয়েট উচ্চতৰ মাধ্যমিক বিদ্যালয়। স্কুলখন স্থাপনৰ গুৰিতে আছিল কমিচনাৰ জেন্‌কিন্স। স্কুলখন স্থাপনৰ বাবে ১৮৩৬ খৃঃত প্ৰথমতে এহেজাৰ টকা দানস্বৰূপে আগবঢ়াইছিল যজ্ঞৰাম খাৰঘৰীয়া ফুকনে। পিছৰ বছৰত কোচবিহাৰৰ মহাৰাজ, ধৰমপুৰৰ চৌধুৰী প্ৰভৃতিয়ে এহেজাৰকৈ টকা দান আগবঢ়াইছিল।[৭] তেতিয়াৰ গুৱাহাটীৰ জনসংখ্যা প্ৰায় ৬০০০। স্কুলখনৰ বাবে গুৱাহাটী চহৰবাসীৰপৰা দান সংগ্ৰহ কৰিছিল ১৭৮০ টকা।[৬]

হলিৰাম ঢেকিয়াল ফুকন আৰু যজ্ঞৰাম খাৰঘৰীয়া ফুকন দুয়ো ভাই-ককাই, কোম্পানী আমোলৰ চৰকাৰী বিষয়া। বঙলা ভাষাত লিখা 'আসাম বুৰঞ্জী' ( ১৮২৯ খৃঃ ) আৰু সংস্কৃত ভাষাত লিখা 'কামৰূপ যাত্ৰা পদ্ধতি' ( ১৮৩১ ) হলিৰাম ৰচিত গ্ৰন্থ। যজ্ঞৰাম কলিকতাত ইংৰাজী শিক্ষা লাভ কৰা প্ৰথম অসমীয়া। আনহাতে ইংৰাজৰ আৰ্হিৰে চকী মেজ কাৰ্পেটেৰে ড্ৰইংৰুম সজাই জীৱন নিবাহ কৰা প্ৰথম অসমীয়া যজ্ঞৰাম তৰুণৰাম ফুকনৰ ককাদেউতাক।

হলিৰাম, যজ্ঞৰাম, যাদুৰাম ডেকাবৰুৱা, কাশীনাথ তামুলী ফুকন, মণিৰাম দেৱান প্ৰভৃতি ঊনবিংশ শতিকাৰ তৃতীয় আৰু চতুৰ্থ দশকৰ বঙলা সংবাদ পত্ৰ 'সমাচাৰ দৰ্পণ', 'সমাচাৰ চন্দ্ৰিকা', 'বঙ্গদূত' প্ৰভৃতিৰ নিয়মীয়া পাঠক আৰু লিখক। আমেৰিকান বেপ্তিষ্ট মিছনাৰীৰ সৌজন্যত ১৮৪৬ খৃঃত প্ৰকাশ পোৱা 'অৰুনোদই' প্ৰথম অসমীয়া সংবাদ পত্ৰ।

---

৬. Barpujari H. K ; *A Short History of Higher Education in Assam*, p. 4.

১৮৪১ খৃঃত স্থাপিত হোৱা শিৱসাগৰ ইংৰাজী স্কুল অসমৰ দ্বিতীয় ইংৰাজী স্কুল। মিঃ ডি চুজা ( Mr. De Souza ) স্কুলখনৰ প্ৰথম প্ৰধান শিক্ষক। মিঃ চিঙ্গাৰ গুৱাহাটী চেমিনাৰীৰ প্ৰথম প্ৰধান শিক্ষক। ১৮৩৮ খৃঃৰপৰা উইলিয়ম ৰবিন্সন গুৱাহাটী চেমিনাৰীৰ প্ৰধান শিক্ষক।[৭]

নগাঁও চহৰৰ প্ৰথম ইংৰাজী স্কুলৰ জন্ম ১৮৬৩ খৃঃত। এবছৰমান পিছতে স্কুলখন বন্ধ হয়। নগাঁও হাইস্কুলৰ জন্ম ১৮৬৫ খৃঃৰ ১৭ নবেম্বৰত। জন্মেজয় নামৰ এজন বঙালী শিক্ষাবিদ স্কুলখনৰ প্ৰথম প্ৰধান শিক্ষক। প্ৰথমতে স্কুলখনৰ ছাত্ৰসংখ্যা ২৩ জন। স্কুল ঘৰটো কলঙৰ পাৰতে খেৰ-বাঁহেৰে সজা। ১৮৭০ খৃঃত কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত ৩ জন ছাত্ৰই এণ্ট্ৰেন্স পৰীক্ষাত বহিছিল; এজনো উত্তীৰ্ণ নহ'ল।[৮]

সূৰ্য্যকুমাৰ ভূঞা আৰু তেওঁৰ পিতৃ ৰবিলাল ভূঞা এই নগাঁও হাইস্কুলৰে ছাত্ৰ।

১৮৫০ খৃঃত আনন্দৰাম ঢেকিয়াল ফুকন নগাঁৱত প্ৰথম চব-এচিষ্টেণ্ট নিযুক্ত হয়। ১৮৫৪ খৃঃত তেওঁ দ্বিতীয়বাৰ চব-এচিষ্টেণ্ট স্বৰূপে আহি পিছত জুনিয়ৰ এচিষ্টেণ্টলৈ পদোন্নতি লাভ কৰিছিল। ১৮৫৯ খৃঃৰ ১৬ জুনত নগাঁৱতে ঢেকিয়াল ফুকনৰ মৃত্যু হয়। ঢেকিয়াল ফুকনৰ পূৰ্বে কোনো ভাৰতীয়ই অসমত এনে উচ্চ পদ লাভ কৰা নাছিল। আনকি বঙ্গদেশতে ভাৰতীয় মানুহৰ বাবে মুন্সিফ পদৰ সৃষ্টি হৈছিল ১৮৩২ খৃঃৰপৰাহে।

ঢেকিয়াল ফুকন নগাঁৱত থকা কালছোৱাত কোনো ইংৰাজী স্কুল নথকাত নিজৰ ঘৰতে এখন স্কুল পাতি এজন শিক্ষকৰ হতুৱাই পুৱা গধূলি কিছুমান ছাত্ৰক শিক্ষা দিছিল। নগাঁৱত ইয়েই ইংৰাজী শিক্ষাৰ শুভাৰম্ভ। ঢেকিয়াল ফুকন নগাঁৱত থকা কালছোৱাতে গঠন কৰিছিল 'জ্ঞান প্ৰদায়িনী সভা' নামেৰে সাহিত্য আৰু আইন বিষয়ৰ এখনি আলোচনা সভা। অসমত

---

৭. Barpujari H. K: *A Short History of Higher Education in Assam.* p. 4.

৮. General Report on the Public Instruction in Provinces on the Bengal Presidency, 18

৯. Centenary Souvenir, Government Higher Secondary School, Nowgong, p. 1. 10.



১৯২০ চনত পৰিয়ালবৰ্গৰে সৈতে নগাবৰ পিতৃগৃহত তোলা ফটো

বহি (বাঁওফালৰপৰা)—শ্ৰীভূঞাৰ আইতাক আৰু দেউতাক শ্ৰীৰবিলাল ভূঞা দদায়েক দেবীপ্ৰসাদ ভূঞা মাহীমাক মাইচেনা পত্নী লক্ষেশ্বৰী আৰু খুৰীয়েক

গঢ়ি উঠা সামাজিক চেতনাৰ প্ৰথম নিদৰ্শন ১৮৫৫ খৃঃৰ ডিচেম্বৰ মাহত গঠন কৰা 'আচাম দেশ হিতৈষিণী সভা'।[১]

স্কুলসমূহৰ শিক্ষাৰ ক্ষেত্ৰত থকা খেলিমেলি আঁতৰাই নিৰ্ধাৰিত পাঠ্যক্ৰমৰ মাজেৰে শিক্ষা দিয়াৰ প্ৰয়োজনীয়তা অনুভৱ কৰি গুৱাহাটী চেমিনাৰীৰ প্ৰধান শিক্ষক উইলিয়ম ৰবিন্‌ছনক কমিচনাৰৰ অধীনত অসমৰ স্কুলসমূহৰ ইন্সপেক্টৰ নিযুক্ত কৰা হয় ১৮৪৪ খৃঃত। তেতিয়াৰ ইন্সপেক্টৰ আজি-কালিৰ অধিকৰ্তাৰ নিচিনা। অসমত শিক্ষা বিভাগৰ অধিকৰ্তাৰ ( D. P. I. ) পদৰ সূচনা কৰিছিল ১৯০৬ খৃঃৰপৰা। ৰবিন্‌ছনে প্ৰাথমিক স্কুলসমূহৰ এটা সুনিৰ্দিষ্ট পাঠ্যক্ৰম স্থিৰ কৰি গঢ় দিবলৈ যত্ন কৰিছিল। উপযুক্ত শিক্ষকৰ অভাৱ পূৰণৰ বাবে গুৱাহাটী চেমিনাৰীতে প্ৰথমে নৰ্মালৰ শ্ৰেণী খোলা হয়। ১৮৫৫ খৃঃত গুৱাহাটীত এখন পূৰ্ণ পৰ্যায়ৰ নৰ্মাল স্কুল স্থাপন কৰিছিল। ১৮৬৩ খৃঃত নাজিৰাত ৰবিন্‌ছনৰ মৃত্যু হয়। ইন্সপেক্টৰ স্বৰূপে তেওঁৰ ঠাই পূৰণ কৰিছিল মিঃ মুৰে ( Mr. Murry )। ৰবিন্‌ছনৰ A Grammer of the Assamese Language ( ১৮৩৯ খৃঃ ) অসমীয়া ভাষাত প্ৰথম ব্যাকৰণ। A Descriptive Account of Asam ( ১৮৪১ ) তেওঁৰ দ্বিতীয় গ্ৰন্থ।

১৮৫৭ খৃঃত কলিকতা বিশ্ববিদ্যালয় স্থাপন কৰা হয়। সেই বছৰতে স্থাপন কৰা আন দুখন বিশ্ববিদ্যালয় হ'ল মাদ্ৰাজ বিশ্ববিদ্যালয় আৰু বোম্বাই বিশ্ববিদ্যালয়।

অসমত উচ্চ শিক্ষাৰ কাৰণে কোনো কলেজ নথকাত ১৮৬৬ খৃঃত গুৱাহাটী চেমিনাৰীৰ লগতে এফ. এ. শ্ৰেণী খোলা হয়। ১৮৭০ খৃঃৰপৰা উক্ত শিক্ষানুষ্ঠানতে আইনৰ শ্ৰেণী এটাও মুকলি কৰা হয়।[১] তেতিয়াৰপৰা স্কুলখনৰ নাম হয় কলেজিয়েট স্কুল। কিন্তু এই শিক্ষাব্যৱস্থা সৰহ দিনলৈ নচলিল। নানান অজুহাত দেখুৱাই ১৮৭৬ খৃঃৰপৰা দুয়োটা শ্ৰেণীৰ শিক্ষাদানকে বন্ধ কৰা হ'ল। বি. এ. জগন্নাথ বৰুৱা, মানিকচন্দ্ৰ বৰুৱা, 'অভিমন্যু বধ' কাব্যৰ ৰচক ৰমাকান্ত চৌধুৰী প্ৰভৃতি কলেজিয়েট স্কুলৰপৰা এফ. এ. পৰীক্ষাত উত্তীৰ্ণ হোৱা ছাত্ৰ।

---

১. অৰুনোদই, দ্বাদশ বছৰ, অক্টোবৰ, ১৮৫৭

১৮৬৭ খৃঃত কলিকতাৰ কলেজত পঢ়া মুষ্টিমেয় ছাত্ৰসকলৰ মাজত গঠন কৰা হৈছিল 'আছামিজ লিটাৰেৰী ছোচাইটি'—চমুকৈ এ. এছ. এল. ক্লাব।[১০] এ. এছ. এল. ক্লাবৰ প্ৰতিষ্ঠাতাসকলৰ মাজত আছিল আনন্দৰাম বৰুৱা, জালনুৰ আলি, শিবৰাম বৰা, মাধৱচন্দ্ৰ বৰদলৈ প্ৰভৃতি। এই ক্লাবৰ পক্ষৰপৰাই ১৮৭২ খৃঃৰ ২১ মেইত জগন্নাথ বৰুৱা আৰু মানিকচন্দ্ৰ বৰুৱাই ভাৰতবৰ্ষৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড নৰ্থব্ৰুকক সাক্ষাত কৰি এখন আবেদন-পত্ৰ দিছিল। অসমলৈ ৰেল আলি সম্প্ৰসাৰণ আছিল আবেদন-পত্ৰখনৰ মূল বক্তব্য। ইয়াৰ ওপৰত গুৰুত্ব আৰোপ কৰিয়ে লৰ্ড নৰ্থব্ৰুকে ১৮৭৪ খৃঃত অসম ভ্ৰমণ কৰিছিল।[১১] গুৱাহাটী শুক্ৰেশ্বৰ ঘাটৰ নৰ্থব্ৰুক গেটখনে আজিও সেই ভ্ৰমণৰ সাক্ষ্য বহন কৰি আছে।

১৮৮১ খৃঃত অসমৰ চিফ কমিচনাৰ চাৰ্লচ ইলিয়ট। পুনৰ অসমত কলেজীয়া শিক্ষাৰ প্ৰচলনৰ বাবে উঠা দাবী পূৰণ কৰিব নোৱাৰি তেওঁৱেই এণ্ট্ৰেন্স পাচকৰা প্ৰতিজন ছাত্ৰকে ২০ টকাকৈ বৃত্তি দিয়াৰ ব্যৱস্থা কৰিছিল। এই বৃত্তিৰ নাম 'ইলিয়টী বৃত্তি'। আন এজন একৃটিং চীফ্ কমিচনাৰ মিঃ ডবলিউ ই ৱাৰ্ডে ১৮৮৭ খৃঃৰপৰা সকলো ছাত্ৰকে বৃত্তি দিয়াৰ ব্যৱস্থা নকৰি প্ৰথম চৈধ্যজনকহে যোগ্যতানুসাৰে বৃত্তি দিয়াৰ ব্যৱস্থা কৰিলে। মিঃ ৱাৰ্ডে আৰু নিয়ম কৰিলে, যি সকলে দুবছৰ পঢ়ি এফ্. এ. পৰীক্ষাত উত্তীৰ্ণ হ'ব সেইসকল ছাত্ৰই পুনৰ বি. এ পঢ়াৰ বাবে বৃত্তি লাভ কৰিব। তেনেভাৱে তেওঁ ডাক্তৰী, ইঞ্জিনিয়াৰিং আদি পঢ়াৰ বাবেও বৃত্তিৰ ব্যৱস্থা কৰিছিল। মিঃ ৱাৰ্ড চাহাবৰ বৃত্তি দিয়া নীতি বহু পৰিমানে কলেজীয়া শিক্ষালাভৰ পথত হৈ পৰিছিল হেঙাৰ স্বৰূপ। সূৰ্য্যকুমাৰৰ পিতৃ ৰবিলাল ভূঞা এই বৃত্তি নীতিৰ প্ৰধান বলি আছিল।

## আমেৰিকান বেপ্তিষ্ট মিছনাৰী আৰু অসমীয়া ভাষা

১৮৩৬ খৃঃৰপৰা অসমৰ পঢ়াশালি আৰু আদালতৰ ভাষা অসমীয়াৰ ঠাইত প্ৰচলন হয় বঙলা ভাষা। অথচ তেতিয়াও বঙ্গদেশৰ শাসকীয় ভাষা বঙলা

১০. The Cotton College Magazine. Vol.
১১. ডক্টৰ প্ৰফুল্লদত্ত গোস্বামী : মানিকচন্দ্ৰ বৰুৱা, পৃ. ৭

নহয়, পার্চী ভাষাহে। বঙ্গদেশত বঙলা ভাষা শাসকীয় ভাষা স্বৰূপে প্ৰচলিত হয় ১৮৩৭ খৃঃৰপৰা।[১২] অথচ ঔপনিবেশিক শাসনে বঙালী আমোলৰ পাকচক্ৰত পৰি অসমত এনে এক অন্যায় আৰু ভুলনীতি প্ৰচলনৰ বাবে অকণো কুণ্ঠিত হোৱা নাছিল।

১৮৩৬ খৃঃৰ ২৩ মাৰ্চত আমেৰিকান বেপ্তিষ্ট মিছনাৰীৰ দুগৰাকী সদস্য নেথান ব্ৰাউন আৰু অলিভাৰ টি কাটাৰ সপৰিয়ালে শদিয়াত আহি উপস্থিত হৈছিল। তেওঁলোকে লগত আনিছিল এটা ছপা যন্ত্ৰ ষ্টীম্ প্ৰিণ্টিং প্ৰেছ। অসমলৈ অনা এইটোৱেই প্ৰথম ছপা যন্ত্ৰ। মাইলচ্ ব্ৰন্সন, জেকব থমাচ, এছ আৰ ৱাৰ্ড, এ এইচ ডেনফোৰ্ট প্ৰভৃতি ইয়াৰ পিছত সপৰিয়ালে অসমলৈ অহা মিছনাৰী দম্পতি। পিছত মিছনাৰীসকলৰ থাই কৰ্মভূমি হ'ল শিৱসাগৰ, নগাঁও আৰু গুৱাহাটী। ১৮৪৩ খৃঃৰ ১৫ নবেম্বৰৰপৰা শিৱসাগৰত স্থায়ীভাৱে প্ৰেছটো স্থাপন কৰিছিল। মিছন প্ৰেছ আধুনিক অসমীয়া ভাষা সাহিত্যৰ বাৰ্তাবাহী দূত। আমেৰিকান বেপ্তিষ্ট মিছনাৰী-সকলৰ অসমীয়া জাতিলৈ সৰ্বশ্ৰেষ্ঠ দান ১৮৪৬ খৃঃৰ জানুৱাৰী মাহৰপৰা প্ৰকাশিত 'অৰুনোদই' সংবাদ পত্ৰ। অৰুনোদই প্ৰকাশৰ পূৰ্বৰ উনবিংশ শতিকাৰ কালছোৱা অসমীয়া ভাষা সাহিত্যৰ বাবে অন্ধকাৰ যুগ। এই কালছোৱাত অসমীয়া ছপা পুথিৰ সংখ্যা সৰহ নহয়। কাশীনাথ তামুলী ফুকনৰ 'আসাম বুৰঞ্জি পুথি' ( ১৮৪৪ ), এলিজা ব্ৰাউনৰ 'গণনৰ কিতাপ' ( ১৮৪৫ ), মিছেচ্ হেৰিয়েট বিলো কাটাৰৰ 'Vocabulary and Phrases' (১৮৪০), John M'Coshৰ 'Topography of Assam' (১৮৩৭) অৰুনোদই প্ৰকাশৰ পূৰ্বে অসমীয়া ভাষা আৰু অসম সম্বন্ধে ৰচনা কৰা গ্ৰন্থ।

অসমীয়া মানুহৰ মনৰ দিগন্ত প্ৰসাৰিত কৰাত অৰুনোদইৰ দান উৰ্দ্ধত। ১৮৮২ খৃঃলৈকে প্ৰকাশিত অৰুনোদইৰ মাজেৰে অসমীয়া লোকে ভূগোল, বুৰঞ্জী আদি বিবিধ বিষয়ৰ জ্ঞান-বিজ্ঞানৰ সন্ধান আৰু বহিৰ্জগতৰ বিষয়ে সম্যক্ জ্ঞানলাভৰ সুযোগ পাইছিল। আধুনিক অসমীয়া ভাষা সাহিত্যৰ আৱাহনী তোৰণ অৰুনোদই। আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা, ৰুদ্ৰৰাম বৰদলৈ, ৰমাকান্ত চৌধুৰী, ভোলানাথ দাস, লম্বোদৰ বৰা, পদ্মাৱতী

১২. ..........

দেৱী ফুকননী প্ৰভৃতি আধুনিক ভাষা সাহিত্যৰ যুগ-স্ৰষ্টাসকলৰ আত্মপ্ৰকাশ হয় এই অৰুনোদইৰ জন্মৰপৰাই।

নগাঁৱত বসবাস কৰিয়ে আমেৰিকান বেপ্তিষ্ট মিছনাৰীৰ অন্যতম মাইলচ্ ব্ৰন্সনে ৰচনা কৰিছিল অসমীয়া ভাষাৰ প্ৰথম অভিধান ' A Dictionary, Assamese and English.' (১৮৬৭ খৃঃ)। নগাঁৱত বাস কৰা কালছোৱাতে আনন্দৰাম ঢেকিয়াল ফুকনে দুখন অভিধান ৰচনা কৰিছিল। এখন অসমীয়া আৰু আনখন ইংৰাজী-অসমীয়া। ঢেকিয়াল ফুকনৰ অকাল বিয়োগৰ বাবে এখন অভিধানো প্ৰকাশ নহ'ল। পূৰ্বতে যাদুৰাম ডেকাবৰুৱাই এখন অসমীয়া-বঙলা অভিধান ৰচনা কৰি জেন্‌কিন্স চাহাবক উপহাৰ দিছিল।

ব্ৰন্সনৰ জীৱন এটি কাৰুণ্য উপচি পৰা জীৱন। দুগৰাকী পত্নী আৰু মৰমৰ জীয়েকক হেৰুৱায়ো সুদীৰ্ঘকাল নগাঁৱতে থাকি তেওঁ ভাষা সাহিত্যৰ উঁৱাল চহকী কৰিছিল। ১৮৭৮ খৃঃত ব্ৰন্সনে একেবাৰে অসম এৰি যাবলৈ ওলালত কলঙৰ বুকুত নাৱত বহি থোকাথুকি মাত আৰু চলচলীয়া চকুৰে কৈছিল "মোৰ যাবলৈ সত যোৱা নাই। মোৰ মনটো ইয়াতে থাকি যাব।"

"I don't want to go, my heart is here. I desire above all things to live and labor for Christ here."

অসমত বঙলাৰ ঠাইত পুনৰ অসমীয়া ভাষা প্ৰচলনৰ বাবে প্ৰথমতে তেৱেঁই দাবী জনাইছিল। মিছনাৰীসকলে অসম সম্বন্ধে সকলো কথা অনুসন্ধান কৰিবলৈ অহা কলিকতাৰ সদৰ দেৱানী আদালতৰ জৰ্জ এনক্ৰ মফাট মিলছৰ ওচৰতো অসমীয়া ভাষা পুনৰ প্ৰচলনৰ বাবে মিছনাৰীসকলে সেই দাবীকে উত্থাপন কৰিছিল।[১৩]

আনন্দৰাম ঢেকিয়াল ফুকনে ১৮৫৩ খৃঃৰ ৪ জুলাইত মিল্‌চক লগ ধৰি দিয়া প্ৰতিবেদনখনত আন কথাৰ লগতে অসমীয়া ভাষা পুনৰ প্ৰচলনৰ প্ৰতি দৃঢ় মত পোষণ কৰিছিল।

সকলো দিশ পৰ্যালোচনা কৰি মিল্‌চে অসমীয়া ভাষা পুনৰ প্ৰচলনৰ বাবে দৃঢ় মত পোষণ কৰি লিখিছিল : **An English youth is not taught Latin until he is well grounded in English and in the same manner an Assamese should not be taught a foreign language until he knows his own.**[১৩]

---

১৩. Mills, A. J. Moffat : ***Report on the Province of Assam***, p. 32

মিল্চৰ নিচিনাকৈ অসমীয়া ভাষা প্ৰচলনৰ প্ৰতি সহানুভূতি প্ৰদৰ্শন কৰি অসম আৰু বঙ্গৰ লেফ্টেনেন্ট গৱৰ্নৰ চাৰ জৰ্জ কেম্বেলে ১৮৭৩ খৃঃৰ ৯ এপ্ৰিলৰপৰা অসমৰ পঢ়াশালি আৰু আদালতত অসমীয়া ভাষা প্ৰচলন কৰিবলৈ আদেশ জাৰি কৰিলে। তেতিয়াৰেপৰা অসমৰ পঢ়াশালি আৰু আদালতৰ ভাষা হ'ল অসমীয়া।

ইয়াৰ ভিতৰতে ১৮৫৭ খৃঃৰ চিপাহী বিদ্ৰোহৰ পিছত ইষ্ট্ ইণ্ডিয়া কোম্পানীৰ শাসনৰ ওৰ পৰিল। ভাৰতবৰ্ষৰ শাসনভাৰ মহাৰাণী ভিক্টোৰিয়াৰ খাচ্ অধীনলৈ আহিল।

এই সুদীৰ্ঘ কালছোৱাত শিৱচৰণ পুলিচ বিভাগৰ চাকৰিত নিয়োজিত আছিল।

## ৩. ৰবিলাল ভূঞা

শিৱচৰণৰ প্ৰথম পুত্ৰ ৰবিলাল ভূঞাৰ জন্ম ১৮৭০ খৃঃত। ৰবিলাল সূৰ্য্যকুমাৰ ভূঞাৰ পিতৃ।

শিৱচৰণৰ দুগৰাকী পত্নী পাহিতা আৰু লবিতা। দুয়ো আছিল বাই-ভনী। তেতিয়াৰ দিনত দুই-তিনি গৰাকী পত্নী থকাটো আছিল স্বাভাৱিক। পাহিতা আৰু লবিতা বিকাৰাম তামুলী আৰু বাজোন শইকীয়ানীৰ কন্যা।

শিৱচৰণৰ প্ৰথমা পত্নী পাহিতা আইৰ তিনি গৰাকী কন্যা—ক্ৰমে কামিনী, আনন্দি আৰু নন্দী। দ্বিতীয়া পত্নীৰ আছিল সন্তান পাঁচটি—ৰবিলাল, মতিলাল, কণকলাল, দেৱীপ্ৰসাদ আৰু বিনন্দী।

শিৱচৰণৰ উপাৰ্জন সীমিত। ইপিনে ল'ৰা-ছোৱালীৰে সৈতে পৰিয়ালৰ সংখ্যা কুৰিৰ ওপৰ। অৱসৰ গ্ৰহণৰ পিছত পেঞ্চনৰ টকাৰে ঘৰ চলোৱাটো তেওঁৰ পক্ষে টান হৈ পৰিছিল। খেতিৰ ধান মুঠিৰে কোনোমতে বছৰটোহে জোৰা মাৰি চলিছিল।

শিৱচৰণৰ গোহালিত আছিল এগোহালি গাই। নৰ্মদা, গোদাৱৰী, কাৱেৰী, কৃষ্ণা, যমুনা, গঙ্গা, কৌশল্যা আৰু সুমিত্ৰা আছিল খীৰতী গাই কেইজনীৰ নাম। গাই কেইজনীৰ চোৱা-চিতাৰ ভাৰ পৰিছিল দ্বিতীয়া পত্নী লবিতাৰ ওপৰত। এজনী এজনীকৈ নাম ধৰি মাতি আনি দানাপানী খুওৱা লবিতাৰ ধাই কাম। এই কেইজনী যেনিবা তেওঁৰ জীয়াৰীহে।

প্ৰথমা পত্নী পাহিতা সকলোকেইটি ল'ৰা-ছোৱালীৰে আই আৰু দ্বিতীয়া পত্নী লবিতা মাহী আই। আনকি নিজৰ ল'ৰা-ছোৱালী কেইটাৰো মাহী আই। বৰ ঘৈণী হিচাপে ঘৰখনত পাহিতা আইৰ কৰ্তৃত্ব বেছি। শিৱচৰণৰ মৃত্যুৰ পিছত তেওঁ যেনিবা 'কমনওৱেলথৰ সম্ৰাজ্ঞী'। 'কমনওৱেলথৰ সম্ৰাজ্ঞী' বুলিয়ে ঘৰখনৰ সকলো কামলৈকে পিঠি দি হাত সাৰটি থকা বিধৰ তিৰোতা পাহিতা আই নহয়। আইএ শালত সুন্দৰ সুন্দৰ কাপোৰ বয়, ফুল বাচে, আঁতৰ পাটত সৰগ ৰচে। মাহী আই লবিতা নাতি-নাতিনীৰো মাহী আই। ঘৰখনৰ ধান-চাউল চোৱা-মেলা, বন্ধা-বঢ়াৰ দায়িত্ব মাহী আইৰ ওপৰত।

ৰবিলাল ভুঞা সকলৰেপৰা এগৰাকী মেধাবী ছাত্ৰ। নগাঁৱতে তেওঁৰ পঢ়াশলীয়া শিক্ষা আৰম্ভ আৰু ১৮৮১ খৃঃত নগাঁও হাইস্কুলৰ দশমমান শ্ৰেণী (বৰ্তমান তৃতীয়মান) ইংৰাজী শিক্ষাৰ সূচনা। মাজতে কিছুদিন তেওঁ বায়েক আনন্দী আৰু তেওঁৰ স্বামী দ্বাৰিকানাথৰ লগত থাকি তেজপুৰ হাইস্কুলত পঢ়িছিল যদিও ১৮৮৯ খৃঃত নগাঁও হাইস্কুলৰপৰাই প্ৰথম বিভাগত এণ্ট্ৰেন্স মহলাত উত্তীৰ্ণ হৈছিল। অসম উপত্যকাৰ অসমীয়া ছাত্ৰৰ মাজত ৰবিলালৰ স্থান প্ৰথম, আৰু তেওঁ লাভ কৰিছিল কুৰিটকীয়া ইলিয়টী বৃত্তি। শিক্ষাবিদ্ শৰৎচন্দ্ৰ গাঙ্গুলী তেতিয়া নগাঁও হাইস্কুলৰ প্ৰধান শিক্ষক।

অন্ধকাৰময় যুগত উপজি উপযুক্ত শিক্ষাদীক্ষাৰ অবিহনে সাধাৰণ পুলিচৰ চাকৰি কৰিছিল যদিও শিৱচৰণ উচ্চশিক্ষাৰ মোল বুজা লোক। উচ্চশিক্ষাৰ বাবে তেওঁ পুত্ৰক কলিকতালৈ পঠিয়াবলৈ স্থিৰ কৰিলে। ছৈ দিয়া গৰু-গাড়ীত বিচনাপত্ৰ লৈ ধিংঘাটলৈ আহি জাহাজত উঠি কলিকতা পালেহি। কলিকতাত তেওঁ জেনেৰেল এচেম্বলি কলেজৰ (বৰ্তমান স্কটিছ চাৰ্চ কলেজ) এফ. এ. শ্ৰেণীত ভৰ্তি হ'ল।

ৰবিলাল কলিকতালৈ যোৱাৰ এবছৰ পূৰ্বে পুৰণি আচামিজ লিটাৰেৰী ছোচাইটি ভাঙি দি ১৮৮৮ খৃঃৰ ২৫ আগষ্টত নতুনকৈ গঠন কৰা হৈছিল 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা'। শিৱৰাম শৰ্মা বৰদলৈ সভাৰ প্ৰথম সম্পাদক। পিছৰ বছৰৰ আৰম্ভণিতে প্ৰকাশ হ'ল সভাৰ মুখপত্ৰস্বৰূপ 'জোনাকী' আলোচনী। চন্দ্ৰকুমাৰ আগৰৱালা 'জোনাকী'ৰ প্ৰথম সম্পাদক।

জোনাকী গোষ্ঠীৰ লগত মনোমালিন্য লগাত এচাম ছাত্ৰ আঁতৰি গৈ নকৈ গঠন কৰিলে 'অসম লিটাৰেৰী ক্লাব' আৰু সুকীয়াকৈ উলিয়ালে 'বিজুলী' নামৰ আন এখন আলোচনী।

জোনাকী-বিজুলীৰ গুৰি ধৰোতা সৰহ ভাগেই কলেজীয়া ছাত্ৰ যদিও এই চামৰে ভিতৰৰ চন্দ্ৰকুমাৰ আগৰৱালা ৰোমাণ্টিক কবিতা বেলাড, লক্ষ্মীনাথ বেজবৰুৱা চুটি গল্প, পদ্মনাথ গোহাঞিবৰুৱা উপন্যাস আৰু হেমচন্দ্ৰ গোস্বামী চনেটৰ জনক। স্কুল কলেজৰ চাৰিবেৰৰ মাজত থাকি সীমিত পৰিসৰৰ মাজত সাহিত্য চৰ্চা কৰিলে যদিও এইচাম কলেজীয়া ছাত্ৰৰ সমূহীয়া প্ৰচেষ্টাত গঢ়ি উঠিল এটি কালজয়ী যুগ ৰোমাণ্টিক যুগ, জোনাকী যুগ। ১৮৮৫ খৃঃত গুণাভিৰাম বৰুৱাৰ সম্পাদনাত প্ৰকাশ হোৱা

'আসাম বন্ধু' আলোচনীত প্ৰকাশ পোৱা ৰোমাণ্টিক সাহিত্যৰ পূৰ্বাভাসে পৰিপূৰ্ণ ৰূপ লাভ কৰিছিল 'জোনাকী' আৰু 'বিজুলী'ৰ মাধ্যমেৰে জোনাকী যুগত। ১৮৮৫ খৃঃত দেশ আৰু জাতিৰ কল্যাণ চিন্তাৰ কামনাৰে যোৰহাটত গঠন কৰা হৈছিল সৰ্বজানিক সভা।[১৪]

ৰবিলাল কলিকতালৈ পঢ়িবলৈ যোৱাৰ সময়ছোৱা ৰোমাণ্টিক আন্দোলনৰ পূৰ্ণ পয়োভৰৰ কাল। চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ গোহাঞিবৰুৱা, ৰমাকান্ত বৰকাকতী, ৰজনীকান্ত বৰদলৈ, কনকলাল বৰুৱা, আনন্দচন্দ্ৰ আগৰৱালা, লোহিতচন্দ্ৰ নায়ক, চন্দ্ৰধৰ বৰুৱা প্ৰভৃতি সেইসময়ৰ কলেজীয়া ছাত্ৰ। বিজয়ৰাম বৰুৱা ( বিৰিঞ্চিকুমাৰ বৰুৱাৰ পিতৃ ), কনকলাল বৰুৱা প্ৰভৃতি ৰবিলালৰ অন্তৰংগ বন্ধু। ৰবিলাল ভূঞা সম্ভৱতঃ অ. ভা. উ. সভা নাইবা জোনাকী বিজুলীৰ লগত সক্ৰিয়ভাৱে জড়িত নাছিল।

## বিবাহ

কলেজৰ দ্বিতীয় বাৰ্ষিকত পঢ়ি থকা সময়ত বন্ধত এবাৰ ঘৰলৈ আহোঁতে মাক-দেউতাকে ৰবিলালৰ বিয়াৰ ঠিক কৰিলে। স্কুল কলেজৰ ছাত্ৰই বিয়া কৰোৱাটো তেতিয়াৰ দিনত নতুন কথা নহয়। নলিনীবালা দেৱীৰ জন্মৰ সময়ত পিতৃ নবীনচন্দ্ৰ বৰদলৈ কলিকতা কলেজৰ ছাত্ৰ আছিল।

ৰবিলালৰ নবপৰিণীতা পত্নী ভুৱনেশ্বৰী ৰহাৰ হৰিচৰণ আৰু লাহদৈৰ পেটমোচা সন্তান। ভুৱনেশ্বৰীৰ জন্ম ১৮৭৮ খৃঃত। বিয়াৰ সময়ত বয়স ১২ বছৰ। হৰিচৰণো এগৰাকী পুলিচৰ উচ্চশ্ৰেণীৰ বিষয়া। হৰিচৰণৰো পত্নী দুগৰাকী জোনাই আৰু লাহদৈ। প্ৰথমা পত্নীৰ তিনিগৰাকী কন্যা ৰত্নী, ফেচু আৰু থাৰীমাই। দ্বিতীয়া পত্নীৰ সন্তান নন্দমোহন, কমলা, তাৰিণী আৰু ভুৱনেশ্বৰী।

লাহদৈৰ ভনীয়েক পাহদৈৰ বিয়া হয় নগাঁৱৰ বাপি নাজিৰৰ লগত। বাপি নাজিৰ লোকগীতৰ বাবে প্ৰসিদ্ধ বিখ্যাত বাথৰ বৰাৰ বংশৰ লোক। তেওঁলোকৰ পুত্ৰ খণ্ড-কবিতাৰ জনক ভোলানাথ দাস।

---

১৪. যতীন্দ্ৰনাথ গোস্বামী : জগন্নাথ বৰুৱা।

নন্দমোহনৰ পত্নী সুভদ্ৰা হাতীগড়ৰ ৰামনাথ আতৈৰ কন্যা। ৰামনাথ আতৈৰ ঘৰতে ৰবিলাল আৰু ভুৱনেশ্বৰীৰ বিয়া হয়। তেতিয়াৰ দিনত বৰযাত্ৰীৰ বাহন ছৈ দিয়া গৰুগাড়ী। ৰবিলালে এদিন ছৈ দিয়া গৰু-গাড়ীৰেই কইনা স্বৰূপে ভুৱনেশ্বৰীক ফৌজদাৰী পটিৰ ঘৰলৈ আনিলে।

বিয়াৰ কিছুদিন পিছত এদিন ভোলানাথ দাস ৰবিলালৰ ঘৰলৈ আহিল। ভুৱনেশ্বৰী সম্বন্ধত তেওঁৰ ভনীয়েক। মিতিৰৰ ঘৰলৈ আহি ভোলানাথ দাসে ভনীয়েকৰ মুখখন চোৱাৰ সুযোগ নাপালে। তেতিয়াৰ দিনত ঘৰৰ জীয়াৰী বোৱাৰীক 'চান-সূৰুযে' দেখিব নাপায়।

বন্ধৰ শেষত পুনৰ ৰবিলাল ভাটিমুৱা জাহাজত উঠি কলিকতা পালেগৈ। এহাত দীঘল ওৰণি লৈ ভুৱনেশ্বৰী বৰঘৰত সোমাল। কলিকতাত ৰবিলালক বন্ধুবান্ধৱে ন ঘৈণীৰ বা-বাতৰি সুধি ব্যতিব্যস্ত কৰিলে।

১৮৯১ খ্ৰীঃৰ মাৰ্চ মাহত ৰবিলালৰ পৰীক্ষা আৰম্ভ হ'ল। পৰীক্ষাৰ আনবোৰ বিষয় ভাল হৈছিল যদিও সংস্কৃতৰ পৰীক্ষাৰ প্ৰশ্নকাকতৰ এটা প্ৰশ্নৰ উত্তৰ কৰিবলৈ ভুলতে থাকি গ'ল। ভয় হ'ল, কিবা হয়।

ঘৰত কিছুদিন থকাৰ পিছত ন ঘৈণী ভুৱনেশ্বৰীক লৈ ৰবিলাল গুৱাহাটীলৈ ফুৰিবলৈ আহিল। ভুৱনেশ্বৰীৰ ককায়েক নন্দকুমাৰ গুৱাহাটীৰ এজন ব্যৱসায়ী। তেওঁৰ প্ৰধান ব্যৱসায় গৰুগাড়ী। প্ৰায় কুৰি-পচিশখন গৰুগাড়ী তেওঁৰ ঘৰৰ কাষত সদায় সাজু। শুনাত অবিশ্বাস্য যেন লাগিলেও এসময়ত ছিলংলৈ অহাযোৱা কৰিবলৈ গৰুগাড়ী আছিল প্ৰধান বাহন।

গুৱাহাটীত বশিষ্ঠ উমানন্দ কামাখ্যা আদি চাই ঘুৰি পকি আনন্দ কৰি থাকোঁতে এদিন কলিকতাৰপৰা লোহিতচন্দ্ৰ নায়কে কৰা টেলিগ্ৰাম এখন পালে—Not a single Assamese student passed. টেলিগ্ৰামখন পাই ৰবিলালৰ মুৰত সৰগ ভাগি পৰিল। ইপিনে জেঠেৰিয়েকৰ ঘৰ, কাষত ন ঘৈণী। উভয়ে উভয়ৰ বাহুত ধৰি পাৰেমানে কান্দিলে। নন্দমোহনৰ পত্নী সুভদ্ৰাই যেনিবা সান্ত্বনাৰ বুজনি-পানীৰে দুয়োকে বঢ়াই বুজাই শান্ত কৰি ঘৰলৈ পঠিয়ালে।

পৰীক্ষাত উত্তীৰ্ণ হ'ব নোৱৰা কাৰণে ৰবিলালৰ কুৰিটকীয়া ইলিয়টী বৃত্তি কটা গ'ল। ব্ৰাৰ্ড চাহাবৰ নতুন নীতিৰ বলি হ'ল ৰবিলাল ভূঞা।

পুনৰ কলিকতালৈ উভতি যোৱাৰ উপায় নেদেখি গোলাঘাট বেজবৰুৱা হাইস্কুলৰ শিক্ষকৰ পদ এটাকে গ্ৰহণ কৰিলে। তেওঁৰ আশা, স্কুলত শিক্ষকতা কৰিলে প্ৰাইভেট পৰীক্ষাৰ্থী স্বৰূপে এফ. এ. আৰু বি. এ. পৰীক্ষাত বহিব পাৰিব। বিষ্ণুপ্ৰসাদ দুৱৰা প্ৰভৃতি তেওঁৰ কালছোৱাৰ ছাত্ৰ।

বেজবৰুৱা হাইস্কুল কলিকতা বিশ্ববিদ্যালয়ৰ স্বীকৃতি-প্ৰাপ্ত স্কুল নহয়। আৰু বিশ্ববিদ্যালয়ৰ স্বীকৃতি প্ৰাপ্ত স্কুল ন'হলে শিক্ষকে প্ৰাৰ্থী স্বৰূপে প্ৰাইভেটকৈ পৰীক্ষা দিব নোৱাৰে। সিমানতে উচ্চশিক্ষা আৰু ডিগ্ৰী লাভৰ আশাত চেঁচাপানী ঢালি নগাঁও উপায়ুক্ত কাৰ্যালয়ত সাধাৰণ কেৰাণীৰ চাকৰিত সোমাল। কেৰাণী স্বৰূপে তেওঁৰ দৰমহা ২৫ টকা।

কেৰাণী কামত পোনতে তেওঁৰ অকণো ভাল লগা নাছিল। কলিকতা কলেজত একেলগে পঢ়া একেলগে থকা সহপাঠী বন্ধুসকলেই তওঁৰ ওপৰৰ বিষয়া—ভূমি হাকিম, ই. এ. চি.। সূৰ্য্যকুমাৰৰ মতে সেয়েহে তেওঁৰ পিতৃ 'a half twinkling star, an unblossomed flower, an unfinished song.'

ৰবিলালৰ পত্নী ভুৱনেশ্বৰী এগৰাকী ধীৰ স্থিৰ লক্ষ্মীস্বৰূপিণী গৃহিণী। তেওঁৰ গাৰ বৰণ সিমান বগা নহয়। ঘৰজিলিকা বোৱাৰী পালে শাহুননদে ভাল পায়। ভুৱনেশ্বৰী ঘৰজিলিকা বোৱাৰী নহয়। সেই বাবে ঘৰৰ দুই একৰ বেঁকা চকুৰ চাহনি আৰু কেটেৰা-জেঙেৰা মাত সহিব লগা হৈছিল। সহনশীলা বসুমতীৰো কেতিয়াবা শিলবুকু লৰে। সেয়েহে আনৰ ভাব-গতি লক্ষ্য কৰি কেতিয়াবা লাহেকৈ কয় "ইমানেই যদি বেয়া দেখিছে, য'ৰপৰা আনিছে তালৈকে যাবলৈ দিলে হয় দেখোন।"

এদিনৰ কথা। কলঙৰ ঘাটত আহি বেপাৰীৰ নাও লাগিছে। বেপাৰীয়ে নাৱত বেচিবলৈ আনিছে ধান। শাহুৱেকৰ ধান কিনি থবৰ মন। কিন্তু তেওঁৰ হাতত টকা নাই। গুণাগথা কৰি থাকোঁতে বোৱাৰীয়েকে হাতত থকা টকা কেইটাকে আনি শাহুৱেকৰ হাতত দিলে। সিদিনাৰেপৰা শাহুৱেকৰ মনৰ থলিত বোৱাৰীয়েকে অকণমান ঠাই অধিকাৰ কৰিব পাৰিলে।

## ৪. সূৰ্য্যকুমাৰঃ জন্ম আৰু ল'ৰাকাল

ৰবিলাল ভূঞা আৰু ভুৱনেশ্বৰীৰ প্ৰথম সন্তান সূৰ্য্যকুমাৰ ভূঞাৰ নগাঁৱৰ কলঙৰ পাৰত নিজ পৈতৃক ভবনত ১৮১৩ শকৰ ১৪ মাঘ, ১৮৯২ খৃঃৰ ২৭ জানুৱাৰীত জন্ম হয়। সিদিনা ঘৰত মহা আনন্দ। চাবি কুৰিৰ ওপৰা পাৰ হোৱা শিৱচৰণে যোলা চকুৰে নাতি ল'ৰাৰ মুখ দৰ্শন কৰি হাত দুখন ওপৰলৈ তুলিলে—"প্ৰভু! তোমাৰ দয়া, বংশৰ মুখ উজলোৱা।" দৈৱজ্ঞই গণনা কৰি নাম ৰাখিলে সূৰ্য্যকুমাৰ। তেতিয়া ৰবিলালৰ বয়স ২২ বছৰ আৰু ভুৱনেশ্বৰীৰ ১৫ বছৰ মাত্ৰ।

অতীজৰেপৰা প্ৰায়বোৰ লোকৰে জন্মৰ তাৰিখ দুটা। এটা সৌৰবণীৰ প্ৰকৃত তাৰিখ আৰু আনটো স্কুল-কলেজৰ চাৰ্টিফিকেটৰ তাৰিখ। সূৰ্য্য-কুমাৰৰো চাৰ্টিফিকেটৰ জন্ম সময় ১৮৯৪ খৃঃৰ ১৩ জানুৱাৰী।

নগাঁৱৰ কলঙৰ পাৰৰ ফৌজদাৰী পট্টিৰ সূৰ্য্যকুমাৰ ওপজা ঘৰখন খেৰ-বাঁহৰ, চালকেইখন সৰল খেৰৰে ছোৱা, মাজে মাজে দুই চাৰিটা কাঠৰ খুটা লগোৱা। ভেটি ও কলঙৰ আলতীয়া মাটিৰে লিপামোচা কেঁচা ভেটি। কেঁচা ভেটিৰ ধূলি-বালিত বাগৰি জুগৰি ডাঙৰ-দীঘল হৈছিল বাবেই সূৰ্য্য-কুমাৰে অসমৰ মাটিৰ গোন্ধ বাৰুকৈয়ে পাইছিল। অসমৰ মাটিৰ গোন্ধ পাইছিল যদিও মুখত ৰূপৰ চামুচ লৈ সূৰ্য্যকুমাৰে জন্মলাভ কৰা নাছিল। দৰিদ্ৰতা বোলা কথাষাৰ জীৱনত কোনোকালে অনুভৱ কৰিব ল'গা নহ'ল যদিও তেওঁ আছিল এটি নিম্ন-মধ্যবিত্ত পৰিয়ালৰ সন্তান। নিম্ন-মধ্যবিত্ত পৰিয়ালৰ অভাৱৰ তাড়ণাই সূৰ্য্যকুমাৰক স্পৰ্শ নকৰাকৈ থকা নাছিল।

সূৰ্য্যকুমাৰ ঘৰখনত আছিল আলাসৰ লাডু, নন্দদুলাল। ককাদেউতাক, দুজনী বুঢ়ীমাক, জেঠাই পেহীৰে ভৰপূৰ এখন ঘৰ। ভৰপূৰ সংসাৰ এখনত ডাঙৰ হৈয়ো যেন সূৰ্য্যকুমাৰ আছিল নিসংগ। তেওঁ যেন কিবা এটা পোৱা

---

জন্ম পত্ৰিকা

জন্মস্থান ফৌজদাৰী পট্টি, নগাঁও, অসম
জন্ম সময় বুধবাৰ দুপৰীয়া এক বজা।
১৪ মাঘ ১৮১৩ শক, ১২৯৮ সাল বংগাব্দ।
ইং ২৭ জানুৱাৰী. ১৮৯২। মুছলমান ২৫ জমা সিমনা
তিথি ত্ৰয়োদশী ৪৪/৫৫ মৃগা নক্ষত্ৰ ৯/২৯ নবকৰণ হৰ্ষণ যোগ ৪৭১

নাছিল, কিবা এটা হেৰুৱাইছিল। তেওঁৰ কাৰুণ্য উপচি পৰা জীৱনৰ এই বেদনা এই ছমুনিয়া কোনোকালে মাৰ যোৱা নাছিল। তেওঁৰ অকল্মানি সঞ্চ অন্তৰখনিত এই বেদনা আছিল অসহনীয়। নিচেই কেচুৱাতে মাতৃক হেৰুৱা অসহনীয় বেদনা আজীৱন নীৰৱে বহন কৰিছিল।

ওৰেটো জীৱন মাকৰ মুখৰ ছবিখন আছিল তেওঁৰ কল্পনাৰ ছবি। মাকৰ 'আয়ৈ দেহি' এষাৰি মাত তেওঁৰ বাবে পুৱতি নিশাৰ সপোনৰ আধা আঁকা ছবি। যিজনা মাকৰ স্নেহৰ পৰশতে ডাঙৰ-দীঘল হ'ব লাগিছিল, সেইজনা মাক তেওঁৰ দূৰ অতীতৰ স্বপ্নালু অশৰীৰি নাৰী। মাকৰ গাখীৰ খাই ডাঙৰ হ'ব নোৱৰা বাবে ওৰেটো জীৱন গাখীৰৰ প্ৰতি আছিল সূৰ্য্য-কুমাৰৰ বিৰাগ ভাব।

মাকৰ গাখীৰৰ অবিহনে সূৰ্য্যকুমাৰ ডাঙৰ-দীঘল হৈছিল পেহীয়েক বিনন্দীৰ গাখীৰেৰে। বিনন্দী ৰবিলাল ভূঞাৰ আপোন ভনীয়েক। তেওঁৰ স্বামী গংগাপ্ৰসাদ। অকালতে স্বামী হেৰুৱাই আমা-ডিমা ল'ৰা-ছোৱালী দুটি লৈ বিনন্দী পুনৰ পিতৃগৃহলৈ উভতিল। এইজনা পেহীয়েকৰ গাখীৰ খাইয়ে সূৰ্য্যকুমাৰ ডাঙৰ হৈছিল।

বিনন্দীৰ বায়েক আনন্দী। আনন্দীৰ স্বামী দ্বাৰিকানাথ। একমাত্ৰ পুত্ৰ জগন্নাথক মাউৰা কৰি আনন্দী অকালতে মৃত্যুৰ মুখত পৰিল। দ্বাৰিকানাথ পত্নীহাৰা, বিনন্দী স্বামীহাৰা। দুয়ো পুনৰ বিবাহ বন্ধনত আবদ্ধ হ'ল। পূৰ্বৰ সম্বন্ধত দুয়ো ভিনিহিয়েক খুলশালীয়েক। দ্বাৰিকানাথ আৰু বিনন্দীৰ সন্তান পাঁচটি।

## ক'লাজ্বৰ আৰু মাকৰ মৃত্যু

উনবিংশ শতিকাৰ শেষৰ ফালে আছিল সৰ্বগ্ৰাসী মহামাৰী। ক'লাজ্বৰৰ প্ৰকোপত গাঁও উছন হৈছিল, কোনো কোনো পৰিয়ালত এটি প্ৰাণীও জীৱিত নাছিল। এই সৰ্বগ্ৰাসী কলাজ্বৰত আটাইতকৈ বেছি ক্ষতিগ্ৰস্ত হোৱা জিলা নাগাঁও। জিলাখনৰ তিনি লাখ পঁয়ত্ৰিশ হাজাৰ জনসংখ্যাৰ ভিতৰত অকল ক'লাজ্বৰত মৃত্যুবৰণ কৰা লোকৰ সংখ্যা চৌৱন্ন হাজাৰ।

নগাঁৱৰ ফৌজদাৰী পট্টিতে আছিল তেজে গাল ফুটো ফুটো কৰা, ঘুঁজৰ কুকুৰা যেন, সকলো কামতে আগৰণুৱা প্ৰায় ত্ৰিশমান পাহুৱাল ডেকা।

মহামাৰীৰ প্ৰকোপত দুশ ডেকাৰ ভিতৰত কোনোমতে হাড়ৰ মাজত জীৱটো ৰাখি জীয়াই আছিল ডেৰকুৰিমানহে। সৰ্বগ্ৰাসী ক'লাজ্বৰে ৰবিলাল ভূঞাৰ ঘৰতো তুলিছিল ক্ৰন্দনৰ ৰোল। ৰবিলালৰ দুজন ভাতৃ কণকলাল আৰু মতিলাল, বয়স ওঠৰ আৰু পোন্ধৰ; ক'লাজ্বৰতে দুয়ো ভাতৃৰ অগা-পিচাকৈ মৃত্যু হয়।

এদিন সূৰ্য্যকুমাৰৰ মাতৃ ভুৱনেশ্বৰীও ক'লাজ্বৰৰ প্ৰকোপত পৰিল। ৰোগ দিনে দিনে বাঢ়ি যোৱাত ভাল চিকিৎসা আৰু জলবায়ু সলনিৰ বাবে গুৱাহাটীত থকা ককায়েক নন্দকুমাৰৰ ওচৰলৈ পঠিয়াই দিলে। কিন্তু পুত্ৰ সূৰ্য্যকুমাৰক বেমাৰী মাকৰ সৈতে পঠিয়াবলৈ বুঢ়ীমাকৰ সত্ নগ'ল। কোলাৰ কেচুৱাক বুঢ়ীমাকৰ হাতত গতাই দি চকুলো টুকি টুকি ভুবনেশ্বৰী গুৱাহাটী পালেহি। গুৱাহাটীত ককায়েকে সাধ্যানুসৰি চিকিৎসা কৰিলে যদিও বেমাৰ উপশম হওক চাৰি দিনে দিনে বেয়াৰ পিনেহে ঢাল ল'লে। এনে অৱস্থাত তিনি কুৰি পোন্ধৰ মাইল নিলগত এৰি অহা শিশুপুত্ৰৰ চিন্তাই তেওঁক কেনেদৰে অভিভূত কৰিছিল স্বামী ৰবিলাললৈ লিখা চিঠিত তাৰ আভাস পোৱা যায়:

শ্ৰীহৰি সহায়

মোৰ পূজনীয় স্বামীগুৰু,

প্ৰভু মোৰ, সেৱা গ্ৰহণ কৰিব। আপোনাৰ চিঠি পোৱা বহুতদিন হ'ল, মোক পাহৰি নাযাব। মোৰ শৰীৰ ভাল নহয়। দিনে দিনে বেয়াহে হৈছে। বেমাৰ আৰু গ্ৰহণীয়ে মোক বৰ দুৰ্বল কৰিছে। এতিয়া মোৰ হাত-ভৰি কঁপে, ভালদৰে থিয় হ'ব নোৱাৰোঁ। যোৱা চাৰি-পাঁচ দিন ৰবকৈ অসুখ ভুগিছোঁ। একো খাবলৈকো নোৱাৰোঁ।

গোবিন্দৰ যোৱা-থোৱা অৱস্থা শুনি মৰাৰ সমান দুখ পাইছোঁ। আপোনাৰ হেনো পানী লাগিছে। মই এতিয়া বিচনাত পৰি আছোঁ। সদায় লিখো কেনেকৈ? আপুনি মোলৈ লিখি থাকিব পাৰে।

মোৰ অন্তৰ সদায় পোণাটিৰ বাবে কান্দি আছে। উশাহ-নিশাহতো মই তাকেই দেখোঁ। মোৰ চুমা আৰু আশীৰ্বাদ পোণাক জনাব। আপুনিও মোৰ সেৱা ল'ব।

শ্ৰীভুৱনেশ্বৰী

মাকৰ এই চিঠিখন ওৰেটো জীৱন সূৰ্য্যকুমাৰৰ জীৱনৰ মহাৰত্ন, অমূল্য সম্পদ, জপৰ মালা। এই চিঠিখনকে বুকুত সাৱটি অনুভৱ কৰিছিল মাকৰ এবুকু মৰমৰ কথা। মাকৰ হাতৰ আখৰ স্পৰ্শ কৰিয়ে অনুভৱ কৰিছিল মাকৰ মৰমৰ পৰশৰ কথা। চিঠিখনৰ প্ৰতিটো আখৰ যেন মাতৃস্নেহৰ একোটোপাল চকুলো।

দিনে দিনে ভুৱনেশ্বৰীৰ অৱস্থা বেয়াৰ ফাললৈ ঢাল খোৱাত ককায়েকে গুৱাহাটীত নাৰাখি ঘৰলৈকে পঠিয়াই দিলে। কিন্তু কি ঠিক—নগাঁও গৈ পায় নে নেপায়? এই ভাবি লগত দিলে এটুকুৰা চন্দন কাঠ, অকণমান ঘি, এডোখৰ বগা কাপোৰ আৰু শ সৎকাৰৰ আন আন প্ৰয়োজনীয় আহিলা।

জাহাজ আহি খিংঘাটত লাগিল। পাৰঘাটত গৰুগাড়ী এখন লৈ বৈ আছিল শিৱচৰণ। লাহে লাহে চৈ দিয়া গৰুগাড়ী আগবাঢ়ি আহি হয়বৰ গাঁৱৰ ঘাট পালেহি। তেতিয়া পশ্চিম আকাশত ৰাঙলী বেলি লহিয়াইছে। ৰবিলাল অফিচতে ব্যস্ত। অহাৰ বাতৰি পাইয়ে তেওঁ আগবাঢ়ি আহিল। কলঙ পাৰ হ'বলৈ গৰুগাড়ী মাৰ নাৱত তুলিলে। তুলুঙা নাও এখনেৰে আগবাঢ়ি গৈ নৈৰ বুকুতে ৰবিলাল মাৰ নাৱত উঠিল। লাহেকৈ গাড়ীৰ পিচপিনে আৰি দিয়া আঁৰ কাপোৰখন আঁতৰালে। তেতিয়াৰ দিনত চৈ দিয়া 'আসোৱাৰী গাড়ী'ৰ আগে-পিছে আঁৰ কাপোৰ। ৰবিলালৰ মাত শুনি ভুৱনেশ্বৰীয়ে লাহেকৈ চকুৰ পতা মেলি চাই খীণ মাতেৰে মাথোন ক'লে "আপুনি আহিছে" !—আৰু মাত শুনা নগ'ল। চকুৰ পতা চিৰদিনলৈ জাপ খালে। কলঙৰ সিপাৰ আৰু নাপালে। একেবাৰে 'সিপাৰলৈ' গতি কৰিলে। সেইখিনি সময়তে চকা পাটত বহিছিল।

শিশুপুত্ৰ সূৰ্য্যকুমাৰ ইপিনে আপোন মনে খেলাত ব্যস্ত। মাতৃহাৰা শিশু হিচাপে সিদিনা হয়তো পাইছিল অলপ বেছি মৰম আৰু প্ৰয়োজনতকৈ অলপ বেছি আবদাৰ। তাৰ বাহিৰে একোকে বুজি পোৱা নাছিল। কিন্তু যিদিনা বুজি পালে মাকৰ অভাৱৰ কথা সিদিনা পাৰে মানে কান্দিলে। সিদিনা অনুভৱ কৰিলে মাতৃহাৰা জীৱনৰ কাৰুণ্যৰ কথা। সেই কাৰুণ্য উপচি পৰা মন আছিল তেওঁৰ ওৰেটো জীৱন।

সূৰ্য্যকুমাৰ ছিলং চৰকাৰী হাইস্কুলৰ ওপৰ শ্ৰেণীত পঢ়া সময়ত ছিলঙৰ হানেংগা উঙখ্নাত তেওঁলোকৰ বাসস্থান। ৰাতিপুৱা হ'লে ল'ৰা-ছোৱালীক

মাকবোৰে খুৱাই পিন্ধাই স্কুললৈ বুলি পদূলি মুখত উলিয়াই দিয়ে। আৰু আবেলি মাকবোৰে সজল নয়নেৰে বাট চাই থাকে স্কুলৰপৰা উভতি অহা পুত্র-কন্যাৰ বাবে। স্কুলীয়া ছাত্র সূর্য্যকুমাৰৰ বাবে এই দৃশ্য আছিল হৃদয়-বিদাৰক। মাতৃস্নেহ সঙ্গসুখৰপৰা বঞ্চিত হোৱা এই বেদনাৰ বোজা অসহনীয়। জীৱনৰ এই তীব্র বেদনাৰ কথা প্ৰকাশ কৰিছিল এটি ইংৰাজী কবিতা ৰচনাৰে :

While a babe of one and half,
Could crawl and babble, nod and laugh,
Knew nothing of the world and home,
My mother saw the Pluto's dome.

From childhood when to boy I returned
A zeal for mother in me burned
None could extinguish that zeal
The more I think the more I feel.

I know, O, mother, now divine,
In my heart you often shine,
Give me grace to help my soul
To reach its longed-for happy goal.

কবিতাটো ৰচনা কৰিছিল ১৯০৮ খৃঃৰ ২৭ জানুৱাৰীত। তেতিয়া তেওঁ এণ্ট্ৰেন্স মহলাৰ ছাত্র।

মাকৰ মৃত্যুৰ কিছুদিন পিছতে তেওঁ মোমায়েক নন্দকুমাৰ আৰু ককা-দেউতাক শিৱচৰণকো হেৰুৱালে। মৃত্যুৰ সময়ত শিৱচৰণৰ বয়স চাৰিকুৰি ছয় বছৰ।

## ১৮৯৭ খৃঃৰ ভূমিকম্প

১৮৯৭ খৃঃৰ প্ৰলয়ংকৰী ভূমিকম্পৰ সময়ত অসমৰ বিভিন্ন অঞ্চলত হোৱা নিহত ব্যক্তিৰ সংখ্যা আৰু ক্ষয়ক্ষতিৰ পৰিমাণ বিস্তৰ। বিভিন্ন চহৰত চৰকাৰী বেচৰকাৰী ঘৰবাৰীৰ নানান ক্ষয়ক্ষতি হৈছিল। কৰবাতহে দুই-এটা ঘৰ ক্ষয়ক্ষতি নোহোৱাকৈ ৰক্ষা পৰিছিল। ঘৰৰ বেৰ-চিলিঙৰ অৱস্থা ভঙা-চিঙা। মজিয়াত বোকাপানী। ৰাস্তাঘাট দলঙৰ অৱস্থা ভগা-ছিগা।

গুৱাহাটী যমুনামুখৰ মাজত হোৱা ৰেল সংযোগ ভূইকঁপত বিচ্ছিন্ন হৈছিল। ডাক-তাঁৰৰ সংযোগ বিচ্ছিন্ন। সকলো ক্ষয়ক্ষতিৰ পৰিমাণ বহু লাখ টকা। চাৰ হেনৰি জন ষ্টেডমেন কটন সেইসময়ত অসমৰ চীফ কমিচনাৰ। কামৰূপ জিলাৰ উপায়ুক্ত কৰ্ণেল পি আৰ. টি. গৰ্ডন, নগাঁও জিলাৰ উপায়ুক্ত চি. জে. এম. কেনেডী আৰু চাৰ এডৱাৰ্ড গেইট চীফ কমিচনাৰৰ চেক্ৰেটাৰী।

হেমচন্দ্ৰ বৰুৱাৰ 'হেমকোষ' অভিধানখন ছিলঙৰ চৰকাৰী ছপাশালত ছপাবলৈ লৈ গৈছিল। ভূইকঁপৰ ফলত ছপাশাল ভাগি যোৱাত 'হেমকোষ'ৰ পাণ্ডুলিপি ছপাশালৰ ধ্বংসস্তূপৰ মাজত পৰি আছিল। অতি কষ্টেৰে পাণ্ডুলিপিখন উদ্ধাৰ কৰিছিল হেমচন্দ্ৰ গোস্বামীয়ে। ১৯০০ খৃঃত হেমকোষ ছপা হয়। সেই সময়ত অসমৰ ৰাজধানী ছিলঙৰপৰা ভৈয়ামৰ আন ঠাই নাইবা আপাৰ ছিলঙলৈ আৰু নগাঁও জিলাৰ সদৰ ঠাই কামপুৰলৈ স্থানান্তৰ কৰাৰ কথা চিন্তা কৰিছিল।

১২ জুনৰ আবেলি ৫ বজাৰপৰা হোৱা ভুইকপৰ জোকাৰণি পিছদিনা দিনৰ দহ বজালৈকে মাৰ যোৱা নাছিল। সিদিনা ৰবিলাল ভূঞাৰ ঘৰৰ তিৰোতা মানুহবোৰ হয়বৰ গাঁৱৰ কোনোবা মিতিৰৰ ঘৰলৈ জোৰোন পিন্ধাবৰ বাবে গৈছিল। উভতি আহি ঘৰ সোমাইছেহে মাথোন, এনেতে পৃথিৱী কঁপি উঠিল, জোকাৰণিৰ পিছত জোকাৰণি, থলং-পলংকৈ অ'ত ত'ত ধৰি-মেলি ভিতৰত থকাসকল বাহিৰ ওলাল। সকলো ওলাই আহি আত্মৰক্ষাৰ মানসেৰে আলিবাটত থুপ খালে। তেতিয়ালৈকে কোনোৱে শিশু সূৰ্য্যকুমাৰৰ কথা চিন্তা কৰা নাই। পেহীয়েক নন্দীৰ মনত পৰাত চিঞৰ মাৰি পিছ চোতাললৈ গৈ দেখিলে চোতালৰ এটা চুকত আপোন মনে খেলাত ব্যস্ত। 'অ মোৰ সোনটি, ক'ত অকলে আছ' বুলি পেহীয়েকে কোলাত তুলি ল'লে। তেতিয়া সূৰ্যকুমাৰৰ বয়স পাঁচ বছৰ।

এদিন বুঢ়ীমাকৰ বান্ধৱী এজনী ফুৰিবলৈ আহোঁতে মাতৃহীন শিশু বুলি সূৰ্য্যকুমাৰক গালে মুখে চুমা খাই সুধিলে বয়স কিমান হ'ল। বুঢ়ীমাকে উত্তৰ দিলে 'তিনি বছৰ'। তিনি বচৰ বয়স বুলি কোৱা কথাষাৰ সূৰ্য্যকুমাৰৰ মনত আছিল। অৰ্থাৎ তেওঁ তিনি বছৰ বয়সৰপৰা জীৱনৰ কথাবোৰ অলপ অলপ স্মৰণ কৰিব পাৰিছিল।

## ক'লাজ্বৰত আক্ৰান্ত

পাঁচ বছৰ বয়সত সূৰ্য্যকুমাৰো ক'লাজ্বৰৰ প্ৰকোপত পৰিল। শৰীৰ শুকাই খীণাই গ'ল, পেটটো ওলাল আৰু খোৱাৰ পৰিমাণ হ'ল অস্বাভাৱিক। পাৰিলে আনৰ পাতৰপৰাও নিহে খাব। আনকি ৰাতি আঠুৱাৰ তলতো ভাতৰ বাটি ৰাখিব লাগে।

নানান ধৰণৰ চিকিৎসা কৰিও কোনো ফল নোপোৱাত বুঢ়ীমাকৰ বান্ধৱী এগৰাকীয়ে এটি ভোজৰ আয়োজন কৰিবলৈ উপদেশ দিলে। এই ভোজলৈ কুৰি গৰাকী ধৰ্মপ্ৰাণ আদহীয়া মতা-তিৰোতাক নিমন্ত্ৰণ কৰা হ'ল। মাছ-মঙহেৰে তেওঁলোকক তুষ্ট কৰি খুৱালে। আলহীসকলৰ পাতত থকা অৱশিষ্টখিনি চুচি মাজি আনি বেমাৰী সূৰ্য্যকুমাৰক খাব দিয়া হ'ল। পৰম তৃপ্তিৰে খালে। সিদিনাৰপৰা শৰীৰৰ সকলো ব্যাধি আঁতৰিল। নাতি-ল'ৰাই হেৰোৱা স্বাস্থ্য ঘূৰাই পোৱাত বুঢ়ী আইতাকে সত্যনাৰায়ণলৈ পূজা এভাগ আগ কৰিলে।

## ল'ৰাকাল আৰু ঘৰুৱা জীৱন

সৰুৰেপৰা সূৰ্য্যকুমাৰৰ লগ বেছি বুঢ়ী আই অৰ্থাৎ পাহিতা। ৰাতি বুঢ়ীমাকৰ বুকুৰ মাজতে সাধুকথা, জাত লগাই গোৱা নানান বিহুনাম, আৰু নিচুকণি গীত শুনি শুনি টোপনি যায়। অলপ ডাঙৰ হোৱাৰেপৰা বুঢ়ী আই অ'লৈ ত'লৈ যাবলৈ হ'লে বাটৰ লগৰ নাতি ল'ৰা সূৰ্য্যকুমাৰ। বুঢ়ী আইৰ লগত ওচৰৰ গাঁৱলৈ যায়। বুঢ়ী আয়ে পলু পোহে। গাঁৱৰ পৰা পলুৰ পাতৰ টোপোলা বান্ধি আনে। কেতিয়াবা দুই এটা সৰু টোপোলা নাতি ল'ৰাৰ মূৰতো দিয়ে। বুঢ়ী আইৰ মৰমে বুৰাই ৰখা কাৰণে বহুদিনলৈকে মাকৰ মৃত্যুৰ কথা গমকে পোৱা নাছিল।

ঘৰৰ ৰন্ধা-বঢ়াৰপৰা ভিতৰুৱা সকলো কামৰে দায়িত্ব মাহী আইৰ। মাহী আই লবিতা পাকৈত ৰান্ধনী। খীৰতী গাই কেইজনী মাহী আইৰ দেহ-লাও স্বৰূপ। এবাৰ নিজ পুত্ৰৰ অসুখ হ'ল। মাহী আয়ে মন্তব্য কৰিলে "অসুখ নহ'ব কিয়, আজি ছমাহে জানো সি গৰুগাইৰ খবৰ ৰাখিছে?" মাহী আইৰ বিশ্বাস, গৰুগাইক আওহেলা কৰিলে বেমাৰ-আজাৰ হ'বই। গৰুগাই সাক্ষাৎ লক্ষ্মী।

তেওঁলোকৰ ৰান্ধনী ঘৰটো মূল শোৱনি ঘৰৰ কাষতে। বহল মজিয়াখনত কাঠৰ পিৰাত বহি সকলোৱে ভাত খায়। মাজৰ ডাঙৰ পিৰাখন ৰবিলালৰ বাবে স্থায়ী আসন, পিতৃৰ কাষতে পুত্ৰ সূৰ্য্যকুমাৰৰ আসন। মাজতে হাত ধুবলৈ এটি পিতলৰ চৰিয়া। পিৰাৰ কাষে কাষে পানীৰ লোটা। ৰঙা সাজটো পিন্ধি ৰান্ধনীয়ে যাক যি লাগে পাতে পাতে দি যায়। দিনটোত দুবাৰকৈ লিপা-মোচা ৰান্ধনী ঘৰটো। ফু মাৰি ভাত খাব পাৰি।

তেওঁলোকৰ ঘৰৰ চৌহদতে আছিল কেইজোপামান আমগছ। নিচেই ৰাতিপুৱাতে উঠি নিজৰ গছৰ আৰু ওচৰ চুবুৰীয়াৰ গছৰ তলত পকি সৰি থকা আম বুটলি অনাটো আছিল সূৰ্য্যকুমাৰৰ ল'ৰালিৰ কৰ্ম। ল'ৰা-ছোৱালীৰ মনত নিজৰ গছতকৈ চুবুৰীয়াৰ গছৰ আমৰ সোৱাদ বেছি।

মাকৰ মৃত্যুৰ কেইমাহমান পিছতে পিতৃ ৰবিলাল ভূঞাই মইনা ভূঞাৰ লগত দ্বিতীয়বাৰ বিবাহ বন্ধনত আবদ্ধ হয়।

ভুৱনেশ্বৰীৰ মৃত্যুৰ পিছত বাকচত কাপোৰ-কানি আ-অলংকাৰৰ লগতে পাইছিল এখন হাতে চিলোৱা মোনা। মোনাখনত 'এইখিনি আপোনাৰ দ্বিতীয় বিবাহৰ বাবে' বুলি লিখা কাগজ এটুকুৰা আৰু নগদ ৬৫ টকা। মৃত্যুৰ আগমুহূৰ্ত্ততে এনেদৰে স্বামীৰ ভৱিষ্যত জীৱনৰ সুখ কামনা কৰি যোৱা তিৰোতা কেইগৰাকী?

"A last little flower in the wings of her soul in its voyage through the realms of immortality and peace."

সূৰ্য্যকুমাৰে মাহীমাক মইনা ভূঞাৰপৰাও লাভ কৰিছিল মাতৃত্বৰ মৰম আৰু স্নেহ। মইনা ভূঞা আছিল নিঃসন্তান। শেষ জীৱনত তেওঁ বৰ ৰুগীয়া হৈ পৰিল। উপায় নাপাই ৰবিলাল ভূঞা ৪৮ বছৰ বয়সত তৃতীয়বাৰ বিবাহ বন্ধনত আবদ্ধ হয়। তেওঁৰ তৃতীয়া পত্নী মাইচানা ভ্ৰাতৃ দেবীপ্ৰসাদৰ খুলশালীয়েক। মাইচানাৰ দুজন পুত্ৰ পুতুকণ আৰু পোণা। মাইচানাৰ লগতো ৰবিলাল ভূঞাই সৰহদিন দাম্পত্য জীৱন উপভোগ কৰিব নোৱাৰিলে। ১৯২২ খৃঃত মাইচানা মৃত্যু-মুখত পৰিল। এবাৰ এবাৰকৈ তিনিবাৰ বিবাহ বন্ধনত আবদ্ধ হৈয়ো ৰবিলাল ভূঞাই দাম্পত্য জীৱন উপভোগ কৰিব নোৱাৰিলে।

কনকলাল আৰু মতিলালৰ অকাল মৃত্যুৰ বাবে কনিষ্ঠ পুত্ৰ দেবীপ্ৰসাদ ঘৰখনৰ সকলোৰে হৈ পৰিল আলাসৰ লাড়ু। ইয়ে দেবীপ্ৰসাদৰ সৰ্বনাশ কৰিলে। ৰবিলালই ভুঞা অনেক বঢাই বুজায়ো কনিষ্ঠ ভ্ৰাতৃক কোনো-পধ্যেই সুপথে আনিব নোৱাৰিলে। দেবীপ্ৰসাদে পঢাশুনা নকৰিলে যদিও সাহিত্যৰ প্ৰতি আছিল গভীৰ অনুৰাগ। 'হেমলতা' তেওঁৰ এখনি স্বৰচিত নাট। মাইকেল মধুসুদন দত্তৰ 'মেঘনাদ বধ' কাব্যখনৰো তেওঁ নাট্যৰূপ দিছিল।

তেওঁলোকৰ ঘৰত দেবীপ্ৰসাদ, নন্দী প্ৰভৃতি কেবাগৰাকী বংকিমচন্দ্ৰৰ উপন্যাস আৰু পাঁচকড়ি দেৰ ডিটেক্‌টিভৰ বৰ উপাসক। তেওঁলোকৰ আলোচনাতে সূৰ্য্যকুমাৰে প্ৰথমতে ক্লাইভ, চিৰাজুদ্দৌলা, ৱাৰেন হেষ্টিংচ, জগত শেঠ আদি চৰিত্ৰৰ নাম শুনিছিল।

নন্দীয়ে গৌৰৱ কৰে, তেওঁৰ ককায়েক ৰবিলালে চাহাবৰ দৰে ইংৰাজী কব পাৰে। ৰামনাথ আৰু মুকুন্দ নামৰ দুটি ল'ৰা এৰি ১৯০৮ খৃঃত অকালতে নন্দীৰ মৃত্যু হয।

সুখে দুখে সমভাগী হ'বলৈ ৰাজহুৱাভাৱে উৎসব পাতি সখী পতা সেই-কালৰ নিয়ম। সূয্যকুমাৰৰ মাহীমাকে ওচৰৰ কৃষ্ণহৰি বৰাৰ কন্যা হেমাংগিণীৰ সৈতে সখী পাতিছিল।

পিতৃ-মাতৃৰ নাম কৰাটো তেতিয়াৰ দিনত ল'ৰা ছোৱালীৰ বাবে মহাপাপ আছিল। এবাৰ স্কুলত শিক্ষকে সূৰ্য্যকুমাৰৰ দেউতাকৰ নাম সুধিলত তেওঁ কব নোৱাৰে আৰু নাপায় বুলি ক'লে। শিক্ষকে মিছা কথা বুলি দেউতাকৰ-পৰা লিখি আনিবলৈ ক'লে। পিছদিনা দেউতাকৰ চিঠি এখন লিখি আনি দিলত শিক্ষকজনে হাঁহি হাঁহি ক'লে, তেওঁ আচলতে পিতৃভক্তি পৰীক্ষাহে কৰিছিল। পিতৃভক্তি দেখি শিক্ষকে তেওঁক প্ৰশংসা কৰিছিল।

সৰুকালৰেপৰা সূৰ্য্যকুমাৰৰ আচৰণ আছিল সজ। এজন সমনীয়াৰ লগত প্ৰায়ে তেওঁ কুঁহিয়াৰ খাবলৈ যায়। সাধাৰণতে কুঁহিয়াৰ খাবলৈ গ'লে হাতত দা কটাৰী নাথাকিলে দুইমূৰে ধৰি আঠুৰে ভাঁজ কৰি কুঁহিয়াৰ ভঙা হয়। সমনীয়াজনে সদায় সূৰ্য্যকুমাৰক কুঁহিয়াৰ ভাঙিবলৈ দিয়ে। কাৰণ তেওঁ কুঁহিয়াৰ ভাঙি এডোখৰ অলপ ডাঙৰ কৰি সদায় সমনীয়াজনক দিয়ে। নিজে ভাগ কৰিলে স্বাৰ্থপৰ নহ'বলৈ সদায় নিজৰ ভাগত কমকৈ

ৰাখি আনৰ ভাগত সৰহকৈ দিব লাগে সেইকথা সূৰ্য্যকুমাৰে জানিছিল। সমনীয়াজনেও ডাঙৰ ভাগটো পাবলৈ সেই সুযোগকে গ্ৰহণ কৰিছিল।

সূৰ্য্যকুমাৰৰ সৰলতাৰ সুযোগ লৈছিল আন এজন বন্ধুৱে। মাজে মাজে তেওঁ কলঙত বৰশী বায়। এদিন এটি ডাঙৰ মাছ পাই আনন্দমনেৰে ঘৰলৈ লৈ আহিল। বাটতে আন এজন সমনীয়াই মাছটো চাই টপৰাই ক'লে, "এই মাছটো ঘৰলৈ নিনিবা। হিন্দু মানুহে নাখায়। ঘৰত সোমাবই নিদিব।"

কথাষাৰ শুনি সূৰ্য্যকুমাৰৰ মনৰ উচাহ দমি গ'ল। সমনীয়াজনকে মাছটো দি ক'লে, "তুমিয়ে মাছটো নিয়া। কাৰোবাক দিবা।" পিছত ঘৰলৈ আহি বুঢ়ীমাকক দিয়া মাছটোৰ বৰ্ণনাৰপৰা বুজা গ'ল আচলতে মাছটো অখাদ্য নাছিল। ঠগ প্ৰবঞ্চকৰ শিক্ষা সিদিনাই তেওঁ প্ৰথম পালে।

১৮৯৭ খ্ৰঃৰ ভুইকঁপৰ বছৰৰপৰাই ফৌজদাৰী পট্টিত দুৰ্গাপূজাৰ প্ৰচলন হয়। দেউতাক ৰবিলাল ভূঞা আছিল এই বাৰোৱাৰী পূজাৰ আগভাগ লওঁতা। পূজা উপলক্ষে সময়ে সময়ে মণিপুৰী নাচ, ডিমৰুগুৰিৰ নাচ, ভীমৰ গাঁৱৰ ভাওনা, দেৰগাঁওৰ নাচনীৰ নাচৰ আয়োজন কৰা হৈছিল। পূজা উপলক্ষে ভানু সিংহৰ পদাৱলীও গোৱা শুনিছিল। এইবোৰ তেওঁৰ সৰু-কালৰ স্মৃতি।

সৰুকালত সূৰ্য্যকুমাৰৰ ভূতৰ প্ৰতি আছিল বৰ ভয়। তেওঁৰ বিশ্বাস, ৰাতি হ'লে গছৰ ওপৰত ভূত-প্ৰেত উঠি থাকে। সেয়েহে ৰাতি ডাঙৰ গছৰ তলেৰে যাবলগা হ'লেই দিয়ে ভিৰাই লৰ। ভূত প্ৰেতে সহজতে স্পৰ্শ কৰিব নোৱাৰে ভাবি জেপত চুৰি কটাৰী আলপিন কিবা এটা ৰাখিছিল। ভূতৰ সাধু শুনা বাবেই তেওঁৰ ভয় হৈছিল বেছি।

বুঢ়ীমাকৰ ভনীয়েক লহিতাৰ বিয়া হৈছিল বৰকোলা গাঁৱৰ ফতে সিং নামৰ এজন অসমীয়া শিখ ডেকাৰ লগত। তেওঁলোকৰ পুত্ৰ দিলীপ সিং। মাক-দেউতাকৰ মৃত্যুৰ পিছত দিলীপ ৰবিলাল ভূঞাৰ পৰিয়ালৰ আশ্ৰয়তে থাকি পৰিয়ালৰে এজন হৈ পৰে। শিখ ডেকাৰ ঔৰসত জন্মলাভ কৰা বাবে দিলীপে শিখ বীৰৰ নিচিনা মূৰত পাগুৰি হাতত লোৰ খাৰু আৰু দাঢ়ি ৰাখিছিল। গুৰু নানক, গুৰু গোবিন্দ, গ্ৰন্থচাহেবৰ কথা তেওঁ জানিছিল আৰু কৈ গৌৰৱ বোধ কৰিছিল।

দিলীপ দেউতাকৰ পৰম বিশ্বাসী আৰু খেতি-বাতি ঘৰ-দুৱাৰ চোৱা

সকলো দায়িত্ব দিলীপৰ ওপৰত। ওচৰৰে কন্দলী মৌজাত থকা তেওঁ-লোকৰ পতিত মাটিত এবাৰ দিলীপে পাম পাতি খেতি কৰিবলৈ যাওঁতে ওচৰৰ গাঁৱৰ কিছুমান মানুহৰ লগত কাজিয়াৰ সূত্ৰপাত হ'ল আৰু দিলীপক এটা ঘৰত বন্ধ কৰি থলে। খবৰ পাই ৰাতিয়ে ৰবিলাল ভূঞাই দলবল লৈ গৈ দিলীপক উদ্ধাৰ কৰি লৈ আহিল। এই ঘটনাই পিছত আদালত পালেহি। বিচাৰত দিলীপ আৰু উদ্ধাৰকাৰীসকলক দোষী অভিযুক্ত কৰি ২৫-ৰপৰা ৫০ টকালৈকে জৰিমনা কৰিলে। এই মোকৰ্দমাত আৰ্থিক ক্ষতি হ'লেও ৰবিলাল ভূঞাৰ সান্ত্বনা যে তেওঁ ভায়েক দিলীপক দুৰ্বৃত্তৰ হাতৰপৰা উদ্ধাৰ কৰিব পাৰিলে।

চহৰৰ গাতে লগা খনাজানৰ ওচৰত শিয়ালমাৰী টুপটো তেওঁলোকৰ খেতিৰ মাটি আছিল। এদিন ৰবিলাল ভূঞাই কছাৰীৰপৰা আহি শুনিলে শিয়ালমাৰী টুপৰ ধান দিনতে কটা হৈছে, অনাহে হোৱা নাই। কথাষাৰ শুনি অলপো নৰৈ তেওঁ কলং পাৰ পালেগৈ। এখন সৰু নাও নিজেই বাই লৈ যাবলৈ ওলাল। পিতৃৰ পিছে পিছে সূৰ্য্যকুমাৰ। এই সন্ধিয়াখন বোজাই নাৱত অনানিয়া কৰিবলৈ পিতৃৰ সত্ নগ'ল। সূৰ্য্যকুমাৰক ঘৰলৈ পঠিয়াই দিলে। কিন্তু তেওঁ উভতি নাহিল। পাৰত থিয় হৈ চকুৰে দেখালৈকে পিতৃৰ নাওখনিলৈ চাই ৰৈ থাকিল। সন্ধ্যা লাগিল, আকাশত তৰা ওলাল। দূৰত উভতি অহা পিতৃৰ কণ্ঠস্বৰ আৰু আওৱাই অহা সৰ্পিল গতিৰ বোজাই নাওখন দেখিহে মন শান্ত হ'ল। এয়েই পুত্ৰস্নেহ আৰু পিতৃভক্তি।

# ৫. শিক্ষা

## নগাঁও: প্ৰাথমিক শিক্ষা

নগাঁৱৰ সদৰ মজলীয়া স্কুলত সূৰ্য্যকুমাৰৰ বিদ্যাৰম্ভ হয়। গোলকচন্দ্ৰ চক্ৰৱৰ্তী সেই সময়ত স্কুলখনৰ প্ৰধান শিক্ষক। নিষ্ঠাবান শিক্ষক চক্ৰৱৰ্তী এগৰাকী ধাৰ্মিক আৰু দয়ালু লোক। ধনাই বৰা আৰু চন্দ্ৰনাথ শৰ্মা স্কুলখনৰ আন দুজন শিক্ষক। ধনাই বৰাৰ ঘৰ মঙগলদৈৰ ওচৰৰ চিপাঝাৰত আৰু চন্দ্ৰনাথ শৰ্মাৰ ঘৰ বজালীত।

'কবিতাৰ চন্দ্ৰিকা'ৰ কবি ধনাই বৰা কৃতী শিক্ষক। ধনাই বৰা সূৰ্য্যকুমাৰৰ ঘৰুৱা শিক্ষকো আছিল। তেওঁৰ শিক্ষাপ্ৰণালী আছিল মনোগ্ৰাহী। পদ্মনাথ গোহাঞীবৰুৱাৰ 'নীতি শিক্ষা'ৰ জৰিয়তে ধনাই বৰাই প্ৰথমতে সূৰ্যাকুমাৰক শিকাইছিল।

ধনাই বৰা ( ১৮৭২-১৯৫৬ ) গুৱাহাটী নৰ্মাল স্কুলৰ ছাত্ৰ। ১৮৯৩ খৃঃত তেওঁ নৰ্মাল পৰীক্ষাত উত্তীৰ্ণ হৈ নগাঁও সদৰ মজলীয়া স্কুলত শিক্ষাদান কাৰ্যত ব্ৰতী হয়। ১৯০৪ খৃঃলৈকে ১৪ বছৰকাল তেওঁ উক্ত স্কুলৰ শিক্ষক। প্ৰথমতে তেওঁৰ দৰমহা ১৫ টকা; পিচত ২০ টকালৈ বৃদ্ধি হয়। তেওঁৰ আত্মজীৱনী 'মোৰ জীৱন যাত্ৰাৰ কথা'ত নগাঁৱলৈ যোৱাৰ বিৱৰণ দিছে। ঘৰৰপৰা খোজকাঢ়ি গৈ চতুৰ্থ দিনতহে তেওঁ নগাঁও পাইছিল। নগাঁৱত লাভ কৰা বন্ধু-বান্ধৱসকলৰ ভিতৰত ৰবিলাল ভূঞা অন্যতম। সূৰ্য্যকুমাৰ ভূঞা বৰাৰ বৰ প্ৰিয় ছাত্ৰ। তেওঁৰ সৰুকালৰ কথা ৰোমন্থন কৰি বৰাই লিখিছে:

"সূৰ্যাকুমাৰ ভূঞাৰ মই শৈশৱৰ শিক্ষক আছিলোঁ। অকল স্কুলত পঢ়োৱাই নহয়, এওঁক মই ঘৰতো পঢ়াইছিলোঁ। এই সময়ত মই যে এওঁৰ শিক্ষক আছিলোঁ ই মোৰ জীৱনৰ এটি গৌৰৱৰ বিষয় বুলি মানি লৈছোঁ। ল'ৰা-কালতে এওঁ বৰ ধীৰ স্বভাৱৰ আছিল। বাল্যকাল-সুলভ চঞ্চলতাই এওঁৰ মন সম্পূৰ্ণৰূপে অধিকাৰ কৰিব পৰা নাছিল। বাজে কামত ফুৰা, কোনো সমনীয়া ল'ৰাৰ লগত মিলিবলৈ নিদিয়া পিতাৰ মূল্যবান আদেশ তেওঁ আখৰে

আখৰে পালন কৰিছিল। মোৰ সাহিত্য শিক্ষাদানত এওঁ ইমান মনোযোগী আছিল যে, মই আন এটা শ্ৰেণীত শিক্ষা দিওঁতেও এওঁ মনে মনে সেইফাললৈ নগৈ নোৱাৰিছিল। মুঠতে ক'বলৈ গ'লে, মনপুতি এওঁ সাহিত্য শিক্ষা লাভ কৰিছিল।"[১]

এই গৰাকী নিষ্ঠাবান শিক্ষাগুৰুৰ প্ৰতি সূৰ্য্যকুমাৰ ভূঞাৰ শ্ৰদ্ধা আছিল ওৰেটো জীৱন। প্ৰায় আঢ়ৈ কুৰি বছৰ পিছত ধনাই বৰাৰ প্ৰিয় ছাত্ৰ সূৰ্য্যকুমাৰ, ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা অসমৰ শিক্ষাবিভাগৰ অধিকৰ্তা, ডি. পি. আই.। বয়সো ভাটি দিছে। আৰু ধনাই বৰাৰ চুলিয়ে ৰূপালী বৰণ লৈছে, গাল-মুখ সোতোৰা-সোতোৰ, চকু গাতত সোমাইছে। এবাৰ কাৰ্যোপলক্ষ্যে ধনাই বৰা গুৱাহাটীলৈ আহিছিল। ডক্টৰ ভূঞা ছিলঙৰপৰা গুৱাহাটীলৈ অহা জানিব পাৰি বৰাই তেওঁৰ পুৰণি ছাত্ৰজনক দেখা কৰিবলৈ গ'ল। মনত এক সংকোচ ভাব লৈ বাৰান্দাত ভৰি দিলে। সাধাৰণ ধুতি-চোলা পিন্ধি ডক্টৰ ভূঞা বাৰান্দাতে বহি আছিল। তেওঁ বৰাক চিনিব নোৱাৰি বহা ঠাইৰপৰাই সুধিলে, "আপুনি কোন মই চিনিব পৰা নাই।"

"মই ধনাই বৰা।"

"যেই মোৰ নাম শুনিলে সেই মুহূৰ্ত্ততে উঠি আহি, মাটিত আঠু লৈ এওঁ মোক সেৱা জনালে। তাৰ পিছত যে আৰু কিমান আদৰ সম্ভাষণ। অতি সামান্য শৈশৱৰ শিক্ষক মই; মোৰ প্ৰতি এনে সন্মান প্ৰদৰ্শন! ই এইচেন উচ্চ পদপীৰ পুৰুষজনৰ পক্ষে কিমান যে গৌৰৱবৰ্ধক, শুনোতা বা পঢ়োতা-সকলৰ পক্ষে কিমান যে হৃদয়ৰঞ্জক, এবাৰ ভাবি চাবলগীয়া, মোৰ বংশধৰ-সকলৰ পক্ষে ই শিক্ষাৰ এটা উচ্চতম আদৰ্শ হ'ব বুলি ভাবি, মোৰ এই ক্ষুদ্ৰ জীৱন কথাত ইয়াক মই লিপিবদ্ধ কৰি ৰাখিলোঁ।"[১]

বৰাই প্ৰথমতে থাকিবলৈ টান পাইছিল যদিও ডক্টৰ ভূঞাই তেওঁক আদৰ অভ্যৰ্থনা কৰি ৰাখিলে। যাবৰ সময়ত নিজেই ফেৰীৰে ব্ৰহ্মপুত্ৰ পাৰ কৰি বাছত তুলি দি আহিল।

## নগাঁও চৰকাৰী হাইস্কুল

সূৰ্য্যকুমাৰে প্ৰথমতে ইংৰাজী শিক্ষা লাভ কৰিছিল নগাঁও চৰকাৰী হাইস্কুলত। ১৯০১ খৃঃত তেওঁ নগাঁও চৰকাৰী হাইস্কুলৰ অষ্টমমান শ্ৰেণীত

১। ধনাই বৰা: মোৰ জীৱন যাত্ৰাৰ কথা, ৭, ২৫—২৬

(বৰ্ত্তমান পঞ্চম মান) ভৰ্তি হ'ল। এইখন স্কুলতে পঢ়ি দেউতাকেও এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈছিল।

সূৰ্য্যকুমাৰ নগাঁও হাইস্কুলত পঢ়া সময়ত প্ৰধান শিক্ষক ৰাজেন্দ্ৰনাথ দত্ত। এবছৰ পিছত তাৰাশংকৰ ভট্টাচাৰ্য প্ৰধান শিক্ষক হ'ল। কলাকটা সত্ৰৰ যোগেশ্বৰ মহন্ত আৰু জখলাবন্ধা সত্ৰৰ ধৰ্মেশ্বৰ গোস্বামী, চেনীৰাম ডুৱৰা, প্ৰমদাচৰণ বেনাৰ্জী, তাৰানাথ চক্ৰবৰ্ত্তী, সংগীৰাম বৰা, চাহাবুদ্দিন আহমেদ প্ৰভৃতি হাইস্কুলৰ আন শিক্ষাগুৰু।

চাহাবুদ্দিন আহমেদে এদিন শ্ৰেণীত বিলাতৰ বৰ্ণনা দি শেষত ছাত্ৰসকলক সুধিলে কোন কোন বিলাতলৈ যাবলৈ ইচ্ছা কৰে। আন কোনো ছাত্ৰ থিয় নহ'ল, থিয় হ'ল মাত্ৰ সূৰ্য্যকুমাৰ আৰু গোলোককান্ত বৰদলৈ। তেতিয়া তেওঁলোক সপ্তমমান শ্ৰেণীৰ ছাত্ৰ। দহবছৰ বয়সতে এনেদৰে মনৰ মাজত পোষণ কৰিছিল বিলাতলৈ যোৱাৰ সপোন। গোলোককান্ত ৰজনীকান্ত বৰদলৈৰ পুত্ৰ।

নগাকোঁৱৰৰ নাট্যকাৰ কমলানন্দ ভট্টাচাৰ্য, বীৰেন মহন্ত প্ৰভৃতি সূৰ্যাকুমাৰৰ স্কুলীয়া সহপাঠী। ৰোহিণীকুমাৰ চৌধুৰীও সেইসময়ৰ নগাঁও হাইস্কুলৰ ছাত্ৰ। চৌধুৰীৰ পিতৃ কালিৰাম চৌধুৰী তেতিয়া নগাঁৱত ই. এ. চি.। ৰোহিণীকুমাৰ চৌধুৰীয়ে পিছত অসমৰ শিক্ষামন্ত্ৰীৰ পদ লাভ কৰিছিল।

হাইস্কুলত পঢ়া কালছোৱাত হলিৰাম ভূঞা আছিল সূৰ্য্যকুমাৰৰ ঘৰুৱা শিক্ষক। তেওঁ সূৰ্য্যকুমাৰ, শৰৎ বৰদলৈ আৰু ৰত্নকান্ত বৰকাকতীক চন্দ্ৰকুমাৰ বৰুৱাৰ ঘৰত একেলগে একেখন মেজতে পঢ়াইছিল। পঢ়ি উঠি কেতিয়াবা হেনো সূৰ্য্যকুমাৰ আৰু বৰকাকতীয়ে কাজিয়াও কৰে। অৱশ্যে এই কাজিয়া খন্তেকীয়া। হলিৰাম বৰুৱাই মাজে মাজে তেওঁলোকক চেকনিৰ আগত বিদ্যা এই কথাফাঁকিৰ সোৱাদ দিয়ে। সেই স্মৃতি ৰোমন্থন কৰি ডক্টৰ ভূঞাই লিখিছে—"হলিৰাম বৰুৱাই আমাৰপৰা কাম আদায় কৰিব জানিছিল। মাজে মাজে শাৰীৰিক শাস্তি দিবলৈকো নেৰিছিল। আমি সেই দোখ তেওঁৰ বেতডাল লুকুৱাই থৈছিলোঁ আৰু মাজে মাজে পঢ়া ঠাইলৈ নহাকৈয়ো আছিলোঁ। 'পলৰীয়া ল'ৰাই পঢ়াশুনা কৰিব নোৱাৰে' এই বাক্যৰ মাতি তেওঁ আমাক ইংৰাজীলৈ তৰ্জমা কৰিবলৈ

কৈছিল। এইস্থলত, "চাৰে আমাকেহে কৈছে", বুলি আমি প্ৰতিবাদ কৰিছিলোঁ। ওচৰত থকা বসন্তকুমাৰ বৰ অজলা আৰু নিৰ্জু প্ৰকৃতিৰ ল'ৰা আছিল, তেওঁক জোকাই আমি তিনিও বৰ ৰং পাইছিলোঁ।"২

ৰত্নকান্ত বৰকাকতীৰ ঘৰত মতা নাম চিত্ৰ। কোনো কোনোৱে তেওঁক চিত বুলি মাতে। সূৰ্য্যকুমাৰেও চিত্ৰ বুলিয়ে মাতিছিল। দুয়োৰে মাজত গঢ়ি উঠা বন্ধুত্বৰ ঘাই কাৰণ: "মই তেওঁক কনিষ্ঠ ভাইৰ দৰে মৰম কৰিছিলোঁ। এই চেনেহৰ মূল সূত্ৰ আছিল আমি দুয়ো মাতৃহীন বালক, মাউৰা। আনে হেজাৰেকি মৰম নকৰক মাতৃ নহ'লে সকলো অসাৰ; এই কথা আমি দুয়ো ভালকৈ উপলব্ধি কৰিছিলোঁ। এই বিষয়ে নিজৰ অন্তৰৰ বেদনা অভিজ্ঞতাৰ বিষয়ে সদায় কথা পাতিছিলোঁ। অন্য ল'ৰা-ছোৱালীৰ মাকে সন্তানক মৰম কৰা দেখিলে আমাৰ অন্তৰৰ শোক দুগুণে জ্বলিবলৈ ধৰিছিল। এইদৰে সমবেদনাৰ সংযোগতে চিত্ৰ আৰু মোৰ অন্তৰৰ বান্ধ বৰ প্ৰগাঢ় হৈ উঠিছিল।"২

সৰুকালৰেপৰা ৰত্নকান্ত আৰু সূৰ্য্যকুমাৰ সাহিত্য চৰ্চাৰ প্ৰধান সহযোগী। স্কুলত পঢ়োতে তেওঁলোকে শ্ৰীশংকৰদেৱৰ তিথি, আনন্দৰাম বৰুৱাৰ সোঁৱৰণী সভা আদি পাতিছিল। আনন্দৰাম বৰুৱাৰ প্ৰতিভা আৰু পাণ্ডিত্যৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা নিচেই সৰুকালৰেপৰা।

সত্যনাথ বৰাৰ সম্পাদনাত গুৱাহাটীৰপৰা প্ৰকাশিত দ্বিতীয় খণ্ড 'জোনাকী'ত সাঁথৰৰ শুদ্ধ উত্তৰ দিওঁতাসকলৰ তালিকাত সূৰ্য্যকুমাৰ ভূঞাৰ নামটো ছপা হৈ ওলোৱাত তেওঁৰ মনত যে কিমান আনন্দ! দেউতাকে 'জোনাকী'ত ছপা হোৱা নামটো আগ্ৰহেৰে আনক দেখুৱাইছিল।

ব'ৰাগীয়ে সুৰ ধৰি গোৱা 'ফুলকোঁৱৰ' আৰু 'মণিকোঁৱৰ'ৰ গীত প্ৰথম শুনিছিল নগাঁৱতে। পিছ জীৱনত 'বৰফুকনৰ গীত' সংগ্ৰহ কৰাৰ প্ৰেৰণা লাভ কৰিছিল এই গীতৰপৰা।

সৰুকালৰেপৰা সূৰ্য্যকুমাৰক আকৰ্ষণ কৰিছিল ভাওনাই। এই ভাওনা চোৱাৰ সুযোগ লাভ কৰিছিল সুতাৰ গাঁৱৰ নামঘৰত। ইয়াতে তেওঁৰ মাহীমাক মইনা ভূঞাৰ ঘৰ। মোমায়েক কালিনাথ বৰুৱা বাখৰ বৰাৰ

২. ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা: স্বৰ্গীয় ৰত্নকান্ত বৰকাকতী।

বংশধৰ। কালিনাথ বৰুৱাৰ ঘৰতে আছিল ভালেমান সাঁচিপতীয়া পুথি। 'পাদশ্বাহ বুৰঞ্জী'কে আদি কৰি সাঁচিপতীয়া পুথি চোৱাৰ প্ৰথম সুযোগ সূৰ্য্যকুমাৰে ইয়াতে লাভ কৰিছিল। ইয়াতে ল'গ পাইছিল মানৰ দিনৰ মানুহ, এগৰাকী এশ বছৰীয়া বুঢ়া তিপৌবাই। মানৰ আক্ৰমণৰ সময়ত তিপৌবাই দেখনিয়াৰ গাভৰু। মাকে তেওঁক মুখত নানান ছাই কাজল সানি দেখিবলৈ আপচু কৰি মানৰ সৰ্বনাশী দৃষ্টিৰপৰা ৰক্ষা কৰিছিল।

এদিন কলিয়াবৰৰপৰা তেওঁলোকৰ ঘৰলৈ প্ৰায় কুৰি মাইল বাট খোজ কাটি আহিছিল মানৰ দিনৰ এগৰাকী ছয় কুৰি বছৰীয়া বৃদ্ধা। তেওঁ মান সৈন্য বাটাৰে কিৰিলি পাৰি হাতত খোলা তৰোৱাল লৈ যোৱা দূৰৰপৰা দেখিছিল।

ফৌজদাৰী পটিতে আছিল এগৰাকী ইছলামধৰ্মী তিৰোতা লিকিৰাণী বুঢ়ী। ধপাত খোৱা মানুহক তিকিৰা বোলা বাবেহে তেওঁৰ নাম লিকিৰাণী বুঢ়ী। চাৰি কুৰি পোন্ধৰ বছৰীয়া এই গৰাকী বুঢ়ীও মানৰ দিনৰ। মানৰ তিনিওটা আক্ৰমণৰ কথাকে বুঢ়ীয়ে ক'ব পাৰিছিল। বুঢ়ীৰ মুখতেই শুনিছিল মান সৈন্যই অসমীয়া মানুহক চাঙত তুলি পুৰি মৰাৰ (ভাগ দিয়া) কথা। চাক্ষুষ দৰ্ষ্টাৰ উপৰিও মানৰ দিনৰ হৃদয় বিদাৰক বহুতো কাহিনী শুনিছিল আনৰপৰা।

দেৱনাথ বৰদলৈ এগৰাকী প্ৰখ্যাত নাট্যকাৰ (১৮৭১ ১৯২২)। তেওঁৰ 'হেমপ্ৰভা' মানৰ আক্ৰমণৰ পটভূমিত ৰচিত নাট। নগাঁৱৰ প্ৰখ্যাত আইনজীৱি জানকীনাথ সেনৰ ঘৰৰ চোৰদত মঞ্চ সাজি এইখন নাটৰ অভিনয় কৰিছিল। নিচেই সৰু কালতে সূৰ্য্যকুমাৰ ভূঞাই এইখন নাটকৰ অভিনয় চোৱাৰ সুযোগ পাইছিল।

দেৱনাথ বৰদলৈ 'বঙাল বঙালনী' (১৮৭১ খ্ৰীঃ) নাটকৰ নাট্যকাৰ ৰুদ্ৰনাথ বৰদলৈৰ (১৮৩৬-১৮৯৯) পুত্ৰ। ৰুদ্ৰনাথ বৰদলৈৰ আন এখন গ্ৰন্থ 'ৰত্নমণি'।

## আগৰৱালা আৰু বৰদলৈৰ সান্নিধ্য

সূৰ্য্যকুমাৰ ভূঞা নগাঁও হাইস্কুলত পঢ়া সময়তে আনন্দচন্দ্ৰ আগৰৱালা নগাঁৱত পুলিচৰ বিষয়া। দেউতাকৰ কলেজীয়া দিনৰ অন্তৰংগ বন্ধু

আগৰৱালা তেতিয়া খ্যাতনামা সাহিত্যিক। আগৰৱালাৰ বাসস্থান ফৌজদাৰী পট্টিৰ তেওঁলোকৰ ঘৰৰ ওচৰতে। প্ৰায়ে দেউতাকৰ সৈতে বহি বহি সাহিত্য চৰ্চা কৰি কলিকতীয়া দিনৰ নানান কথা পাতি থাকে। অসমীয়া ভাষা সাহিত্যৰ কথা জানিবলৈ প্ৰথম অনুৰাগ ওপজে তেওঁলোকৰ আলোচনা শুনি শুনিয়ে। আগৰৱালাৰ ঘৰত থকা পুথি-ভঁৰালতে তেওঁ পোনতে 'জোনাকী' 'বিজুলী' আদি আলোচনী পঢ়িবলৈ সুযোগ লাভ কৰে। ইয়াতেই তেওঁ পঢ়িবলৈ পাইছিল গুণাভিৰাম বৰুৱা ৰচিত 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত' গ্ৰন্থখনি। আনন্দৰাম ঢেকিয়াল ফুকনৰ অকাল আৰু কৰুণ মৃত্যুৰ কথা তেওঁ বুঢ়ী আইতাকৰপৰা জানিব পাৰিছিল। নগাঁৱতে থকা সময়ত গুণাভিৰাম বৰুৱাৰ বাসস্থানো আছিল তেওঁলোকৰ ঘৰৰ ওচৰতে।

সেই সময়ৰ নগাঁৱৰ উচ্চপদস্থ চৰকাৰী বিষয়া ঔপন্যাসিক ৰজনীকান্ত বৰদলৈৰো বাসস্থান আছিল তেওঁলোকৰ ঘৰৰ ওচৰতে। বৰদলৈ তেওঁৰ পিতৃৰ কলেজীয়া কালছোৱাৰ বন্ধু। দুয়ো লগ হ'লেই ভাষা সাহিত্যৰ আলোচনাৰপৰা অসমীয়া ভাষা উন্নতি সাধিনী সভা, কলিকতীয়া দিনৰ ৰসাল আলোচনাত আপোন পাহৰা হৈ পৰে। চাহ-তামোল যোগোৱাৰ চলতে আলেঙে আলেঙে থাকি স্কুলীয়া ছাত্ৰ সূৰ্য্যকুমাৰে এনেবোৰ আলোচনাৰ ভাগ লয়। তেতিয়া প্ৰকাশ হোৱা বৰদলৈৰ 'মিৰি জীয়ৰী' আৰু 'মনোমতী' দুয়োখন উপন্যাসকে তেওঁ মনোযোগেৰে পঢ়িছিল। সাহিত্য চৰ্চাৰ বাবে তেওঁক প্ৰেৰণা যোগোৱা ব্যক্তিসকলৰ ভিতৰত বৰদলৈ অন্যতম। বৰদলৈৰ পুত্ৰ গোলোককান্ত বৰদলৈ তেওঁৰ অন্তৰংগ বন্ধু সহপাঠী। ঢাকা বিশ্ববিদ্যালয়ৰপৰা আই. এ. পৰীক্ষা দিয়াৰ পিছতে তেওঁ মৃত্যু বৰণ কৰিলে। ভূঞাৰ 'মহাত্মা গোপালকৃষ্ণ গোখলে' গ্ৰন্থ এইজনা সহপাঠী বন্ধুৰ নামত উছৰ্গা কৰিছিল।

পুথিবচা সমিতিৰ চেক্ৰেটাৰী চন্দ্ৰহাস ভূঞাৰ ঘৰ তেওঁলোকৰ ঘৰৰ ওচৰতে আৰু চন্দ্ৰহাস ভূঞাৰ পুত্ৰ বসন্তকুমাৰ সূৰ্য্যকুমাৰৰ স্কুলীয়া বন্ধু। চন্দ্ৰহাস ভূঞাৰ ঘৰৰ প্ৰতি তেওঁৰ প্ৰধান আকৰ্ষণ ঘৰুৱা পুথি-ভঁৰালটো। চন্দ্ৰহাস ভূঞা এগৰাকী মেধাবী ছাত্ৰ। তেওঁ হেনো স্কুলৰ আঠবছৰীয়া

পাঠ্যক্রম তিনি বছৰতে শেষ কৰিছিল। ১৯০৫ খৃঃত মাত্র ৩৫ বছৰ বয়সতে এইগৰাকী প্রতিভাবান পুৰুষৰ মৃত্যু হয়।

স্কুলীয়া কালছোৱাতে সূৰ্য্যকুমাৰ ভূঞাই পঢ়াশুনা আৰু সাহিত্য চৰ্চা কৰাৰ এক অনুকূল পৰিবেশ লাভ কৰিছিল। ৰূপৰ চামুচ মুখত লৈ জন্মগ্রহণ নকৰিলেও উনবিংশ শতিকাত জন্ম লাভ কৰা কেই গৰাকী কৃতী পুৰুষৰ এনে অনুকূল পৰিবেশ লাভ কৰাৰ সৌভাগ্য ঘটিছিল। সুযোগ গ্ৰহণ কৰি নিজৰ জীৱনক গঢ় দিব পৰাতো সূৰ্য্যকুমাৰৰ কৃতিত্ব।

## ছিলং চৰকাৰী হাইস্কুল

১৮৭৪ খৃঃৰপৰা অসম বংগদেশৰপৰা পৃথক কৰি চীফ কমিচনাৰৰ শাসনলৈ অনা হয়। কৰ্ণেল কিটিং অসমৰ প্ৰথম চীফ কমিচনাৰ। কৰ্ণেল হপ্ কিনচন অসমৰ শেষ কমিচনাৰ। কৰ্ণেল কিটিং চাহাবে ১৮৭৪ খৃঃত ছিলঙত নতুনকৈ সচিবালয় ( চেক্ৰেটাৰীয়েট ) স্থাপন কৰি লক্ষ্মীলাল বৰুৱাক হেড ক্লাৰ্ক নিযুক্ত কৰিছিল। লক্ষ্মীলাল বৰুৱা কণকলাল বৰুৱাৰ পিতৃ।

ছিলঙ পাহাৰলৈ অহাযোৱা কৰা বাহন গৰুগাড়ী। গৰু আৰু ঘোঁৰাৰ গাড়ীৰে ছিলঙ পাবলৈ দুই তিনিদিন লাগিছিল। ছিলঙত 'গাড়ীখানা' নামেৰে যিডোখৰ ঠাই পোৱা যায় সেইডোখৰ ঠায়ে আছিল ছিলঙত গাড়ী ৰখা ঠাই বা ষ্টেচন। গুৱাহাটীৰ ষ্টেচন আছিল চেনিকুঠিত।

১৮৯৬ খৃঃত ছিলঙত অসম ক্লাবৰ জন্ম। লক্ষ্যেশ্বৰ শৰ্মা ক্লাবৰ প্ৰথম সম্পাদক। মিলিয়েম ষ্টেটৰ খাছী ৰজাই লাবানৰ সোঁমাজতে অসম ক্লাবক মাটি ডোখৰ দিছিল। ১৯০০ খৃঃত ৪৮৫ টকা ১৪ অনা খৰছ কৰি ক্লাবৰ প্ৰথম ঘৰটো সাজিছিল।

১৯০৪ খৃঃৰপৰা ৰবিলাল ভূঞাৰ কৰ্মক্ষেত্ৰ সলনি হ'ল ছিলঙৰ সচিবালয়লৈ। তেওঁ কাম কৰিছিল ৰেভিনিউ আৰু জুডিচিয়েল বিভাগত। ছিলঙত তেওঁৰ কাৰ্যকাল ৮ বছৰ।

১৯০৫ খৃঃৰ অক্টোবৰৰপৰা অসমক পূৰ্ববংগৰ লগত লগ কৰিছিল যদিও এই ব্যৱস্থা দীৰ্ঘস্থায়ী নাছিল। ১৯১২ খৃঃৰ ১ এপ্ৰিলৰপৰা পুনৰ অসম চীফ কমিচনাৰৰ শাসনাধীন সুকীয়া প্ৰদেশ স্বৰূপে শাসন কৰা হয়। চীফ কমিচনাৰ চাৰ আৰ্চডেল আৰ্ল। সেই সময়তে গঠন কৰা হয় অসম কাউন্সিল।

১৯০৩ খৃঃৰ ২০ নবেম্বৰত আসাম এচোছিয়েচনৰ জন্ম। আসাম এচোছিয়েচন সুসংগঠিত, সক্রিয় আৰু সচেতন ৰাজনৈতিক অনুষ্ঠান। সুদীৰ্ঘ কাল ধৰি আসাম এচোছিয়েচনে অসমৰ ৰাজনৈতিক চিন্তা চৰ্চাৰ অবিয়া ধৰিছিল যদিও আদিতে ঔপনিবেশিক শাসনৰ প্ৰতি আছিল আনুগত্য। The Rules of the Assam Association-ৰ Object-ত সেই কথা স্পষ্ট:

"Object: The object of the Association is to give its loyal support to the British Government to ameliorate the condition generally of the people of Assam by taking up social, commercial and economical questions and to ventilate their just grievances or to take such measures as may lead to their removal."

১৯০৪ খৃঃৰ অক্টোবৰ মাহত সূৰ্য্যকুমাৰ ভূঞা ছিলং চৰকাৰী হাইস্কুলৰ পঞ্চমমান (বৰ্তমান ষষ্ঠমান) শ্ৰেণীত ভৰ্তি হ'ল। পল' গ্ৰাউণ্ডৰ ওচৰত হানেং উমখ্ৰাত (Haneng Umkhra) আছিল কিছুমান সৰু সৰু ভাৰা ঘৰ। ঘৰৰ ভাৰা দুটকা। ইয়াত বাস কৰা সৰহভাগ লোক নিম্ন-আয়ৰ যদিও, তেওঁলোকৰ মাজত মিলা-প্ৰীতি আৰু সৌহাৰ্দ্য বৰ বেছি। ইয়াৰে এটা ভাৰাঘৰত বাস কৰিছিল ৰবিলাল ভূঞা। কামাখ্যানাথ ঠাকুৰৰ পিতৃ ৰত্নেশ্বৰ ঠাকুৰ এই হানেং উমখ্ৰাৰ ভাৰাঘৰতে বাস কৰা এজন অসমীয়া লোক।

ছিলঙ হাইস্কুলত অসমীয়া, বঙালী, খাচী, গোৰ্খা আদি বিভিন্ন সম্প্ৰদায়ৰ ছাত্ৰ। ৰেভাৰেণ্ড জন কেৰেডিক ইভেনচ্ (Rev. John Ceredic Evens) ছিলঙ হাইস্কুলৰ প্ৰধান শিক্ষক। তেওঁ ইংৰাজীৰ উপৰিও সপ্তাহত এদিনকৈ বাইবেল পঢ়ায়। বহুতো গোড়া হিন্দু ছাত্ৰই বাইবেলৰ ক্লাচ নকৰে যদিও সূৰ্য্যকুমাৰ নিয়মীয়া ছাত্ৰ। তেওঁৰ উদ্দেশ্য বাইবেল ক্লাচৰ জৰিয়তে ইভেনৰপৰা ইংৰাজী আৰু খৃষ্টানধৰ্ম সম্পৰ্কে জ্ঞান অৰ্জন কৰা। সূৰ্য্যকুমাৰ সময়ে সময়ে পুলিচ বজাৰৰ প্ৰেছবেটেৰিয়ান চাৰ্চ আৰু লাইমুখ্ৰাৰ ৰোমান কেথলিক চেপেলৰ প্ৰাৰ্থনাত যোগ দিছিল।

ৰেভাৰেণ্ড ইভেনৰ পুত্ৰ পেৰী সূৰ্য্যকুমাৰৰ সহপাঠী বন্ধু। প্ৰফুল্লচন্দ্ৰ চাটাৰ্জী (পদাৰ্থ বিজ্ঞানৰ এম. এ.), শশীমোহন চৌধুৰী, জ্ঞানেন্দ্ৰমোহন সেনগুপ্ত, অবিনাশ চক্ৰবৰ্তী বিদ্যাৰত্ন, পণ্ডিত শশধৰ তৰ্কচূড়ামণি, ইউ চাচা

থাম, ইউ হবিচন ৰয়, ছিলঙ চৰকাৰী হাইস্কুলৰ আন আন কৃতী শিক্ষক। বিখ্যাত খাছী কবি ইউ চাচা থামৰ সূৰ্য্যকুমাৰ মৰমৰ ছাত্ৰ। পিছত তেওঁৰ কবিতাৰ পাতনি সূৰ্য্যকুমাৰে লিখিব লগা হৈছিল।

ছিলঙ চৰকাৰী হাইস্কুলৰ পুথি-ভঁৰালটো ভালেমান ইংৰাজী গ্ৰন্থৰে ভৰা। এই ইংৰাজী গ্ৰন্থসমূহে তেওঁৰ জ্ঞানৰ ভঁৰাল আৰু মনৰ দিগন্ত প্ৰসাৰিত কৰিছিল। প্ৰকৃততে সূৰ্য্যকুমাৰে ইংৰাজী সাহিত্যৰ সোৱাদ লাভ কৰিলে ছিলঙ চৰকাৰী হাইস্কুলৰ ছাত্ৰ থকা কালছোৱাতে। এই কাল-ছোৱাকে তেওঁৰ জীৱনৰ 'টাৰনিং পয়েন্ট' বুলি ক'ব পাৰি।

সূৰ্য্যকুমাৰৰ মনৰ খোৰাক যোগাব পৰা আনটো পুথি-ভঁৰাল হৈছে ছিলঙৰ ৰাজহুৱা পুথি-ভঁৰাল। Journal of the Asiatic Society of Bengal, Oriental Journal, অৰুনোদই আদি আলোচনী তেওঁ প্ৰথমতে ইয়াতে পঢ়িবলৈ পাইছিল। ১৯০৬ খ্ৰীঃত চাৰ এডৱাৰ্ড গেইটৰ বুৰঞ্জীখন প্ৰকাশ পায়। উক্ত আলোচনীসমূহত প্ৰকাশিত বুৰঞ্জী বিষয়ক প্ৰবন্ধ আৰু গেইটৰ বুৰঞ্জীয়ে আছিল সূৰ্য্যকুমাৰৰ বুৰঞ্জী চৰ্চাৰ প্ৰতি আকৰ্ষণৰ আদি মূলস্বৰূপ। ছিলঙৰ ৰাজহুৱা পুথি-ভঁৰালত আলমাৰী আৰু চেলফৰ পৰা পাঠকে নিজেই কিতাপ বাচি বিচাৰি ল'ব পাৰিছিল। ইয়াৰ ফলত বহুতো মূল্যবান গ্ৰন্থ তেওঁ নিজ চকুৰে চোৱাৰ সুযোগ পাইছিল।

দেউতাকৰ বন্ধু শিৱচৰণ ভট্টাচাৰ্য্যই সূৰ্য্যকুমাৰক এখন The Globe Edition of Oliver Goldsmith's Works ( Ed. David Masson ) উপহাৰ দিছিল। দিনে-নিশাই পঢ়ি তেওঁ গ্ৰন্থখনি শেষ কৰিছিল।

চাহাবুদ্দিন মহম্মদ তালিচে অসম সম্পৰ্কে এটি প্ৰবন্ধ লিখিছিল। প্ৰবন্ধটো 'পাৰ্চিয়ান একাউন্ট অৱ আসাম' নাম দি মিঃ হেনৰি ব্লকমেনে 'জাৰ্নেল অৱ দি এচিয়াটিক চোচাইটি অব বেংগল'ত ( ১৮৭২ ) প্ৰকাশ কৰিছিল। সূৰ্য্যকুমাৰ ভূঞাই প্ৰবন্ধটো অসমীয়ালৈ ভাঙনি কৰিছিল।

ৰায়চাহেব গোপালচন্দ্ৰ বৰুৱা হানেং উমখ্ৰাৰ বাসিন্দা, ওচৰ চুবুৰীয়া। চাৰ এডৱাৰ্ড গেইটৰ বুৰঞ্জী ৰচনাত বৰুৱা আছিল সৌহাতস্বৰূপ। আহোম বুৰঞ্জীৰ বিষয়ে বৰুৱাৰ জ্ঞান গভীৰ আৰু বিস্তৃত। সূৰ্য্যকুমাৰৰ বুৰঞ্জী চৰ্চাৰ প্ৰতি আগ্ৰহ দেখি আহোম বুৰঞ্জী সম্পৰ্কে বৰুৱাই তেওঁক ভালেখিনি কথা শিকাইছিল। বৰুৱাৰ পুত্ৰ বিপিনচন্দ্ৰ বৰুৱা ভূঞাৰ সহপাঠী।

জনপ্ৰিয় অভিধান The Pronouncing Anglo-Assamese Dictionary ৰচক বুদ্ধীন্দ্ৰনাথ দিলিহিয়াল ভট্টাচাৰ্য হানেং উমখ্ৰাৰ আন এগৰাকী বিশিষ্ট বাসিন্দা। ১৯০২ খৃঃত তেওঁ জগন্নাথ বৰুৱাৰ লগত সপ্তম এডৱাৰ্ডৰ অভিষেকত যোগ দিবৰ বাবে লণ্ডনলৈ গৈছিল। তেওঁৰপৰাও সূৰ্য্যকুমাৰে ভালেখিনি কথা জনাৰ সুযোগ পায়। বিশেষকৈ বিলাতৰ কথা শুনি মনৰ মাজতে ৰচিছিল বিলাতলৈ যোৱাৰ এঅৰা সপোন।

ছিলং ৰাজহুৱা পুথি-ভঁৰালত সান্নিধ্য লাভ কৰা আন এজন ব্যক্তি Budhism Primitive and Present শীৰ্ষক গ্ৰন্থৰ ৰচক ৰেভাৰেণ্ড ৰেজিনাল্ড ষ্টেফন গোপাল্সচটন।

সূৰ্য্যকুমাৰ ভূঞাই মনৰ দিগন্ত প্ৰসাৰিত কৰিছিল ছিলঙ চৰকাৰী হাই-স্কুলৰ ছাত্ৰ থকা কালছোৱাতে। বিশেষকৈ ইংৰাজী সাহিত্যৰ পঠন-পাঠনৰ বাবে ছিলং চহৰ আছিল তেওঁৰ বাবে 'অনুকূল ঠাই। ছাত্ৰাৱস্থাৰেপৰা তেওঁৰ মন অনুসন্ধিৎসু আৰু ইতিহাস চৰ্চাৰ প্ৰতি অধিক ঢাল খোৱা।

## ছিলঙত সাহিত্য চৰ্চা

সূৰ্য্যকুমাৰ ভূঞাই সাহিত্যিকস্বৰূপে আত্মপ্ৰকাশ কৰিলে ছিলং চৰকাৰী হাইস্কুলত পঢ়ি থকা কালছোৱাতে। তেওঁৰ প্ৰথম আত্মপ্ৰকাশ কবিস্বৰূপে। ইংৰাজী আৰু অসমীয়া দুয়োটা ভাষাতে তেওঁ কবিতা ৰচনা কৰিছিল। 'উষা'ত প্ৰকাশিত ( দ্বিতীয় বছৰ, সপ্তম সংখ্যা ১৯০৭ খৃঃত ) 'সু আৰু কু' সূৰ্য্যকুমাৰৰ প্ৰথম প্ৰকাশিত কবিতা। তেতিয়া তেওঁ তৃতীয়মান শ্ৰেণীৰ ছাত্ৰ ( বৰ্তমান অষ্টমমান )। তেতিয়া তেওঁ লিখিছিল সূৰ্য্যকুমাৰ দাস।

১৯০৬ খৃঃত পদ্মনাথ গোহাঞিবৰুৱাৰ সম্পাদনাত তেজপুৰত 'উষা'ৰ জন্ম। আলোচনীখনৰ আয়ুস পাঁচ বছৰ মাত্ৰ। সেই সময়ত গোহাঞি-বৰুৱাই লিখিছিল পদ্মনাথ বৰুৱা আৰু আনন্দচন্দ্ৰ আগৰৱালাই আনন্দ চন্দ্ৰগুপ্ত। 'উষা'ক কেন্দ্ৰ কৰি আত্মপ্ৰকাশ কৰা নতুন লিখকসকলৰ ভিতৰত আছিল দণ্ডিনাথ কলিতা, অম্বিকানাথ বৰা, দীননাথ মেধি, যতীন্দ্ৰনাথ দুৱৰা, শৈলধৰ ৰাজখোৱা প্ৰভৃতি।

তেজপুৰৰপৰাই ১৯০৯ খৃঃত ১৩১৬ চন কাতিৰপৰা প্ৰকাশ হৈছিল আন এখন মাহিলী আলোচনী 'আসাম বান্ধব'। তাৰানাথ চক্ৰবৰ্তী কাব্যবিনোদ

'আসাম বান্ধৱ'ৰ সম্পাদক, সহকাৰী সম্পাদক পণ্ডিত প্ৰতাপচন্দ্ৰ গোস্বামী। পিছত 'আসাম বান্ধৱ' ডিব্ৰুগড়ৰপৰা প্ৰকাশ হয়।

১৯০৯ খৃঃত (১৮৩১ শকৰ কাতি) ডিব্ৰুগডৰপৰা প্ৰকাশ হৈছিল আন এখন মাহেকীয়া কাকত 'আলোচনী'। প্ৰসন্নকুমাৰ বৰুৱা 'আলোচনী'ৰ সম্পাদক।

সেইবছৰবে অৰ্থাৎ ১৯০৯ খৃঃত (১৮৩১ শক আঘোন) লক্ষ্মীনাথ বেজবৰুৱাৰ সম্পাদনাত কলিকতাৰপৰা প্ৰকাশ হৈছিল মাহেকীয়া কাকত 'বাঁহী'।

'উষালৈ কেইটামান প্ৰশ্ন' সূৰ্য্যকুমাৰৰ 'উষা'ত প্ৰকাশিত দ্বিতীয় কবিতা (দ্বিতীয় বছৰ, অষ্টম সংখ্যা ১৯০৭ খৃঃত)। ইয়াৰ পিছৰ কালছোৱা সূৰ্য্যকুমাৰৰ কবিতা ৰচনাৰ পয়োভৰৰ কাল। সেইবছৰতে তেওঁ মাইকেল মধুসূদন দত্তৰ চতুৰ্দশপদী কবিতাৰ আৰ্হিত ৰচনা কৰিছিল এটি ইংৰাজী চনেট। এই কালছোৱাতে ৰচনা কৰা তেওঁৰ আন এটি কবিতা Princess Jaimatee and Langi Gadapani কবিতাটো The Times of Assam-ত (১৯০৮ খৃঃৰ ১৫ আগষ্ট) প্ৰকাশ হৈছিল। তেতিয়া তেওঁ প্ৰথমমান (দশম) শ্ৰেণীৰ ছাত্ৰ। কবিতাটোৰ তলত তেওঁৰ নাম Suryya Kanta Das Bhuyan, Shillong Nursery Hill, 1908.

'টাইমচ অব্ আসাম' ৰাধানাথ চাংকাকতীৰ সম্পাদনাত ১৮৯৫ খৃঃৰ ৫ জানুৱাৰীত ডিব্ৰুগডৰপৰা প্ৰকাশিত সাদিনীয়া ইংৰাজী কাকত। ১৯৪৭ খৃঃলৈকে সুদীৰ্ঘকাল কাকতখন প্ৰকাশ হৈছিল।

সূৰ্য্যকুমাৰ ভূঞাৰ ভালেমান কবিতা, গল্প আৰু প্ৰবন্ধ 'আসাম বান্ধৱ' (প্ৰথম বছৰ), 'আলোচনী' (প্ৰথম বছৰ) আৰু 'বাঁহী'ত (তৃতীয় বছৰ) প্ৰকাশ হয়। তৃতীয় আৰু চতুৰ্থ বছৰ 'উষা'ৰ তেওঁ ধাৰাবাহিকভাৱে লিখা নিয়মীয়া লিখক। উক্ত আলোচনীবোৰত প্ৰকাশিত ৰচনাত তেওঁৰ নাম সূৰ্য্যকুমাৰ ভূঞা, পূৰ্ববদৰে সূৰ্য্যকুমাৰ দাস বা সূৰ্য্যকান্ত দাস নহয়।

১৯০০ খৃঃত তেজপুৰৰপৰা অসমীয়া-ইংৰাজী দ্বিভাষিক আলোচনী 'অসম বন্তী' মথুৰামোহন বৰুৱাৰ সম্পাদনাত প্ৰকাশ হয়। কাকতখনৰ অসমীয়া খণ্ড ভিতৰি ভিতৰি সম্পাদনা কৰিছিল কমলাকান্ত ভট্টাচাৰ্য আৰু পদ্মনাথ গোহাঞিবৰুৱাই।

'অসম বন্তী'ৰ স্থানীয় বাতৰি শীৰ্ষক শিতানত ছিলঙৰপৰা বাতৰি পৰিবেশন কৰিছিল সূৰ্য্যকুমাৰ ভূঞাই। অকল সভা-সমিতিৰ সংবাদ পৰিবেশনতে সীমাবদ্ধ নাথাকি ছদ্মনামত পৰ্যালোচনা কৰিছিল নানান অভাব-অভিযোগ আৰু সমস্যাৰ কথা। ছিলং হাইস্কুলত কোনো অসমীয়া শিক্ষক নাছিল। সেই বিষয়ে তেওঁ 'অসম বন্তী'ত কেবাখনো চিঠি লিখিছিল, বাতৰি পৰিবেশন কৰিছিল। অসম ক্লাবৰ দুৰৱস্থা, বঙলা বিশ্বকোষ, শিক্ষা বিভাগৰ অসমীয়া শিক্ষাৰ প্ৰতি অৱহেলাৰ কথা তেওঁ 'অসম বন্তী'ত আলোচনা কৰিছিল। ১৯০৮ খৃঃৰ ১ জুনৰ 'অসম বন্তী'ত তেওঁ লিখিছিল :

"শিক্ষাবিভাগৰ অফিচৰপৰা দুখন আলোচনী, এখন বংগালী আৰু এখন অসমীয়া উলিয়াবৰ নিমিত্তে বন্দোবস্ত কৰিছে। বংগালীখনি উলিয়াই ভাল ফল পালেই অসমীয়াখনি উলিয়াব। অসমীয়াখনিৰ ভাষা কেনে হ'ব লাগে এই বিষয়ে এজন ভাষানুৰাগী চাহাবক সোধাত তেওঁ কৈ পঠিয়ালে বোলে নতুন আলোচনীৰ ভাষা 'উষাবন্তি'ৰ নিচিনা সংস্কৃতিয়া নকৰি অৰুনোদইৰ নিচিনা অসমীয়া কৰা উচিত; অসমীয়া ভাষাৰ প্ৰতি এনে আদৰ দেখুৱাব বুলি আশা কৰি গৱৰ্ণমেণ্টৰ নথৈ শলাগ আৰু এই চেলুতে এটি দয়ালু গৱৰ্ণমেণ্টক কোৱা হৈছে যেন তেওঁবিলাকে অসমীয়া সাঁচিপতীয়া পুথিবোৰ উদ্ধাৰিবৰ নিমিত্তে প্ৰাণপণে যত্ন কৰে। পুৰণি পুথি উদ্ধাৰ কৰা বৃটিছ ৰাজ্যৰ এটি সুকীয়া গুণ; এচিয়াটিক চোচাইটি প্ৰভৃতিয়ে তাৰ ফটফটীয়া প্ৰমাণ দেখুৱাইছে।"

ভূঞা ডাঙৰীয়াৰ সাঁচিপতীয়া পুথি উদ্ধাৰৰ প্ৰতি হেপাহ স্কুলীয়া দিনৰে পৰা। 'অসম বন্তী'ত পৰিবেশন কৰা বাতৰিতে সেই কথা স্পষ্ট। এণ্ট্ৰেন্স পৰীক্ষা দি উঠি আজৰি সময়ত তেওঁ ছিলঙ ৰাজহুৱা পুথিভঁৰালত থকা অসমীয়া বিবিধ আলোচনীত প্ৰকাশিত অসম বুৰঞ্জী বিষয়ক প্ৰবন্ধ আৰু প্ৰকাশিত ইংৰাজী অসমীয়া বিবিধ আলোচনীত প্ৰকাশিত অসম বুৰঞ্জী বিষয়ক প্ৰবন্ধ আৰু প্ৰকাশিত ইংৰাজী অসমীয়া বুৰঞ্জীসমূহ অধ্যয়ন কৰি ৰচনা কৰিলে 'আহোমৰ দিন' নামৰ পুথি এখনি। তেওঁ কটন কলেজত আই. এ. পঢ়া সময়ত 'উষা'ত (চতুৰ্থ বছৰ, ১৯১১) ধাৰাবাহিকভাৱে এটি সংখ্যাত ছপা হৈ ওলায়।

অসম ক্লাবত অনুষ্ঠিত শঙ্কৰদেৱৰ সোঁৱৰণি সভাত তেওঁ শ্ৰীশঙ্কৰদেৱৰ বিষয়ে ৰচনা আৰু কবিতা পাঠ কৰিছিল।

সূৰ্য্যকুমাৰ ভূঞা ছিলঙত পঢ়া সময়ত অন্তৰঙ্গ বন্ধু ৰত্নকান্ত বৰকাকতী ছিলঙলৈ আহি তেওঁলোকৰ লগতে থাকে। সেউজীয়া সবল গছৰ তলে তলে ঘুৰি-ফুৰি দুয়ো বন্ধু হৈ পৰে আত্মহাৰা। দুয়োৰে থাই আলোচনীৰ বিষয় স্বৰচিত কবিতা প্ৰবন্ধৰ কথা। সূৰ্য্যকুমাৰ ভূঞা নগাঁৱলৈ আহিলেও বৰকাকতীৰ সৈতে কলঙ পাৰৰ সেউজীয়া থাঁহনি ডৰাত বহি বহি কাব্য-চৰ্চাত দুয়ো হৈ পৰে আপোনপাহৰা। কেতিয়াবা তেওঁলোকৰ লগ লয়হি ডেকা স্যাহিত্যিক মহীচন্দ্ৰ বৰা, দীননাথ মেধি প্ৰকৃতিয়ে। ভূঞা আৰু বৰকাকতীয়ে কবিতাৰে চিঠি লিখিছিল।

সেই সময়ত নগাঁৱৰ অসমীয়া ছাত্ৰৰ হিতসাধিনী সভাৰ সম্পাদক ৰত্নকান্ত বৰকাকতী। সভাখন নিষ্ক্ৰিয় হৈ পৰা দেখিলে মাজে মাজে ভূঞাই 'অসম বন্তী'ত দুই-এখন চিঠি লিখি সমালোচনাও কৰিছিল।

পদ্মনাথ গোহাঞিবৰুৱাই সাহিত্যিক পেন্সন লাভ কৰাত তেওঁক অভিনন্দন জনাবৰ বাবে নগাঁৱত আয়োজন কৰা হিতসাধিনী সভাৰ বৈঠকত পৌৰোহিত্য কৰিছিল সূৰ্য্যকুমাৰ ভূঞাই। ভূঞা সেই সময়ত এণ্ট্ৰেন্স পৰীক্ষা দি নগাঁৱৰ ঘৰত আছিল। বৰকাকতী সভাৰ সম্পাদক। এই বাতৰি 'অসম বন্তী'ত প্ৰকাশ পাইছিল।

দেবানন্দ ভৰালী, শৰৎচন্দ্ৰ গোস্বামী, হৰিনাৰায়ণ দত্তবৰুৱা, কমলাকান্ত বৰুৱা, তাৰানাথ চক্ৰৱৰ্তী, কালিৰাম মেধি প্ৰভৃতি নগাঁৱত চৰকাৰী চাকৰিয়াল স্বৰূপে থকা কালছোৱাত স্থানীয় লোকৰ সৌজন্যত অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা স্থাপন কৰিছিল। এই বাতৰিও 'অসম বন্তী'য়ে প্ৰকাশ কৰিছিল।

সংবাদপত্ৰ আলোচনীৰ প্ৰতি পাঠকৰ উদাসীনতালৈ লক্ষ্য কৰি 'অসম বন্তী'ৰ চিঠি শীৰ্ষক আলোচনাত ( ১৯০৮ খৃঃ ২০ জুলাই ) তেওঁ লিখিছিল: "আমাৰ একেখনি আলোচনী হৈছে 'উষা'। তাকে অলপ মৰমৰ চকুৰে চালেই হয়। উষাৰ উন্নতি কামনা কৰি প্ৰবন্ধ-লিখক যাতে চলিব পাৰে তাৰ অৰ্থে বৰঙণি পঠিয়াওক। তেনেহলে দেখিব আমাৰ ভাষাৰ উন্নতি অনিবাৰ্য। ছাত্ৰৰ পক্ষে ছমাহ ( ১৷০ দেৰ টকা ) বৰ বেছি নাই হোৱা যেন লাগে, যেহেতু বাজে খৰচত আমাৰ তাতকৈ বেচি পইচা উৰে; নহয়নে? আমি ইমান অকামিলা নে, আমাৰ একেখনি আলোচনী উষাকে সুখে স্বচ্ছন্দে জীয়াই ৰাখিব নোৱাৰোঁ! আসামত যিমান অসমীয়া ছাত্ৰ

আছে তাৰ ভিতৰত শতকৰা আঢ়ৈ কুৰি ল'ৰাই ললেই 'উষা'ৰ আশাতীত উন্নতি নহয়নে ?"

সৰুৰেপৰা সাহিত্য সংস্কৃতিৰ লগত জড়িত, সামাজিক চিন্তা-সচেতন, দূৰদৰ্শী, কৰ্তব্য-পৰায়ণ সূৰ্য্যকুমাৰ ভূঞা আনহাতে আছিল এগৰাকী শ্ৰেণীত কৃতী আৰু নিয়মীয়া ছাত্ৰ। তেওঁৰ সজ আচৰণৰ বাবে প্ৰধান শিক্ষক ইভেন আৰু আন আন শিক্ষকৰ ভূঞা আছিল প্ৰিয় ছাত্ৰ। শ্ৰেণীত ভূঞা মেধাবী ছাত্ৰ, বাচনি পৰীক্ষাত তেওঁৰ স্থান আছিল প্ৰথম।

১৯০৯ খ্ঃৰ মাৰ্চ মাহত এণ্ট্ৰেন্স পৰীক্ষা অনুষ্ঠিত হয়। পৰীক্ষাৰ মাচুল ১০ টকা। ছিলঙ চৰকাৰী হাইস্কুলৰপৰাই প্ৰথম বিভাগত অসম উপত্যকাত প্ৰথম স্থান লাভ কৰি উত্তীৰ্ণ হয়। এণ্ট্ৰেন্স পৰীক্ষাত তেওঁ প্ৰতিযোগিতা-মূলক ১৫ টকীয়া বৃত্তি আৰু ভিক্টোৰিয়া মেমোৰিয়েল গোল্ড মেডেল লাভ কৰিছিল। সেই বছৰ প্ৰতিযোগিতামূলক বৃত্তি লাভ কৰা অসমৰ ছাত্ৰৰ সংখ্যা ২৬ জন, ইয়াৰ ভিতৰত ছিলঙ চৰকাৰী হাইস্কুলৰ ৫ জন আৰু যোৰহাট চৰকাৰী হাইস্কুলৰ ৫ জন। ১৫ টকীয়া বৃত্তি লাভ কৰা ছাত্ৰ ৫৬ জন, আন ছাত্ৰৰ বৃত্তি ১০ টকা। পাহাৰীয়া জনজাতি ছাত্ৰৰ বাবে বৃত্তি ২০ টকা। সেই বছৰ বৃত্তি লাভ কৰা আন আন ছাত্ৰসকলৰ ভিতৰত মহম্মদ তৈয়ব উল্লা, দেবেশ্বৰ বৰুৱা, প্ৰবোধ চন্দ্ৰ সান্ন্যাল, গোলোককান্ত বৰদলৈ অন্যতম।

এণ্ট্ৰেন্স পৰীক্ষাত ভূঞাই লাভ কৰা বিভিন্ন বিষয়ৰ নম্বৰ এনে ধৰণৰ: ইংৰাজী ১৩৫ ( ২০০ ); অংক ১২৩ ( ১৬০ ); মাতৃভাষা ৯৫ ( ১২০ ); ভূগোল বুৰঞ্জী ৮৩ ( ১২০ )

এণ্ট্ৰেন্স পৰীক্ষাৰ সময়ত চাৰ্টিফিকেট মতে ভূঞাৰ বয়স ১৫ বছৰ।

ভূঞাৰ 'নিৰ্মালি'ত প্ৰকাশিত ভালেমান কবিতা ছিলঙ হাইস্কুলত পঢ়া সময়তে ৰচনা কৰা।

## ৬. শিক্ষা ঃ কটন কলেজ

১৯০৯ খৃঃত সুখ্যাতিৰে এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ সূৰ্য্যকুমাৰ ভূঞাই কটন কলেজৰ আই. এ. শ্ৰেণীত ভৰ্তি হৈছিল। তেওঁ বি. এ. আৰু এম্. এ. ডিগ্ৰী কলিকতা প্ৰেচিডেন্সী কলেজৰপৰা আৰু বি. এল. ডিগ্ৰী কলিকতা বিশ্ববিদ্যালয়ৰপৰা লাভ কৰিছিল। এম. এ. ডিগ্ৰী লাভ কৰাৰ পিছত ১৯১৮ খৃঃৰপৰা তেওঁ কটন কলেজত অধ্যাপনা কৰিছিল। ' ১৯৪৮ খৃঃত ডক্টৰ ভূঞা অসমৰ শিক্ষা বিভাগৰ অধিকৰ্তা বা শিক্ষাধিকাৰ (D.P.I.) পদত অধিষ্ঠিত হয়। সুদীৰ্ঘ দুকুৰি বছৰকাল তেওঁ কটন কলেজৰ লগত জড়িত, কটন কলেজ তেওঁৰ শিক্ষাভূমি, কৰ্মভূমি। কটন কলেজৰ প্ৰতিখন বেৰ প্ৰতিখন কিতাপৰ লগত যেন তেওঁ পৰিচিত!

### কটন কলেজৰ প্ৰস্তুতি

১৮৬৬ খৃঃত গুৱাহাটী চেমিনাৰীত এফ. এ. আৰু আইনৰ শ্ৰেণীৰে অসমৰ কলেজীয়া শিক্ষাৰ পাতনি আৰম্ভণৰ কথা আমি পূৰ্বতে উল্লেখ কৰিছোঁ। উনৈশ শতিকাৰ শেষ দশকৰেপৰা অসমত পূৰ্ণাঙ্গ কলেজ পতাৰ আন্দোলন আৰম্ভ কৰিছিল। মাণিকচন্দ্ৰ বৰুৱা প্ৰভৃতি এই আন্দোলনৰ গুৰি ধৰোঁতা। অসমত কলেজ স্থাপন কৰা বিষয়ত বিভিন্ন জনৰ বিভিন্ন মত। কোনো কোনোৱে বিচাৰে অসমত কলেজ পতাতকৈ কলিকতাত এখন হোষ্টেল সাজি অসমীয়া ছাত্ৰৰ বাবে সৰহ বৃত্তিৰ ব্যৱস্থা কৰাটোহে শ্ৰেয়। আন এচামৰ মতে অসমত কলেজ পাতিবলৈ হ'লে গুৱাহাটী উপযুক্ত স্থান নহয়, অস্বাস্থ্যকৰ। অসমত কলেজ স্থাপনৰ ক্ষেত্ৰত মাণিকচন্দ্ৰ বৰুৱাৰ দৃঢ় মত। সেই সময়ত ভাৰতবৰ্ষত কলেজ নথকা একমাত্ৰ প্ৰদেশ অসম। অসমত অগত্যা কলেজ পাতিব নোৱাৰিলেহে কলিকতাত হোষ্টেল সাজি কলেজীয়া শিক্ষাৰ সুব্যৱস্থা কৰাৰ ওপৰত তেওঁ গুৰুত্ব আৰোপ কৰিছিল। তেতিয়াৰ অসমৰ চীফ কমিচনাৰ চাৰ হেনৰি কটনে ১৮৯৭ খৃঃৰ ভুঁইকঁপে সৃষ্টি কৰা আৰ্থিক অনাটনৰ প্ৰতি লক্ষ্য কৰিয়ে কলিকতাত চৰকাৰী ছাত্ৰাবাস নিৰ্মাণ কৰাৰ কথা চিন্তা কৰিছিল। শেষত তেওঁ অসমত কলেজ পতাৰবাবে অসমৰ

অভিমত বিচাৰি বিজ্ঞপ্তি প্ৰচাৰ কৰিলে। অসমৰ বাইজেও দৃঢ় মত পোষণ কৰিলে অসমত কলেজ স্থাপনৰ সপক্ষে। বাইজৰ অভিমতৰ প্ৰতি সহাৰি জনাই কটন চাহাবে অসমত কলেজ স্থাপন কৰিবলৈ সংকল্প গ্ৰহণ কৰিলে। ইয়াৰ ফল স্বৰূপেই ১৯০১ খৃঃৰ ২৭ মে' ( ২৮ মে' ? ) তাৰিখে কটন কলেজৰ শুভাৰম্ভ। তেওঁৰ বদান্যতাৰ প্ৰতি দৃষ্টি ৰাখি কলেজখনৰ নাম কটন কলেজ ৰখা হয়। চাৰ হেনৰি কটন পিছত কংগ্ৰেছ মহাসভাৰ সভাপতি হৈছিল।

কলেজ পতাৰ শুভ মুহূৰ্ত্তত বংগদেশৰ কলেজত পঢ়া অসমীয়া ছাত্ৰৰ সংখ্যা ৩০৮ জন। ইয়াৰ ভিতৰত ৪২ জন ছাত্ৰই এফ. এ. আৰু ১৬ জন ছাত্ৰই বি. এ. পৰীক্ষাত উত্তীৰ্ণ হৈছিল। শিক্ষা বিভাগৰ অধিকৰ্তা ডক্টৰ ডবলিউ. বুথৰ বছৰেকীয়া প্ৰতিবেদনত সেই কথা স্পষ্ট।

গুৱাহাটীত কলেজ স্থাপনৰ সিদ্ধান্ত কৰাৰ পিছত স্থান সম্পৰ্কে নানান প্ৰশ্ন উঠিছিল। চীফ কমিচনাৰ কটনৰ নিৰ্দেশত চীফ ইঞ্জিনীয়াৰ মিঃ চুইট ( Mr. Sweat ) গুৱাহাটীলৈ আহি মাণিকচন্দ্ৰ বৰুৱা আৰু ভুবনৰাম দাসৰ লগত আলোচনা কৰি বৰ্তমানৰ ঠাইতে কটন কলেজৰ ভৱন নিৰ্মাণ কৰিবলৈ স্থিৰ কৰিলে। বৰ্তমান ৰসায়ন বিভাগ আৰু ছোৱালী জিৰণি কোঠা থকা ( চুদমাৰ্চন হলৰ সমুখৰ ) ভৱনটোৱে কটন কলেজৰ প্ৰথম ভৱন। এচিষ্টেণ্ট ইঞ্জিনীয়াৰ শুভ্ৰেন্দুমোহন গোস্বামীৰ তত্বাৱধানত ঘৰটো সজা হৈছিল।

প্ৰথমতে তিনিটা ক্লাচৰুম, অধ্যক্ষ আৰু অধ্যাপকসকলৰ বহা কোঠা, কাৰ্যালয় আৰু দুটা বক্তৃতা গৃহ নিৰ্মাণ কৰা হৈছিল। মিঃ এইচ চাৰ্প সেই সময়ত শিক্ষাধিকাৰ।

কলেজৰ শুভাৰম্ভৰ দিনাই অৰ্থাৎ ২৮ মেই (?) কলেজৰ নবনিযুক্ত অধ্যক্ষ ফ্ৰেডাৰিক উইলিয়ম চুদমাৰ্চন গুৱাহাটীলৈ আহি নৰ্থব্ৰুক গেটত জাহাজৰপৰা পাৰত উঠিল। সেইসময়ত অসমৰ লগত বাহিৰৰ সংযোগ পথ জাহাজ। ৰেলপথ সম্পূৰ্ণ হৈ উঠাগৈ নাই। গোৱালন্দৰপৰা তিনি দিন ৰাতিয়ে-দিনে আহি বৰ ক্লান্ত হৈ পৰিছিল চুদমাৰ্চন চাহাব। পূৰ্বতে চাৰি-বছৰকাল তেওঁ বেৰিলি কলেজত অধ্যাপনা কৰিছিল। বেৰিলিৰ উত্তপ্ত গৰমৰ সলনি মুচৌৰীত বন্ধ উপভোগ কৰি আছিল। তাৰ পিছত আহিব লগা হ'ল গুৱাহাটীলৈ। নতুন ঠাই নতুন কৰ্মক্ষেত্ৰ। এখন নবনিৰ্মিত কলেজৰ অধ্যক্ষৰূপে। চুদমাৰ্চন উপস্থিত হ'ল গুৱাহাটী ডাকবঙলাত। লগত সাবধি

গুৰ্খা চাপ্ৰাচী এজন। ডাকবঙলাত লগ পালে কেইজনমান চাহ-বাগিছাৰ চাহাব। বৰ্ত্তমান কটন কলেজৰ অধ্যক্ষৰ বাসভৱনেই তেতিয়া ডাকবঙলা। এই ডাকবঙলাটোকে পিছত কটন কলেজৰ অধ্যক্ষৰ বাসভৱনত পৰিণত কৰা হয়।

কটন কলেজৰ শুভাৰম্ভ উপলক্ষে সিদিনা গুৱাহাটী উখল-মাখল। উছৱ উপলক্ষে দূৰত বেণ্ডপাৰ্টি বাজি আছিল। বেণ্ডপাৰ্টি বজোৱাৰ কাৰণ আৰু তাৰ সুধি চুদমাৰ্চনে জানিব পাৰিলে সেয়া কটন কলেজ শুভাৰম্ভৰে আনন্দৰ ধ্বনি। কিন্তু মূল নাটকৰ নায়ক অধ্যক্ষ তেতিয়া মঞ্চৰপৰা আতৰত।

কটন কলেজৰ নবনিৰ্মিত ভৱন নানান ৰঙ-বিৰঙৰ ফুলকটা কাগজেৰে আকৰ্ষণীয়ভাৱে সজোৱা হৈছিল। গৌৰীপুৰৰ জমিদাৰ ৰজা প্ৰভাতচন্দ্ৰ বৰুৱা, হেনৰি কটন, মাণিকচন্দ্ৰ বৰুৱা প্ৰমুখ্যে ভালেমান অসমৰ গণ্যমান্য ব্যক্তিৰে ৰভাঘৰ ঠাহ খোৱা। হেনৰি কটন উদ্বোধনী সভাৰ সভাপতি। সভা আৰম্ভ হৈছিল ৰঘুনাথ চৌধুৰীৰ এটি স্বৰচিত গীতেৰে। তেওঁৰ লগত হাৰমনিয়ম বজাইছিল কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে। অভ্যাগত সকলৰ বাবে আছিল জলযোগৰ ব্যৱস্থা।

ৰজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ লগত আহিছিল তেওঁৰ ৰাজদৰবাৰৰ সংগীতজ্ঞৰ দল। কিন্তু দৰ্শকক বেছিকৈ মুগ্ধ কৰিলে চুদমাৰ্চনৰ লগত অহা গুৰ্খা চাপ্ৰাচীজনৰ বাঁহীৰ সুৰেহে। ই জানিবা চুদমাৰ্চনৰ ভৱিষ্যতৰ প্ৰতিশ্ৰুতিৰ আগজাননী।

চুদমাৰ্চনে ডাকবঙলাৰ আশেপাশে ঘূৰি-পকি পিচফালে অলপ দূৰত দেখিলে এটি দীঘলীয়া খেৰৰ দুচলীয়া ঘৰ। ভেটিটো মাটিৰপৰা মাত্ৰ ছয় ইঞ্চি ওখ। চাৰিব জাপ দুৱাৰ আৰু খিড়িকী। বাকী বিস্তীৰ্ণ অঞ্চল মুকলি, জাৰ্মানী বনেৰে ভৰা। পিছত তেওঁ জানিব পাৰিলে সেইয়া হেনো কলেজৰ ছাত্ৰাবাস।

কলেজৰ এনেকুৱা পৰিবেশ আৰু অৱস্থা দেখি চুদমাৰ্চনৰ অকণো মনঃপুত নহ'ল। দুদিনমান থাকি পুনৰ বেৰিলীলৈকে উভতি যোৱাৰ ইচ্ছা কৰিছিল। যি কোনো কাৰণতে সি হৈ নুঠিল।

চুদমাৰ্চনৰ দোধোৰ মোধোৰ-অৱস্থাতে উপস্থিত হ'ল নবনিযুক্ত চাৰিজন অধ্যাপক পৰেশনাথ লাহিড়ী, চুনীলাল দে, ইন্দুভূষণ ব্ৰহ্মচাৰী, মৌলবী

আৰু নাচৰ, মহম্মদ ৱাহিদ। চুদমাৰ্চন ইংৰাজীৰ, লাহিড়ী সংস্কৃত আৰু বুৰঞ্জীৰ, দে পদাৰ্থ বিজ্ঞান আৰু ৰসায়ন, ব্ৰহ্মচাৰী অংক আৰু লজিকৰ, ৱাহিদ আৰবী, পাৰ্চী আৰু হিন্দুস্থানীৰ অধ্যাপক। অধ্যাপকসকলে সময়ে সময়ে নিজৰ বিষয়ৰ উপৰিও আন বিষয়ো শিকাবৰ প্ৰয়োজন হৈছিল।

## কটন কলেজৰ শুভাৰম্ভ

১৭ জুনৰপৰা কলেজত ছাত্ৰ ভৰ্তি কৰা হ'ল। প্ৰথম বাৰ্ষিকৰ লগতে দ্বিতীয় বাৰ্ষিকতো ছাত্ৰ ভৰ্তি কৰিছিল। অসমৰ বাহিৰৰ বিভিন্ন কলেজত পঢ়া ৪৬ জন ছাত্ৰ দ্বিতীয় বাৰ্ষিকত ভৰ্তি হৈছিল। প্ৰথম বাৰ্ষিকৰ ছাত্ৰ সংখ্যা ৪৫ জন।

চৈয়দ মহম্মদ সাদুল্লা, ঈশ্বৰ প্ৰসাদ বৰুৱা ( উত্তৰ গুৱাহাটী ), গিৰীশ চন্দ্ৰ ৰায়চৌধুৰী ( বৰপেটা ), উমানাথ গোঁহাই ( নগাঁও ) কুলধৰ চলিহা ( শিৱসাগৰ ) প্ৰভৃতি প্ৰথম বাৰ্ষিকৰ ছাত্ৰ। কেৰামত আলি ( যোৰহাট ), গিৰীশচন্দ্ৰ বৰদলৈ ( গুৱাহাটী ), নীলকান্ত বৰুৱা ( নগাঁও ) নীলমণি ফুকন ( বাগ্মীবৰ ), ৰমণীকান্ত বৰুৱা ( মংগলদৈ ) প্ৰসন্নকুমাৰ বৰুৱা ( ডিব্ৰুগড ), সদানন্দ দুৱৰা ( ডিব্ৰুগড ), বৃন্দাবন গোস্বামী ( নগাঁও ) প্ৰভৃতি দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰ। ১৯০১ খৃঃৰ জন্মলগ্নৰ ছাত্ৰসকলৰ ভিতৰত অসমৰ প্ৰাক্তন প্ৰধান মন্ত্ৰী চাৰ চৈয়দ মহম্মদ সাদুল্লা বয়সত কনিষ্ঠ।

প্ৰথম অৱস্থাত বুৰঞ্জী ক্লাচত ছাত্ৰৰ সংখ্যা বৰ কম। ৰসায়নৰ ক্লাচত সেই কথা কৈ আক্ষেপ কৰি চুনীলাল দে ৰোমান ইতিহাসৰ দুই এটা কথা মনোৰমকৈ বৰ্ণনা কৰিলে। পিছদিনাৰপৰা বুৰঞ্জীৰ ক্লাচত ছাত্ৰৰ সংখ্যা বাঢ়িল।

খেৰৰ দীঘলীয়া ঘৰটোৱে ছাত্ৰাবাস—জেকা, সেমেকা ভেটি। প্ৰথমতে ছাত্ৰাবাসত আন আচবাবৰ তো কথাই নাই, শুবৰ বাবেও কোনো ব্যৱস্থা নাছিল। বেঞ্চ, টেবুল, টুল আদি সাজিবলৈ দিয়াহে হৈছিল। সেয়েহে অ'ৰ ত'ৰ পৰা খাট, কলেজৰপৰা বেঞ্চ আনি একেলগে দুই তিনিজন শুব লগা হৈছিল। প্ৰথম অৱস্থাত ছাত্ৰাবাসৰ বাবে কোনো মাচুল নাছিল।

প্ৰথমতে ৰান্ধনিৰ ব্যৱস্থা নথকাত এদিন নে দুদিন প্ৰথম বাৰ্ষিকৰ উচ্চ জাতৰ ছাত্ৰ কেইজনমানে ৰান্ধি খুৱালে। কিছুমান ছাত্ৰই জাহাজঘাটৰ

ওচৰৰ হোটেল এখনত খাইছিল। হিন্দু ছাত্ৰাবাসৰ ছাত্ৰৰ মাজত ৪/৫টা সুকীয়া সুকীয়া মেছ। মেছবিলাক সম্প্ৰদায়, জাত আৰু অঞ্চল বিশেষে। ৰবিবাৰে ছাত্ৰবিলাকে পলাশবাৰীৰ পিনে বজাৰ কৰিবলৈ যায়। বজাৰত টকাত ৮/৯ টা পাৰ চৰাই, ৫/৬ টা কুকুৰা চৰাই। আন বস্তুৰতো কথাই নাই।

ইন্দ্ৰমোহন ব্ৰহ্মচাৰী ছাত্ৰাবাসৰ অধ্যক্ষ। ছাত্ৰাবাসৰ এটা আহল-বহল খোটালীয়ে তেওঁৰ বাসস্থান। ইছলামধৰ্মী ছাত্ৰৰ বাবে ছাত্ৰাবাস এটা ভাৰা ঘৰত। অধ্যাপক ৱাহেদ ইয়াৰ অধ্যক্ষ।

ভুবনৰাম দাসে ৰায়বাহাদুৰ খিতাপ পোৱাত অভিনন্দন জনোৱা বাতৰিৰ: লগতে দ্বিতীয় বাৰ্ষিকৰ কোনোবা ছাত্ৰই বুধি কৰি কাকতত উলিয়াই দিলে দাসে ছাত্ৰসকলক ভোজভাত খুৱাব। পিছত প্ৰকাশিত বাতৰিটো নি ছাত্ৰসকলে ভুবনৰাম দাসক দেখুৱালে। দাসে সকলো বুজি ছাত্ৰসকলক ক'লে, 'তোমালোকে ফান্দ পাতিছা যেতিয়া, খাব খুজিছা খোৱা।'

প্ৰথম অৱস্থাত অসমৰ ছাত্ৰক কটন কলেজলৈ আকৰ্ষণ কৰিবলৈ বৃত্তিৰ ব্যৱস্থা কৰিছিল। এই বৃত্তি আছিল প্ৰথম বিভাগৰ ছাত্ৰৰ বাবে ১৫ টকা আৰু দ্বিতীয় বিভাগৰ ছাত্ৰৰ বাবে ১০ টকা। এই বৃত্তি কেৱল স্থানীয় কলেজত পঢ়া ছাত্ৰৰ বাবেহে।

১৯০২ খৃঃৰ নবেম্বৰৰপৰা এবছৰ কাল শাৰীৰিক অসুস্থতাৰ বাবে চুদমাৰ্চন দেশলৈ যাব লগা হৈছিল। এই কালছোৱাৰ অস্থায়ী অধ্যক্ষ ইন্দুমোহন ব্ৰহ্মচাৰী। ইয়াৰ পিছৰেপৰা ১৯২৬ খৃঃলৈকে সুদীৰ্ঘকাল চুদমাৰ্চন কটন কলেজৰ অধ্যক্ষ। কটন কলেজ তথা অসমৰ কলেজীয়া শিক্ষাৰ অগ্ৰগতিত চুদমাৰ্চনৰ দান আগশাৰীত।

কলেজৰ ভিতৰে বাহিৰে অধ্যক্ষ চুদমাৰ্চনৰ বাঘচকু। ৰাতিপুৱা আৰু সন্ধিয়া তেওঁ ঘূৰাৰ ছাত্ৰাবাস পৰিদৰ্শন কৰে। কেতিয়াবা ৰাতিও আহি চায়হি ল'ৰাই পঢ়িছেনে নাই। দ্বিতীয় বাৰ্ষিকৰ ভালেমান ছাত্ৰ আন কলেজৰপৰা অহা বয়সীয়া ছাত্ৰ। ইপিনে চুদমাৰ্চন ডেকা অধ্যক্ষ। সেয়েহে দ্বিতীয় বাৰ্ষিকৰ দুই-চাৰিজন বয়সীয়া ছাত্ৰই চুদমাৰ্চনৰ এনে কঢ়া শাসন মানিবলৈ টান পাইছিল। পিছত যেনিবা চুদমাৰ্চনৰ ওচৰত সেও মানিবলৈ বাধ্য হ'ল।

কলেজ ভৱনৰ বেৰত আঁচ এটা পৰিলে নাইবা গ্লাচ এখন ভাঙিলে চুদমাৰ্চনৰ দেহত খোচমৰা যেন অনুভব হয়। আমাৰ মানুহৰ সাধাৰণ কু-স্বভাৱ য'তে ত'তে প্ৰস্ৰাৱ কৰি ফুৰা—যিটোৰ বিৰুদ্ধে চুদমাৰ্চন বৰ সতৰ্ক আছিল। ইয়াৰ বাবে তেওঁ বিশেষ স্থান সজাই দিছিল আৰু ধৰা পৰা ল'ৰাক নি দেখুৱাই কৈছিল, "This is your proper place."—এইডোখৰহে আচল ঠাই।

তেওঁ ছাত্ৰসকলক অকল পাঠ্যপুথিকে পঢ়োৱা নাছিল। ছাত্ৰসকলক বহুধৰণৰ শিক্ষা দি চৰিত্ৰৰ এটা গঢ় দিবলৈ বিচাৰিছিল। চুদমাৰ্চনে ছাত্ৰক বাথৰ চকুৰে'চাই পিতৃসুলভ এবুকু মৰমেৰে গাত আঁচোৰ এটা লাগিব নোৱৰাকৈ আৱৰি ৰাখিছিল।

বৰপেটাৰ প্ৰখ্যাত আইন ব্যৱসায়ী ধনীৰাম তালুকদাৰ সেই সময়ত কটন কলেজৰ ছাত্ৰ। এজন চাহাব একজিকিউটিভ ইঞ্জিনিয়াৰে কাষেৰে চাইকেল চলাই যাওঁতে ধনীৰাম তালুকদাৰক খুন্দিয়াই যায়। ধনীৰাম তালুকদাৰে ইংৰাজ চাহাবজনক খেদি গৈ এশিকনি দিলে। সেইসময়ত জিলাৰ উপায়ুক্ত, পুলিচ চাহাব সকলো ইংৰাজ চাহাব। এই ঘটনাৰ পিছত হুলস্থুল লাগিল। চুদমাৰ্চনে ধনীৰামক মাতি নি কথাষাৰ সঁচা নে সুধিলে। ধনীৰামে নিৰ্ভীকভাৱে কথাষাৰ স্বীকাৰ কৰিলে। তেওঁ ধনীৰামক একো নকৈ বৰং ধনীৰামৰ পক্ষে ফেৰ পাতিহে উঠিল। ফলত একোকে কৰিব নোৱাৰিলে। ধনীৰাম তালুকদাৰৰ এনে সৎসাহসৰ বাবে গুৱাহাটীৰ প্ৰখ্যাত আইন ব্যৱসায়ী ললিতমোহন লাহিড়ীয়ে সভা পাতি তেওঁক কেইখনমান কিতাপ উপহাৰ দিছিল। ধনীৰাম তালুকদাৰে পিছত বহুবছৰ বৰপেটা লোকেল বোৰ্ডৰ চেয়াৰমেন স্বৰূপে কাৰ্য্যনিৰ্বাহ কৰিছিল।

সেই সময়ৰে আন এটি ঘটনা—এদিন দেওবাৰে কটন কলেজৰ কেইজনমান ছাত্ৰ বশিষ্ঠলৈ ফুৰিবলৈ গ'ল। কামাখ্যা বশিষ্ঠ আদিলৈ খোজকাঢ়ি যোৱাৰ বাহিৰে গত্যন্তৰ নাছিল। ছাত্ৰ কেইজনে উভতি আহোঁতে বাটত এডবা কুঁহিয়াৰ দেখি খাবলৈ বিচাৰিলে কৃপণ গৃহস্থই এডাল কুঁহিয়াৰ দিবলৈকে সন্মত নহ'ল। ৰাতিৰ ভিতৰতে কেইজনমান ছাত্ৰ গৈ গোটেই ডবা কুঁহিয়াৰ তহিলং কৰি আনিলে। গৃহস্থৰ বুজিবলৈ বাকী নাথাকিল যে ই ছাত্ৰসকলৰ কাম। ৰাতিপুৱা পুলিচ লৈ গৈ ছাত্ৰাবাসৰ সমুখত হাজিৰ।

সেই ৰাতিৰি পায়ে চুদমাৰ্দনে পুলিচক ৰঙা চকু দেখুৱাই ক'লে, "খবৰদাৰ! হোষ্টেলৰ ভিতৰত সোমাব নোৱাৰ; মোৰ ল'ৰাই একো কৰা নাই।" পুলিচ অহা বাটেৰে উভতি গ'ল।

প্ৰথম বছৰতে কটন কলেজৰ ছাত্ৰৰ মাজত গঠন হয় এ. এছ. এল. ক্লাব। সেইবছৰতে সত্যনাথ বৰাৰ সম্পাদনাত গুৱাহাটীৰপৰা প্ৰকাশ হয় দ্বিতীয় খণ্ড 'জোনাকী'। দ্বিতীয় খণ্ড 'জোনাকী'ৰ আয়ুস তিনিবছৰ।

নীলমণি ফুকন টাইফয়দ ৰোগত আক্ৰান্ত হোৱাৰ বাহিৰে প্ৰথম বছৰত ছাত্ৰসকলৰ একো অসুখ-বিসুখ নাছিল। কিন্তু দ্বিতীয় বছৰ ছাত্ৰাবাসত কলেৰা লাগি দুজন ছাত্ৰৰ মৃত্যু হয়। এবাৰ এজন ছাত্ৰৰ ব্ৰহ্মপুত্ৰত গা ধোওতেও পানীত বুৰি মৃত্যু হয়।

কটন কলেজ আৰু ছাত্ৰাবাসৰ প্ৰতি সকলোৰে মৰমৰ চকু। হেনৰি কটন, চাৰ বেমফিল্ড ফুলাৰ, মাণিক চন্দ্ৰ বৰুৱা, জগন্নাথ বৰুৱা, মাধৱচন্দ্ৰ বৰদলৈ, ভুবনৰাম দাস প্ৰভৃতি বৰেণ্য ব্যক্তিসকলে সময়ে সময়ে ছাত্ৰাবাসলৈ আহি খা-খবৰ লৈ যায়।

চাৰ হেনৰি কটন অসম এৰি যোৱাৰ মুহূৰ্তত কলেজিয়েট স্কুলৰ সমুখত সভা পাতি গুৱাহাটীবাসীয়ে তেওঁক বিদায় সম্ভাষণ জনাইছিল। বিদায় সম্ভাষণ পাঠ কৰিছিল জগন্নাথ বৰুৱাই। হাজাৰ হাজাৰ দৰ্শকৰ লগতে দাৰভাংগাৰ মহাৰাজাৰ উপস্থিতিয়ে সভাৰ সৌষ্ঠৱ বঢ়াইছিল।

১৯০২ খৃঃত প্ৰথমবাৰৰ বাবে কটন কলেজৰ এফ. এ. পৰীক্ষাৰ পৰীক্ষাৰ্থী ২৫ জন। ইয়াৰ ভিতৰত উত্তীৰ্ণ হয় মাত্ৰ ১০জন। উত্তীৰ্ণ ছাত্ৰৰ মাজত এজন দ্বিতীয় বিভাগ, বাকী সকলো তৃতীয় বিভাগ।

## কটন কলেজত অধ্যয়ন

সূৰ্য্যকুমাৰ ভূঞা নগাঁও চৰকাৰী হাইস্কুলত পঢ়া সময়তে কটন কলেজৰ শুভাৰম্ভ। কটন কলেজৰ ছাত্ৰসকল বন্ধত ঘৰলৈ গৈ আবেলি হলে সুন্দৰ সাজ-পাৰ পিন্ধি কলঙৰ পাৰত ঘুৰি-ফুৰা দৃশ্য দেখি তেওঁ নিজেও কটন কলেজৰ ছাত্ৰ হোৱাৰ সপোন দেখিছিল। তেতিয়াৰ দিনৰ কটন কলেজৰ ছাত্ৰ ডাঙৰ দীঘল গহীন গম্ভীৰ। তেওঁৰ সপোন এদিন ফলিয়ালে।

সুখ্যাতিৰে এন্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজৰ প্ৰথম বাৰ্ষিক শ্ৰেণীত ভৰ্তি হ'ল। বাসস্থান এক নম্বৰ খেৰি ছাত্ৰাবাস।

ইতিমধ্যে কটন কলেজ এখন প্ৰথম শ্ৰেণীৰ পূৰ্ণাংগ কলেজ। ১৯০৯ খৃঃৰ পৰাই এন্ট্ৰেন্সৰ ঠাইত হয় মেট্ৰিকুলেচন। ১৯০৭-৮ খৃঃৰপৰা কটন কলেজে আই. এ. ১৯০৮-৯ খৃঃৰপৰা আই. এচ্-চি, ১৯০৯ খৃঃৰপৰা বি. এ. আৰু ১৯১০-১১ খৃঃৰপৰা বি. এচ্-চি, শ্ৰেণীৰ বাবে স্বীকৃতি লাভ কৰে। ইতি-মধ্যে কলেজ ভৱনবো ভালেখিনি সম্প্ৰসাৰণ হয়। সূৰ্য্যকুমাৰ ভূঞা এই সম্প্ৰসাৰণ আৰু প্ৰগতিৰ কালছোৱাৰ কটন কলেজৰ ছাত্ৰ।

কলেজত তেওঁৰ পাঠ্য বিষয় ইংৰাজী, অসমীয়াৰ উপৰি লজিক, সংস্কৃত আৰু ৰসায়ন। তেতিয়াৰ দিনত আই. এ. শ্ৰেণীৰ ছাত্ৰয়ো ৰসায়ন পঢ়িব পাৰিছিল। অধ্যক্ষ চুদমাৰ্চনৰ উপৰিও চুনীলাল দে, আশুতোষ চেটাৰ্জী, পি. চি. বসু, পদ্মনাথ ভট্টাচাৰ্য বিদ্যাবিনোদ, বনমালী ভট্টাচাৰ্য, সুৰেশচন্দ্ৰ দত্ত, আনন্দকিশোৰ দাস, ৰামলাল কাঞ্জিলাল, ডক্টৰ ডেভিদ থমচন প্ৰভৃতি অভিজ্ঞ শিক্ষাবিদসকল সেইসময়ত কটন কলেজৰ অধ্যাপক।

কলেজ ছাত্ৰাবাসৰ ছাত্ৰ সংখ্যা ৪৮ জন। চুনীলাল দে ছাত্ৰাবাসৰ অধ্যক্ষ। ৰাতি হ'লে তেওঁ ছাত্ৰাবাসতে শোৱেহি। ছাত্ৰাবাসৰ খোৱা খৰচ মাহে ৯/১০ টকা, কলেজৰ মাচুল ৬ টকা। সেই খোৱা খৰচতে দুবেলা ভাতৰ উপৰিও আবেলিৰ জলপান। ৰাতিপুৱাৰ বাবে কোনো চাহ দিয়াৰ ব্যৱস্থা নাছিল। ছাত্ৰাবাসৰপৰা গৰম পানী যোগান ধৰা হয়। চাহ খালে নিজে কৰি খাব লাগে। লেম্প জলোৱা খৰচ আঠ অনা, ধোবাৰ খৰচ আঠ অনা। আজি-কালিৰ দৰে ৰিক্সা, চিটিবাছ চিনেমাৰ খৰছ নাছিল। মুঠতে কুৰি টকাত মাহটো ভালদৰে চলিব পাৰিছিল। সূৰ্য্যকুমাৰ ভূঞাৰ বৃত্তিৰ পৰিমাণ ১৫ টকা। গতিকে দেউতাকৰপৰা অলপ পইচা আনিলেই মাহটো চলি যায়।

তেতিয়াৰ গুৱাহাটীৰ আলিবাটত নিয়ন লাইটৰ সলনি আছিল লেম্প-পোষ্টৰ টিমিক-টামাক পোহৰ। নিশাৰ চহৰ একপ্ৰকাৰ অন্ধকাৰ। এই অন্ধকাৰৰ সুযোগ লৈ ছাত্ৰাবাসৰ দুই এক ছাত্ৰই ওচৰৰ খেজুৰ গছৰপৰা তাৰিৰ কলহ উঠাই লৈ আহে। তাৰিৰ সোৱাদ ছাত্ৰাবাসৰ প্ৰায়বোৰেই পায়।

ছাত্ৰাবাসৰ মাজৰ খোলা ঠাইডোখৰ সভাগৃহ—'মিটিং প্লেচ'। নিজৰ নিজৰ টুল চকি আনি সভাত অংশ গ্ৰহণ কৰে।

চুদমাৰ্চন চাহাবে তেওঁলোকক ইংৰাজী পঢ়ুৱাইছিল। তেওঁৰ শিকোৱা পদ্ধতি আকৰ্ষণীয়। নাটক পঢ়ালে এক প্ৰকাৰ অভিনয় কৰাৰ নিচিনা। ভূঞাই প্ৰথম বাৰ্ষিকত পঢ়া বছৰতে আশুতোষ চেটাৰ্জী কলেজৰ ইংৰাজী বিভাগত যোগদান কৰি ১৯৩৭ খৃঃ লৈ সুদীৰ্ঘকাল কটন কলেজত অধ্যাপনা কৰিছিল। ভূঞা চেটাৰ্জীৰ প্ৰিয় ছাত্ৰ। ইংৰাজী সাহিত্যৰ আন এজন অধ্যাপক প্ৰফুল্লচন্দ্ৰ ৰয় ( ১৯১০-১৯৪০ )। ৰয় আনহাতে এজন নামজলা ক্ৰীড়াযোদ্ধা। কটন কলেজৰ খেল বিভাগৰ উন্নতিৰ মূলতে পি. চি. ৰয়।

ৰসায়নৰ অধ্যাপক চুনীলাল দে'ৰ শিকোৱা পদ্ধতি সহজ সৰল অথচ আকৰ্ষণীয়। বিজ্ঞান আৰু ধৰ্মশাস্ত্ৰৰ এটি সমন্বয় দেখা গৈছিল সহজ সৰল আৰু ধাৰ্মিক লোক অধ্যাপক দে'ৰ মাজত। অধ্যাপক দে এজন আই. ই. এছ. ( I.E.S. )। আই. এ. এছ., আই. পি. এছ. আদিৰ দৰে সেই কালত শিক্ষাবিভাগৰো উচ্চ শ্ৰেণী বা কেডাৰ আই. ই. এছ.। ১৯২৬ খৃঃৰপৰা এই কেডাৰ তুলি দিয়া হয়। চুদমাৰ্চন, চুনীলাল দে, আৰ. চি. গোভিন, এ. ই. ব্ৰাউন, ডি. ই. ৰবাৰ্ট, এ. এ. ছৈয়দ, সতীশচন্দ্ৰ ৰয় প্ৰভৃতি আছিল আই. ই. এছ কেডাৰৰ শিক্ষক।

আনন্দকিশোৰ ৰয় ৰসায়ন বিভাগৰ এগৰাকী কৃতী অধ্যাপক। ৰয় প্ৰেচিডেন্সী কলেজৰ নামকৰা খেলুৱৈ। কটন কলেজত পি. চি. ৰয়ৰ সোঁহাত স্বৰূপ।

সংস্কৃতৰ অধ্যাপক পদ্মনাথ ভট্টাচাৰ্য বিদ্যাবিনোদৰ শিক্ষাদান পদ্ধতি অতি উত্তম। কালিদাসৰ কাব্য তেওঁ বৰ আকৰ্ষণীয়ভাৱে পঢ়ুৱাইছিল। ভূঞা বিদ্যাবিনোদৰ প্ৰিয় ছাত্ৰ। ১৮৬৮ খৃঃত শ্ৰীহট্টৰ বনিয়া চাঙৰত জন্মলাভ কৰা পদ্মনাথ বিদ্যাবিনোদ ১৮৯০ খৃঃত ঢাকা কলেজৰপৰা ইংৰাজী, সংস্কৃত আৰু দৰ্শনত ট্ৰিপ্‌ল অনাৰ্চ লৈ বি. এ. ডিগ্ৰী আৰু ১৮৯২ খৃঃত সংস্কৃতত প্ৰথম শ্ৰেণী লাভ কৰি এম. এ. ডিগ্ৰী লাভ কৰিছিল। আগবয়সত ছিলঙ চেক্ৰেটাৰিয়েটত কেৰাণী, ডেপুটি ইন্সপেক্টৰ অব স্কুলচ্ আদি চাকৰি কৰি ১৯০৫ খৃঃৰপৰা কটন কলেজৰ অধ্যাপক। ১৯১২ খৃঃত স্থাপন কৰা কামৰূপ অনুসন্ধান সমিতিৰ ভট্টাচাৰ্য জন্মলগ্নৰ সদস্য। 'কামৰূপ শাসনাৱলী'

( ১৯৩১ খৃঃ ) ভট্টাচাৰ্য সংকলিত অমৰ গ্ৰন্থ। সংস্কৃত বিভাগৰ আন এগৰাকী শিক্ষক বনমালী চক্ৰবৰ্তী। অংকৰ নিচিনা এটি কঠিন বিষয় অধ্যাপক ৰজনীকান্ত বৰাটে ( ১৯০৫-২৫ ) সহজ সৰলভাৱে পঢ়ুৱাইছিল। হৰিদাস বাগচী অংকশাস্ত্ৰৰ আন এগৰাকী অধ্যাপক। দৰ্শনৰ অধ্যাপক সুৰেশচন্দ্ৰ দত্ত ( ১৯১০-১৯৩৯ ), বুৰঞ্জীৰ বিজয়চন্দ্ৰ সেন ( ১৯০৯-১৯৪০ ), সংস্কৃতৰ ৰামলাল কাঞ্জিলাল ( ১৯০৫-১৯২৩ ) আৰু আৰবী পাৰ্চীৰ আবদুল্লা আবু চৈয়দ কলেজৰ কেইগৰাকীমান কৃতী অধ্যাপক। আবু চৈয়দ আই. ই. এছ. কেডাৰৰ অধ্যাপক। সকলোবোৰ অধ্যাপকৰ অধীনতে ভূঞা ডাঙৰীয়াই শিক্ষা লাভ কৰা নাছিল যদিও অধ্যাপক মণ্ডলীৰ প্ৰতি তেওঁৰ আছিল পৰম শ্ৰদ্ধা আৰু ভক্তি ; অধ্যাপক মণ্ডলীৰপৰা লাভ কৰিছিল মৰম আৰু স্নেহ।

কটন কলেজত অসমীয়া পঢ়ুৱাইছিল কটন কলেজিয়েট স্কুলৰ শিক্ষক ৰামেশ্বৰ বৰুৱাই। সপ্তাহত এদিন নে দুদিন অসমীয়া পঢ়ুৱায়। কলেজিয়েট স্কুলৰে শিক্ষক লক্ষ্মীনাথ শৰ্মা কটন কলেজত অসমীয়া পঢ়ুৱা আন এগৰাকী শিক্ষক। শৰ্মা অসমৰ তৃতীয় অনাৰ্চ গ্ৰেজুৱেট। ১৮৯৭ খৃঃত প্ৰেচিডেন্চী কলেজৰপৰা সংস্কৃতত অনাৰ্চ লৈ বি. এ. ডিগ্ৰী লাভ কৰিছিল। ১৮৮৬ খৃঃত জেনেৰেল এচেম্বলী কলেজৰপৰা ইংৰাজীত অনাৰ্চ লৈ বি. এ. ডিগ্ৰী লাভ কৰা গোপীনাথ বৰদলৈ অসমৰ প্ৰথম অনাৰ্চ গ্ৰেজুৱেট। দ্বিতীয় গুণ্জানন বৰুৱা। বৰুৱাই ১৮৮৭ খৃঃত Mental and Moral Scienceত অনাৰ্চ লাভ কৰিছিল। আটাইকেইগৰাকী দ্বিতীয় শ্ৰেণী। কটন কলেজত অসমীয়া পঢ়ুৱা লক্ষ্মীনাথ শৰ্মা গ্ৰেজুৱেট, এম. এ. নহয়, আনহাতে স্কুলৰ শিক্ষক। সেইবাবে হেনো আন শিক্ষকৰ হেয় ভাব। সেই ক্ষোভতে হেনো শৰ্মা ডাঙৰীয়াই ১৯১২ খৃঃত প্ৰাইভেট পৰীক্ষাৰ্থী স্বৰূপে সংস্কৃততে এম. এ. ডিগ্ৰী লাভ কৰিছিল। শৰ্মাই দ্বিতীয় বাৰ 'বিজুলী' আলোচনীখন ১৯০৪ খৃঃত ছিলঙৰপৰা সম্পাদনা কৰি উলিয়াইছিল। ১৯১৩ খৃঃৰপৰা ১৯২৩ খৃঃলৈকে সুদীৰ্ঘ ১০ বছৰ কাল কটন কলেজত অসমীয়া পঢ়ুৱাইছিল কথা-সাহিত্যিক সত্যনাথ বৰাই। বৰা আইন ব্যৱসায়ী, খাজতে আহি অসমীয়া পঢ়ুৱাই যায়। তেওঁ আৰ্ল ল কলেজৰো অধ্যাপক।

কটন কলেজৰ পুৰণি এক নম্বৰ ছাত্ৰাবাসত বাস কৰা সময়ত 'নিজৰা'ৰ কবি শৈলধৰ ৰাজখোৱা, যোৰহাটৰ দেৱেশ্বৰ বৰুৱা, সূৰ্য্যকুমাৰ ভূঞাৰ

সহপাঠী ৰুম-মেট। সেই সময়ত চুদমাৰ্চন চাহাবৰ তুমহীয়া পৰীক্ষা আৰু টিউটোৰিয়েল ক্লাচ বাধ্যতামূলক। পঢ়া আৰু পৰীক্ষাৰ হেচাত ছাত্ৰসকলৰ মূৰ তুলিবৰ সময় নাছিল যদিও ছাত্ৰসকলে সাহিত্য চৰ্চাৰ প্ৰতি একেবাৰে পিঠি দিয়া নাছিল। লক্ষ্মীকান্ত বৰুৱা, দ্বাৰিকানাথ দাস, দেবেশ্বৰ শৰ্মা, সিদ্ধেশ্বৰ গোঁহাই, পদ্মধৰ চলিহা, যোগেশচন্দ্ৰ তামুলী, গোপালচন্দ্ৰ গোস্বামী, শৈলধৰ ৰাজখোৱা, সূৰ্য্যকুমাৰ ভূঞা লগ লাগি গঢ়ি তুলিছিল এটি সাহিত্য চক্ৰ। তেওঁলোকৰ সাহিত্য চৰ্চাৰ ঘাই সুঁতি 'সেউতী'। সূৰ্য্যকুমাৰ ভূঞা হাতে লিখা আলোচনী 'সেউতী'ৰ সম্পাদক। মুকুতা যেন গোট গোট আখৰেৰে 'সেউতী'খন লিখিছিল লক্ষ্মীকান্ত বৰুৱাই। হাতে লিখা আলোচনী হ'লেও ১৯০৭ খৃঃত জন্ম লাভ কৰা 'সেউতী' এখন উচ্চমান বিশিষ্ট আলোচনী। সমসাময়িক কালছোৱাৰ কটন কলেজৰ আন দুখন আলোচনী ইংৰাজী 'The Morning' আৰু বঙলা 'অৰুণ'। 'The Student' নামৰ আন এখন হাতে-লিখা আলোচনী পদ্মধৰ চলিহাৰ সম্পাদনাত মাজে মাজে প্ৰকাশ হৈছিল। চলিহাৰ হাতৰ আখৰ ধুনীয়া, মাজে মাজে তেওঁ 'সেউতী'খনো লিখি দিছিল। তেওঁলোকৰ ভালেমান ৰচনা 'সেউতী'তে প্ৰকাশ হয়।

সূৰ্য্যকুমাৰ ভূঞা কটন কলেজৰ এ. এছ. এল. ক্লাবৰো সহকাৰী সম্পাদক। ১৯ জানুৱাৰীৰ দিনটো কটন কলেজত আনন্দৰাম বৰুৱাৰ মৃত্যু দিবস হিচাপে উদ্‌যাপন কৰা হয়। ডেকাসকলৰ মনত আনন্দৰাম বৰুৱা আছিল আদৰ্শ স্বৰূপ। ঈশ্বৰপ্ৰসাদ বৰুৱাৰ লগত সূৰ্য্যকুমাৰ ভূঞাই উত্তৰ গুৱাহাটীৰ আনন্দৰাম বৰুৱাৰ ঘৰ চাবলৈকো গৈছিল। তেওঁৰ আনন্দৰাম বৰুৱাৰ জীৱনী লিখাৰ সংকল্প তেতিয়াৰেপৰা।

সেই সময়তে কটন কলেজত মঞ্চস্থ কৰা হয় গোহাঞিবৰুৱাৰ 'জয়মতী' নাটক। 'জয়মতী'ৰ ভাৱত যোগেশচন্দ্ৰ তামুলী, গদাপাণিৰ ভাৱত ধনীৰাম তালুকদাৰ আৰু নাগিনী জিমুৰ ভাৱত শৈলধৰ ৰাজখোৱাৰ অভিনয়ে দৰ্শকক মুগ্ধ কৰিছিল। বিশেষকৈ ৰাজখোৱাৰ নাগিনীৰ বেশভূষা আৰু মাত-কথাই দৰ্শকক মুগ্ধ কৰিছিল। সেই বাবে বন্ধু মহলত তেওঁৰ নামেই হৈ পৰিছিল 'নাগিনী'।

ভাৰত চলিহা ছাত্ৰাবাসৰ মনিটৰ। জ্যেষ্ঠ কটনিয়ানসকলৰ ভিতৰত

শিৱসাগৰৰ দুৰ্গানাৰায়ণ বৰুৱা ছাত্ৰনেতা, বেচ ওখ-পাখ লোক। উত্তৰ গুৱাহাটীৰ কুমুদচন্দ্ৰ বৰুৱা ধীৰ স্থিৰ মৰমিয়াল লোক, ৰমেশচন্দ্ৰ সেনগুপ্ত ভাল খেলুৱৈ আৰু তীৰ্থনাথ ফুকন তেতিয়াৰেপৰা ধৰ্মশাস্ত্ৰৰ প্ৰতি অনুৰাগী ছাত্ৰ।

অমৰেশচন্দ্ৰ চক্ৰৱৰ্তী, সত্যেন্দ্ৰমোহন লাহিড়ী, লক্ষেশ্বৰ বৰুৱা, কমলেশ্বৰ বৰুৱা (মৌজাদাৰ), দেবেশ্বৰ বৰুৱা, ত্ৰৈলোকেশ্বৰ ভূঞা (ই. এ. চি.), ৰবীন্দ্ৰনাথ খাউণ্ড (মুখ্য নিৰ্বাচনী আয়ুক্ত), মৌলবী চাইফুদ্দিন আহমেদ (ডিব্ৰুগড়), ৰাজেন্দ্ৰনাথ বৰুৱা (শিৱসাগৰ), সিদ্ধেশ্বৰ গোঁহাই, উমাকান্ত গোঁহাই, দুৰ্গাপ্ৰসাদ বৰঠাকুৰ (শিৱসাগৰ), লক্ষীকান্ত বৰুৱা (শিৱসাগৰ), উমাকান্ত গোস্বামী, দেবেশ্বৰ শৰ্মা (যোৰহাট), চিত্ৰমল্ল বৰুৱা, হংসৰাম হাজৰিকা, হৰনাথ বৰুৱা, গোপালচন্দ্ৰ গোস্বামী. চৈয়দ মহম্মদ মহীবুল্লা, মহম্মদ তৈয়বুল্লা, প্ৰবোধচন্দ্ৰ সান্ন্যাল তেতিয়া কটন কলেজৰ ছাত্ৰ। কোনোজন সহপাঠী, কোনোজন ওপৰ শ্ৰেণীৰ ছাত্ৰ। ১৯০৯ খৃঃতে শিৱসাগৰ হাইস্কুলৰপৰা এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈ যতীন্দ্ৰনাথ দুৱৰাই প্ৰথমতে কটন কলেজত পঢ়িছিল। কিন্তু তেওঁ সৰহদিন নপঢ়ি কলিকতা স্কটিছ চাৰ্চ কলেজত পঢ়িছিল। উক্ত কলেজৰপৰাই দুৱৰাই ১৯১১ খৃঃত আই. এ. আৰু ১৯১৩ খৃঃত বি. এ. পৰীক্ষাত উত্তীৰ্ণ হৈছিল।

১৯১০ খৃঃত পদ্মনাথ গোহাঞিবৰুৱা এবাৰ কটন কলেজৰ ছাত্ৰাবাসলৈ আহোতে ভূঞাই তেওঁক প্ৰথম লগ পায়। স্কুলত পঢ়া দিনৰেপৰা তেওঁৰ ভালেমান কবিতা 'উষা'ত প্ৰকাশ হৈছিল। তেওঁৰ 'আহোমৰ দিন'ৰ পাণ্ডুলিপিখন গোহাঞিবৰুৱাই নি 'উষা'ত ছোৱা-ছোৱাকৈ প্ৰকাশ কৰিছিল। তেওঁৰ 'উষা'ত প্ৰকাশ হোৱা 'গদাধৰ সিংহ' নামৰ প্ৰবন্ধটো গোহাঞি-বৰুৱাৰ জীৱনী সংগ্ৰহত সন্নিবিষ্ট কৰা হয়। স্কুলীয়া ছাত্ৰাৱস্থাত ভূঞা ডাঙৰীয়াই প্ৰথমতে 'উষা'লৈ কবিতা পঠিয়াইছিল ভয়ে ভয়ে। কিন্তু এদিন তেওঁ গোহাঞিবৰুৱাৰ সহকাৰী যোগানন্দ দত্তৰপৰা চিঠি পালে যে তেওঁৰ কবিতা পিছৰ সংখ্যা 'উষা'ত প্ৰকাশ পাব। পিছৰ সংখ্যা 'উষা' অহালৈ তেওঁ বৰ আগ্ৰহেৰে অপেক্ষা কৰি ৰ'ল। যেতিয়া তেওঁৰ কবিতা 'উষা'ত প্ৰথম ছপাৰূপত দেখিছিল তেতিয়া তেওঁৰ আনন্দৰ পাৰ নাছিল।

'টাইমচ্ অৱ আসাম'ৰ সম্পাদক ৰাধানাথ চাংকাকতীয়ে 'অসম হিতৈষী' নামেৰে অসমীয়া আলোচনী এখন উলিয়াবলৈ স্থিৰ কৰিছিল। এই বাতৰি পাই উল্লাসিত হৈ সূৰ্য্যকুমাৰ ভূঞাই নতুন আলোচনীখনক আদৰণি জনাই এটি কবিতা লিখি পঠালে। ইতিপূৰ্বে 'টাইমচ্ অৱ আসাম'ত তেওঁৰ ইংৰাজী কবিতা প্ৰকাশ হৈছিল। তেতিয়ালৈকে চাংকাকতীৰ লগত ভূঞাৰ দেখা-সাক্ষাত হোৱা নাছিল। চাংকাকতীয়ে ভাবিলে ইংৰাজীতো কবিতা লিখিছে যেতিয়া নিশ্চয় বয়সীয়া লোক, অভিজ্ঞ ব্যক্তি। আদৰণি জনাই লিখা নতুন কবিতাটো ভাল পালে আৰু তেতিয়াই 'আসাম হিতৈষী'ৰ সম্পাদক হবলৈ আহ্বান জনালে। পিছতহে তেওঁ জানিব পাৰিলে সূৰ্য্যকুমাৰ ভূঞা কলেজীয়া ছাত্ৰ।

ভূঞাৰ ৰুমে-মেট শৈলধৰ ৰাজখোৱা আছিল খেল-ধেমালিত ব্যস্ত। তেওঁৱেই কটন কলেজত হকি খেল আৰম্ভ কৰিছিল, পিছত ৰাজখোৱা হকিৰ কেপ্তেইন নিৰ্বাচিত হয়। তেওঁলোকৰ তৃতীয়জন ৰুম-মেট দেবেশ্বৰ বৰুৱা ভূঞাৰ নিচিনা পুৱা গধূলি-পঢ়া নিয়মীয়া ছাত্ৰ। তেওঁলোকক দেখি ৰাজখোৱা পঢ়িবলৈ বাধ্য হয়। কেতিয়াবা দিনটো ফুটবল হকি খেলি ভাগৰি পৰি বিচনাত লাল-কাল দিয়ে। ভূঞাই তেওঁক পৰীক্ষাৰ কথা সোঁৱৰাই দি পঢ়িবলৈ উদ্‌গণি দিয়ে, আনকি লেমটো জ্বলাই দিব বিচাৰে। ৰাজখোৱা ইপিনে ক্লান্ত। নিজে উঠি পঢ়াৰ সলনি ভূঞাকে ডাঙৰ ডাঙৰকৈ পঢ়ি বুজাই দিবলৈ কয়। ৰুম-মেটৰ অৱস্থা বুজি ভূঞাই ইংৰাজী, সংস্কৃত নাইবা লজিক কিবা এটা বুজাবলৈ আৰম্ভ কৰে। ভূঞাই বুজাই থাকোতে অলপ পিছতে সিপিনে আৰম্ভ হয় ৰাজখোৱাৰ নাকৰ ঘোঁটঘোঁটনি। পুনৰ তেওঁক টোপনিৰপৰা জগাই ভাত খাবলৈ লৈ যায়। ৰাজখোৱাও আছিল এজন মেধাবী ছাত্ৰ। ৰাজখোৱাই স্কুলীয়া কালৰেপৰা কবিতা লিখিছিল যদিও প্ৰকাশ কৰিবলৈ সাহস কৰা নাছিল। কব নোৱাৰাকৈ ভূঞাই তেওঁৰ কবিতা এটা নি 'আলোচনী'ত প্ৰকাশ কৰিলে। নিজৰ কবিতা 'গতি' 'আলোচনী'ত প্ৰকাশ হোৱা দেখি ৰাজখোৱা নিজেই আচৰিত। পিছতহে জানিব পাৰিলে ই ৰুম-মেট ভূঞাৰ কাম। ৰাজখোৱাৰ কবিতা সংকলনখনিৰ নাম 'মালা'ৰ ঠাইত 'নিজৰা' দি দিলে সূৰ্য্যকুমাৰ ভূঞাই। আৰু পাতনিও লিখিছিল ভূঞাই।

ভুঞাৰ বাবে কটন কলেজৰ প্ৰধান আকৰ্ষণ আছিল পুথিভঁৰালটো। ইয়াতে তেওঁ ভালেকেইখন প্ৰখ্যাত ইংৰাজী গ্ৰন্থ পঢ়াৰ সুযোগ লাভ কৰিছিল। এই বিষয়ত তেওঁৰ প্ৰধান পৰামৰ্শদাতা শিক্ষাগুৰু আশুতোষ চেটাৰ্জী।

কটন কলেজত পঢ়া সময়ত তেওঁ বেচ ডাঙৰ দীঘল জনাবুজা ল'ৰা। যিমানে ডনা হৈছিল সিমানে মাকৰ স্মৃতিয়ে তেওঁক আনমনা কৰিছিল। সেইসময়তে মাকৰ বান্ধৱী এজনীৰ কথা জানিব পাৰি তেওঁ লগ ধৰিবলৈ গ'ল। মাকৰ বান্ধৱী তেতিয়া এখন ঘৰৰ গৃহিণী। মাকৰ বান্ধৱী গৰাকী তেওঁৰ সমুখলৈ ওলাই অহা নাছিল। বনকৰা ল'ৰাটোৰ হাতত একাপ চাহ দি পঠিয়াইছিল। সেই চাহ কাপতে তেওঁ পাইছিল মাকৰ বান্ধৱীৰ স্পৰ্শ। মাকৰ অশৰীৰি আত্মাই যেন তেওঁলৈ একেথৰে চাই আছিল। সিদিনা মাকৰ কথা সুঁৱৰি তেওঁ গোটেই নিশা চকুলোৰে বিচনা তিয়াইছিল।

১৯১১ খৃঃৰ ১৩ মাৰ্চৰপৰা আই. এ. পৰীক্ষা আৰম্ভ হয়। আই. এ. পৰীক্ষাত তেওঁ সুখ্যাতিৰে প্ৰথম বিভাগত উত্তীৰ্ণ হোৱাৰ উপৰিও দীপক মেধি ৰূপৰ স্মৃতি-পদক আৰু আনন্দৰাম বৰুৱা বঁটা লাভ কৰিছিল। আই. এ. পৰীক্ষাত তেওঁ লাভ কৰা নম্বৰ ইংৰাজীত ২০৪ ( ৩০০ ), অসমীয়াত ৮৬ ( ১০০ ), সংস্কৃতত ১৪৭ ( ২০০ ), লজিকত ১৩৫ ( ২০০ ) আৰু ৰসায়নত ১৩০ ( ২০০ )। আই. এ. পৰীক্ষাত বিশ্ববিদ্যালয়ত তেওঁৰ স্থান উনবিংশ।

আই. এ, পৰীক্ষাত তেওঁ লাভ কৰিলে ২৫ টকীয়া প্ৰতিযোগিতামূলক বৃত্তি। ২৫ টকীয়া বৃত্তি লাভ কৰা কটন কলেজৰ আনজন ছাত্ৰ পবিত্ৰ নাথ দাস। ২০ টকীয়া বৃত্তি লাভ কৰা ছাত্ৰসকলৰ ভিতৰত আছিল মহম্মদ তৈয়বুল্লা, সুশীল কুমাৰ চক্ৰৱৰ্তী, লক্ষ্মীকান্ত দাস, উমাকান্ত গোহাঁই, দেবেশ্বৰ বৰুৱা, কৃষ্ণনাথ শৰ্মা, ৰাজেন্দ্ৰনাথ বৰুৱা আৰু আজিজুৰ ৰহমান। সেই-বছৰ ২৫ টকীয়া বৃত্তি লাভ কৰা আন দুজন কৃতি ছাত্ৰ ঢাকা কলেজৰ মেঘনাদ সাহা আৰু প্ৰবোধ চন্দ্ৰ সান্যাল।

## কলিকতা যাত্ৰা

এফ. এ. পৰীক্ষাত উত্তীৰ্ণ হৈ সূৰ্য্যকুমাৰ ভুঞাই কলিকতা প্ৰেচিডেন্সী কলেজত বি. এ. পঢ়িবলৈ মন মেলিলে। কলিকতা তেওঁৰ পিতৃ ৰবিলাল

ভূঞাৰো শিক্ষা ভূমি। সকৰেপৰা শুনা কলিকতাৰ নানান কাহিনী আৰু বা-বাতৰিয়ে সেই ঠাইৰ অধ্যয়নৰ প্ৰতি তেওঁক আকৃষ্ট কৰিছিল। পিতৃ তেতিয়া ছিলঙৰ সচিবালয়ৰ চাকৰিত। ২৫ জুনৰ দিনৰ ১০ বজাত তেওঁ কলিকতা বুলি ছিলঙৰপৰা যাত্ৰা কৰিলে। দীঘলীয়া ছঘণ্টা যাত্ৰাৰ অন্তত আবেলি ৪ বজাত গুৱাহাটী পালে। তেতিয়া ছিলঙ গুৱাহাটী পথত মটৰ যান চলিছিল যদিও মটৰৰ চকাবোৰ আছিল 'চলিদ টায়াৰ'ৰ। গুৱাহাটীৰ বাচ ষ্টেচনত তেওঁলৈ বৈ আছিল প্ৰিয় বন্ধু অন্নৰাম বৰুৱা।

সিদিনা ৰাতি মোমায়েক ভোলানাথ দাসৰ ঘৰতে থাকি পিছদিনা দোকমোকালিতে ৰেল ষ্টেচন বুলি যাত্ৰা কৰিলে। অন্নৰাম বৰুৱাই ষ্টেচনত তেওঁক বিদায় জনাই গ'ল। গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি, চন্দ্ৰনাথ শৰ্মা, ৰত্নকান্ত শৰ্মা, ধীৰেন্দ্ৰনাথ আগৰৱালা সেইখন ৰেলগাড়ীতে কলিকতা বুলি ওলাইছিল। বৰদলৈ আৰু মেধি এম. এ. মহলাৰ ছাত্ৰ।

সেই সময়ত ব্ৰহ্মপুত্ৰ পাৰ হ'ব লাগিছিল জাহাজেৰে। ১৯৬৩ খৃঃতহে শৰাইঘাটৰ দলং নিৰ্মাণ কৰা হৈছে। ফেৰীৰে ব্ৰহ্মপুত্ৰ ইপাৰ সিপাৰ হোৱা কাৰ্য আছিল কিছু কষ্টকৰ। কুলি আৰু যাত্ৰীৰ ঠেলা-হেঁচা, ইখন ৰেলৰপৰা সিখন ৰেলত গৈ আসন ৰখা, বস্তু-বাহানি অনা-নিয়া আৰু ঘণ্টাৰ পিছত ঘণ্টা অবাবতে বোন্দাপৰ দি থাকিব লগা কাৰ্য নিশ্চয় আমনিদায়ক। কিন্তু সেই কষ্টৰ মাজতো আছিল এক বুজাব নোৱৰা তৃপ্তি আৰু আনন্দ। ৰাতিপুৱাৰ ব্ৰহ্মপুত্ৰৰ কোমল বতাহজাক আৰু আবেলি ৰাঙলী বেলি নাচি নাচি ব্ৰহ্মপুত্ৰৰ বুকুত মাৰ যোৱা দৃশ্য উপভোগৰ সুবিধা আৰু নাই। গা শীতল কৰা পুৱাৰ বতাহজাকৰ মাজেদি তেওঁ ব্ৰহ্মপুত্ৰ পাৰ হ'ল। তেতিয়া ব্ৰহ্মপুত্ৰৰ বুকুত বাৰিষাৰ আগজাননী।

১৮৮২ খৃঃত ডিব্ৰুগড় আৰু শদিয়া হৈ ছৈখোৱাঘাটলৈ চলা ৰেলখনেই অসমত চলা প্ৰথম ৰেল। ৰেল আলি ক্ৰমে বাঢ়ি গৈ ১৯১০ খৃঃত ধুবুৰীৰপৰা ডিব্ৰুগড়-শদিয়ালৈ ৰেল সংযোগ স্থাপন হৈছিল। গতিকে সূৰ্য্যকুমাৰ ভূঞা কলিকতালৈ পঢ়িবলৈ যোৱাৰ সময়ত পূৰ্বৰ দৰে যাতায়াতৰ অসুবিধা নাছিল।

ৰাতিপুৱা প্ৰায় ৭ মান বজাত ভাটিমুৱা ৰেলগাড়ী চেকুৰ মাৰিলে। বাটৰ কোনোবা ষ্টেচনত লগ হ'ল দেবেশ্বৰ শৰ্মা, জনাৰ্দন দাস আৰু

নবীনচন্দ্ৰ দাস। লাহে লাহে দলটো ডাঙৰ হ'ল। হাঁহি-ধেমালিৰ কোব চৰিল।

সন্ধিয়া সময়ত তেওঁলোক গৈ লালমনিহাট পালে। লালমনিহাট ডাঙৰ ষ্টেচন। পাৰ্বতীপুৰ পাওঁতে প্ৰায় মাজৰাতি হ'ল। পাৰ্বতীপুৰ এটা ডাঙৰ জংচন। পুৱে ধলফাট দিয়াৰ লগে লগে পদ্মাৰ পাৰৰ সৰাঘাটত উপস্থিত হ'ল। সিপাৰে ৰাইটি ঘাট। আকৌ সেই ফেৰী কুলিৰ ঠেলা-হেঁচা। সিপাৰে গৈ দাৰ্জিলিং মেইলত উঠিল। এইবিলাক ঠাই আৰু ৰেলপথ বৰ্তমান বাংলাদেশত।

প্ৰায় দিনৰ দহবজাত শিয়ালদহ ষ্টেচন পালে। জনবহুল কলিকতা চহৰৰ জনস্ৰোত দেখি পোনতে স্তম্ভিত হৈছিল যদিও পিছত সহজ হৈ আহিল। প্ৰথমতে গৈ আশ্ৰয় ললে ১৭ নং পুৰণি বৈঠকখানা ৰোডত থকা আসাম মেছত।

## ৭. উচ্চ শিক্ষা : কলিকতা

সূৰ্য্যকুমাৰ ভূঞাৰ প্ৰবল ইচ্ছা কলিকতা প্ৰেচিডেন্সী কলেজত পঢ়া। পূব ভাৰতৰ প্ৰায়বোৰ মেধাবী ছাত্ৰৰে আকৰ্ষণ প্ৰেচিডেন্সি কলেজ। নাম ভৰ্তিৰ বাবে প্ৰতিযোগিতা। নাম ভৰ্তিৰ বাবে ভূঞায়ো অলপ হাবাথুৰি খাবলগা হ'ল। এই কাৰ্যত তেওঁক কিছু সহায় কৰিলে গোপীনাথ বৰদলৈ (লোকপ্ৰিয়) আৰু বিষ্ণুচন্দ্ৰ বৰুৱাই।

মিঃ পিক (Mr. Peak) সেই সময়ত প্ৰেচিডেন্সি কলেজৰ অধ্যক্ষ। তেওঁ অধ্যক্ষক লগ ধৰিলত নাম ভৰ্তিৰ বাবে সকলো ব্যৱস্থা কৰি দিলে।

ইংৰাজীত অনাৰ্চ লৈ বি. এ. শ্ৰেণীত ভৰ্তি হ'ল। ইংৰাজীত অনাৰ্চ লৈ বি. এ. পঢ়াৰ হেপাহ পূৰ্বৰেপৰা। আন দুটি বিষয় অৰ্থনীতি আৰু সংস্কৃত। থাকিবলৈ ললে ইডেন হিন্দু হোষ্টেলত। সৰহভাগ মেধাবী ছাত্ৰ আৰু আভিজাত্যপূৰ্ণ পৰিয়ালৰ সন্তান ইডেন হিন্দু হোষ্টেলৰ বাসিন্দা। বঙালী ছাত্ৰৰ উপৰিও বিহাৰ, উৰিষ্যা আদি ভিন ভিন প্ৰদেশৰ ছাত্ৰ উক্ত ছাত্ৰাবাসত বাস কৰিছিল। ইডেন হোষ্টেলত বাস কৰা আন এজন ছাত্ৰ পদ্মধৰ চলিহা। বাণীকান্ত কাকতি, ৰাজেন্দ্ৰনাথ বৰুৱা, লক্ষ্মীনাথ দাস, কৃষ্ণনাথ শৰ্মা প্ৰভৃতি পিছত ইডেন হোষ্টেলত বাস কৰা আন আন অসমীয়া ছাত্ৰ।

ডক্টৰ মেঘনাদ সাহা, ডক্টৰ নীলৰতন ধৰ, ডক্টৰ জ্ঞানেন্দ্ৰনাথ মুখাৰ্জী, ডক্টৰ চাৰ জ্ঞানেন্দ্ৰনাথ ঘোষ, প্ৰমথনাথ বেনাৰ্জী, ডক্টৰ বিৰাজশংকৰ গুহ, যোগেশচন্দ্ৰ চক্ৰৱৰ্তী, ডক্টৰ হেমচন্দ্ৰ ৰায়চৌধুৰী, ডক্টৰ খগেন্দ্ৰনাথ চক্ৰৱৰ্তী, সত্যেন্দ্ৰনাথ মোদক, ডক্টৰ মোহিনীমোহন ভট্টাচাৰ্য সেই সময়ত ইডেন হিন্দু হোষ্টেলৰ ছাত্ৰ। উক্ত আটাইকেইজন ব্যক্তি বংগদেশৰ একোটি তাৰকা।

ছাত্ৰাবাসৰ বাহিৰতো ভালেকেইজন গুণী-জ্ঞানীলোকৰ লগত আছিল তেওঁৰ প্ৰগাঢ় বন্ধুত্ব। ডক্টৰ সুনীতিকুমাৰ চেটাৰ্জী, ডক্টৰ সত্যেন বোস, চণ্ডীচৰণ ভট্টাচাৰ্য প্ৰভৃতি গুণী-জ্ঞানী লোকসকল আছিল তেওঁৰ বন্ধু। তেওঁলোক তেতিয়া প্ৰেচিডেন্সী কলেজৰ ছাত্ৰ। চণ্ডীচৰণ ভট্টাচাৰ্য এণ্ট্ৰেন্স আৰু আই. এ. পৰীক্ষাত বিশ্ববিদ্যালয়ত প্ৰথম স্থান লাভ কৰা ভূঞাৰ সহপাঠী বন্ধু।

## প্ৰেচিডেন্সী কলেজ

প্ৰেচিডেন্সী কলেজ বংগদেশ তথা ভাৰতবৰ্ষৰ এখনি পুৰণি কলেজ। প্ৰেচিডেন্সী কলেজেই পুৰণি হিন্দু কলেজ। ১৮১৭ খৃঃৰ ২০ জানুৱাৰীত কলিকতাৰ গৰাণহাটাৰ গোৰাচাঁদ বসাকৰ ঘৰতে হিন্দু কলেজৰ শুভাৰম্ভ। হিন্দু কলেজ স্থাপনৰ গুৰিতে আছিল ডেভিদ হেয়াৰ, ৰামমোহন ৰায় প্ৰভৃতি ভালেমান গুণী-জ্ঞানী লোক।

স্কটলেণ্ড নিবাসী ডেভিদ হেয়াৰ (১৭৭৫-১৮৪২) ১৮৩০ খৃঃত কলিকতালৈ আহিছিল ঘড়ী ব্যৱসায়ী হিচাপে। ডেভিদ হেয়াৰ অকল ঘড়ী ব্যৱসায়ী হিচাপে নাথাকি উঠি-পৰি লাগিল কলিকতাত নতুন পুৰুষৰ মাজত ইংৰাজী শিক্ষা প্ৰচলনৰ বাবে। প্ৰথমতে ডেভিদ হেয়াৰে 'হেয়াৰ স্কুল' স্থাপন কৰিছিল। হেয়াৰ স্কুলক পিছত চাচাইটি স্কুল নামেৰেহে জনা গৈছিল। পাশ্চাত্য শিক্ষা প্ৰণালীৰ গুৰি ধৰোতা ডেভিদ হেয়াৰৰ শিক্ষানীতিৰ প্ৰধান বৈশিষ্ট্য ধৰ্ম-নিৰপেক্ষ শিক্ষা। মিছনাৰীৰ নিচিনা তেওঁৰ কোনো প্ৰচাৰগন্ধী মনোভাব নাছিল।

কলিকতাত হিন্দু কলেজ স্থাপন হোৱাৰ লগে লগে বংগদেশ তথা ভাৰতবৰ্ষতো শিক্ষাৰ ক্ষেত্ৰত এটা নতুন যুগৰ সূচনা হ'ল। দেশী-বিদেশী বহুতো নামজলা ব্যক্তি এই হিন্দু কলেজৰ লগত জড়িত। ১৮৫৪ খৃঃত

হিন্দু কলেজেই প্ৰেচিডেন্সী কলেজলৈ ৰূপান্তৰিত হ'ল। গুণাভিৰাম বৰুৱা প্ৰেচিডেন্সী কলেজৰ জন্মলগ্নৰ ছাত্ৰ। ১৮২৪ খৃঃত কলিকতাত সংস্কৃত কলেজ আৰু ১৮৩৫ খৃঃত মেডিকেল কলেজ স্থাপন কৰা হৈছিল।

মনমোহন ঘোষ, প্ৰফুল্লচন্দ্ৰ ঘোষ, বিনয়েন্দ্ৰনাথ সেন, পণ্ডিত আশুতোষ শাস্ত্ৰী, মিঃ জে. ডবলিউ. হিউম, মিঃ টি. এছ. ষ্টাৰ্লিং, ডবলিউ চি. ৱৰ্ডচৱৰ্থ, আৰ. এন. গিলক্ৰিষ্ট, জে. চি. কায়োজি সেইসময়ৰ প্ৰেচিডেন্সী কলেজৰ কৃতি শিক্ষক। এই কৃতি শিক্ষকমণ্ডলী সূৰ্যাকুমাৰ ভূঞাৰ শিক্ষাগুৰু।

এইচ. এম. পাৰ্চিভেলৰ নিচিনা খ্যাতনামা কৃতি অধ্যাপক এবছৰ আগতে কলেজ এৰি যোৱাত ভূঞা ডাঙৰীয়াই তেওঁৰপৰা শিক্ষা গ্ৰহণৰ সুযোগ নাপালে। তেওঁৰ ঠাই পূৰণ কৰা এইচ. আৰ. জেমচ আন এগৰাকী কৃতি অধ্যাপক। জেমচ এগৰাকী প্ৰখ্যাত লিখক, ভূঞা তেওঁৰ প্ৰিয় ছাত্ৰ।

মনমোহন ঘোষ শ্ৰীঅৰবিন্দৰ ভায়েক। তেওঁ অক্সফোৰ্ডৰ ছাত্ৰ। ইংলণ্ডত তেওঁ লৰেঞ্চ, বিনিয়ন আৰু ষ্টিফেন ফিলিপচ্ প্ৰভৃতিৰ লগত একেলগে কাব্য চৰ্চা কৰা কৰি। অধ্যাপক ঘোষে ভূঞাক বি. এ. অনাৰ্চ আৰু এম. এ. ক্লাচত ইংৰাজী পঢ়ুৱাইছিল। অধ্যাপক ঘোষৰ প্ৰধান পাঠ্য বিষয় কাব্য। অধ্যাপক ঘোষে সূৰ্য্যকুমাৰ ভূঞাক ইংৰাজীত কবিতা ৰচনা কৰিবলৈ প্ৰেৰণা যোগোৱাৰ উপৰিও ডুই এটা কবিতা চাই মেলিও দিছিল।

গভীৰ জ্ঞান আৰু বিশাল অধ্যয়নৰ অধিকাৰী আছিল অধ্যাপক হিউম। মনত লগাকৈ শিকাব পাৰিছিল বাবে তেওঁ সকলোৰে শ্ৰদ্ধাভাজন হ'ব পাৰিছিল।

শিক্ষকৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ হ'লে মেধাৰ উপৰিও ছাত্ৰৰ বাবে প্ৰয়োজন নিষ্ঠা, ঐকান্তিকতা আৰু সজ আচৰণ। এই আটাইকেইটা গুণৰে অধিকাৰী আছিল বাবে ভূঞাই কটন কলেজৰ দৰে প্ৰেচিডেন্সী কলেজৰ অধ্যাপকমণ্ডলীৰ মাজত এজন প্ৰিয় ছাত্ৰ হৈ পৰিছিল।

## বঙলা চনেট ৰচনা

সূৰ্য্যকুমাৰ ভূঞা প্ৰেচিডেন্সী কলেজত পঢ়িবলৈ লোৱা বছৰতে অৰ্থাৎ ১৯১১ খৃঃৰ শেষৰ ফালে ইডেন হিন্দু হোষ্টেলত এখন বঙলা চনেট

প্ৰতিযোগিতাৰ আয়োজন কৰিছিল। ভূঞাই 'অন্তিমে জননী' শীৰ্ষক চনেট এটা ৰচনা কৰি লাভ-লাভকৈ যোগদান কৰিলে। প্ৰেচিডেন্সী কলেজৰ বঙালী ছাত্ৰৰ মাজত আয়োজন কৰা প্ৰতিযোগিতাত ভূঞাৰ কবিতাই প্ৰথম স্থান লাভ কৰিলে।

## অন্তিমে জননী

'অন্তিমেৰ কোণে বসি' কহিলা জননী
চলিলাম দূৰ দেশে ফিৰিব না আৰ,
জনমেৰ যত সাধ ৰহিল বাছনি
জানিবে একাকী তুমি কুটিল সংসাৰ।
বহিল আঁখিৰ জল অজস্ৰ ধাৰায়
সিক্ত কৰি পাণ্ডু গণ্ডস্থল. বহে যথা
ৰবি তাপে হিম ধাৰা হিমাদ্ৰিৰ গায়
জননীৰ মুখে আৰ ফুটিল না কথা
কহিল সন্তান, ৰহিব একাকী আমি
এই বিশ্বে প্ৰকৃতিৰ অতিথি আলয়ে
যেখানে সহায় মোৰ জগতেৰ স্বামী
তুমিও যেখানে মাগো আমাৰ হৃদয়ে
জননীৰ আঁখি কোণে জ্বলিল এবাৰ
হাসিৰেখা উজলিয়া শমনেৰ দ্বাৰ।

ইডেন হিন্দু হোষ্টেল, ২৭ আগষ্ট, ১৯১১ বিশ্ববিদ্যালয়ৰ ইনষ্টিটিউট হলত আয়োজন কৰা বঁটা বিতৰণী সভাত পৌৰোহিত্য কৰিছিল চাৰ গুৰুদাস বেনাৰ্জীয়ে। চনেটটো ভূঞাই নিজেই পাঠ কৰিলে। সভাপতি বেনাৰ্জী অভিভূত হ'ল আৰু পিন্ধি থকা ডিঙিৰ মালাধাৰি উলিয়াই নিজহাতে ভূঞাৰ ডিঙিত পিন্ধাই দিলে। জাউৰি জাউৰি দৰ্শকৰ হাত-চাপৰি পৰিল। চাৰ গুৰুদাস বেনাৰ্জীৰ লগত এয়েই তেওঁৰ পৰিচয়ৰ সূত্ৰ। তেতিয়া তেওঁ তৃতীয় বাৰ্ষিক বি. এ. শ্ৰেণীৰ ছাত্ৰ।

সভাত উপস্থিত থকা বিশিষ্ট আইন ব্যৱসায়ী শিৱপ্ৰসন্ন ভট্টাচাৰ্যয়ো সূৰ্য্যকুমাৰ ভূঞাক ভূয়সী প্ৰশংসা কৰিছিল। ভট্টাচাৰ্য ভূঞাৰ সহপাঠী

বিশ্ববিদ্যালয়ৰ কৃতী ছাত্ৰ চণ্ডীচৰণ ভট্টাচাৰ্যৰ পিতৃ। উপেন্দ্ৰনাথ বেজবৰুৱাই এই উছৱৰ বিবৰণ এটি লিখি 'অসম বন্তী'ত প্ৰকাশ কৰিছিল।

## নতুন প্ৰদেশ আৰু কাউন্সিল

১৯১১ খ্ৰীঃৰ বছৰটো কলিকতা তথা বংগদেশৰ বাবে এটি স্মৰণীয় বছৰ। এই বছৰতে সম্ৰাট পঞ্চম জৰ্জ ভাৰত ভ্ৰমণৰ বাবে আহিছিল। দিল্লীত দৰবাৰ পাতি পঞ্চম জৰ্জৰ ৰাজ-অভিষেকৰ আয়োজন কৰিছিল। পূৰ্বতে ভাৰতবৰ্ষৰ ৰাজধানী আছিল কলিকতা, তেতিয়াৰেপৰা ৰাজধানী হ'ল নতুন দিল্লী। লৰ্ড হাৰ্ডিঞ্জ সেইসময়ত ভাৰতবৰ্ষৰ গৱৰ্ণৰ জেনেৰেল। পঞ্চম জৰ্জৰ আগমন উপলক্ষ্যে কলিকতাত হোৱা ৰাজকীয় শোভাযাত্ৰা চোৱাৰ সুযোগ ভূঞায়ো লাভ কৰিছিল।

সেইসময়ত স্বদেশী আন্দোলন, বংগ-ভংগ আন্দোলন আদি নানান আন্দোলনেৰে কলিকতা তল-ওপৰ। পূৰ্বতে অসম আৰু পূৱবংগক লৈ 'পূৰ্ববংগ আৰু অসম' নামেৰে এখন প্ৰদেশ কৰা হৈছিল। তেতিয়াৰেপৰা 'বংগ-ভংগ' ৰ'দ কৰি বঙলা-ভাষাভাষীসকলক লৈ এখন সুকীয়া প্ৰদেশ কৰা হয়। চাৰ আৰ্চডেল আৰ্ল নতুন প্ৰদেশখনৰ প্ৰথম চীফ কমিচনাৰ। ১৯১৩ খ্ৰীঃৰ ২ জানুৱাৰীৰপৰা অসমৰ বাবে এখন সুকীয়া ব্যৱস্থাপক সভা গঠন কৰা হয়। এই ব্যৱস্থাপক সভা বা লেজিচলেটীভ কাউন্সিলৰ মুঠ সদস্য সংখ্যা ২৫জন, ইয়াৰ ভিতৰত ১১জন প্ৰজাৰ দ্বাৰা নিৰ্বাচিত সদস্য, ১৪জন চৰকাৰৰপৰা মনোনীত সদস্য। প্ৰজাৰ দ্বাৰা নিৰ্বাচিত সদস্যসকলৰ ভিতৰত আছিল মাণিকচন্দ্ৰ বৰুৱা, ফণিধৰ চলিহা, কামিনীকুমাৰ চন্দ, তৰুণৰাম ফুকন, নলিনীকান্ত ৰায়দস্তিদাৰ, ঘনশ্যাম বৰুৱা, সীতামোহন দাস, আবদুল মজিদ, সৈয়দ মহম্মদ সাদুল্লা। চৰকাৰৰ দ্বাৰা মনোনীত সদস্যৰ ভিতৰত পদ্মনাথ গোহাঞিবৰুৱা, প্ৰভাতচন্দ্ৰ বৰুৱা, দুলালচন্দ্ৰ দেব আৰু ৰমণীমোহন দাস। আনবোৰ সদস্য উচ্চপদস্থ চৰকাৰী বিষয়া চাহাব আৰু চাহ-বাগিছাৰ চাহাব।[১]

'বংগভংগ ৰ'দ' বাতৰি প্ৰচাৰ হোৱা দিনাখন কলিকতা চহৰত প্ৰবল

---

১। পদ্মনাথ গোহাঞিবৰুৱা : অসম বুৰঞ্জী, ১৯০৭, পৃ. ৩২৪

উত্তেজনা। বৌবাজাৰ ষ্ট্ৰীটৰ 'বেংগলী' কাকতৰ কাৰ্যালয়ৰ সমুখত জনতাৰ বিৰাট সমাগম; বিৰ দি বাট নোপোৱা অৱস্থা। জনতা উল্লাসিত। সেই উল্লাসৰ মাজতে সুৰেন্দ্ৰনাথ বেনাৰ্জীয়ে 'বেংগলী' কাকতৰ কাৰ্যালয়ৰ ওপৰ মহলাৰ বাৰান্দালৈ ওলাই আহি কৈছিল "যোৱা, ঘৰলৈ গৈ বন্তী অলোৱা।" তৃতীয় বাৰ্ষিকৰ ছাত্ৰ ভূঞা এই সকলোবোৰ ঘটনাৰ নীৰব চাক্ষুস দ্ৰষ্টা।

১৯১১ খৃঃৰ ডিচেম্বৰ মাহত কলিকতাত অনুষ্ঠিত হৈছিল ভাৰতীয় জাতীয় কংগ্ৰেছৰ ষষ্ঠবিংশ অধিবেশন। উত্তৰ প্ৰদেশৰ পণ্ডিত বিশননাৰায়ণ ধৰ কলিকতা কংগ্ৰেছৰ সভাপতি। ভূঞাই ভাৰতীয় কংগ্ৰেছ চোৱাৰো সুযোগ পাইছিল কলিকতাতে। অধিবেশনৰ আটাইকেইদিন তেওঁ ৰভাস্থলীত উপস্থিত আছিল।

তেওঁৰ আনন্দৰাম বৰুৱাৰ জীৱনী এখন ৰচনা কৰাৰ পৰিকল্পনা স্কুলীয়া ছাত্ৰাৱস্থাৰেপৰা। আনন্দৰাম বৰুৱাৰ বিষয়ে সমল সংগ্ৰহ কৰিবলৈ তেওঁ ১৯১১ খৃঃৰ ২৩ জানুৱাৰীত চাৰ গুৰুদাস বেনাৰ্জীৰ কাষ চাপিল। কলিকতাৰ নাৰিকলডাংগাত বেনাৰ্জীৰ ঘৰ। বেনাৰ্জী আছিল আনন্দৰাম বৰুৱাৰ প্ৰেচিডেন্সী কলেজৰ শিক্ষাগুৰু। আনন্দৰাম বৰুৱাৰ কলেজীয়া জীৱনৰ কথাখিনি সংগ্ৰহ কৰিছিল বেনাৰ্জীৰপৰাই। একে উদ্দেশ্যৰে ১৯১৩ খৃঃৰ ১৩ জানুৱাৰীত লগ ধৰিছিল চাৰ তাৰকনাথ পালিতক। পালিত আনন্দৰাম বৰুৱাৰ অন্তৰংগ বন্ধু। তেওঁৰ ঘৰতে আনন্দৰাম বৰুৱাই শেষ নিশ্বাস এৰিছিল।

ভূঞা প্ৰেচিডেন্সী কলেজত পঢ়া কালছোৱাতে চাৰ জগদীশচন্দ্ৰ বসু কলেজৰ অধ্যাপক। এবাৰ তেওঁ একেখন ৰেলগাড়ীতে চাৰ জগদীশচন্দ্ৰ বোসৰ লগত কলিকতাৰপৰা গুৱাহাটীলৈ অহাৰ আৰু সান্নিধ্য লাভৰ সুযোগ পালে। ভয়ে ভয়ে কথা পাতি বিশ্ববিশ্ৰুত পণ্ডিতজনাৰপৰা পালে পিতৃসুলভ মৰম আৰু সহানুভূতি।

পুথি-ভৰাল, অধ্যয়ন, মহৎ লোকৰ সান্নিধ্য আদিতে সততে ব্যস্ত আছিল যদিও ইয়াৰ মাজতে তেওঁ প্ৰায়ে মাৰ্কাচ স্কোৱাৰত গোপীনাথ বৰদলৈ, ৰবীন্দ্ৰৰাম খাউণ্ড, গিৰীন্দ্ৰনাথ গগৈ প্ৰভৃতিৰ লগত টেনিচ খেলিছিল।

গোপীনাথ বৰদলৈ এবাৰ কলিকতা চহৰতে টাইফয়দ ৰোগত আক্ৰান্ত

হ'ল। বৰদলৈৰ ৰোগ ক্ৰমে জটিল ৰূপ ধাৰণ কৰিছিল। এই যাত্ৰাত তেওঁ কোনোমতে সাৰিল।

এবাৰ গৰমৰ বন্ধত ঘৰলৈ অহাৰ সময়ত বুঢ়ীমাক নৰিয়া-পাটিত, মৃত্যুলৈ ক্ষণ গণি আছে। বহুদিনৰ মূৰত নাতিল'ৰা সূৰ্য্যকুমাৰক পাই পৰম আনন্দ। বিচনাৰ কাষলৈ মাতি নিলে আৰু কাপোৰৰ তলৰপৰা পকা আম এটি উলিয়াই দি ক'লে 'খোৱা'। সৰুকালিত দোকমোকালিতে উঠি সূৰ্য্যকুমাৰে পকা আম বুটলি আনি বুঢ়ীমাকৰ হাতত দিছিল। আৰু সিদিনা বুঢ়ীমাকে নিজেই তেওঁৰ হাতত তুলি দিছে পকা মধুৰী আম এটা। তেওঁ বৰ তৃপ্তিৰে আমটো খালে।

বুঢ়ী মাক সৰহদিন জীয়াই নাথাকিল। কেইসপ্তাহমান পিছতে মৃত্যুবৰণ কৰিলে। মাকৰ মৃত্যুৰ পিছত বুঢ়ীমাকে তেওঁক তুলি-তালি ডাঙৰ-দীঘল কৰিছিল। সেই গৰাকী বুঢ়ীমাকৰ মৃত্যুত সূৰ্য্যকুমাৰ বৰকৈ অভিভূত হৈ পৰিছিল।

বন্ধৰ শেষত কলিকতালৈ উভতি আহি ভূঞাই পঢ়া-শুনাত মন পুতি লাগিল। ইংৰাজী সাহিত্যত অনাৰ্চ। ২৫ মাৰ্চৰপৰা বি. এ. পৰীক্ষা আৰম্ভ হ'ল। ভূঞাই ইংৰাজীত অনাৰ্চ লৈ বি. এ. পৰীক্ষাত উত্তীৰ্ণ হ'ল। সেই বছৰ সত্যচৰণ কহলি নামৰ ভিক্টোৰিয়া কলেজৰ ছাত্ৰ এজনে ইংৰাজীত প্ৰথম শ্ৰেণী লাভ কৰিছিল। ৮৪ জন ছাত্ৰই দ্বিতীয় শ্ৰেণী লাভ কৰে। ভূঞাৰ স্থান ২২। তেওঁ ইংৰাজী অনাৰ্চত ক্ৰমে ৪৭, ৪৭, ৬০, ৩৬, ৪৮, ৫১—মুঠ ২৮৯, ভাৰ্নিকুলাৰ ৬২, সংস্কৃত ৫৪, ৪৬, ৫৮ আৰু অৰ্থনীতিত ৫২, ৬২, ৬০।

১৯১৩ চনত অসমৰপৰা স্নাতকোত্তৰ মহলাৰ বৃত্তি লাভ কৰা ছাত্ৰ দুজন সূৰ্য্যকুমাৰ ভূঞা আৰু শশীমোহন চক্ৰৱৰ্তী। সূৰ্য্যকুমাৰ ভূঞাই স্নাতকোত্তৰ মহলাত পঢ়িবৰ বাবে ৩৭ টকা (২৫ টকা) বৃত্তি লাভ কৰাৰ উপৰিও লাভ কৰিছিল বিষ্ণুপ্ৰিয়া দেৱী পুৰস্কাৰ। সেই সময়ত কলিকতা বিশ্ববিদ্যালয়ৰ বি. এ. পৰীক্ষাত সৰ্বোচ্চ নম্বৰ লাভ কৰি উত্তীৰ্ণ হোৱা অসমীয়া ছাত্ৰজনক বিষ্ণুপ্ৰিয়া দেৱী পুৰস্কাৰ প্ৰদান কৰা হৈছিল। গুণাভিৰাম বৰুৱাই তেওঁৰ অকালতে প্ৰাণ হেৰোৱা পত্নী বিষ্ণুপ্ৰিয়া দেৱীৰ স্মৃতিত কলিকতা বিশ্ব-বিদ্যালয়ৰ জৰিয়তে এই পুৰস্কাৰ প্ৰদান কৰিছিল।

## Bishnu Priya Devi Prize

On the 29th Sept. 1892, Gunabhiram Barua, Fellow of the Calcutta University forwarded to the Registrar, a Government Promissory Note for Rs. 300 for the purpose of an annual prize of books to be called Bishnu Priya Devi Prize in memory of his deceased wife on condition that the same be awarded to the best successful B. A. candidate from Assam. The donation was thankfully accepted by the syndicate at their meeting held on the 19th Nov. 1892.*

## এম. এ. আৰু আইন কলেজত অধ্যয়ন

সুৰ্য্যাতিৰে বি. এ. পৰীক্ষাত উত্তীৰ্ণ হৈ ভূঞা ডাঙৰীয়াই অক্সফোৰ্ড বা কেম্ব্ৰিজ বিশ্ববিদ্যালয়ত অধ্যয়নৰ বাবে বিলাতলৈ যাবলৈ মন কৰিছিল। ইংৰাজী সাহিত্যৰ খ্যাতনামা সাহিত্যিকসকলৰ জন্মভূমি কৰ্মভূমি ইউৰোপ। ইংৰাজী সাহিত্যৰ ছাত্ৰস্বৰূপে বৰেণ্য সাহিত্যিকসকলৰ কৰ্মভূমি জন্মভূমিত এবাৰ ভুমুকি মৰাটো আছিল তেওঁৰ জীৱনৰ মধুৰ সপোন। চেক্সপিয়েৰ, মিল্টনৰ জন্মভূমি, সমাধিস্থান, ডিকেন্সৰ পুৰণি দোকানখন, সঘনে ভুমুকি মৰা ক্লাবতো এবাৰ নিজ চকুৰে চাই অভিজ্ঞতা সঞ্চয় কৰাটোৱেই আছিল তেওঁৰ স্বপ্ন। কিন্তু ঘৰুৱা আৰ্থিক দুৰৱস্থা আৰু চৰকাৰৰ উচ্চ শিক্ষাৰ বাবে আৰ্থিক সাহায্য দিয়াৰ কোনো ব্যৱস্থা নথকাত তেতিয়া বিলাতলৈ যোৱাটো সম্ভৱ নহ'ল। পৃথিৱী-বিয়পা প্ৰথম মহাসমৰেও অন্তৰায় সৃষ্টি কৰিছিল। কিন্তু ইয়াৰ প্ৰায় কুৰিবছৰ পিছত তেওঁৰ মনৰ আশা পুৰণ হ'ল।

সূৰ্য্যকুমাৰ ভূঞা পুনৰ প্ৰেচিডেন্সী কলেজত ইংৰাজী সাহিত্যৰ এম. এ. শ্ৰেণীত ভৰ্তি হ'ল। লগতে কলিকতা বিশ্ববিদ্যালয়ৰ আইন কলেজত পঢ়িবলৈ ল'লে। ইংৰাজীৰ এম. এ. শ্ৰেণীত শিক্ষকস্বৰূপে লাভ কৰিলে অধ্যক্ষ এইচ. আৰ, জেমচক। অধ্যক্ষ জেমচ 'হেলেনিক হেৰিটেজ এণ্ড বিউটিজ'ৰ ৰচক।

আইন কলেজৰ অধ্যাপকমণ্ডলীৰ মাজত আছিল এচ. খোদাবক্স,

*The University of Calcutta, The Calender for the year 1914

জ্যোতিভূষণ সৰ্বাধিকাৰী, ডক্টৰ ৰাজেন্দ্ৰপ্ৰসাদ, অজয় দত্ত, ডক্টৰ এচ. চি. বাগচি। মহান আইনজ্ঞ আৰু ৰাজনীতিবিদসকলক শিক্ষকস্বৰূপে লাভ কৰাৰ সৌভাগ্য হৈছিল। ডক্টৰ ৰাজেন্দ্ৰপ্ৰসাদ ভাৰতবৰ্ষৰ প্ৰথম ৰাষ্ট্ৰপতি স্বৰূপে গুৱাহাটীলৈ আহোঁতে ভূঞা ডাঙৰীয়াই সান্নিধ্য লাভ কৰোতে পূৰ্বৰ আইন কলেজৰ কথা সোঁৱৰাই দিয়ে।

কলিকতাত এম. এ, আৰু ল পঢ়া কালছোৱাই সূৰ্য্যকুমাৰ ভূঞাৰ বাবে আটাইতকৈ ব্যস্ত কাল। এই কালছোৱাতে অ'ত ত'ত ঘূৰি সংগ্ৰহ কৰিলে আনন্দৰাম বৰুৱাৰ গ্ৰন্থ ৰচনাৰ বাবে ভালেমান মূল্যবান তথ্য আৰু আনন্দৰাম বৰুৱা ৰচিত ভালেমান গ্ৰন্থ।

কেম্‌ব্ৰিজ বিশ্ববিদ্যালয়ৰ মিঃ চেচিল বেণ্ডেলে আনন্দৰাম বৰুৱা সম্পৰ্কে ৰচনা কৰা প্ৰবন্ধ এটা কতো বিচাৰি নাপাই কেম্‌ব্ৰিজ আৰু অক্সফোৰ্ডৰ অসমীয়া আৰু বঙলা ভাষাৰ অধ্যাপক জে. ডি. এণ্ডাৰচনলৈ লিখিলে। এণ্ডাৰচন এসময়ত অসমত ডেপুটি কমিচনাৰস্বৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। এণ্ডাৰচনে প্ৰবন্ধটোৰ লগতে আন তথ্যও সংগ্ৰহ কৰি দি সহায় কৰিলে। The Hindoo Patriot, The Indian Mirror কাকতত আনন্দৰাম বৰুৱাৰ মৃত্যুত ওলোৱা শোকবাণীসমূহ সংগ্ৰহ কৰিছিল কলিকতাত পঢ়া সময়তে। অৱশেষে পুথিখন ৰচনা আৰু প্ৰকাশ কৰিছিল ১৯২০ খৃঃত।

কলিকতাত পঢ়া কালছোৱাতে অসমীয়া ছাত্ৰসকলে ৰত্নমালা গ্ৰন্থাৱলী শীৰ্ষক এলানি জীৱনী ৰচনা কৰাৰ সংকল্প গ্ৰহণ কৰিছিল। ভূঞাই নিজে গোপালকৃষ্ণ গোখলে, আনন্দীবাই যোশী, আনন্দৰাম বৰুৱা, পণ্ডিতা ৰমাবাই সৰস্বতী, জয়মতী কুঁৱৰী, ৰজা গদাধৰ সিংহ, আনন্দৰাম ঢেকিয়াল ফুকন আৰু ৰাধিকাৰাম ঢেকিয়াল ফুকনৰ জীৱনী লিখিবলৈ গাত ল'লে। বিষ্ণুপ্ৰসাদ দুৱৰাই ৰাজা ৰামমোহন ৰায়, পদ্মধৰ চলিহাই হেমচন্দ্ৰ বৰুৱা, মহাদেৱ শৰ্মাই ৰামকৃষ্ণ পৰমহংস, স্বামী বিবেকানন্দ, বাণীকান্ত কাকতিয়ে দাদাভাই নৌৰজী, মহাদেৱ শৰ্মাই, গোবিন্দ ৰানাদে, প্ৰফেচাৰ মেক্সমুলাৰ, লক্ষেশ্বৰ বৰুৱাই চিষ্টাৰ নিবেদিতা আৰু ফিৰোজ চাহ মেহটা, ৰবীন্দ্ৰনাথ খাউণ্ডে মিচেচ এনি বেচেণ্ট, পণ্ডিত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, আৰু দুৰ্গাপ্ৰসাদ বৰঠাকুৰে মিচ মেৰী কাৰপেণ্টাৰ গ্ৰন্থ ৰচনা কৰিবলৈ স্থিৰ কৰিছিল। এই সংকল্প

সম্পূৰ্ণৰূপে কাৰ্যকৰী নহ'ল যদিও মহাদেৱ শৰ্মা আৰু ভূঞাই ভালেকেইখন জীৱনী গ্ৰন্থ ৰচনা কৰিছিল।

১৯১৩ খৃঃত বাণীকান্ত কাকতি কটন কলেজৰপৰা আই. এ. পৰীক্ষাত কলিকতা বিশ্ববিদ্যালয়ত প্ৰথম স্থান লাভ কৰি উত্তীৰ্ণ হয়। কাকতিৰ এনে কৃতকাৰ্যতাত সকলোৱে গৌৰৱ বোধ কৰে। কাকতিয়ে ইংৰাজী সাহিত্যত অনাৰ্চ লৈ বি. এ. পঢ়িছিল কলেজত। ভূঞা সদায়ে পঢ়াশুনাত ব্যস্ত থাকে যদিও খেলা-ধূলাত ৰাপ নথকা নহয়। কিন্তু কাকতি খেলা-ধূলাৰ ক্ষেত্ৰত একেবাৰে উদাসীন। এবাৰ প্ৰেচিডেন্সি কলেজত কাকতিক খেল পথাৰত নমাইহে এৰিলে ; কাকতিক গোলকিপাৰ কৰিলে।

১৯১৫ খৃঃত কৃষ্ণকান্ত সন্দিকৈ কটন কলেজৰপৰা প্ৰথম বিভাগত আই. এ. পাচ কৰি কলিকতালৈ পঢ়িবলৈ যায়। ভূঞাৰ লগতে তেওঁ একেলগে কলিকতালৈ গৈছিল। ভূঞাৰ উপদেশ মতেই তেওঁ সংস্কৃতত অনাৰ্চ লৈ সংস্কৃত কলেজত বি. এ. পঢ়িছিল। সন্দিকৈ ডাঙৰীয়াক বিদেশী ভাষা শিকাৰ দৃষ্টি আকৰ্ষণ কৰিছিল ভূঞাই। প্ৰথমতে তেওঁক ফ্ৰেন্স ক্লাচত নাম লগাই দিয়ে। জ্যেষ্ঠ ছাত্ৰস্বৰূপে ভূঞাই দেখুৱা মৰম-চেনেহ সহানুভূতিৰ উপৰিও সজ পৰামৰ্শ দিহা-ভৰসা দিয়াৰ কথা সন্দিকৈয়ে ব্যক্ত কৰিছিল। সন্দিকৈৰ মতে সূৰ্য্যকুমাৰ ভূঞা তেওঁৰ **Friend, Philosopher, Guide**। ভূঞা এগৰাকী কৃতী ছাত্ৰ। স্নাতকোত্তৰ মহলাৰ অনুসন্ধিৎসু ছাত্ৰ হিচাপে শিক্ষাজগতৰ সকলো খবৰেই ভূঞাৰ নখদৰ্পণত।

সূৰ্য্যকুমাৰ ভূঞাৰ 'গোপালকৃষ্ণ গোখলে' ১৯১৬ খৃঃত ফ্ৰেণ্ডচ আসাম এজেন্সীৰপৰা লোহিতচন্দ্ৰ ভূঞাই উলিয়ায়। লোহিতচন্দ্ৰ ভূঞাৰ ঘৰ বৰপেটাত। তেওঁ কলিকতাৰ ৪৩ নং আমহাৰ্ষ্ট ষ্ট্ৰীটত এটা অসমীয়া ছাত্ৰৰ মেছ খুলিছিল। লোহিত ভূঞাই হেমচন্দ্ৰ গোস্বামীক সম্পাদকস্বৰূপে লৈ কলিকতাৰপৰা 'অৰুণ' নামৰ এখন শিশু-আলোচনী উলিয়াইছিল।

প্ৰস্তাৱিত 'ৰত্নমালা গ্ৰন্থাৱলী'ৰ প্ৰথম গ্ৰন্থ 'মহাত্মা গোপালকৃষ্ণ গোখলে' ভূঞাই গোখলেৰ মৃত্যুৰ পিছতে ৰচনা কৰিছিল। গোখলে ফাৰ্গুচন কলেজৰপৰা অৱসৰ লবৰ সময়ত দিয়া ভাষণটো সন্দিকৈয়ে অসমীয়ালৈ অনুবাদ কৰি দি গ্ৰন্থখনিৰ পৰিবৰ্ধন কাৰ্যত সহায় কৰিছিল।

পুথিখনিৰ পাতনিত লিখিছে—"এই পৰিবৰ্দ্ধনৰ কাৰ্যত আমাৰ সাহিত্য-আকাশৰ উঠি অহা উজ্জ্বল তৰা স্নেহাস্পদ শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈৰপৰা বিশেষ সহায় পোৱা গৈছে। মুঠতে সন্দিকৈদেৱ আৰু উদ্যোগী প্ৰকাশক শ্ৰীযুত লোহিতচন্দ্ৰ ভূঞাদেৱৰ যুটীয়া যত্নতহে এই পুথি বাইজৰ আগলৈ ওলাব পাৰিছে।"

সন্দিকৈয়ে তেওঁক ভূঞাই 'সাহিত্য আকাশৰ উজ্জ্বল তৰা' আখ্যা দিয়া ভাল পোৱা নাছিল। তেওঁৰ মতে ই অতিৰঞ্জন। সন্দিকৈয়ে অতিৰঞ্জন বুলিলেও প্ৰকৃততে ই অতিৰঞ্জন নহয়। ভূঞাৰ ভৱিষ্যত বাণী আখৰে আখৰে ফলিয়াইছিল।

১৯১৫ খৃঃৰ প্ৰথম মহাসমৰৰ সময়তে প্ৰখ্যাত ইংৰাজ কবি টেনিচনৰ Locksley Hall নামৰ কবিতাৰ trochaic metreৰ আৰ্হিত সূৰ্য্যকুমাৰ ভূঞাই Ye Sons of England নামৰ কবিতা এটা ৰচনা কৰি প্ৰথমতে অধ্যক্ষ জেম্‌চক দেখুৱায়। জেমচে দেখুৱায় অধ্যাপক খোদাবক্স আৰু খোদাবক্সে কবিতাটো The Century Review ( মাৰ্চ, ১৯১৬ খৃঃ ) প্ৰকাশ কৰিছিল। পিছত কবিতাটো The Times of Assam আৰু The Moslem Journalত প্ৰকাশ হৈছিল। The Statesman কাকতত ( ১৪ চেপ্তেম্বৰ ১৯১৭ ) কবিতাটো আৰু কবিজনাৰ উচ্চ প্ৰশংসা কৰি লিখিছিল :

"There is a compensation in all things however and as Sir Rabindra Nath's poetical star is apparently about to set, another has arisen. This time on the horizon of far Assam Mr. S. K. Bhuyan of Jorhat has sent us a copy of his poem 'Ye Sons of England' which has a swing and lift of his own. The following four stanzas which are all unfortunately that we can find room, will give some idea of the ease and freedom with which he handles English verse."

১৯১৬ খৃঃত মহাত্মা গান্ধী কলিকতালৈ আহিছিল। দক্ষিণ আফ্ৰিকাত কৰা তেওঁৰ মহৎ কাৰ্য্যাৱলীয়ে ইতিমধ্যে মানুহৰ দৃষ্টি আকৰ্ষণ কৰিছিল। ভূঞাই প্ৰথমতে কলিকতাতে গান্ধীজীৰ দৰ্শন লাভ কৰে।

ৰবীন্দ্ৰনাথ ঠাকুৰৰ ৫০ বছৰীয়া জন্মজয়ন্তী উপলক্ষে কলিকতা টাউন হলত অনুষ্ঠিত সভাৰ শ্ৰোতামণ্ডলীৰ মাজতো আছিল সূৰ্য্যকুমাৰ ভূঞা। তেওঁ কলিকতাত পঢ়ি থকা কালতে ১৯১৩ খৃঃত ৰবীন্দ্ৰনাথ ঠাকুৰে তেওঁৰ 'গীতাঞ্জলী' গ্ৰন্থখনৰ বাবে নবেল বঁটা লাভ কৰিছিল। নবেল বঁটা লাভ কৰা উপলক্ষে আয়োজিত প্ৰায়বোৰ সভা-সমিতিৰে শ্ৰোতামণ্ডলীৰ মাজত আছিল ভূঞা। ইয়াৰ উপৰিও সেই সময়ত কলিকতাত বিভিন্ন গুণী-জ্ঞানী ব্যক্তিয়ে দিয়া বক্তৃতামালা, সম্বৰ্ধনা সভাত তেওঁ যোগদান কৰিছিল। বহুতো বিজ্ঞ লোকৰ সান্নিধ্য লাভ কৰিছিল কলিকতা চহৰতে। সৰুৰেপৰা তেওঁৰ এটি স্বভাৱ আছিল যিকোনো ডাঙৰ মানুহ দেখিলেই বা সান্নিধ্য লাভৰ সুযোগ পালেই কিবা প্ৰকাৰে স্পৰ্শ কৰা। স্পৰ্শ কৰাৰ উদ্দেশ্য মহৎলোকক স্পৰ্শ কৰি নিজেও মহৎ হোৱা।

কলিকতাৰ হাওৰাৰ ৰোজমেৰি লেনত থকা লক্ষ্মীনাথ বেজবৰুৱাৰ ঘৰটো কলিকতীয়া অসমীয়া ছাত্ৰৰ কেন্দ্ৰস্বৰূপ। ভূঞাই প্ৰায়েই বেজবৰুৱাৰ কাষলৈ গৈছিল। ইয়াতে তেওঁ অসমীয়া সদাগৰ ভোলানাথ বৰুৱাৰ সান্নিধ্য লাভ কৰে।

কলিকতাত থকা কালছোৱাৰ শেষৰ ফালে কিছুকাল তেওঁ ৪২ নং হাৰ্ডিঞ্জ হোষ্টেলৰ বাসিন্দা। ৰবীন্দ্ৰৰাম খাউণ্ড এই কালছোৱাতে তেওঁৰ ৰুম-মেট। ৰবীন্দ্ৰৰাম খাউণ্ডৰ পিতৃ পৰশুৰাম খাউণ্ড আছিল এগৰাকী উচ্চ-পদস্থ চৰকাৰী বিষয়া এ. চি. এচ. ডি. অ.। ৰবীন্দ্ৰৰাম খাউণ্ডৰ এজন ভ্ৰাতৃ বলীন খাউণ্ড কলিকতা কলেজত পঢ়ি থকা অৱস্থাতে নিৰুদ্দেশ হয়। পিছত তেওঁৰ কোনো শুং-সূত্ৰই পোৱা নগ'ল।

ৰবীন্দ্ৰৰাম খাউণ্ড ভূঞাৰ লগত হাৰ্ডিঞ্জ হোষ্টেলত থকা সময়ত ল কলেজৰ ছাত্ৰ। ৰাতিপুৱা পলমকৈ শুই উঠা খাউণ্ডৰ অভ্যাস। ভূঞা শুই উঠে নিচেই পুৱাতে। ৰাতিপুৱা সোনকালে উঠিবলৈ এলাহ বাবে খাউণ্ডৰ অনুৰোধ প্ৰথম পিয়লা চাহ তেওঁক ভূঞাই কৰি দিব লাগিব। বাকী দিনটোৰ কামবোৰ খাউণ্ডে কৰিব।

হোষ্টেলত চাহ দিয়াৰ নিয়ম নাছিল। গৰম পানী আৰু কটি একোখন দি যায়। মাজে মাজে দুয়োৰে মাজত দুই পইচাৰ মাংস কিনি আনে। দুই পইচাৰ মাংসৰে বেচ দুয়োৰে হৈ যায়।

ভূঞাৰ প্ৰথম কাম ৰাতিপুৱা ষ্টোভটো জ্বলাই চাহ তুকাপ কৰা। ভূঞাই পিছে ষ্টোভটো ভালকৈ জ্বলাব নোৱাৰে। কেতিয়াবা পাম্প বেছি হয়, কেতিয়াবা স্পিৰিট সৰহকৈ পৰি ভমককৈ জ্বলি উঠে। 'টোপনি-চিকুন পুৱা' যদিও গাৰুটোত মূৰ গুজিয়ে খাউণ্ডে সেইবোৰ নিৰীক্ষণ কৰি থাকে আৰু লাহেকৈ মন্তব্য কৰে, "আমাৰ ভূঞাই চব জানে, কিন্তু ষ্টোভ জ্বলাব হ'লে নাজানে।" সঁচাকৈয়ে কলেজীয়া ছাত্ৰ ভূঞাই সংসাৰৰ সকলো খবৰকে জানিছিল। খাউণ্ড প্ৰথমতে ই. এ. চি. স্বৰূপে চৰকাৰী চাকৰীত সোমায়। পিছত মুখ্য নিৰ্বাচনী বিষয়া ( চীফ ইলেকচন কমিচনাৰ ) স্বৰূপে অৱসৰ গ্ৰহণ কৰে।

দেউতাক ৰবিলাল ভূঞা কিছুকাল ধুবুৰীত ৰেভিনিউ চিৰস্তাদাৰস্বৰূপে কাম কৰিছিল। বন্ধত এবাৰ ভূঞায়ো ধুবুৰীলৈ আহিল। সেই সময়তে ডাঃ ৰাসবিহাৰী বোস ধুবুৰীলৈ অহাত তেওঁক সম্বৰ্ধনা জনাবৰ বাবে ধুবুৰীৰ বিজনী হলত এখন সভাৰ আয়োজন কৰা হৈছিল। সম্বৰ্ধনা সভা সাফল্যমণ্ডিত কৰিবলৈ আগভাগ লওঁতাসকলৰ ভিতৰত সূৰ্য্যকুমাৰ ভূঞা অন্যতম।

কলিকতাৰ কলেজীয়া আৰু বিশ্ববিদ্যালয়ৰ শিক্ষাই সূৰ্য্যকুমাৰ ভূঞাৰ মনৰ দিগন্ত প্ৰসাৰিত কৰিছিল। প্ৰেচিডেন্সী কলেজ, বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰী আৰু ইম্পিৰিয়েল লাইব্ৰেৰীত ( বৰ্তমান নেচনেল লাইব্ৰেৰী ) দেশী-বিদেশী বিভিন্ন লিখকৰ মূল্যবান গ্ৰন্থবোৰ তেঁও অধ্যয়নৰ সুযোগ লাভ কৰিছিল।

১৯১৫ খ্ৰীঃৰ জানুৱাৰী মাহত ভূঞাই ল প্ৰিলিমিনাৰী পৰীক্ষাত উত্তীৰ্ণ হয়। তেওঁ এম. এ. পৰীক্ষা দিয়ে ১৯১৬ খ্ৰীঃৰ জুলাই মাহত। সেই বছৰ ইংৰাজী বিষয়ত পৰীক্ষাৰ্থীৰ সংখ্যা আছিল ২০০ জন। এজন ছাত্ৰয়ো প্ৰথম শ্ৰেণী পোৱা নাছিল। দ্বিতীয় শ্ৰেণী লাভ কৰা ছাত্ৰ ২৬ জন। ভূঞাৰ স্থান দ্বিতীয় শ্ৰেণীত পঞ্চম। সেই বছৰতে পদ্মধৰ চলিহা, ধৰ্মেশ্বৰ দাস আৰু হবিবৰ ৰহমানে ইংৰাজী সাহিত্যত এম. এ. ডিগ্ৰী লাভ কৰে। তিনিওজনেই তৃতীয় শ্ৰেণী পায়।

## 1916

### M. A. English. A.

### Second Class

1. Gopal Chandra Bhattacharya
2. Nirapada Samaddar
3. Ananga Nath Bhattacharjee
4. Bimal Mohan Gangopadhyaya
5. Surya Kumar Bhuyan
6. Prafulla Ranjan Deb

এম এ. পৰীক্ষাত ভূঞাৰ নম্বৰ ক্ৰমে ৪৫, ৫৮. ৬১, ৫২, ৫৯, ৪৯, ৬৫ আৰু ৪৫।

১৯১৫ খৃঃত বাণীকান্ত কাকতিয়ে ইংৰাজী সাহিত্যত দ্বিতীয় শ্ৰেণীৰ চতুৰ্থ স্থান অধিকাৰ কৰি বি. এ. ডিগ্ৰী লাভ কৰে। সেইবছৰ বি. এ. পৰীক্ষাৰ ইংৰাজী অনাৰ্চত ৩ জন ছাত্ৰই প্ৰথম শ্ৰেণী লাভ কৰিছিল। ১৯১৮ খৃঃত কাকতিয়ে ইংৰাজী সাহিত্যত দ্বিতীয় শ্ৰেণীৰ অষ্টম স্থান অধিকাৰ কৰি এম. এ. ডিগ্ৰী লাভ কৰে। সেই বছৰ এজন ছাত্ৰই ইংৰাজী সাহিত্যত প্ৰথম শ্ৰেণী লাভ কৰে।

১৯১৯ খৃঃলৈকে কোনো অসমীয়া ছাত্ৰই এম. এ. পৰীক্ষাত প্ৰথম শ্ৰেণী লাভ কৰা নাছিল। ১৯১৯ খৃঃত প্ৰথমতে প্ৰথম শ্ৰেণী লাভ কৰিছিল কৃষ্ণকান্ত সন্দিকৈ (সংস্কৃত গ্ৰুপ বি) আৰু কামদাচৰণ ভট্টাচাৰ্যই (সংস্কৃত গ্ৰুপ চি)। বাণীকান্ত কাকতিয়ে ১৯২৩ খৃঃত ইংৰাজী বি গ্ৰুপত দ্বিতীয়বাৰ প্ৰথম শ্ৰেণীত প্ৰথম স্থান লাভ কৰিছিল। তেতিয়ালৈকে এম. এ. পাচ কৰা ছাত্ৰসকল হ'ল ৰাধানাথ ফুকন (পদাৰ্থ, ২য় শ্ৰেণী, ১৮৯৭), অন্নদাচৰণ ভট্টাচাৰ্য (দৰ্শন, ৩য়, ১৮৯৯), কালিৰাম মেধি (পদাৰ্থ, ২য় ১৯০৩), যোগেন্দ্ৰনাথ বৰুৱা (উদ্ভিদ, ৩য়, ১৯০৪), মহম্মদ সাদুল্লা (ৰসায়ন, ৩য়, ১৯০৬), আতাউৰ ৰহমান (ইংৰাজী, ৩য়, ১৯০৮), বিষ্ণুৰাম বৰুৱা (বুৰঞ্জী, ৩য়, ১৯১১), মহেন্দ্ৰনাথ গোহাই (ৰসায়ন, ৩য়, ১৯১১), প্ৰেমধৰ গোঁহাই (দৰ্শন, ২য়, ১৯১২), লক্ষ্মীনাথ শৰ্মা (সংস্কৃত, ৩য়, ১৯১২), আলিমুদ্দিন আহম্মদ (অৰ্থনীতি, ৩য়, ১৯১২), বিষ্ণুৰাম মেধি (ৰসায়ন,

২য়, ১৯১৩), গোলোকচন্দ্ৰ বৰুৱা (দৰ্শন, ৩য়, ১৯১৩), নীলমাধৱ বৰুৱা (দৰ্শন, ৩য়, ১৯১৩), গোপীনাথ বৰদলৈ (বুৰঞ্জী, ২য়, ১৯১৪), সিদ্ধেশ্বৰ গোঁহাই (দৰ্শন, ২য়, ১৯১৪), সূৰ্য্যকুমাৰ ভূঞা (ইংৰাজী, ২য়, ১৯১৬), পদ্মধৰ চলিহা (ইংৰাজী, ৩য়, ১৯১৬), হবিবুৰ ৰহমান (ইংৰাজী, ৩য়, ১৯১৬), ধৰ্মেশ্বৰ দাস (ইংৰাজী, ৩য়, ১৯১৬), বাণীকান্ত কাকতি (ইংৰাজী, ২য়, ১৯১৮), হৰেন্দ্ৰনাথ চৌধুৰী (ইংৰাজী, ২য়, ১৯১৯)।

## ৮. কৰ্ম জীৱন

### প্ৰথম কৰ্মস্থান যোৰহাট

এম. এ. পৰীক্ষা দি সূৰ্য্যকুমাৰ ভূঞা ঘৰলৈ উভতিল। সেই সময়ত পিতৃ ৰবিলাল ভূঞা যোৰহাটৰ ৰেভিনিউ চিৰস্তাদাৰ। যোৰহাটত দেউতাকৰ বাসস্থান দহাবৰা চুকৰ প্ৰেমদা কিশোৰ ৰায়ৰ ভাৰাঘৰ এটি।

সূৰ্য্যকুমাৰ ভূঞাৰো চাকৰি জীৱনৰ আৰম্ভণি 'যোৰহাট চহৰতে। ১৯১৬ খৃঃৰ চেপ্তেম্বৰ মাহৰপৰা ১৯১৭ খৃঃৰ জানুৱাৰী মাহলৈকে প্ৰথমতে তেওঁ যোৰহাট বেজবৰুৱা হাইস্কুলত শিক্ষাদান কৰিছিল। গোবিন্দচন্দ্ৰ বেজবৰুৱা সেইখন হাইস্কুলৰ প্ৰতিষ্ঠাতা প্ৰধান শিক্ষক। বেজবৰুৱাদেৱ কেবাখনো হাইস্কুলৰ প্ৰতিষ্ঠাতা।

ভূঞাৰ দেউতাক ৰবিলাল ভূঞাই গোলাঘাট বেজবৰুৱা হাইস্কুলত শিক্ষাদানেৰে চাকৰি জীৱনৰ সূচনা কৰাৰ কথা আমি পূৰ্বতে উল্লেখ কৰিছোঁ। পিতা-পুত্ৰ উভয়ে প্ৰথমতে বেজবৰুৱা হাইস্কুলত শিক্ষাদানেৰে চাকৰি জীৱনৰ সূচনা কৰা কাকতালীয় সংযোগ তাৎপৰ্যপূৰ্ণ।

গোবিন্দ বেজবৰুৱাৰ নিচিনা এজন খ্যাতনামা শিক্ষাবিদৰ লগত প্ৰথমে শিক্ষাদান কৰিবলৈ পাই ভূঞাই ভালেই পাইছিল। বেজবৰুৱাৰ শাসন কঢ়া শাসন। স্কুলৰ ছাত্ৰসকলৰ কথাই নাই, শিক্ষকসকলেও তেওঁক ভয় কৰি চলিছিল। বেজবৰুৱা স্কুলত ভূঞাৰ দৰমহা ৬০ টকা। কবি-নাট্যকাৰ প্ৰসন্নলাল চৌধুৰী তেওঁৰ এই কালছোৱাৰ প্ৰিয় ছাত্ৰ।

### বিবাহ

সেইসময়ত স্কুল-কলেজত পঢ়ি থাকোতে বহুত ল'ৰাৰ বিয়া পাতি দিয়ে। বিয়াৰ সময়ত ৰবিলালো এফ. এ. মহলাৰ ছাত্ৰ। তেতিয়াৰ দিনত স্কুল-কলেজৰ ছাত্ৰাবাসত ন ঘৈণীয়েকৰ চিঠি পঢ়ি মনমাৰি থকা ছাত্ৰৰ সংখ্যা বহুতো। কলেজ বন্ধ হ'লে দুই একে ন ঘৈণীয়েকৰ লগতে ল'ৰা-ছোৱালীৰ বাবেও দুই এপদ বস্তু কিনি আনিব লগা হয়।



পত্নী 'লক্ষেশ্বৰী ভূঞা—১৯৭২

সূৰ্য্যকুমাৰ ভূঞাৰো বিয়াৰ ঠিক হ'ল এম. এ. পাচ কৰি চাকৰি কৰি থকা সময়ত। কইনা উত্তৰ লক্ষীমপুৰৰ ওচৰৰ গৰেহাগা গাঁৱৰ বলোৰাম ভূঞাৰ ঘৰত। তেওঁৰ পুত্ৰ বেথাৰাম ভূঞা মৌজাদাৰ। তেওঁৰ পুত্ৰ বিনন্দ চন্দ্ৰ ভূঞা প্ৰতিপত্তি থকা লোক, ধনে-জনে উভৈনদী। হাতীশালত হাতী, কেবাটাও গুটি ধানৰ ভঁৰাল, লগুৱা-লিকচৌৰ লেখ নাই।

বিনন্দ ভূঞাৰ পত্নী বেথী ভূঞা। তেওঁলোকৰ চাৰিজনী কন্যা—লীলাৱতী, হীৰাকান্তি, লক্ষেশ্বৰী আৰু দময়ন্তী, আৰু একমাত্ৰ পুত্ৰ বংশীধৰ। বিনন্দ ভূঞাৰ তৃতীয়া কন্যা লক্ষেশ্বৰী ভূঞাৰ লগত সূৰ্য্যকুমাৰৰ বিয়াৰ ঠিক হ'ল। সূৰ্য্যকুমাৰ ভূঞা ইংৰাজী সাহিত্যৰ এম. এ., শ্বেলী, কীটচৰ ৰোমাণ্টিক কবিতা পঢ়া সাহিত্যৰ ছাত্ৰ হ'লেও নিজ চকুৰে কইনা দেখা নাছিল আৰু কইনায়ো দৰা দেখা নাছিল। দৰা-কইনাই নিজ চকুৰে চাই-মেলি বিয়া ঠিক কৰা তেতিয়াৰ দিনৰ দেশ-দস্তুৰ নহয়। মাক বাপেকে চাই-মেলি ঠিক কৰি দিয়া বিয়াত বহাটোহে নিয়ম।

বিয়াখনত ঘটকালি কৰিছিল ৰবিলালৰ বন্ধু গিৰীশচন্দ্ৰ বৰুৱা আৰু ভোলানাথ শৰ্মা হাজৰিকাই। ৰবিলাল ভূঞা কইনা চাবলৈ গ'ল। লক্ষেশ্বৰী ভূঞাই হেনো তেওঁৰ আগতে তামোল-পান কাটি সুন্দৰকৈ বঁটাত দি তামোলৰ বাকলি আদি উঠাই লৈ গ'ল। ৰবিলাল ভূঞাই ইয়াতে দেখিলে বোৱাৰীয়েকৰ সুলক্ষণ। ছোৱালী পছন্দ হ'ল আৰু নিজেই আঙঠি পিন্ধাই আহিল।

১৯১৭ খৃঃৰ ১৪ ফেব্ৰুৱাৰীত বিয়াৰ তাৰিখ স্থিৰ কৰা হ'ল। উত্তৰ লক্ষীমপুৰ তেতিয়াৰ দিনত কলিয়াপানী। ৰেল মটৰৰ তো কথাই নাই, ভাপ-নাও বা জাহাজেৰেও যাবৰ উপায় নাই। বদতি ঘাটলৈ জাহাজেৰে যাব পাৰি। বদতি ঘাটৰপৰা সিপিনে গৰুগাড়ী একমাত্ৰ বাহন।

দৰাঘৰীয়া গৈ উত্তৰ লক্ষীমপুৰ চহৰতে ভোলানাথ শৰ্মা হাজৰিকাৰ হাউলীতে বাহৰ পাতিলে। হাজৰিকা আদালতৰ নাজিৰ। দৰা-যাত্ৰী বেছি নাছিল। ১৫/১৬জন দৰাযাত্ৰী। বুঢ়ীমাকো নাতি ল'ৰাৰ বিয়া চাবলৈ দৰা-যাত্ৰী হৈছিল। বিয়াৰ চিঠিখন শুলপীয়া কাগজত সোণালী আখৰেৰে ছপা কৰা।

থুৰিয়া, গেজেৰা আৰু বাখৰুৱা আঙঠিৰে জোৰোণ পিন্ধালে।

জোৰোণত দিলে তিনি সাজ কাপোৰ—এযোৰ গুৱালকুছীয়া ধুনীয়া বন কৰা পাটৰ কাপোৰ, এযোৰ উকা পাটৰ, আনযোৰ মুগাৰ। কইনা-ঘৰৰপৰা লগত দিলে ঢেৰ আ-অলংকাৰ কানি-কাপোৰ।

বিয়াৰ সময়ত লক্ষেশ্বৰী ভূঞাৰ বয়স মাত্ৰ ১৩ বছৰ। ১৯০৪ খৃঃৰ ১৪ জানুৱাৰীৰ মাঘ বিহুৰ দিনা তেওঁৰ জন্ম। চুটি-মুটি, ঘুটমুটীয়া বগী-বগা শুৱনী কইনাজনী আ-অলঙ্কাৰ সাজে-পাৰে দেখনিয়াৰ হৈছিল, যেন এজনী চিত্ৰৰ পুতলীহে।

শ্ৰীশ্ৰীপ্ৰজাপতয়ে নমঃ

শুভ বিবাহ

সবিনয় নিবেদন,

অহা ২ ফাগুন, ইংৰাজী ১৪ ফেব্ৰুৱাৰী, তাৰিখ বুধবাৰৰ দিনা মোৰ পুত্ৰ শ্ৰীমান সূৰ্য্যকুমাৰ ভূঞাৰ লগত উত্তৰ লক্ষীমপুৰৰ শ্ৰীযুত বিনন্দচন্দ্ৰ ভূঞা ডাঙৰীয়াৰ তৃতীয় কন্যাৰ শুভ বিবাহ স্থিৰ কৰা হৈছে। তদুপলক্ষে আপোনাক সপৰিবাৰে সাদৰে নিমন্ত্ৰণ কৰিলোঁ। নিমন্ত্ৰণ গ্ৰহণ কৰি যেন সন্তোষ দিয়ে। বিয়া উত্তৰ লক্ষীমপুৰত হ'ব।

নগাঁও, আসাম
১৪ মাঘ, ১৮৩৮ শক

বিনীত
শ্ৰীৰবিলাল ভূঞা

Printed at the Dayal Press, Nowgong

কইনাৰ তুলনাত দৰা পিছে ওখপাখ মিঠা বৰণীয়া আক অলপ হটঙা, বয়স ২৫ বছৰ। বিয়াৰ সময়ত দৰা শকত-আৱত নাছিল, খীণহে আছিল। পাটৰ বনকৰা চাদৰ লৈ দোলাত উঠি কইনা-ঘৰলৈ গৈছিল। বিনন্দ ভূঞাৰ হাতী আছিল যদিও দৰা হাতীত যোৱা নাছিল। হাতীত গ'লে দৰা ক'ৰবাত পৰি যাব পাৰে। পৰি যোৱাটো আকৌ অমংগলৰ কথা।

ইপিনে ঢোল পেঁপা কালিৰে কইনাঘৰ ৰজনজনা। মৌজাদাৰৰ

ছোৱালীৰ বিয়া, এম. এ. পাচ দৰা। এঠা দৈ, কোমল চাউল, গুৰ, জেলেপী আৰু মিঠাইৰে কইনাঘৰৰ জলপান। বৰ বৰ বৌ মাছ আৰু ছাগলী মঙহেৰে পিছদিনা কইনাঘৰতে বৰ-ভোজ। দৰা-ঘৰীয়াই একেলগে বৰ-ভোজ খালে।

তৃতীয় দিনা দৰা-কইনা ঘৰমুৱা হ'ল। চৈ দিয়া গৰুগাড়ীত দৰা-কইনা বদতি ঘাটলৈ আগবাঢ়িল। ৫/৬খন গৰুগাড়ীৰ সমদল। ফাগুন মাহৰ ব্ৰহ্মপুত্ৰ শুকান খীণ, মাজ বুকুত অ'ত ত'ত ভালেমান বালিচৰ। কেতিয়াবা বালিচৰত জাহাজ লাগি ধৰে। বিনন্দ ভূঞাই সেইবাবে লগত খোৱা-বোৱাৰ যা-যোগাৰ দি পঠালে। ৬-৭ দিনৰ মূৰত জাহাজ শিল-ঘাটত লাগিল।

বিয়াৰ পিছত এমাহমান নগাঁৱত থাকি দৰা-কইনা যোৰহাটলৈ যাত্ৰা কৰিলে। নগাঁৱৰপৰা চাপৰমুখ নাইবা কামপুৰলৈ আহি ৰেল ধৰিব লাগে। ইপিনে মৰিয়নিলৈ ৰেলেৰে গৈ তাৰপৰা যোৰহাটলৈ যাব লাগে। দুয়ো-পিনে ৰেলৰ সংযোগকাৰী বাহন গৰুগাড়ী। গোযান বাহনত পিছে স্বাধীনতা বহুত। য'তে ইচ্ছা ত'তে ৰখাই প্ৰয়োজনবোধে ৰান্ধি বাঢ়ি খাব পাৰি। আমনি লাগিলে দীঘলদি শুই যোৱাৰ ব্যৱস্থা কৰিব পাৰি। আৰৌ ৰেল মটৰৰ দৰে দুৰ্ঘটনাৰ সমুখীন হৈ মৃত্যুবৰণ কৰাৰ আশংকা নাই। নিশা গৰুৰ ডিঙিৰ টিলিঙাৰ আৱহ সংগীত শুনি টোপনিয়াই যোৱাটো বেছ আৰামদায়ক।

## নতুন জীৱন : মিছন স্কুল

নৱপৰিণীতা পত্নীক লৈ সূৰ্য্যকুমাৰ ভূঞাৰ যোৰহাটৰ দহাবৰা চুকত আৰম্ভ হ'ল এক নতুন জীৱন। বিয়াৰ সময়ত তেওঁ নিবনুৱা। মাৰ্চ মাহৰপৰা যোৰহাটৰ মিছন স্কুলত ইংৰাজী বিভাগৰ মুখ্য শিক্ষক নিযুক্ত হ'ল। দৰমহা ১০০ টকা। ১৯১৮ খৃঃৰ মাৰ্চ মাহলৈকে মিছন স্কুলত তেওঁৰ কাৰ্যকাল এবছৰ। স্কুলখন আমেৰিকান বেপ্তিষ্ট মিছনৰ দ্বাৰা পৰিচালিত। চি. এইচ. তিলদন স্কুলখনৰ প্ৰধান শিক্ষক। ভূঞা ডাঙৰীয়া তিলদনৰ বৰ প্ৰিয়পাত্ৰ। তেওঁ ছয়মহীয়া পৰীক্ষা, ঘৰৰ কাম ( Home work ) আদিৰ বহীবোৰ ঘৰলৈ আনি নিষ্ঠাৰে চৈতে চাই দিছিল। তেওঁৰ

নোটবহীত সদায় ল'বাৰ নম্বৰবোৰ টুকি থয় আৰু পিছৰ পৰীক্ষাৰ লগত মিলাই চায় ল'বাই উন্নতি কৰিব পাৰিছে নে নাই। মাজে মাজে শ্ৰেণীত ছাত্ৰক পুৰণি সাধু ক'বলৈ দি নতুন সাধু পালে সংগ্ৰহ কৰিছিল।

## বিদ্যাভূষণ

সৰুৰেপৰা সংস্কৃত ভাষাৰ প্ৰতি ভূঞাৰ প্ৰবল অনুৰাগ। সংস্কৃত লৈয়ে তেওঁ আই. এ. আৰু বি. এ. পঢ়িছিল। যোৰহাটত শিক্ষাদান কৰা কালছোৱাতে তেওঁ যোৰহাটৰ ওচৰৰ বালিগাঁৱৰ কীৰ্তিচন্দ্ৰ বিদ্যাভূষণৰ মুকলি মুৰীয়া সত্ৰত সংস্কৃত পঢ়িছিল। নিয়মীয়াভাৱে সত্ৰলৈ অহাযোৱা কৰি তেওঁ অধ্যয়ন কৰিছিল আৰু শেষত বিদ্যাভূষণ উপাধি লাভ কৰিছিল।

## শিক্ষাদান—সাহিত্য চৰ্চা

যোৰহাটত থকা কালছোৱাতে তেওঁৰ নকুলচন্দ্ৰ ভূঞাৰ লগত বন্ধুত্ব গঢ়ি উঠে। দুয়ো প্ৰায়ে সান্ধ্য ভ্ৰমণৰ বাবে ওলাই আহি ভোগদৈৰ পাৰৰ গোঁসানী উটোৱা ঘাটটোত ফুৰিছিল।

নকুল ভূঞাৰ পিতৃ গোপালচন্দ্ৰ ভূঞা আৰু ৰবিলাল ভূঞা ওচৰচুবুৰীয়া অন্তৰংগ বন্ধু। সকামে নিকামে, আপদে বিপদে দুয়োঘৰৰ অহাযোৱা আত্মীয়তা। নকুল ভূঞা প্ৰবেশিকা পাচ কৰা ডেকা, 'বাৰভূঞা' গ্ৰন্থৰ ৰচক। সূৰ্য্যকুমাৰ ভূঞাই গ্ৰন্থখন Times of Assamত সমালোচনা কৰিছিল। ইতিমধ্যে সূৰ্য্যকুমাৰ ভূঞাৰো 'গোপালকৃষ্ণ গোখলে' ছপা হৈ ওলায়।

সেই সময়ত অসমত এম. এ. পাচ কৰা অসমীয়া ডেকা প্ৰায় কুৰিজন মাত্ৰ। সেইবাবে যোৰহাটত তেওঁক বহুতেই নিলগৰপৰা চাই নয়ন সাৰ্থক কৰিছিল। নকুল ভূঞায়ো তেওঁৰ লগত সমীহ কৰি ফুৰিছিল। দুয়ো প্ৰায়ে অসম বুৰঞ্জীৰ কথা আলোচনা কৰিছিল।

যোৰহাটত সূৰ্য্যকুমাৰ ভূঞাৰ ওচৰলৈ সঘনে আহিছিল অসম পাব্লিচিং হাউচৰ স্বত্বাধিকাৰী জীতেন্দ্ৰকুমাৰ দাস। দাস 'হাবা বাবু' নামেৰেহে জনাজাত। ভূঞাৰ কবিতা সংকলন 'নিৰ্মালি' (১৯১৮) আৰু 'আহোমৰ দিন' (১৯১৮) গ্ৰন্থৰ প্ৰকাশক আসাম পাব্লিচিং হাউচ।

যোৰহাটত থকা সময়ত ভূঞাই প্ৰায়ে লগ ধৰিছিল কবি বুৰঞ্জীবিদ

হিতেশ্বৰ বৰবৰুৱাক। বৰবৰুৱাৰ লগত তেওঁৰ ঘাই আলোচনাৰ বিষয় আছিল বুৰঞ্জী আৰু কাব্য।

তেওঁলোকৰ যোৰহাটৰ ঘৰলৈ সঘনে আহিছিল নাৰায়ণী সন্দিকৈ। তেওঁ ৰাধাকান্ত সন্দিকৈৰ পত্নী আৰু কৃষ্ণকান্ত সন্দিকৈৰ মাতৃ আৰু পদ্মনাথ গোহাঞিবৰুৱাৰ ভনীয়েক লক্ষীমপুৰৰ জীয়াৰী। লক্ষীমপুৰৰ জীয়াৰী স্বৰূপে তেওঁ লক্ষেশ্বৰী ভূঞাৰ খবৰ লবলৈ আহিছিল। লক্ষীমপুৰৰ সম্বন্ধৰে তেওঁ লক্ষেশ্বৰী ভূঞাৰ পেহীয়েক।

যোৰহাট মিছন স্কুলত শিক্ষাদান কৰিছিল যদিও ই আছিল সূৰ্য্যকুমাৰ ভূঞাৰ জিৰণিৰ মাঙ্গুলী স্বৰূপ। তেওঁৰ লক্ষ্য কটন কলেজত অধ্যাপনা কৰা। তেতিয়ালৈকে কোনো অসমীয়া ডেকা কটন কলেজত স্থায়ীভাৱে অধ্যাপক নিযুক্ত হোৱা নাছিল। সৈয়দ মহম্মদ সাদুল্লাই কেমিষ্ট্ৰিত ডেমনষ্ট্ৰেটৰ, ৰামেশ্বৰ বৰুৱা, লক্ষ্মীনাথ শৰ্মা, সত্যনাথ বৰা অসমীয়াৰ টিউটৰ আৰু প্ৰেমধৰ গোহাঞি দৰ্শনৰ অস্থায়ী অধ্যাপক স্বৰূপে সাময়িকভাৱেহে কাম কৰিছিল। আদিৰেপৰা দুই এজন ইংৰাজ চাহাবৰ বাহিৰে সৰহ ভাগেই অনা-অসমীয়া। আনপিনে চিলেটৰ মুৰাৰীচাঁদ কলেজত সিটো উপত্যকাৰ বহুতেই নিযুক্তি লাভ কৰিছিল। ১৮৯১ খৃঃত মুৰাৰীচাঁদ কলেজৰ জন্ম।

কটন কলেজত অসমীয়া ডেকা অধ্যাপক নিযুক্ত নোহোৱাটো অসমীয়া মানুহৰ বাবে হৈ পৰিছিল অসন্তোষৰ কাৰণ। এই বিষয়ে সভাসমিতিত নানান প্ৰস্তাৱ গ্ৰহণ নানান ওজৰ, আপত্তি আৰু 'আসাম বন্তী', 'আসাম বিলাসিনী', 'টাইমচ অৱ আসাম' প্ৰভৃতি আলোচনী আৰু সংবাদপত্ৰ সমূহত নানান ধৰণৰ আলোচনা, সমালোচনা আৰু দীঘলীয়া চিঠি আদি প্ৰকাশ হৈছিল। 'কটন কলেজত অসমীয়া প্ৰফেচৰ', 'কটন কলেজত অসমীয়া প্ৰফেচৰ নহ'বই নেকি', 'Appointment in the Cotton College and Murarichand College', 'Sir Archdale Earl and Assamese Professor' আদি নানান শিৰোনামাৰে অসমীয়া ডেকাক নিযুক্তি দিয়াৰ সপক্ষে টানি অনুৰোধ জনোৱা হৈছিল।

আসাম কাউন্সিলতো তৰুনৰাম ফুকনে কটন কলেজত অসমীয়া অধ্যাপক নিযুক্তি সম্পৰ্কে প্ৰশ্ন উত্থাপন কৰিছিল। ফুকনৰ প্ৰশ্নৰ উত্তৰত কোৱা

হৈছিল অভিজ্ঞতা থকা উপযুক্ত প্ৰাৰ্থী নাই। আসাম এচোচিয়েচনে এই বিষয়ে প্ৰস্তাৱ গ্ৰহণ কৰিছিল।

বিষ্ণুৰাম মেধি, গোপীনাথ বৰদলৈ, প্ৰেমধৰ গোহাঞি আৰু সূৰ্য্যকুমাৰ ভূঞাৰ নাম কটন কলেজৰ অধ্যাপকৰ পদৰ বাবে আহ্বান কৰিছিল। সেই সময়লৈকে কটন কলেজত অধ্যাপনা কৰা অধ্যাপকৰ ভিতৰত আবু চৈয়দ, বিজয়মোহন সেন, আশুতোষ চেটাৰ্জী, সুৰেন্দ্ৰনাথ সেন, ভুবনমোহন সেন, আনন্দকিশোৰ দাস, নৰেন্দ্ৰনাথ চেটাৰ্জী, সুৰেশচন্দ্ৰ দত্ত, শৰৎচন্দ্ৰ চেটাৰ্জী প্ৰভৃতি ভালেকেইজন দ্বিতীয় শ্ৰেণীৰ এম. এ.। তেনেস্থলত প্ৰথম শ্ৰেণীৰ অসমীয়া প্ৰাৰ্থী বিচৰাৰ কোনো যুক্তি নাছিল। অসমীয়া ডেকাৰ মেধা শক্তিৰ পৰিচয় দি বিষ্ণুৰাম মেধি সম্বন্ধে **The Times of Assam**ত লিখিছিল:

**Shri Bishnuram Medhi carried on research study in a special branch of chemistry in the Dacca College and submitted two papers on Dye Stuff, which were published in tne journal of the London Chemical Society and were much appreciated.**

অসমীয়া ডেকা যে শিক্ষাদানৰ বাবে অনুপযুক্ত নহয় কটন কলেজত অস্থায়ীভাৱে কাম কৰা দৰ্শনৰ অধ্যাপক প্ৰেমধৰ গোঁহাই ইয়াৰ সুন্দৰ নিদৰ্শন। 'আসাম বিলাসিনী' ত ( ১৯১৭, ১০ জেঠ ) সেই বিষয়ে লিখিছিল:

"গোঁহাইদেউ প্ৰথম শ্ৰেণীৰ এম. এ. নহৈও যি অলপদিন কলেজত আছিল সকলো ছাত্ৰক সমানে মন যোগাব পাৰিছিল। তেওঁৰ শিক্ষা প্ৰণালীত কেতিয়াও কোনো ছাত্ৰ বিতুষ্ট হোৱাৰ কথা শুনা নাছিলোঁ। বৰঞ্চ এতিয়াও তেওঁক অলপ দিনলৈ পাই হেকৰাৰ দুখ কৰা, ছাত্ৰৰ মুখে তেওঁৰ গুণ যশস্যাৰ কথা শুনি, তেওঁৰ **ideal and scholastic habits,** তেওঁৰ **strict regularity and punctuality**ৰ কথা শুনি আমাৰ মনত আনন্দ নধৰা হয়।"

সূৰ্য্যকুমাৰ ভূঞাৰো কটন কলেজত অধ্যাপনাৰ প্ৰতি প্ৰবল হেপাহ। এম. এ. পৰীক্ষাৰ খবৰ ওলোৱাৰ পিছতে তেওঁ কটন কলেজত চাকৰি বিচাৰি শিক্ষাধিকাৰলৈ ( **D.P.I.** ) আবেদন কৰিছিল।

মিঃ জন ৰিচাৰ্ড কানিংহাম ১৯১২ খৃঃৰপৰা ১৯৩১ খৃঃলৈ সুদীৰ্ঘকাল অসমৰ শিক্ষা বিভাগৰ অধিকৰ্তা—ডি. পি. আই.। ১৮৭৬ খৃঃৰ ১৮ ফেব্ৰুৱাৰীত জন্মলাভ কৰা কানিংহাম ১৯০৭ খৃঃৰপৰা প্ৰেচিডেন্সী কলেজৰ অধ্যাপক। ১৯১২ খৃঃ লৈকে তেওঁ বংগদেশত অতিৰিক্ত অধিকৰ্তা, ইন্সপেক্টৰ অৱ স্কুলচ আদি বিভিন্ন পদত অধিষ্ঠিত হৈছিল।

সাধাৰণতে কানিংহাম বুলিলে আমাৰ স্বাধীনতা যুগৰ কানিংহাম চাৰ্ক্লাৰৰ কথা মনত পৰিলেই ঔপনিবেশিক শাসনৰ প্ৰতি বিদ্বেষ ভাব ওপজাটো স্বাভাৱিক। কিন্তু বহুদিশতে এইজনা শিক্ষাবিদ আছিল অসম আৰু অসমীয়াৰ শুভাকাংক্ষী হিতৈষী ব্যক্তি। কটন কলেজৰ পৰিবৰ্ধনত কানিংহামৰ বৰঙণি কম নহয়। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ স্থাপনত কানিংহামৰ দান সৰ্বাধিক। সূৰ্য্যকুমাৰ ভূঞাৰ কটন কলেজত নিযুক্তিৰ ক্ষেত্ৰত কানিংহামৰ বৰঙণি নথকা নহয়। বাণীকান্ত কাকতিয়ে ছাত্ৰাৱস্থাৰে-পৰা যথেষ্ট প্ৰেৰণা আৰু সহানুভূতি লাভ কৰিছিল। আনকি শাৰীৰিক অসুস্থতাৰ বাবে কাকতিয়ে প্ৰথম বছৰ এম. এ. পৰীক্ষা দিব নোৱৰাত কানিংহামে তেওঁক আৰ্থিকভাৱেও সহায় কৰিছিল।

ফিলিপ ৰিচাৰ্ড থৰ্নহ্‌ঘ ( Thornhagh ) গৰ্ডন ( জন্ম ১৮৬৩, ২ ফেব্ৰুৱাৰী ) এগৰাকী অসম হিতৈষী মহানুভব ব্যক্তি। বহুবছৰ কামৰূপ, গোৱালপাৰাৰ উপায়ুক্তৰ দায়িত্ব বহন কৰি ১৯০৭ খৃঃৰপৰা তেওঁ অসম উপত্যকাৰ কমিচনাৰ। গৰ্ডনে উপলব্ধি কৰিব পাৰিছিল কটন কলেজত অসমীয়া ডেকাক নিযুক্তি নিদিয়াৰ বাবে অসমীয়া মানুহৰ অসন্তুষ্টি আৰু ক্ষোভৰ যুক্তিযুক্ততা। সেয়েহে তেওঁ সূৰ্য্যকুমাৰ ভূঞাক কটন কলেজত নিযুক্তি দিবৰ বাবে টানি লিখিলে :

'The applicant in this case though a second class man is as good as first class man, there being no first class M. A. this year from the University. Further, it may be stated that the applicant stood fifth in the University. Lastly I may state that the whole of Assam valley is anxious that an Assamese Professor should be appointed to the college and I venture to suggest that we should take advantage of the

present opportunity of appointing a suitable man that is to say on the occurance of a vacancy ( 1916, Dec. 9 ).

গৰ্ডন চাহাবৰ চিঠিৰ প্ৰতি সঁহাৰি জনাই কানিং হোমে উত্তৰ দিলে, সম্প্ৰতি চাকৰি নাই, ওলালেই ভূঞাৰ কথা চিন্তা কৰা হ'ব : There is at present no vacancy in the English staff of the Cotton College. When vacancy occurs S. K Bhuyan's application will be considered ( 1916, Dec. 18. )

কানিংহামৰ ওচৰত আবেদন কৰি একো ফল নধৰাত গৰ্ডন চাহাবে চীফ কমিচনাৰ আৰ্চডেল আৰ্ল চাহাবৰ ওচৰত পুনৰ বিবেচনাৰ বাবে নিবেদন কৰিলে : I venture to send this letter of introduction of Sri S. K. Bhuyan of Nowgong, who is a candidate for the post of Professor in one of our Govt. Colleges The young man says he took a second class M. A. standing fifth. Might I ask that his case may be considered in conjuction with those of others.

কটন কলেজত চাকৰিৰ আশা নেদেখি ভূঞাই প্ৰশাসনীয় সেৱাৰ বাবে আবেদন কৰিছিল। সেইবুলি তেওঁ কোনোদিন হাকিম হোৱাৰ সপোন দেখা নাছিল। ভোগদৈৰ পাৰৰ আবেলিৰ আলোচনাত বৰং নকুলচন্দ্ৰ ভূঞাৰ আগত মনৰ ভাব ব্যক্তহে কৰিছিল, তেওঁ যদি প্ৰশাসনীয় সেৱাৰ হাকিম আৰু অধ্যাপকৰ চাকৰি পায় তেতিয়া তেওঁ পিছৰটো অৰ্থাৎ অধ্যাপকৰ পদহে গ্ৰহণ কৰিব।

কটন কলেজত চাকৰিৰ আশা নেদেখি কলিকতাৰ হুগলি কলেজ, নাগপুৰৰ মৰিচ চৰকাৰী কলেজ, ভিক্টোৰিয়া কলেজ, কোচবিহাৰ, ৰাজচাহী কলেজলৈকো অধ্যাপনাৰ সুযোগ বিচাৰি আবেদন কৰিছিল। আবকাৰী বিভাগ আৰু কলিকতা উচ্চ ন্যায়ালয়ৰ অসমীয়া অনুবাদকৰ পদৰ বাবেও আবেদন কৰিছিল। তেওঁৰ পিনে বিধি বাম, কোনোটোতে ফল নধৰিলে।

এশ টকীয়া স্কুলৰ চাকৰি কৰি থকাতকৈ ল পৰীক্ষাত উত্তীৰ্ণ হৈ নগাঁৱত আইন ব্যৱসায় কৰাই উত্তম হ'ব বুলি স্থিৰ কৰিলে। তেতিয়ালৈকে

তেওঁ অকল ল'ৰ প্ৰিলিমিনাৰী পৰীক্ষাতহে উত্তীৰ্ণ হৈছে, দুটা পৰীক্ষা বাকী। সেউতাক ইতিপূৰ্বে গুৱাহাটীলৈ আহিছিল। সেউতাকৰ লগত গুৱাহাটীত লক্ষেশ্বৰী ভূঞাক থৈ কলিকতাত গৈ পৰীক্ষা দিবলৈ স্কুলৰ-পৰা পাঁচ মাহৰ ছুটী লৈ আহিল। ইমানতে যোৰহাটৰ কৰ্মজীৱনৰ সামৰণি পৰিল।

## কটন কলেজত নিযুক্তি লাভ

গুৱাহাটীৰ উজান বজাৰৰ নাট্য মন্দিৰৰ সমুখৰ সাহিত্যৰথী হেমচন্দ্ৰ বৰুৱাৰ স্মৃতি-ফলক থকা (স্বৰ্গীয় সিদ্ধিনাথ শৰ্মাৰ বাসভৱন) ঠাই ডোখৰেই আছিল ৰবিলাল ভূঞাৰ বাসস্থান। ইয়াতে দুদিনমান জিৰণি লৈ সূৰ্য্যকুমাৰ ভূঞা ল পৰীক্ষা দিবৰ বাবে কলিকতালৈ যাবলৈ সাজু হ'ল। যাত্ৰাৰ আগমুহূৰ্তত ৰাতিপুৱা তেওঁৰ ওচৰলৈ টেলিগ্ৰাম এখন লৈ আহিল চন্দ্ৰনাথ শৰ্মা :

Hon'ble Mr. Phukan
Gauhati

Shillong, March 10

I have decided to appoint Srijut Surya Kumar Bhuyan as additional Professor of English at Cotton College.

Chief Commissioner

কটন কলেজৰ ইংৰাজী বিভাগত প্ৰকৃততে কোনো চাকৰি খালি নাছিল। অসমীয়া মানুহৰ ওজৰ-আপত্তি, গৰ্ডন, কানিংহামৰ অনুৰোধলৈ লক্ষ্য কৰি চীফ কমিচনাৰ আৰ্চডেল আৰ্লে অতিৰিক্ত নতুন অধ্যাপকৰ পদৰ ব্যৱস্থা কৰি সূৰ্য্যকুমাৰ ভূঞাক নিযুক্তি দিছিল আৰু তৰুণৰাম ফুকনক সেই বাতৰি তাঁৰ বাৰ্তা যোগে জনাইছিল।

ডি. পি. আই. কানিংহামে তেওঁৰ ১৯১৭-১৮ খ্ৰঃৰ বছৰেকীয়া প্ৰতিবেদনত লিখিছে : Before Sir Archdale Earl left the Province he decided in deference to the wishes of the people of the Assam Valley to appoint a qualified Assamese to the staff

of Cotton College. There was no vacancy. A post had to be created. Srijut Surya Kumar Bhuyan, who had taken a good degree in English and distinguished himself by original work, was selected to fill it. Srijut Surya Kumar Bhuyan is the first native of Assam Valley to be appointed to a permanent post in the divisional college.

ল পৰীক্ষা দিবলৈ কলিকতালৈ যোৱাৰ আগমুহূৰ্ত্তত কটন কলেজত নিযুক্তিৰ বাতৰি পাই তেওঁ প্ৰথমতে অলপ দোধোৰ-মোৰত পৰিল। মনত পৰিল হেমলেটৰ স্বগতোক্তি 'To be or not to be !'

তেওঁৰ মনৰ দোধোৰ-মোৰ অৱস্থাৰ কথা জানি গুৱাহাটীৰ বিশিষ্ট নাগৰিকসকলে কটন কলেজত অধ্যাপনাৰ বাবে টানি অনুৰোধ জনালে। দীৰ্ঘদিনৰ আবেদন নিবেদনৰ পিছত কটন কলেজত অসমীয়া মানুহৰ অধ্যাপনাৰ সুযোগ মিলিছে। সেয়েহে সকলোৰে শুভেচ্ছা লৈ ভূঞা ডাঙৰীয়াই কটন কলেজত অধ্যাপনা কৰাকে স্থিৰ কৰি অধ্যাপনা আৰু অধ্যয়নত ওৰেটো জীৱন হাতীপুৰ দি লাগি থাকিল।

ভূঞা ডাঙৰীয়াক কটন কলেজত নিযুক্তি দিয়া হৈছিল চৰ্ত সাপেক্ষে। অৰ্থাৎ কলিকতা বিশ্ববিদ্যালয়ৰ অনুমোদন অনুযায়ীহে তেওঁৰ নিযুক্তি বৈধ হ'ব। ৪ জুলাইৰপৰা তেওঁক কটন কলেজত যোগদান কৰিবলৈ দিয়া হৈছিল।[১]

কিছুদিন পিছতে চাৰ মাইকেল চেদলাৰক কমিচনাৰ আৰু চাৰ আশুতোষ মুখাৰ্জীক সদস্য হিচাপে লৈ অহা কলিকতা বিশ্ববিদ্যালয়ৰ চেদলাৰ কমিচনে ভূঞাৰ নিযুক্তিৰ ক্ষেত্ৰত কোনো আপত্তি নেদেখুৱালে।

ভূঞাৰ প্ৰেচিডেন্সী কলেজৰ সহপাঠী প্ৰমথনাথ বেনাৰ্জী চাৰ আশুতোষ

---

১. Education Department

The 31st May, 1918

No. 4004 E. Srijut Surya Kumar Bhuyan M.A. is appointed on probation to Class VIII of the Provincial Education Service, as Professor with effect from the 4th July, 1918.

A.W. Botham
Second Secretary to the Chief
Commissioner of Assam.

মুখাৰ্জীৰ জোঁৱায়েক। তেওঁৰ নকৈ ছপা হোৱা 'আহোমৰ দিন' এখন মুখাৰ্জীক উপহাৰ দিছিল। তেওঁ ভূঞাৰ লগত কথা পাতি বৰ ভাল পায় আৰু তেওঁক কলিকতা বিশ্ববিদ্যালয়লৈ নিব বিচাৰে। অসম আৰু কটন কলেজত তেওঁৰ প্ৰয়োজনীয়তাৰ কথা বুজাই দি কলিকতালৈ যোৱাৰপৰা বিৰত থাকে।

আশুতোষ মুখাৰ্জী গুৱাহাটীত তেতিয়াৰ আইন কলেজৰ অধ্যক্ষ জ্ঞানদাভিৰাম বৰুৱাৰ বাসভৱনতে আছিল। সেই বছৰে সত্যনাথ বৰাৰ পুত্ৰ অম্বিকানাথ বৰাই অসমীয়াত সৰ্বোচ্চ নম্বৰ লাভ কৰি কলিকতা বিশ্ববিদ্যালয়ৰপৰা বি. এ. ডিগ্ৰী লাভ কৰিছিল। গুৱাহাটীৰ দীঘলী পুখুৰীৰ পাৰত সত্যনাথ বৰাৰ ঘৰো আইন কলেজৰ অধ্যক্ষৰ ভৱনৰ গাতে লগা। বৰা তেতিয়া কটন কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক। সূৰ্য্যকুমাৰ ভূঞা কলিকতালৈ যাবলৈ মন নকৰাত মুখাৰ্জীয়ে সত্যনাথ বৰাক টানি অনুৰোধ কৰিলে 'আপনাৰ ছেলেটি আমাকে দিন'। এইবুলি মুখাৰ্জীয়ে একপ্ৰকাৰ সত্যনাথ বৰাৰ ওচৰত দাবী কৰি অম্বিকানাথ বৰাক কলিকতালৈ লৈ গ'ল। প্ৰথমতে বৰাক কলিকতা বিশ্ববিদ্যালয়ৰ অংশকালীন অধ্যাপক নিয়োগ কৰি বেংক অব বেংগলতো এটা চাকৰিৰ দিহা কৰি দিলে। পিছত মুখাৰ্জীৰ যত্নতে বৰাই মাৰ্টিন এণ্ড কোম্পানীৰ চাকৰি লাভ কৰিলে।

১৯১৯ খৃঃৰপৰা কলিকতা বিশ্ববিদ্যালয়ত আধুনিক ভাৰতীয় ভাষা বিভাগৰ সূত্ৰপাত ( Indian Vernacular Department ) এম. এ. মহলাৰ উক্ত বিভাগৰ আঠখন প্ৰশ্নকাকতৰ চাৰিখন প্ৰশ্নকাকত বঙলা ভাষা সাহিত্যৰ। পঞ্চম ষষ্ঠ কাকত বিকল্প ভাষা। সপ্তম প্ৰশ্নকাকত মৌলিক ভাষা পালি, প্ৰাকৃত আৰু ফাৰ্চী। অষ্টম প্ৰশ্নকাকত বঙলা ভাষাতত্ত্ব বিষয়ক।

পঞ্চম ষষ্ঠ প্ৰশ্নকাকতৰ বিকল্প ভাষাসমূহৰ ভিতৰত অসমীয়া, হিন্দি, উৰিয়া, কানাড়ী, গুজৰাটী, তেলুগু প্ৰভৃতি। চাৰ আশুতোষ মুখাৰ্জীয়ে সৰ্বান্তঃকৰণে অসমীয়া ভাষা সাহিত্যৰ উন্নতি আৰু মৰ্যাদাৰ কথা চিন্তা কৰিছিল। সেয়েহে আধুনিক ভাৰতীয় ভাষা বিভাগৰ বিকল্প পঞ্চম ষষ্ঠ প্ৰশ্নকাকতত অসমীয়া ভাষাক অন্তৰ্ভুক্ত কৰিছিল আৰু ইয়াৰ বাবে অসমীয়া শিক্ষক নিয়োগ কৰিছিল অম্বিকানাথ বৰাক। প্ৰথমতে বৰাৰ দৰমহা

বছৰত ৩০০ টকা। পিছত মাহে ৫০ টকাকৈ। ৰুক্মিণী হৰণ, কথা-গীতা, কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা, জ্ঞানমালিনী, গুণাভিৰাম বৰুৱাৰ 'অসম বুৰঞ্জী', দেবেন্দ্ৰনাথ বেজবৰুৱাৰ 'অসমীয়া ভাষা সাহিত্যৰ বুৰঞ্জী', হেমচন্দ্ৰ বৰুৱাৰ 'অসমীয়া ব্যাকৰণ', সত্যনাথ বৰাৰ 'সাহিত্য বিচাৰ', দেবানন্দ ভৰালীৰ 'অসমীয়া ভাষাৰ মৌলিক বিচাৰ', জি. এফ. নিকোলৰ 'আসামিজ গ্ৰামাৰ' প্ৰভৃতি পাঠ্য গ্ৰন্থ।

তিনিটা খণ্ডত সাতটি ভাগত যুগুত কৰা আৰু ভোলানাথ বৰুৱাৰ দানেৰে কলিকতা বিশ্ববিদ্যালয়ৰ দ্বাৰা প্ৰকাশিত সুবৃহৎ গ্ৰন্থ 'অসমীয়া সাহিত্যৰ চানেকি' প্ৰকাশৰ মূলতেও আছিল চাৰ আশুতোষ মুখাৰ্জী। 'অসমীয়া সাহিত্যৰ চানেকি'ৰ প্ৰথম খণ্ডৰ দীঘলীয়া ইংৰাজী পাতনিখন লিখিছিল সূৰ্য্যকুমাৰ ভূঞাই।

## কলিকতা ভ্ৰমণ: ৰবীন্দ্ৰনাথৰ লগত সাক্ষাত

ভূঞা ডাঙৰীয়াৰ কটন কলেজত যোগদানৰ তাৰিখ আছিল ৪ জুলাই। এনেয়ে থকাতকৈ এপাক সস্ত্ৰীক কলিকতা ভ্ৰমণ কৰাকে ঠিক কৰিলে।

কলিকতাত তেওঁ সপৰিয়ালে উঠিলেগৈ যোৰহাটৰ বন্ধু জীতেন্দ্ৰনাথ দাসৰ ঘৰত। দাস ভূঞাৰ 'আহোমৰ দিন' আৰু 'নিৰ্মালি'ৰ প্ৰকাশক। দাস বঙালী মানুহ, মাত-কথা বঙলা। কলিকতাত পত্নী লক্ষেশ্বৰী ভূঞাৰ অলপ অাহুকাল হ'ল। তেওঁ অসমৰ বাহিৰলৈ কোনো দিন যোৱা নাই, বঙলা ভাষা ভালদৰে বুজি নাপায়। বুজি নাপালেও কোনোমতে কাম চলাই আছে।

ছয়-সাতদিনমান থকাৰ পিছত তেওঁলোক উভতি আহিবলৈ মন কৰিলে। এদিন দাসৰ ঘৈণীয়েকে লক্ষেশ্বৰী ভূঞাক ক'লে, 'আমাৰ মেয়েৰ বিয়ে হবে, কয়েক দিন থেকে যান।' এতিয়া সমস্যা হ'ল কি 'বিয়ে হবে থেকে যান'। বিয়ে মানে বুজিছিল বি এ পৰীক্ষা, পাচ হে কৰে। 'বিয়ে হবে' কি আকৌ! পূৰ্বতে কিবা কথা বুজি নাপালে স্বামী ভূঞাৰ কাষ চাপে, এইবাৰো তেৰেঁ সমস্যাৰ সমাধান কৰি দিলে। লক্ষেশ্বৰী ভূঞাৰ কলিকতীয়া বিয়া চোৱা নহ'ল। বিয়াৰ আগেয়ে গুৱাহাটীলৈ উভতিল।

এই যাত্ৰাত সূৰ্য্যকুমাৰ ভূঞাই লক্ষেশ্বৰী ভূঞাৰ সৈতে গৈ কলিকতাৰ

জোড়াসাঁকোৰ ঘৰত ৰবীন্দ্ৰনাথ ঠাকুৰক সাক্ষাত কৰি নকৈ প্ৰকাশ হোৱা তেওঁৰ 'নিৰ্মালি' এখন হাতত দিয়ে।

কলিকতাত অধ্যয়ন কৰা কালছোৱাত বহু সভা-সমিতিত ৰবীন্দ্ৰনাথক দেখা আৰু তেওঁৰ ভাষণ শুনাৰ সুযোগ পাইছিল। ১৯১৬ খৃঃত জোড়াসাঁকোত অনুষ্ঠিত গীতি-নাট্য 'ফাল্‌গুনী'ত ৰবীন্দ্ৰনাথে অংশ গ্ৰহণ কৰা দৃশ্যও উপভোগ কৰিছিল।[২]

এইবাৰ জোড়াসাঁকোৰ বাসভৱনত ৰবীন্দ্ৰনাথৰ নিচেই কাষত সস্ত্ৰীক বহি ঘৰুৱাভাৱে আলাপ আলোচনা কৰাৰ সুযোগ লাভ কৰিলে। আলাপ আলোচনাৰ মাজতে ৰবীন্দ্ৰনাথে প্ৰকাশ কৰিলে অসম ভ্ৰমণৰ বহুদিনীয়া ইচ্ছাৰ কথা। কামাখ্যা ভ্ৰমণৰ লগতে গুৱাহাটীৰপৰা ডিব্ৰুগড়লৈ জাহাজেৰে ভ্ৰমণ কৰাৰ ইচ্ছাৰ কথাও জনালে। ৰবীন্দ্ৰনাথে ভূঞাৰপৰা অসমৰ ৰীতিনীতি আৰু কথিত ভাষাৰ বিষয়ে জানিব বিচাৰিলে। ভূঞাই তেওঁক অসমৰ অতীত ঐতিহ্যৰ লগতে প্ৰাগ্‌জ্যোতিষপুৰত জ্যোতিষ চৰ্চাৰ পৰম্পৰাৰ কথাৰো আভাস দিয়ে। অসমৰ ৰীতিনীতিৰ কথা উল্লেখ কৰি বিহু আৰু বিহুগীতৰ সৌন্দৰ্য আৰু জনপ্ৰিয়তাৰ কথা বৰ্ণনা কৰিলে। অসমৰ বিহুগীতে ৰবীন্দ্ৰনাথৰ দৃষ্টি আকৰ্ষণ কৰিছিল।

১৯১৯ খৃঃৰ অক্টোবৰ নবেম্বৰ মাহত ৰবীন্দ্ৰনাথ ঠাকুৰ অসমলৈ আহিছিল। গুৱাহাটীত আলহী আছিল ল কলেজৰ অধ্যক্ষ জ্ঞানদাভিৰাম বৰুৱাৰ বাসভৱনত। ৰবীন্দ্ৰনাথে কটন কলেজৰ শিক্ষক আৰু ছাত্ৰৰ সভা এখনতো ভাষণ দিছিল। গুৱাহাটীত ৰবীন্দ্ৰনাথৰ সৈতে তোলা গ্ৰুপ ফটোখনৰ বিশিষ্ট ব্যক্তিসকলৰ ভিতৰত আছিল সত্যনাথ বৰা, হেমচন্দ্ৰ গোস্বামী, ভোলানাথ দাস, জ্ঞানদাভিৰাম বৰুৱা, মুক্তাধৰ শৰ্মা, বেনুধৰ শৰ্মা, চন্দ্ৰনাথ শৰ্মা, বাণীকান্ত কাকতি, সূৰ্য্যকুমাৰ ভূঞা, অম্বিকাগিৰি ৰায়চৌধুৰী আৰু দুৰ্গানাথ বৰুৱা।

গুৱাহাটীত সূৰ্য্যকুমাৰ ভূঞা ৰবীন্দ্ৰনাথৰ আৰু ঘনিষ্ঠতালৈ আহে। পিছত তেওঁ ৰবীন্দ্ৰনাথ ঠাকুৰৰ বিষয়ে সৰু জীৱনী এখনি লিখিছিল। ১৯২০ খৃঃত গ্ৰন্থখনি প্ৰকাশ কৰিছিল নগাঁৱৰ শুকদেৱ গোস্বামীয়ে।[২]

২। Bhuyan, Dr. S. K. : Men I Have Met. P. 95

গুৱাহাটীত ৰবীন্দ্ৰনাথে হেমচন্দ্ৰ গোস্বামী সম্পাদিত ভট্টদেবৰ 'কথা-গীতা'খন পঢ়ি ষোড়শ শতিকাৰ প্ৰাঞ্জল অসমীয়া গদ্যৰ নিদৰ্শন দেখি অভিভূত হৈ লিখে:

'*The Katha Gita* is a very striking book, interesting from many points of view. You may very well be proud of the author of the book who could handle prose in such a remarkably lucid style more than a century before we had any prose book in Bengal. Shillong, October, 10, 1919.[৩]

অসমলৈ অহাৰ পূৰ্বে ভূঞাৰ 'নিৰ্মালি' এখন পঢ়ি ৰবীন্দ্ৰনাথে চিঠি এখন লিখিছিল:

বিনয় সম্ভাষণপূৰ্বক নিবেদন,

কিছুদিন হইল আমাৰ কন্যাৰ মৃত্যু হওয়াতে আপনাৰ পত্ৰেৰ উত্তৰ দিতে বিলম্ব হইল। আপনাৰ 'নিৰ্মাল্য' পড়িলাম। কোনও ভাষায় সম্পূৰ্ণ অধিকাৰ না থাকিলে সে ভাষাৰ কবিতা সম্বন্ধে অভিমত ব্যক্ত কৰা বিড়ম্বনা। যতটুকু বুঝিলাম তাহাতে আমাৰ বোধ হইল আপনি আসামী ভাষাৰ মধ্যে আধুনিক কালেৰ বাধামুক্ত গীতোচ্ছ্বাসেৰ প্ৰবাহ বহন কৰিযা আনিয়াছেন। এমনি কৰিয়াই আপনাদেৰ সাহিত্যে নবযুগেৰ নূতন প্ৰাণসঞ্চাৰ ঘটিবে।

প্ৰাগ্‌জ্যোতিষপুৰে আপনাৰ সাদৰ নিমন্ত্ৰণ পাইয়া আনন্দিত হইলাম। সেখানে যাইবাৰ বিশেষ ইচ্ছা আছে, কবে যাওয়া ঘটিবে নিশ্চয় 'বলিতে পাৰি না। ইতি—৫ই জ্যৈষ্ঠ ১৩২৫

ভবদীয়
ৰবীন্দ্ৰনাথ ঠাকুৰ[৪]

৩। বেণুধৰ শৰ্মা: হেমচন্দ্ৰ গোস্বামী, পৃঃ ১০৬-১০৮
৪। সূৰ্য্যকুমাৰ ভূঞা: নিৰ্ম্মালি

## কটন কলেজ

সূৰ্য্যকুমাৰ ভূঞাৰ কটন কলেজত নিযুক্তিয়ে অসমীয়াৰ মনলৈ আনিলে সন্তুষ্টি আৰু বিশ্বাস। সন্তুষ্টি প্ৰকাশ পাইছিল 'টাইমচ অব আসাম', 'আসাম বন্তী',[৫] 'আসাম বিলাসিনী' প্ৰভৃতি সংবাদ-পত্ৰৰ বা-বাতৰিত। ভূঞা ডাঙৰীয়াৰ নিযুক্তিৰ লগে লগে যেন কটন কলেজত অসমীয়া ডেকাৰ বাবে বন্ধ দুৱাৰ মেল খালে।

অধ্যাপনা কৰাই আছিল ভূঞাৰ জীৱনৰ একমাত্ৰ লক্ষ্য। কটন কলেজত অধ্যাপনাৰ সুযোগ লাভেই তেওঁৰ মনলৈ আনি দিলে পৰম তৃপ্তি আৰু সন্তুষ্টি। অধ্যয়ন আৰু অধ্যাপনা দুয়োটাই পৱিত্ৰ কৰ্ম। অধ্যাপনা আৰু জ্ঞান আহৰণৰ বাবে অধ্যয়নৰ প্ৰয়োজন। অধ্যয়নৰ অবিহনে হাত সাৱটি বহি থাকিব লগাটো তেওঁৰ বাবে কাৰাৰুদ্ধ হোৱাৰ নিচিনা। ভোজন-শয়নৰ লেখিয়া অধ্যয়ন তেওঁৰ বাবে নিত্য-নৈমিত্তিক কৰ্ম।

১৯১৮ খৃঃৰ ৪ জুলাইত ভূঞা ডাঙৰীয়াই কটন কলেজত অধ্যাপক স্বৰূপে যোগদান কৰিলে। ১৯১৯ খৃঃৰপৰা তেওঁক স্থায়ীভাৱে নিযুক্তি দিয়া হ'ল।[৬] কিন্তু স্থায়ীভাৱে নিযুক্তি দিয়াতো আছিল এটা চৰ্ত। অৰ্থাৎ ভৱিষ্যতে পুনৰ বি গ্ৰুপত পৰীক্ষা দিব লাগিব।[৭] কিন্তু ভূঞাৰ দ্বিতীয়বাৰ বি গ্ৰুপত পৰীক্ষা দিয়া নহ'ল। সম্ভৱত প্ৰয়োজন নহ'ল।

কটন কলেজ সূৰ্য্যকুমাৰ ভূঞা ডাঙৰীয়াৰ শিক্ষাভূমি আৰু কৰ্মভূমি। ১৯০৯ খৃঃৰপৰা দুবছৰকাল তেওঁ কটন কলেজৰ ছাত্ৰ। ১৯১৮ খৃঃৰ ৪

---

৫. কটন কলেজত অসমীয়া প্ৰফেচৰ। বাইজে শুনি বৰ সন্তোষ পাব যে কটন কলেজত এজন অসমীয়া প্ৰফেচৰ দিবলৈ স্থিৰ কৰা হৈছে। মাননীয় চাৰ আৰ্চডেল আৰ্ল বাহাদুৰ যাবৰ সময়ত অসমীয়াৰ বহুদিনৰ মনোবাঞ্ছা পূৰ্ণ কৰিবৰ অভিপ্ৰায়ে শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা এম. এ. দেৱক কটন কলেজত ইংৰাজী বিষয়ৰ প্ৰফেচৰ পাতিবলৈ স্থিৰ কৰিছে। এইটি অসমীয়া বাইজৰ প্ৰতি আৰ্চডেল চাহাবৰ নিশ্চয় অতি চেনেহৰ চিন। আমি নানা প্ৰসংগত এই বিষয়ে গৱৰ্ণমেন্টক ওপৰা-ওপৰিকৈ খাটনি ধৰিছিলোঁ আৰু অলপতে ছিলঙলৈ যাওঁতে টানি অনুৰোধ কৰি আহিছিলোঁ। এতিয়া তাৰ গুণ ধৰাত আমি আনন্দ পাইছোঁ আৰু সদৌ অসমীয়া বাইজৰ হৈ সেইবাবে আৰ্ল বাহাদুৰক শলাগ লৈছোঁহক।

৬. No. 6097 E. Srijut Surya Kumar Bhuyan M. A. is confirmed in his appointment as a Professor Cotton College Gauhati in Class VIII of the Provincial Educational Service with effect from 4th July, 1918.

৭. Mr. Bhuyan is confirmed in his present appointment on the understanding that he will proceed to his M. A. in English Group. B.

জুলাইৰপৰা ১৯৪৭ খৃঃলৈ প্ৰায় সুদীৰ্ঘ ডেৰকুৰি বছৰ কাল তেওঁ কটন কলেজৰ অধ্যাপক। মাজতে উচ্চ শিক্ষাৰ বাবে বিলাত যাত্ৰা (১৯৩৬-১৯৩৮), ইন্সপেক্টৰ অব্ স্কুলচ্ (১৯৪১-১৯৪২), Special University Officer (১৯৪০), Provincial Organiser of National War Front (১৯৪৩-১৯৪৫) আদি দায়িত্ব বহন আৰু অধ্যয়নৰ বাবে এৰা-ধৰাকৈ কিছুকাল কটন কলেজৰপৰা আঁতৰি থাকিব লগা হৈছিল। ১৯৪৭ খৃঃৰ ২২ জুলাইৰপৰা ২৬ দিনৰ বাবে কটন কলেজৰ অধ্যক্ষ।

তেওঁৰ অধ্যয়ন আৰু অধ্যাপনাৰ কালছোৱাতে অসমৰ শিক্ষাজগত আৰু কটন কলেজৰ বিকাশ হোৱাৰ উপৰিও ৰাজনৈতিক আৰু সামাজিকভাৱে নানান উত্থান-পতন আৰু পৰিবৰ্তন সাধন হৈছিল। তেওঁৰ চকুৰ আগতে চালুকীয়া কটন কলেজ যৌবন পাৰ হৈ আহি প্ৰৌঢ়ত্ব পাইছিল। এখন কলেজৰ ঠাইত অসমৰ ভৌগোলিক পৰিসীমাৰ ভিতৰত চহৰে চহৰে একাধিক কলেজ গঢ়ি উঠিছিল। আইন কলেজ, মেডিকেল কলেজ, ইঞ্জিনিয়াৰিং কলেজ আৰু এদিন উচ্চ শিক্ষাৰ উচ্চতম অনুষ্ঠান গুৱাহাটী বিশ্ববিদ্যালয়ৰ জন্ম হ'ল। আৰু ভূঞা ডাঙৰীয়াই কটন কলেজৰ অধ্যক্ষ, অসমৰ শিক্ষাধিকাৰ আদি শিক্ষা-জগতৰ উচ্চতম পদত অধিষ্ঠিত হৈ শেষত গুৱাহাটী বিশ্ববিদ্যালয়ৰ কৰ্ণধাৰ উপাচাৰ্যস্বৰূপে কাৰ্যনিৰ্বাহ কৰি শিক্ষা-জগতৰপৰা মেলানি মাগিলে। তেওঁৰ চকুৰ আগতে গুৱাহাটীৰ আলিবাটত গৰুগাড়ী, ঘোঁৰাৰ টঙা বা হেকনি গাড়ীৰ সলনি মটৰযান, মানুহে টনা ৰিক্সা, চাইকেল ৰিক্সা, চিটি বাচৰ প্ৰচলন হ'ল। আৰু আলিবাটৰ মূৰে মূৰে থকা লেম্প পোষ্ট, ঘৰে ঘৰে জ্বলা হাৰিকেন লেম্প, হাতলেম্প আৰু মানুহে হাতেৰে টনা পাঙ্খাৰ সলনি প্ৰচলন হ'ল বিজুলি চাকি, বিজুলী বিচনীৰ। ঔপনিবেশিক শাসনৰ অন্ত পৰিল আৰু স্বাধীন ভাৰতৰ গণতান্ত্ৰিক শাসন প্ৰতিষ্ঠিত হ'ল।

কটন কলেজৰ ইংৰাজী বিভাগত সূৰ্য্যকুমাৰ ভূঞা চতুৰ্থ অধ্যাপক। আশুতোষ চেটাৰ্জী, ৰায়মণ্ড কুলিচ গোফিন, প্ৰফুল্লচন্দ্ৰ ৰায় আন তিনি গৰাকী ইংৰাজী বিভাগৰ অধ্যাপক। ১৯১৮ খৃঃৰ ১৫ নবেম্বৰত বাণীকান্ত কাকতী কটন কলেজত ইংৰাজী বিভাগৰ অধ্যাপকস্বৰূপে যোগদান কৰিলে। নৰেন্দ্ৰনাথ চেটাৰ্জী নামৰ আন এগৰাকী অধ্যাপকৰ ঠাইত কাকতিয়ে নিযুক্তি

লাভ কৰিছিল। অধ্যাপক কাকতি কটন কলেজত স্থায়ীভাৱে নিযুক্তি লাভ কৰা দ্বিতীয় অসমীয়া অধ্যাপক।

মৌলবী চৈয়দ মহম্মদ মহিবুল্লা ভূঞাৰ সহপাঠী। তেওঁ ১৯১৮ খ্রীঃৰ ২ জানুৱাৰীৰপৰা চিলেটৰ মুৰাৰীচাঁদ কলেজৰ আৰবী ফাৰ্চীৰ অধ্যাপক নিযুক্ত হৈছিল। ১৯১৯ খ্রীঃত কটন কলেজলৈ বদলি হৈ আহে।

দৰ্শনৰ অধ্যাপক প্ৰবোধকুমাৰ সান্যাল ভূঞাৰ আন এগৰাকী সহপাঠী অধ্যাপক। ১৯১৭ খ্রীঃৰ ১১ নবেম্বৰৰপৰা সান্যালে প্ৰথমতে মুৰাৰীচাঁদ কলেজত নিযুক্তিলাভ কৰিছিল। প্ৰথমতে মুৰাৰীচাঁদ কলেজত নিযুক্তি লাভ কৰা বাবে সহপাঠী হ'লেও দুয়োগৰাকী ভূঞা ডাঙৰীয়াতকৈ জ্যেষ্ঠ অধ্যাপকৰূপে পৰিগণিত হৈছিল। দুয়োগৰাকীয়ে পিছত কটন কলেজৰ অধ্যক্ষ হয়হি।

কুৰি শতিকাৰ তৃতীয় দশকত কটন কলেজত নিযুক্তি লাভ কৰা অসমীয়া অধ্যাপকসকলৰ মাজত আছিল উমাকান্ত গোস্বামী, শ্ৰীনাথ চক্ৰৱৰ্তী, ৰাধাকান্ত দাস, চৈয়দ আবদুল ফজল আহম্মদ, দিবাকৰ গোস্বামী, হৰেন্দ্ৰকুমাৰ চৌধুৰী, হিৰণ্যচন্দ্ৰ ভূঞা প্ৰভৃতি। অতুলচন্দ্ৰ দত্ত, উপেন্দ্ৰচন্দ্ৰ দত্ত, ৰবীন্দ্ৰনাথ দাস, যদুলাল মুখাৰ্জী প্ৰভৃতি আন আন অধ্যাপক।

উমাকান্ত গোস্বামী ( ১৮৯৭—১৯৫৬ ) বিশ্ববিদ্যালয়ৰ সকলো পৰীক্ষাতে বৃত্তি লাভ কৰা মেধাবী ছাত্ৰ। ১৯২০ খ্রীঃত অৰ্থনীতিত প্ৰথম শ্ৰেণীত প্ৰথম স্থান লাভ কৰি এম. এ. ডিগ্ৰী লাভ কৰিছিল। ১৯২১ খ্রীঃৰ ২১ জুলাইত তেওঁ প্ৰথমতে অস্থায়ীভাৱে নিযুক্তি লাভ কৰিছিল। ১৯২৬ খ্রীঃৰপৰা মুৰাৰীচাঁদ কলেজত কাম কৰি পিছত পুনৰ কটন কলেজলৈ বদলি হৈ আহে। গোস্বামী ১৯৪৯ খ্রীঃত কটন কলেজৰ অধ্যক্ষ আৰু পিছত অসমৰ শিক্ষাধিকাৰ ( ১৯৪৯—৫১ ) পদত অধিষ্ঠিত হৈছিল। সত্যনাথ বৰাৰ পিছত কিছুদিন কটন কলেজত অসমীয়া পঢ়ুৱাইছিল গোস্বামীয়ে।

সংস্কৃতৰ অধ্যাপক শ্ৰীনাথ চক্ৰৱৰ্তী ( ১৮৯৭—১৯৫৪ ) এগৰাকী মেধাবী ছাত্ৰ। কটন কলেজৰপৰাই চক্ৰৱৰ্তীয়ে ১৯২০ খ্রীঃত বি. এ. পৰীক্ষাৰ সংস্কৃতৰ অনাৰ্চত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰি উত্তীৰ্ণ হয়। ১৯২৩ খ্রীঃৰ ৫ চেপ্তেম্বৰত তেওঁ কটন কলেজত যোগদান কৰিছিল। পিছত তেওঁ কলেজখনৰ অধ্যক্ষ হয়হি ( ১৯৪৯—১৯৫২ )।

আৰবী আৰু ফাৰচী সাহিত্যৰ অধ্যাপক আবুল ফজল ছৈয়দ আহমদ (১৮৯৯—) ১৯২৫ খৃঃৰ ১৭ জুলাইৰপৰা কটন কলেজৰ অধ্যাপক। পিছত তেওঁ অসমৰ উপ-শিক্ষাধিকাৰস্বৰূপে কাৰ্য নিৰ্বাহ কৰি অবসৰ গ্ৰহণ কৰে।

অংকশাস্ত্ৰৰ অধ্যাপক ৰাধাকান্ত দাস (১৮৯৬—১৯৮৩) প্ৰথম শ্ৰেণীৰ এম. এ.। ১৯২৪ খৃঃৰ ৯ জুলাইৰপৰা প্ৰথমতে কটন কলেজত কিছুদিন অস্থায়ীভাৱে অধ্যাপনা কৰিছিল। তেওঁ কটন কলেজত স্থায়ীভাৱে নিযুক্তি লাভ কৰিলে ১৯২৫ খৃঃৰ ১৪ জুলাইৰপৰা। অধ্যাপক দাস এগৰাকী ক্ৰীড়াবিদ। পিছত তেওঁ কটন কলেজৰ উপাধ্যক্ষ আৰু অতিৰিক্ত শিক্ষাধিকাৰ স্বৰূপে কাৰ্য নিৰ্বাহ কৰিছিল।

অসমীয়া বিভাগত স্থায়ী অধ্যাপকস্বৰূপে সুদীৰ্ঘকাল অধ্যাপনা কৰা দিবাকৰ গোস্বামী (১৯০০—) Ancient Indian History and Culture আৰু সংস্কৃতত দুবাৰ প্ৰথম শ্ৰেণীৰ এম. এ. ডিগ্ৰী লাভ কৰিছিল। দ্বিতীয়বাৰ তেওঁ প্ৰথম শ্ৰেণীত প্ৰথম স্থান লাভ কৰিছিল। ১৯২৭ খৃঃৰ ৪ জুলাইত তেওঁ কটন কলেজত যোগদান কৰিছিল। গোস্বামী ডাঙৰীয়াই শিক্ষাধিকাৰস্বৰূপে কাৰ্যনিৰ্বাহ কৰি (১৯৫২—১৯৫৫) অবসৰ গ্ৰহণ কৰে।

ইংৰাজী সাহিত্যৰ অধ্যাপক হৰেন্দ্ৰনাথ চৌধুৰী (১৮৯৬—১৯৮২) ১৯১৯ খৃঃতে এম. এ. পাচ কৰিছিল যদিও কটন কলেজত স্থায়ীভাৱে নিযুক্তি লাভ কৰে ১৯২৭ খৃঃত।

পদাৰ্থ বিজ্ঞানৰ অধ্যাপক ডক্টৰ হিৰণ্যচন্দ্ৰ ভূঞা (১৯০৫—১৯৭৩) এগৰাকী মেধাবী ছাত্ৰ আৰু কৃতী শিক্ষাবিদ। ১৯২৯ খৃঃত পদাৰ্থ বিজ্ঞানত প্ৰথম শ্ৰেণীৰ এম. এচ-চি. ডিগ্ৰী লাভ কৰি সেইবছৰৰে ৫ নবেম্বৰত তেওঁ কটন কলেজত যোগদান কৰিছিল। পিছত তেওঁ কটন কলেজৰ অধ্যক্ষ (১৯৫২—১৯৫৪), শিক্ষাধিকাৰ আৰু শিক্ষা সচিব (১৯৫৪—১৯৫৯) আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্যস্বৰূপে (১৯৫৯—১৯৬২) কাৰ্য নিৰ্বাহ কৰিছিল।

শ্ৰীনাথ চক্ৰৱৰ্তী, দিবাকৰ গোস্বামী আৰু ডক্টৰ হিৰণ্যচন্দ্ৰ ভূঞা সূৰ্য্যকুমাৰ ভূঞাৰ ছাত্ৰ। অধ্যাপক ভূঞা প্ৰমুখ্যে প্ৰতিজন অসমীয়া ডেকাই নিজৰ তীক্ষ্ণ মেধাশক্তিৰ পৰিচয় দি কৃতী শিক্ষাবিদস্বৰূপে খ্যাতি অৰ্জন

কৰাৰ উপৰিও প্ৰতিজনেই বিভিন্ন দিশত কৃতিত্ব দেখুৱাই যশস্যা অৰ্জন কৰিব পাৰিছিল।

অধ্যাপক ভূঞা কটন কলেজত যোগদান কৰা সময়ত চুদমাৰ্চন কলেজৰ অধ্যক্ষ। ডক্টৰ ডেভিদ থমচন, ডি. ই. ৰবাৰ্ট, এ. ই. ব্ৰাউন, আৰ. চি. গোফিন প্ৰভৃতি ইউৰোপীয় অধ্যাপক। আশুতোষ চেটাৰ্জী, প্ৰফুল্লচন্দ্ৰ ৰায়, লক্ষ্মীনাৰায়ণ চেটাৰ্জী, আৰ. আৰ. থমাচ, ভুবনমোহন সেন, বিজয়চন্দ্ৰ সেনগুপ্ত, ৰজনীকান্ত বৰাট, চুনীলাল দে, হৰ্ষনাথ সেন প্ৰভৃতি আন আন অধ্যাপক।

## ৯. কটন কলেজ ঃ অধ্যাপনা

কটন কলেজ সূৰ্য্যকুমাৰ ভূঞাৰ শিক্ষাভূমি আৰু কৰ্মভূমি। কৰ্মজীৱন আৰু অনুষ্ঠান প্ৰতিষ্ঠান কিছুমান প্ৰতিভাশালী পুৰুষৰ বাবে হৈ পৰে প্ৰতিভাৰ মৰিশালি ( Graveyard of talent ); ভূঞা ডাঙৰীয়াৰ ক্ষেত্ৰত ই বিপৰীত। কটন কলেজৰ চাৰিবেৰক কেন্দ্ৰ কৰিয়ে সূৰ্য্যকুমাৰ ভূঞাই গঢ়ি তুলিলে প্ৰতিভাৰ সৌধ। ভূঞা আছিল এগৰাকী কৰ্মযোগী পুৰুষ। শিক্ষাদান আছিল তেওঁৰ পেশা আৰু সাহিত্য চৰ্চা আছিল নিচা। দুয়োটাই যেনিবা এটি ঠালৰে দুপাহি ফুল। বহুজনৰে ক্ষেত্ৰত নিচাই লহপহকৈ বাঢ়ি আহি পেশাক ঢাকি ধৰে। নিচাৰ প্ৰাধান্যত পেশাৰ লগত সম্বন্ধ হয় ক্ষীণ—অৱশ্যে তেল-পানীৰ সম্বন্ধ নহয়। ভূঞা ডাঙৰীয়া আছিল ইয়াৰ ব্যতিক্ৰম।

নিষ্ঠা আৰু ঐকান্তিকতাৰে অধ্যাপনা কৰা ভূঞা ডাঙৰীয়া এগৰাকী নিয়মীয়া কৃতী শিক্ষক। কটন কলেজত প্ৰথমতে ভূঞা যেন হৈ পৰিছিল অসমীয়াৰ আশা-আকাংক্ষাৰ প্ৰতীকস্বৰূপ। আলিবাটেৰে অহা-যোৱা কৰিলেও কটন কলেজৰ অসমীয়া অধ্যাপক ভূঞাক উভতি উভতি চাইছিল। ভূঞাৰ নিযুক্তিয়ে অসমীয়াৰ মনলৈ আনি দিছিল পৰম সন্তুষ্টি আৰু আত্ম-বিশ্বাসৰ ভাব। কটন কলেজত অসমীয়া মানুহ অধ্যাপক হোৱাৰ যোগ্যতা অৰ্জন কৰিব পাৰিব নে? এনে এক নীচাত্মিকা মনোভাব এচাম মানুহৰ নথকা নহয়। ভূঞা ডাঙৰীয়াৰ নিযুক্তি সেয়েহে এক মোহভংগৰ ক্ষণ, অসমীয়াৰ যোগ্যতাৰ প্ৰতি স্বীকৃতিৰ ক্ষণ। ভূঞায়ো বুজি পাইছিল তেওঁৰ ওপৰত যি দায়িত্ব, সেই দায়িত্ব গধুৰ আৰু মহান দায়িত্ব। বাণীকান্ত কাকতি আৰু ভূঞা ডাঙৰীয়া দুয়োজনেই যেন অসমীয়াৰ আশা-আকাংক্ষাৰ প্ৰতীক। কটন কলেজ দুয়োজনৰে প্ৰতিভাৰ কঠীয়াতলী। কাকতিয়ে ভূঞাৰ দৰে ছাত্ৰাবস্থাৰেপৰা সাহিত্য চৰ্চাত হাতীপুৰ দি লগা নাছিল। প্ৰকৃততে কাকতিৰ সাহিত্য চৰ্চাৰ সূচনা অধ্যাপনাৰ কালছোৱাৰপৰাহে।

ইংৰাজী সাহিত্যৰ অধ্যাপক ভূঞাৰ বাপ বেচি বুৰঞ্জী চৰ্চাৰ প্ৰতি।

বুৰঞ্জী চৰ্চাৰ অন্তৰালত আছিল এক জাতীয় ভাব। কটন কলেজত অধ্যাপনাৰ মাজতেই কামৰূপ অনুসন্ধান সমিতি, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, ইণ্ডিয়ান হিষ্টৰিকেল ৰেকৰ্ড কমিচন, ভাৰতীয় বুৰঞ্জী কংগ্ৰেছ আদি অনুষ্ঠানৰ লগত নিবিড়ভাৱে জড়িত হৈ বুৰঞ্জী চৰ্চা কৰিছিল। তেওঁ্ৰৈই অসমীয়াৰ আপুৰুগীয়া বুৰঞ্জীসমূহ উদ্ধাৰ কৰি প্ৰকাশ কৰাৰ উপৰিও বুৰঞ্জীৰ কাহিনীৰ ওপৰত ভেটি কৰি ৰচনা কৰিছিল ভালেকেইখন বুৰঞ্জী আৰু বুৰঞ্জী বিষয়ক পুথি। বুৰঞ্জী সাহিত্য আৰু বুৰঞ্জী চৰ্চাৰ বৰ ভেটি ৰচনা কৰা ভূঞা ডাঙৰীয়াৰ বুৰঞ্জী বিষয় কলেজীয়া পাঠ্যক্ৰমৰ অধ্যয়নৰ বিষয় নাছিল। ইংৰাজী সাহিত্যৰ কৃতী ছাত্ৰ হৈয়ো তেওঁ ইংৰাজী সাহিত্য চৰ্চা নকৰি কৰিলে বুৰঞ্জী চৰ্চা।

প্ৰথম অৱস্থাত মুষ্টিমেয় অসমীয়া অধ্যাপক কেইজনৰ প্ৰতি অনা-অসমীয়া অধ্যাপক সম্প্ৰদায় বিশেষৰ হেয় মনোভাব। এনে হেয় মনোভাবে আওপাকে অসমীয়া অধ্যাপকসকলক আগবাঢ়ি যোৱাত সহায়হে কৰিলে। অৱশ্যে জিৰণি কোঠাত অধ্যাপকসকলৰ মাজত কোনো সাম্প্ৰদায়িক মনোভাৱ নাছিল।

নিৰ্ধাৰিত সময়ত কলেজ বা শ্ৰেণীত উপস্থিত হোৱাত ভূঞাৰ কোনোদিন ব্যতিক্ৰম নহয়। চুট-টাই আৰু হেট-কোটেৰে ভূঞা সম্পূৰ্ণ চাহাবী সাজত। তেওঁৰ কলেজলৈ অহা-যোৱা বাহন চাইকেল। সাধাৰণতে ছাত্ৰসকলে শিক্ষক-শিক্ষয়িত্ৰীক একোটি ভিতৰুৱা পোছাকী নাম দিয়ে। সেই কাৰ্যৰ পৰম্পৰা এতিয়ালৈকে চলি আছে। ভূঞাকো ছাত্ৰসকলে নাম দিছিল ষ্টেচনমাষ্টাৰ।

কটন কলেজত সেই সময়ত ইংৰাজী সাহিত্যৰ এম. এ. লৈকে পঢ়াৰ ব্যৱস্থা আছিল। ১৯৩৩ খৃঃৰপৰা এম. এ. শ্ৰেণী বন্ধ কৰা হয়। অধ্যাপক স্বৰূপে ভূঞা ডাঙৰীয়াই প্ৰথম বাৰ্ষিক আই. এ. শ্ৰেণীৰপৰা ষষ্ঠ বাৰ্ষিক এম. এ. শ্ৰেণীলৈকে পঢ়ুৱাব লগা হৈছিল। তেওঁ পঢ়ুৱাইছিল **Essays, Studies in Literature** প্ৰভৃতি। **The Vicar of the Wakefieid**-খন তেওঁ স্কুলতে পঢ়া আৰু প্ৰিয় গ্ৰন্থ। সেইখন পঢ়াব পাই তেওঁ ভাল পাইছিল। অধ্যাপকস্বৰূপে ভূঞা আৰু কাকতিয়ে প্ৰথমতে বৰকৈ আকৰ্ষণ কৰিব পৰা নাছিল। ভূঞাৰ মাতটো সৰু, মুখৰ ভিতৰতে কোৱাৰ নিচিনা। প্ৰথম

বেঞ্চত বহা ছাত্ৰসকলেহে শুনিবলৈ পায়, পিছৰ বেঞ্চত বহাসকলে ভালদৰে নুশুনে। কিন্তু ভূঞা ছাত্ৰছাত্ৰীৰ বাবে আছিল স্নেহ আৰু প্ৰেৰণাৰ প্ৰতীক। তেওঁ ছাত্ৰছাত্ৰীক কেতিয়াও কোনো কথাতে নিৰাশ নকৰিছিল। সৰু কাম এটিৰ বাবেও প্ৰেৰণা যোগাই উৎসাহিত কৰাটো আছিল ভূঞাৰ লক্ষ্য। কিন্তু কাকতি ইয়াৰ বিপৰীত। সকলো ধৰণৰ কামৰ বাবেই তেওঁৰপৰা প্ৰেৰণা লাভ কৰাটো সহজ নহয়। কিন্তু ভাল কাম ভাল ৰচনাৰ বাবে প্ৰশংসাৰ অন্ত নাই। কলেজৰ পৰীক্ষাৰ অনাৰ্চৰ বহীত ১০০ নম্বৰৰ ভিতৰত ১, ২, ৩ নম্বৰ দি কাকতিদেৱে চাই-লয় অনাৰ্চৰ প্ৰতি ছাত্ৰছাত্ৰীৰ আগ্ৰহ কিমান। পি. চি. ৰায়ে হেনো পিছত ছাত্ৰছাত্ৰীক কাকতিৰ হাতত পোৱা নম্বৰৰ বিষয়ে মন্তব্য কৰিছিল 'এক দুই পোৱাসকলে যত্ন কৰিলে অনাৰ্চ লাভ কৰিব পাৰিবা।'

অধ্যয়ন আৰু অধ্যাপনা এই দুইটাই হ'ল ভূঞাৰ আগ বয়সৰ ধ্যান-ধাৰণা। কটন কলেজৰ পুথিভঁৰালৰ বাহিৰে গুৱাহাটীত তেনে পুথিভঁৰাল নাছিল। সেইবাবে তেওঁ কলিকতা ইম্পিৰিয়েল লাইব্ৰেৰীৰ (বৰ্তমান নেচনেল লাইব্ৰেৰী) পৰা আপুৰুগীয়া পুথিপত্ৰ আনি পঢ়িছিল।

যিদিনা সূৰ্য্যকুমাৰ ভূঞাই কটন কলেজৰ প্ৰথম বাৰ্ষিক শ্ৰেণীত ভৰ্তি হয় সিদিনা কটন কলেজ বুলিবলৈ এলিজাবেথিয়ান পেটাৰ্নৰ টিনপাতেৰে সজা সুউচ্চ ঘৰ দুটি (বৰ্তমান কেমিষ্ট্ৰী বিভাগ)। হোষ্টেল বা ছাত্ৰাবাস বুলিবলৈ খেৰৰ ঘৰ এটি (প্ৰথম ছাত্ৰাবাস)। ভূঞাৰ চকুৰ আগতে কটন কলেজ আৰু গুৱাহাটী চহৰৰ বিৰাট সম্প্ৰসাৰণ, পৰিবৰ্তন। এই কালছোৱাতে ডেকা সাহিত্যিক অধ্যাপক ভূঞা নিজৰ অধ্যৱসায়ৰ গুণত প্ৰখ্যাত হ'ল বুৰঞ্জীবিদ আৰু গবেষকস্বৰূপে। ভূঞা ডাঙৰীয়াৰ নিযুক্তিৰ-পৰা প্ৰায় কুৰি বছৰকাল কেউপিনৰপৰা কটন কলেজৰ পয়োভৰৰ কাল। এই পয়োভৰৰ কালছোৱাত কলেজৰ শিক্ষাদানৰ লগতে কলেজ উন্নয়ন, ছাত্ৰ ইউনিয়ন, আলোচনী সম্পাদনা, ছাত্ৰাবাস পৰিচালনা আদি নানান দিশত কঠোৰ পৰিশ্ৰমেৰে নিজকে জড়িত কৰিছিল সূৰ্য্যকুমাৰ ভূঞাই।

১৯১৯ খৃঃৰ ৪ জুলাইৰপৰা ভূঞা কটন কলেজৰ পৰিচালনা সমিতিৰ সদস্য। অসম উপত্যকাৰ আযুক্ত আৰু কলেজৰ অধ্যক্ষ ক্ৰমে পৰিচালনা সমিতিৰ সভাপতি আৰু সম্পাদক। এ. ই. ব্ৰাউন, চুনীলাল দে, ছৈয়দ

মহম্মদ সাদুল্লা আৰু নবীনচন্দ্ৰ বৰদলৈ সমিতিৰ আন আন সদস্য। ১৯৩১ খ্ৰঃত পুনৰ দুবছৰৰ বাবে উক্ত পৰিচালনা সমিতিৰ সদস্য নিযুক্ত হৈছিল।

কলেজৰ অধ্যাপকসকলৰ মাজত আছিল এখন 'ষ্টাফ কাউন্সিল'। অধ্যক্ষৰ লগত সহযোগিতা কৰি কলেজ আৰু অধ্যাপকসকলৰ উন্নতি কামনাই আছিল সভাৰ উদ্দেশ্য। ভূঞা কিছুকাল এইখন সভাৰো আছিল সম্পাদক।

ছাত্ৰসকলৰ মাজত আছিল ছাত্ৰ ইউনিয়ন। ছাত্ৰ ইউনিয়নৰ ভাৰপ্ৰাপ্ত অধ্যাপকসকলক কোৱা হৈছিল সাধাৰণ সম্পাদক ( General Secretary )। আনজন ছাত্ৰ সম্পাদক ( Student Secretary )॥ প্ৰতিটো বিভাগতে এনেদৰে দুজন সম্পাদক। ছাত্ৰ ইউনিয়ন, ছাত্ৰ কমন ৰুম, এ. এছ. এল. ক্লাবৰ একোজন ছাত্ৰ সম্পাদক আৰু প্ৰতিটো শ্ৰেণীৰে একোজন ছাত্ৰ প্ৰতিনিধি।

প্ৰথমতে ছাত্ৰৰ মাহিলী মাচুল আছিল ৫ টকা। ১৯২০ খ্ৰঃৰপৰা ৬ টকা হয়। ১৯৩২ খ্ৰঃত আই. এচ-চি আৰু বি. এচ-চিত ক্ৰমে ৭ আৰু ৮ টকা হয়।

## আৰ্ল-কানিংহাম : কটন কলেজৰ সম্প্ৰসাৰণ

চাৰ আৰ্চডেল আৰ্ল ( ১৯১২—১৯১৮ ) এগৰাকী প্ৰজাহিতকৰ চীফ কমিচনাৰ। আৰ্ল বংগদেশৰ ভূতপূৰ্ব শিক্ষাধিকাৰ। সেয়েহে অসমৰ শিক্ষা-বিস্তাৰৰ প্ৰতি আৰ্ল আছিল পৰম আগ্ৰহী। তেওঁৰ যত্নতে গুৱাহাটীত ১৯১৪ খ্ৰঃত স্থাপন হয় আইন মহাবিদ্যালয়। পিছত তেওঁৰ নামেৰেই অনুষ্ঠানটিৰ নাম দিয়া হয় আৰ্ল ল কলেজ। জ্ঞানদাভিৰাম বৰুৱা আৰ্ল কলেজৰ জন্মলগ্নৰ অধ্যক্ষ। ১৯১৪ খ্ৰঃৰপৰা ১৯৩৭ খ্ৰঃ লৈ সুদীৰ্ঘ একুৰি তিনি বছৰকাল তেওঁ কলেজখনৰ অধ্যক্ষ। একালত তৰুণৰাম ফুকন, সত্যনাথ- বৰা, অধ্যাপক এ. ই. ব্ৰাউন, তীৰ্থনাথ ফুকন, ৰমেশচন্দ্ৰ দাস প্ৰভৃতি আছিল কলেজখনৰ অধ্যাপক। অধ্যক্ষ জে. বৰুৱাক কেন্দ্ৰ কৰি কলেজখনৰ আছিল এক সুকীয়া বৈশিষ্ট্য। গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন হোৱাত আৰ্ল ল কলেজখন বিশ্ববিদ্যালয়লৈ হস্তান্তৰ কৰিলে। আৰু তেতিয়াৰেপৰা আৰ্ল ল কলেজৰ সুকীয়া অস্তিত্ব বিলীন হৈ গ'ল। সেই

ঠাইতে এতিয়া কটন কলেজ আৰু সন্দিকৈ কলেজৰ ছাত্ৰীবাস নিৰ্মাণ কৰা হৈছে। কিন্তু জে. বৰুৱাই বাস কৰা অধ্যক্ষৰ ভৱনটোৱে আজিও যেন কলেজখনৰ অস্তিত্বৰ কথা সকিয়াই আছে। ৰবীন্দ্ৰনাথ ঠাকুৰ, আশুতোষ মুখাৰ্জী, লক্ষ্মীনাথ বেজবৰুৱা প্ৰভৃতি বৰেণ্য ব্যক্তিসকল জে. বৰুৱাৰ অধ্যক্ষ ভৱনৰ আলহী আছিল।

১৮৯৮-৯৯ খৃঃত অসমত ডাক্তৰী শিক্ষাৰ প্ৰথম অনুষ্ঠান ডিব্ৰুগড় বেৰী হোৱাইট মেডিকেল স্কুল স্থাপন কৰা হয়। বেৰী হোৱাইট মেডিকেল স্কুল স্থাপন কৰা হৈছিল ডাক্তৰ জন বেৰী হোৱাইটৰ সঞ্চিত ধনৰ দানেৰে। অসম মেডিকেল কলেজৰ বুকুত ঐতিহ্যমণ্ডিত বেৰী হোৱাইট মেডিকেল স্কুল বিলীন হৈ গ'ল।

সুবিজ্ঞ শিক্ষাধিকাৰ কানিংহাম কটন কলেজৰ সম্প্ৰসাৰণৰ প্ৰতি অধিক আগ্ৰহী। কাৰ্যভাৰ গ্ৰহণৰ পিছতে তেওঁ শিক্ষাবিস্তাৰ বিষয়ে এখন আঁচনি কৰিছিল। ১৯১২ খৃঃৰ ৯ চেপ্তেম্বৰত গুৱাহাটী কাৰ্জন হলত অনুষ্ঠিত শিক্ষা সম্মিলনত কানিংহামৰ নতুন আঁচনিৰ কথা আলোচনা কৰা হৈছিল। ইয়াৰ ফলস্বৰূপে ১৯১৩-১৪ খৃঃৰপৰা কটন কলেজত ইংৰাজী, অংক, ৰসায়ন, বুৰঞ্জী, সংস্কৃত আৰু দৰ্শনত অনাৰ্চ, পিছৰ বছৰত পদাৰ্থ বিজ্ঞান, Political Economy আৰু Political Philosophy-ত অনাৰ্চ আৰু ইংৰাজীত এম. এ. শ্ৰেণী আৰম্ভ কৰা হৈছিল।

পিছত পৰ্যায়ক্ৰমে কটন কলেজত খোলা নতুন বিষয়সমূহ হ'ল ১৯২৭ খৃঃত আই. এচ-চি'ত উদ্ভিদ বিজ্ঞান, ১৯২৯ খৃঃত আই-এ চিভিক্স, ১৯৩৯-৪০ খৃঃত বি. এ.'ত অসমীয়া দ্বিতীয় ভাষা, আৰু আই. এচ-চি'ত বায়োলজী, পিছৰ বছৰত আই. এচ-চি'ত জীৱ বিজ্ঞান আৰু বি. এ., বি. এচ-চি'ত উদ্ভিদ বিজ্ঞানৰ শ্ৰেণী আৰম্ভ কৰা হয়।

১৯১৮ খৃঃত চাৰ মাইকেল চেদলাৰৰ নেতৃত্বত অহা চেদলাৰ কমিচনে কটন কলেজ পৰিদৰ্শন কৰি কলেজখনৰ বিষয়ে উচ্চ অভিমত পোষণ কৰিছিল। আশুতোষ মুখাৰ্জী আৰু ডক্টৰ জিয়াউদ্দিন চেদলাৰ কমিচনৰ আৰু দুগৰাকী সদস্য।

ছাত্ৰসংখ্যা বাঢ়ি অহাত নতুন ছাত্ৰাবাসৰ প্ৰয়োজন বাঢ়ি আহিল। ১৯১৩-১৪ খৃঃৰপৰা ক্ৰমে দ্বিতীয়, তৃতীয় ছাত্ৰাবাস, স্থায়ী মুছলমান ছাত্ৰৰ

ছাত্ৰাবাস আদি নিৰ্মাণ কৰা হ'ল। পিছত চতুৰ্থ আৰু পঞ্চম ছাত্ৰাবাস সজা হ'ল। ১৯১৫-১৬ খৃঃত হস্পিটেল গৃহ সজা হৈছিল। বৰ্তমান পুথিভঁৰাল থকা ঠাইতে আছিল কাৰ্জন হল লাইব্ৰেৰী। সেই ঠাই কলেজে অধিগ্ৰহণ কৰিলে। দীঘলী পুখুৰীৰ পাৰত কাৰ্জন হল (বৰ্তমান নবীন বৰদলৈ হল) সজা হ'ল। অধিগ্ৰহণ কৰা ঠাইত ১৯২৬ খৃঃত সজা হ'ল পদাৰ্থ বিজ্ঞানৰ ভৱন। ১৯২৪ খৃঃত ছিলং গুৱাহাটী মটৰ কোম্পানীৰ মটৰ গেৰেজটো ২৫০০ টকাত কিনি লৈ পৰীক্ষাগৃহৰ উপযোগীকৈ সজা হ'ল। ১৯৩৫ খৃঃৰ-পৰা এই গৃহৰ নতুন নাম দিয়া হ'ল চুদমাৰ্চন হল।

কটন কলেজৰ সম্প্ৰসাৰণৰ আৰু বেছি প্ৰয়োজনীয়তা আছিল যদিও চিলেটৰ মুৰাৰীচাঁদ কলেজ প্ৰথম শ্ৰেণীৰ কলেজলৈ উন্নীত কৰিবলৈ লোৱাত কটন কলেজৰ প্ৰগতিত বাধা পৰিছিল—কাৰণ সৰহ অৰ্থ ব্যয় কৰিব লগা হৈছিল মুৰাৰীচাঁদ কলেজৰ বাবে।

বৰ্তমান অধ্যক্ষৰ বাসভৱন পূৰ্বতে আছিল গুৱাহাটী ডাকবঙলা। চুদমাৰ্চন কিছুকাল ৰেল ষ্টেচনৰ কাষৰ ৰেল বিভাগৰ ঘৰ এটাত বাস কৰিছিল। পিছত ডাকবঙলাটোকে অধ্যক্ষৰ বাসভৱন কৰা হয়।

বৰ্তমান উদ্ভিদ বিজ্ঞান ভৱন, জীববিজ্ঞান ভৱন, সন্দিকৈ কলেজৰ পুৰণি ছাত্ৰীবাস আৰু কাৰ্জন হলৰ ওচৰতে সজা চাংবঙলা এটিত অধ্যাপক ব্ৰাউন, ৰবাৰ্টচ, গোফিন আৰু পি. চি. ৰয় বাস কৰিছিল। এই ভৱন কেইটিক কোৱা হৈছিল ইউৰোপীয়ান কোৱাৰ্টাৰ বা আই. ই. এচ. কোৱাৰ্টাৰ।

১৯২৯ খৃঃত নিউ আৰ্টচ্ বিল্ডিং সজা হয়। এই ভৱন নিৰ্মাণ কৰোতে খৰচ হয় ৭৩,০০০ টকা।

সূৰ্য্যকুমাৰ ভূঞা আই. এ. পৰীক্ষাত উত্তীৰ্ণ হোৱা বছৰ কলেজৰ ছাত্ৰ-সংখ্যা আছিল ১৬০ জন। ছাত্ৰসংখ্যা বাঢ়ি গৈ ১৯১৬ খৃঃত ৩৪৯ জন, ১৯২১ খৃঃত ৪২৭ জন, ১৯৩১ খৃঃত ৬০৯ জন, ১৯৪১ খৃঃত ১০৪৫ জন হ'লগৈ। ১৯২৯-৩১ খৃঃত প্ৰথমতে এজনী ছোৱালী ভৰ্তি কৰা হৈছিল। ১৯৪০-৪১ খৃঃত ছোৱালী সংখ্যা হ'লগৈ ৭৫ গৰাকী।

কটন কলেজৰ পুথি-ভঁৰাল বচা বচা গ্ৰন্থৰে ভৰা মূল্যবান পুথি-ভঁৰাল। ১৯২৪ খৃঃত অধ্যক্ষ চুদমাৰ্চনে ছাত্ৰৰ অধ্যয়নৰ প্ৰতি আগ্ৰহ বঢ়াবৰ বাবে নিজেই কিতাপ বাচি আনিব পৰা ব্যৱস্থা (open shelf) কৰিছিল। এনে

পদ্ধতিত কিতাপ হেৰাবলৈ ধৰাত সেই নিয়ম বন্ধ কৰা হয়। ১৯০৯-১০ খৃঃত পুথি-ভৰাঁলত কিতাপৰ সংখ্যা আছিল ২২০০ খন; ক্ৰমে ক্ৰমে বৃদ্ধি হৈ ১৯২০ খৃঃত হয়গৈ ৮০০০-ৰ ওপৰ আৰু ১৯৩৯-৪০ খৃঃত ১৬,৮৯১ খন।

## নতুন শাসন ব্যৱস্থা

১৯১২ খৃঃৰ ১ এপ্ৰিলৰপৰা অসম চীফ কমিচনাৰৰ শাসনাধীন প্ৰদেশ। অসম এছোচিয়েচন সেই সময়ত ৰাজনৈতিক অনুষ্ঠান। সেই কথা আমি পূৰ্বতে উল্লেখ কৰিছোঁ। ১৯২১ খৃঃৰ মাৰ্চ মাহৰপৰা সেই শাসন ব্যৱস্থাৰ পৰিবৰ্তন হ'ল আৰু অসম হ'ল গৱৰ্ণৰ শাসনাধীন প্ৰদেশ। চাৰ নিকোলাচ বীটচন বেল অসমৰ প্ৰথম অস্থায়ী গৱৰ্ণৰ। পিছত স্থায়ী গৱৰ্ণৰ হয় চাৰ উইলিয়াম মৰিচ। আসাম এছোচিয়েচনৰ প্ৰতিনিধিস্বৰূপে নবীনচন্দ্ৰ বৰদলৈ আৰু প্ৰসন্নকুমাৰ বৰুৱা বিলাতলৈ গৈ পাৰ্লিয়ামেণ্টৰী পাৰ্টিৰ আগত সাক্ষ্য দি লগতে ভাৰত-সচিব মণ্টেগু চাহাবক অসমৰ নাহ্য দাবীৰ কথা বুজাই দিছিল। ইয়াৰ ফলস্বৰূপে অসম গৱৰ্ণৰৰ শাসনাধীন প্ৰদেশত অন্তৰ্ভুক্ত হ'ব পাৰিছিল। বৰদলৈ আৰু বৰুৱা বিলাতলৈ যাত্ৰা কৰিছিল ১৯১৯ খৃঃৰ ৩ জুলাইত।

ভাৰতবাসীক সন্তুষ্ট কৰিবৰ বাবে ভাইচৰয় লৰ্ড চেমচফোৰ্ড আৰু ভাৰত-সচিব মণ্টেগুৱে দাখিল কৰা ৰিপোৰ্ট মতে ১৯১৯ খৃঃত ভাৰতবৰ্ষৰ শাসন সংস্কাৰ কৰি এখন আইন প্ৰণয়ন কৰিছিল। ইয়েই ১৯১৯ খৃঃৰ মণ্টেগু-চেমচফোৰ্ড শাসন সংস্কাৰ আইন। এই আইন অনুসৰি গৱৰ্ণৰ প্ৰদেশখনৰ সৰ্বময় কৰ্তা, তেওঁক সহায় কৰিবলৈ এখন কাৰ্যনিৰ্বাহক সভা আৰু এখন ব্যৱস্থাপক সভা আছিল। নতুন শাসন ব্যৱস্থা অনুসৰি অসমতো দুজন মন্ত্ৰী নিয়োগ কৰা হৈছিল—ধনশ্যাম বৰুৱা (স্বায়ত্ত শাসন) আৰু আবদুল মজিদ (শিক্ষা দপ্তৰ)। মজিদ আৰু ঘনশ্যাম বৰুৱাৰ মৃত্যুত তেওঁলোকৰ ঠাই পূৰণ কৰিছিল ক্ৰমে চাৰ চৈয়দ মহম্মদ সাদুল্লা আৰু প্ৰমোদচন্দ্ৰ দত্তই। ১৯২৯ খৃঃত কণকলাল বৰুৱা (স্বায়ত্ত শাসন) আৰু মৌলবী আবদুল হামিদ (শিক্ষা দপ্তৰ) মন্ত্ৰী নিযুক্ত হৈছিল। বৰুৱাই ১৯৩৭ খৃঃলৈকে সুদীৰ্ঘ আঠ বছৰ কাল মন্ত্ৰীৰ দায়িত্ব বহন কৰিছিল।

১৯৩৫ খৃঃৰ শাসন ব্যৱস্থা মতে ১৯৩৭ খৃঃতহে নতুন মন্ত্ৰীসভা গঠন

কৰা হয়। চাৰ ছৈয়দ মহম্মদ ছাদুল্লা অসমৰ প্ৰথম প্ৰধানমন্ত্ৰী ( এতিয়া মুখ্যমন্ত্ৰী )। ছাদুল্লাৰ পিছত গোপীনাথ বৰদলৈ ( ১৯৩৮-৩৯ ) প্ৰধানমন্ত্ৰী নিৰ্বাচিত হয়। তেওঁৰ পিছত চাৰ ছাদুল্লা পুনৰ প্ৰধান মন্ত্ৰীস্বৰূপে সুদীৰ্ঘ বছৰ কাৰ্যনিৰ্বাহ কৰিছিল।

## সভা সমিতি ৰাজনৈতিক অনুষ্ঠান

অসম ছাত্ৰ সন্মিলন—অসমৰ সাহিত্য সংস্কৃতিৰ বিকাশত ছাত্ৰৰ ভূমিকা গৌৰবোজ্জ্বল আৰু স্মৰণীয়। প্ৰথমতে ছাত্ৰসকলে অসমৰ বাহিৰত প্ৰবাসত থাকিয়ে এই গুৰুত্বপূৰ্ণ ভূমিকাত অৱতীৰ্ণ হৈছিল। ১৯১৬ খৃঃৰপৰা ছাত্ৰ-সকলে অসমৰ মাটিতে অসম ছাত্ৰ সন্মিলন গঠন কৰি লৈ জাতীয় জীৱনত আগভাগ লৈছিল। সেই বছৰৰে ২৫ ডিচেম্বৰৰপৰা সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ পৌৰোহিত্যত গুৱাহাটীত ছাত্ৰ সন্মিলনৰ প্ৰথম অধিবেশন অনুষ্ঠিত হয়। প্ৰথমবাৰৰ বাবে সন্মিলনৰ প্ৰধান সম্পাদক নিৰ্বাচিত হয় হেৰম্বপ্ৰসাদ বৰুৱা আৰু সহকাৰী সম্পাদক জ্ঞাননাথ বৰা। পিছত পি. আৰ. টি. গৰ্ডন, পদ্মনাথ গোহাঞিবৰুৱা, আচাৰ্য প্ৰফুল্লচন্দ্ৰ ৰায়, ডক্টৰ ডি. আৰ. ভাণ্ডাৰকাৰ, আৰ আৰ টমাছ, হেমচন্দ্ৰ গোস্বামী, দীনবন্ধু এনড্ৰুজ, নবীনচন্দ্ৰ বৰদলৈ, দেবপ্ৰসাদ সৰ্বাধিকাৰী, জে এম নিকলাচ ৰয়, সালাউদ্দিন খোদাবক্স, তৰুণৰাম ফুকন, কৃষ্ণকান্ত সন্দিকৈ প্ৰভৃতিয়ে বিভিন্ন ঠাইত অনুষ্ঠিত বাৰ্ষিক অধিবেশনবোৰত পৌৰোহিত্য কৰিছিল। সেইসময়ত একমাত্ৰ বিহাৰ ছাত্ৰ সন্মিলনৰ বাহিৰে আন কোনো প্ৰাদেশিক ছাত্ৰ সন্মিলন নাছিল।

সন্মিলনৰ পৰাই প্ৰকাশ হৈছিল এলানি সংকলন 'সন্মিলন প্ৰৱন্ধাৱলী'। ১৯২২ খৃঃত প্ৰকাশ হয় ছাত্ৰ সন্মিলনৰ মুখপত্ৰ 'মিলন' আলোচনী। গৰ্গনাৰায়ণ চৌধুৰী 'মিলন' আলোচনীৰ প্ৰথম সম্পাদক।

১৯১৮ খৃঃৰ ১৮ অক্টোবৰৰপৰা পদ্মনাথ গোহাঞিবৰুৱাৰ পৌৰোহিত্যত ডিব্ৰুগড়ত অনুষ্ঠিত ছাত্ৰ সন্মিলনৰ তৃতীয় অধিবেশত সূৰ্য্যকুমাৰ ভূঞাই যোগদান কৰিছিল। ৰেল ষ্টেচনৰপৰা সভাপতি পদ্মনাথ গোহাঞিবৰুৱা আৰু অধ্যাপক ভূঞাক ঘোড়াৰ বাগীত তুলি বেণ্ডপাৰ্টি বজাই আদৰি লৈ যায়।

ভূঞা ডাঙৰীয়াক কোনো ছাত্ৰৰ সভা-সমিতিলৈ আহ্বান কৰিলে তেওঁ প্ৰথমতে সভাধনৰ বিষয়ে আতি-গুৰি যাৰি জানি লৈহে যোৱা নোযোৱাৰ সিদ্ধান্ত কৰিছিল। ১৯২৭ খৃঃত তেওঁক টিয়ক ছাত্ৰ সন্মিলনলৈ আহ্বান কৰিছিল। তেতিয়া তেওঁ সম্পাদক নগেন্দ্ৰনাথ বৰুৱাৰপৰা জানিব বিচাৰিছিল—১। টিয়ক ছাত্ৰ সন্মিলনৰ উদ্দেশ্য, ২। যোৱা অধিবেশনৰ প্ৰস্তাৱ ৩। পূৰ্বৰ অধিবেশনবিলাকৰ সভাপতিৰ তালিকা, ৪। সন্মিলনৰ প্ৰকাশনসমূহৰ তালিকা, ৫। পূৰ্বৰ সন্মিলনত পাঠ কৰা প্ৰবন্ধ আদিৰ তালিকা আৰু সন্মিলনৰ অতীত আৰু বৰ্তমানৰ কাৰ্যবিৱৰণী।

## অসম সাহিত্যসভা

অসম ছাত্ৰ সন্মিলনৰ জন্মৰ এবছৰ পিছতে ১৯১৭ খৃঃৰ ডিচেম্বৰ মাহত অসম সাহিত্যসভাৰ জন্ম। তেতিয়াৰেপৰা সাম্প্ৰতিককাললৈকে অসমৰ ভাষা-সাহিত্যৰ বিকাশত জাগ্ৰত প্ৰহৰীৰ দৰে অসম সাহিত্যসভাই গুৰুত্বপূৰ্ণ আৰু গৌৰৱোজ্জ্বল ভূমিকা গ্ৰহণ কৰি আহিছে। সাহিত্যসভা গঠন কৰাৰ পূৰ্বে যোৰহাট, গুৱাহাটী, ডিব্ৰুগড আদি ঠাইত সাহিত্যসভা গঠনৰ বিষয়ে নানান ধৰণৰ সভা-সমিতি আলাপ-আলোচনা আদি হৈছিল। সাহিত্য-সভা গঠনৰ এবছৰ পূৰ্বে গুৱাহাটীৰ গৌৰীকান্ত তালুকদাৰৰ ঘৰতে বিশিষ্ট সাহিত্যিকসকলৰ মাজত এখন সভা অনুষ্ঠিত হৈছিল। অম্বিকাগিৰি ৰায়-চৌধুৰী, চন্দ্ৰনাথ শৰ্মা, গৌৰীকান্ত তালুকদাৰ প্ৰভৃতি সভাৰ উদ্যোক্তা। উজনি আৰু নামনি অসমৰ বহুতো সাহিত্যিকৰ উপস্থিতিত হোৱা এইখন সভাৰ পৌৰোহিত্য কৰিছিল সূৰ্য্যকুমাৰ ভূঞাই। এইখন সভাতে অসম এছোচিয়েচন বহা ঠাইতে পিছৰ বছৰত সদৌ অসম ভিত্তিত এখন সাহিত্যসভা গঠন কৰিবলৈ স্থিৰ কৰা হয়। সেইবাবে গঠন কৰা কাৰ্যকৰী কমিটিৰ সম্পাদকৰ ভাৰ পৰিছিল চন্দ্ৰনাথ শৰ্মাৰ ওপৰত। পিছৰ বছৰ অসম এছোচিয়েচনৰ সভা শিৱসাগৰত অনুষ্ঠিত হোৱা বাবে সেই ৰভাৰ তলতে সাহিত্যসভাৰ প্ৰথম অধিবেশন পাতিবলৈ স্থিৰ কৰিলে।

## ভাৰতীয় জাতীয় কংগ্ৰেছ

১৮৮৫ খৃঃত ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰথম অধিবেশন বোম্বে মহানগৰীত অনুষ্ঠিত হয়। উমেশ চন্দ্ৰ বেনাৰ্জী প্ৰথম অধিবেশনৰ সভাপতি।

দাদাভাই নৌৰজীৰ পৌৰোহিত্যত ১৮৮৬ খৃঃত কলিকতাত অনুষ্ঠিত জাতীয় কংগ্ৰেছৰ দ্বিতীয় অধিবেশনত চাৰিজন অসমীয়া প্ৰতিনিধিয়ে যোগদান কৰিছিল। তেওঁলোক আছিল কালীকান্ত বৰকাকতী, দেবীচৰণ বৰুৱা, গোপীনাথ বৰদলৈ ( লোকপ্ৰিয় নহয় ), আৰু সত্যনাথ বৰা। তেতিয়াৰেপৰা অসমৰ প্ৰতিনিধিয়ে কংগ্ৰেছ অধিবেশনত যোগদান কৰি আহিছে। ১৯২০ খৃঃত চি. বিজয়ৰাঘবাচাৰিয়াৰ পৌৰোহিত্যত নাগপুৰত অনুষ্ঠিত জাতীয় কংগ্ৰেছৰ পঞ্চবিংশ অধিবেশনত অসম কংগ্ৰেছক প্ৰদেশ কংগ্ৰেছস্বৰূপে স্বীকৃতি দিয়া হয়। প্ৰদেশ কংগ্ৰেছস্বৰূপে স্বীকৃতিলাভৰ পিছৰেপৰা অসমত কংগ্ৰেছ আন্দোলন পুৰাদমে চলিবলৈ ধৰিলে।

১৯১৯ খৃঃৰ ১৩ এপ্ৰিলত পঞ্জাবৰ জালিয়ানৱালাবাগত জেনেৰেল ডায়াৰে শ শ নিৰীহ লোকক গুলীয়াই হত্যা কৰিছিল। এয়েই বিখ্যাত জালিয়ানৱালাবাগৰ হত্যাকাণ্ড। ১৯২১ খৃঃৰ জানুৱাৰী মাহত প্ৰথমবাৰৰ বাবে মহাত্মা গান্ধী অসমলৈ আহিছিল। গান্ধীজীৰ লগত আহিছিল মৌলানা মহম্মদ আলি, যমুনালাল বাজাজ প্ৰভৃতি।

জালিয়ানৱালাবাগৰ হত্যাকাণ্ডৰ সূত্ৰপাত লৈ গান্ধীজীয়ে ভাৰতবাসীক স্কুল-কলেজ, আইন-আদালত আদি সকলো চৰকাৰী অনুষ্ঠানকে বৰ্জন কৰিবলৈ আহ্বান জনাইছিল। ইতিপূৰ্বে অসমত ভালেকেইটি অনুষ্ঠানৰ জন্ম হৈছিল যদিও কোনোটো অনুষ্ঠানেই ঔপনিবেশিক শাসনৰ বিৰুদ্ধে সক্ৰিয় কাৰ্যসূচী গ্ৰহণ কৰা নাছিল। অৱশ্যে ঔপনিবেশিক শাসনৰ বিৰুদ্ধে কৃষক বিদ্ৰোহ, খাজনা বন্ধ আন্দোলন আদি ঊনবিংশ শতিকাৰেপৰা চলি আহিছিল।

১৯২১ খৃঃত অসমৰ ছাত্ৰসকলে ঔপনিবেশিক শাসনৰ বিৰুদ্ধে অসহযোগ আন্দোলনত অংশগ্ৰহণ কৰি স্কুল কলেজ ত্যাগ কৰিছিল।

১৯২৬ খৃঃৰ ডিচেম্বৰ মাহত জাতীয় কংগ্ৰেছৰ দ্বাচত্বৰিংশ অধিবেশন শ্ৰীনিবাস আয়েংগাৰৰ পৌৰোহিত্যত গুৱাহাটীৰ ওচৰৰ পাণ্ডুত অনুষ্ঠিত হৈছিল। তৰুণৰাম ফুকন আৰু নবীনচন্দ্ৰ বৰদলৈ ক্ৰমে অভ্যৰ্থনা সমিতিৰ সভাপতি আৰু সম্পাদক। জাতীয় কংগ্ৰেছৰ নেতৃবৃন্দৰ উপস্থিতিয়ে পাণ্ডু কংগ্ৰেছৰ সৌষ্ঠৱ বঢ়াইছিল যদিও অধিবেশনৰ আগমুহূৰ্ততে স্বামী শ্ৰদ্ধানন্দৰ হত্যাৰ বাতৰিয়ে হৰিষত বিষাদ মিলাইছিল। এই অধিবেশনত আন আন ছাত্ৰ-ছাত্ৰীৰ লৈতে কটন কলেজৰ ভালেমান ছাত্ৰই অংশগ্ৰহণ কৰিছিল।

অম্বিকাগিৰি ৰায়চৌধুৰী ৰচিত 'আজি বন্দো কি ছন্দেৰে' গীতেৰে সভা মুকলি কৰা হৈছিল।

পাণ্ডু কংগ্ৰেছ উপলক্ষ্যে সূৰ্য্যকুমাৰ ভূঞাই ৰাণী ফুলেশ্বৰী কুঁৱৰীৰ জীৱনৰ ভেটিত ৰচনা কৰিছিল An Assamese Nur Jahan নামৰ ইংৰাজী গ্ৰন্থ এখনি।[১]

১৯৩০ খ্ৰঃতে মহাত্মা গান্ধীৰ নেতৃত্বত আৰম্ভ হৈছিল আইন অমান্য আন্দোলন। অসহযোগ আন্দোলনৰ দৰে আইন অমান্য আন্দোলনতো অসমৰ স্কুল-কলেজৰ ছাত্ৰসকল উঠি-পৰি লাগিছিল। ছাত্ৰসকলক আন্দোলনৰ-পৰা বিৰত কৰিবলৈ অসমৰ শিক্ষাধিকাৰ কানিংহাম চাহাবে ১৯৩০ খ্ৰঃৰ ১৯ মেইত এখন বিজ্ঞপ্তি জাৰি কৰিলে। বিজ্ঞপ্তি অনুসৰি প্ৰতিজন ছাত্ৰৰে অভিভাৱকে নিজৰ ল'ৰা-ছোৱালী কোনো চৰকাৰবিৰোধী কামত যোগ নিদিয়াকৈ ৰাখিব বুলি লিখিত প্ৰতিশ্ৰুতি দিব লাগিব। নহ'লে ছাত্ৰ-ছাত্ৰীক স্কুল-কলেজৰপৰা নাম কাটি দিয়া হ'ব আৰু বৃত্তি আদিৰ সকলো সুবিধা হেৰুৱাব লাগিব। ইয়েই কুখ্যাত কানিংহাম চাৰ্কুলাৰ নামেৰে জনাজাত।

কানিংহাম চাৰ্কুলাৰখনে হিতে-বিপৰীতহে কৰিলে। ছাত্ৰসকলে আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰাৰ ফলত আন্দোলন অধিক সক্ৰিয়হে হ'ল। কানিংহাম চাৰ্কুলাৰৰ ফলত গঢ়ি উঠিল কেইখনমান বেচৰকাৰী হাইস্কুল—বৰপেটা বিদ্যাপীঠ, কামৰূপ একাডেমী, তেজপুৰ একাডেমী, শিৱসাগৰ বিদ্যাপীঠ, শিলচৰৰ কাছাৰ হাইস্কুল আৰু ডিব্ৰুগড আৰু কৰিমগঞ্জত একোখন হাইস্কুল।

সেইসময়ত কটন কলেজৰ ভালেমান ছাত্ৰই কলেজ ত্যাগ কৰি আন্দোলনত উঠি পৰি লাগিছিল। গ্ৰীষ্মৰ বন্ধৰ অন্তত কলেজ খুলিলত প্ৰথম আৰু তৃতীয় বাৰ্ষিকত নাম ভৰ্তি হ'ল। কিন্তু ক্লাচ আৰম্ভ হোৱাৰ লগে লগে আৰম্ভ হ'ল পিকেটিং। কলেজ গেটত পিকেটিঙত ছাত্ৰসকলৰ

---

১. I wrote a sketch of the life of Queen Phuleswari Devi in English for the purpose of distribution to leaders coming from different parts of India to attend the Congress session held at Gauhati in 1926.

Some Literary Reminiscences—Dr. S. K. Bhuyan. p.p. 19.

নৈতে চহৰৰ বিশিষ্টা মহিলা কেইগৰাকীমানেও অংশ গ্ৰহণ কৰিলে। কলেজৰ অধ্যক্ষ থমচন ছুটি লৈ ঘৰলৈ যোৱাত সেইসময়ত কলেজৰ অস্থায়ী অধ্যক্ষ আছিল ব্ৰাউন চাহাব। ব্ৰাউন চাহাবে প্ৰবেশ-পথত গান্ধী টুপী পিন্ধা ভলন্টিয়াৰ যেন দেখিলেই ছুটিৰ জাননী দিয়ে ('All classes are cancelled to-day.')

আইন অমান্য আন্দোলন শাম কটাত পুনৰ কলেজত ছাত্ৰসংখ্যা বাঢ়ি আহিবলৈ ধৰিলে। অসহযোগ আৰু আইন অমান্য আন্দোলনত যোগ দিয়া বহুতো ছাত্ৰই একেবাৰে পঢ়া-শুনা এৰিলে। কিছুমানে দুই এবছৰ ক্ষতি কৰি পুনৰ কলেজলৈ উভতি আহিল।

## উজনি অসম কলেজ

১৯৩০ খৃঃত যোৰহাটত স্থাপন কৰা উজনি অসম কলেজ The Upper Assam College ব্ৰহ্মপুত্ৰ উপত্যকাৰ দ্বিতীয় উচ্চ শিক্ষাৰ অনুষ্ঠান। সেই বছৰৰে ১০ অক্টোবৰৰপৰা কলেজৰ প্ৰথম বাৰ্ষিক শ্ৰেণী আৰম্ভ হয়। পিছত কলেজখনৰ নাম হয় জগন্নাথ বৰুৱা কলেজ। জগন্নাথ বৰুৱাৰ ঘৰবাৰী এই কলেজলৈ দান কৰে। আৰম্ভনিৰেপৰা সুদীৰ্ঘ সোতৰ বছৰ কাল শ্ৰীকৃষ্ণকান্ত সন্দিকৈ কলেজখনৰ অধ্যক্ষ। লক্ষ্মীনাথ শৰ্মা, তুলসীনাৰায়ণ শৰ্মা, ফণীধৰ দত্ত, যজ্ঞেশ্বৰ শৰ্মা, প্ৰফুল্লপ্ৰাণ চাংকাকতি কলেজখনৰ জন্ম-লগ্নৰ অধ্যাপক। আৰম্ভনীতে কলেজখনৰ ছাত্ৰসংখ্যা ১৫ জন। মাচুল মাহে ৬ টকা।

## কটন কলেজত অধ্যাপনা

কটন কলেজত যোগদান কৰা বছৰৰে অৰ্থাৎ ১৯১৮ খৃঃৰেপৰা সূৰ্য্যকুমাৰ ভূঞা কামৰূপ অনুসন্ধান সমিতিৰ সদস্য। সেই বছৰতে তেওঁ অনুসন্ধান সমিতিৰ কাৰ্যনিৰ্বাহকৰ সদস্যও নিৰ্বাচিত হয়। ১৯১২ খৃঃত কামৰূপ অনুসন্ধান সমিতিৰ জন্ম। ১৯২২ খৃঃত প্ৰথমবাৰ আৰু ১৯২৬ খৃঃৰপৰা ১৯২৯ খৃঃলৈ দ্বিতীয়বাৰ তেওঁ অনুসন্ধান সমিতিৰ প্ৰধান সম্পাদক স্বৰূপে কাৰ্যনিৰ্বাহ কৰিছিল।

ভূঞা ডাঙৰীয়া ইংৰাজী সাহিত্যৰ ছাত্ৰ আছিল যদিও তেওঁৰ ৰাপ বেছি আছিল অসমীয়া সাহিত্যৰ প্ৰতি। অসমৰ বুৰঞ্জী-সাহিত্যৰ প্ৰতি তেওঁৰ ৰাপ আৰু অলপ বেছিহে আছিল। গিবনৰ Decline and Fall of Roman

Empire বা যদুনাথ সৰকাৰৰ Decline and Fall of Mughal Empireৰ নিচিনাকৈ ভূঞাৰো উদ্দেশ্য বুৰঞ্জী চৰ্চাৰ মাজেৰে আহোম ৰাজত্বৰ অৱসানৰ কাৰণসমূহ কঁহিয়াই দেখুওৱা। প্ৰাচীন সাহিত্যক ভেটি কৰিয়ে ইংৰাজী সাহিত্য সমৃদ্ধ হৈছিল। ভূঞাৰো আশা বুৰঞ্জী-সাহিত্যক ভেটি কৰিয়ে কাব্য, নাটক, উপন্যাস আদি বিবিধ ৰচনাৰে অসমীয়া সাহিত্যৰ ভঁৰাল চহকী হ'ব।

১৯১৬ খৃঃত প্ৰকাশিত 'মহাত্মা গোপাল কৃষ্ণ গোখলে' সূৰ্য্যকুমাৰ ভূঞাৰ প্ৰথম প্ৰকাশিত গ্ৰন্থ। ১৯১৮ খৃঃত প্ৰকাশ হয় ভূঞাৰ ৰচনা বুৰঞ্জী পুথি 'আহোমৰ দিন' আৰু কাব্য গ্ৰন্থ 'নিৰ্মালি'। ১৯২০ খৃঃত প্ৰকাশিত গ্ৰন্থ 'ৰবীন্দ্ৰনাথ ঠাকুৰ', 'আনন্দৰাম বৰুৱা আৰু 'জয়মতী উপাখ্যান'; ১৯২৪ খৃঃত 'ৰৰফুকনৰ গীত'; ১৯২৭ খৃঃত চুটি গল্পৰ পুথি 'পঞ্চমী' আৰু ১৯২৮ খৃঃত জীৱনী গ্ৰন্থ 'জোনাকী' আৰু 'চানেকী'। ভূঞা সম্পাদিত এলানি বুৰঞ্জী প্ৰকাশ হয় ১৯৩০ খৃঃৰ পিছৰপৰাহে।

সময়ে সময়ে ভূঞাই বেণুধৰ শৰ্মা, কৃষ্ণকান্ত সন্দিকৈ, কীৰ্তিনাথ শৰ্মা বৰদলৈ প্ৰভৃতি ব্যক্তিসকলৰ সৈতে গড়গাঁও, নাজিৰা, ৰংপুৰ, গৌৰীসাগৰ, মাটিয়াছিনা প্ৰভৃতি বুৰঞ্জী-প্ৰসিদ্ধ ঠাইসমূহ পৰ্যবেক্ষণ কৰিছিল।

অধ্যাপক ভূঞাই গুৱাহাটীত অকল অধ্যয়ন আৰু অধ্যাপনাতে আৱদ্ধ নাথাকি সামাজিক কামতো অংশ গ্ৰহণ কৰিছিল। ১৯২০খৃঃৰ জুন মাহৰ পৰা ভূঞাক ন্যায়ালয়ত জুৰাৰ নিযুক্ত কৰিছিল। তেওঁৰ পিছত অধ্যাপক বাণীকান্ত কাকতিও জুৰাৰ নিযুক্ত হয়। ১৯৩২ খৃঃত ভূঞা আৰু কাকতিয়ে জুৰাৰ পদৰপৰা অব্যাহতি বিচাৰিছিল যদিও কিছু বছৰলৈকে তেওঁলোকে অব্যাহতি পোৱা নাছিল।

গুৱাহাটী চহৰত ১৯২৩ খৃঃত পতা কৃষি আৰু শিল্প প্ৰদৰ্শনীৰ অধ্যাপক ভূঞা আৰু সুৰেশচন্দ্ৰ দাস আছিল যুটীয়া সম্পাদক। গুৱাহাটীত অনুষ্ঠিত স্কুল টুৰ্ণামেণ্টৰো নানান ধৰণৰ দায়িত্ব বহন কৰিছিল ভূঞা ডাঙৰীয়াই। কটন কলেজত অধ্যাপনা কৰা কালছোৱাতে ১৯২৪ খৃঃত প্ৰথম শ্ৰেণী লাভ কৰি বি. এল. পৰীক্ষাত উত্তীৰ্ণ হয়। বাণীকান্ত কাকতিও অধ্যাপনা কৰা কালছোৱাতে ১৯২৪ খৃঃত ইংৰাজীৰ বি গ্ৰুপত এম. এ. পৰীক্ষা দি প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰিছিল।

১৯২৬ খ্ঃৰপৰা ভূঞা কিছুদিন সোণাৰাম হাই স্কুলৰ পৰিচালনা সমিতিৰ সদস্য।

বিশ্ববিদ্যালয়ৰ বিভিন্ন পৰীক্ষাৰ পৰীক্ষক আৰু প্ৰশ্নকৰ্তাৰ দায়িত্ব বহন কৰাৰ উপৰি অসম চৰকাৰৰ বিভাগীয় পৰীক্ষাৰো পৰীক্ষক। ১৯২৪ খ্ঃত তেওঁ ভাৰতীয় সৈন্যৰ Sandhurst Entrance পৰীক্ষাৰ পৰীক্ষক নিযুক্ত হয়। পৰীক্ষাৰ কামত তেওঁ চিমলালৈ যাওঁতে নতুন দিল্লী, আগ্ৰা, বেনাৰস আদি ঠাইসমূহ ভ্ৰমণ কৰে। বেনাৰসত কটন কলেজৰ অধ্যাপক আশুতোষ চেটাৰ্জীৰ ঘৰত তেওঁ আলহী আছিল।

সত্যনাথ বৰাৰ মৃত্যুত আৰ্ল ল কলেজৰ অধ্যাপকৰ পদ খালি হোৱাত ভূঞাই সেই পদৰ বাবে আবেদন কৰিছিল। পূৰ্বতে কটন কলেজৰ আন এগৰাকী অধ্যাপক ব্ৰাউনে আৰ্ল ল কলেজত অধ্যাপনা কৰিছিল। কিন্তু ভূঞাৰ নিযুক্তিৰ ক্ষেত্ৰত আপত্তি দৰ্শালে অধ্যক্ষ চুদমাৰ্চনে। চুদমাৰ্চন চাহাবৰ যুক্তি—অধ্যাপক ভূঞাই ৰাতিপুৱা আৰ্ল ল কলেজত পঢ়ুৱাই পুনৰ কটন কলেজত পঢ়ুৱাব লগা হলে তেওঁৰ শিক্ষাৰ মান নিম্নগামী হ'ব। শিক্ষাবিদ স্বৰূপে চুদমাৰ্চনে চিন্তা কৰিছিল কলেজখনৰ প্ৰকৃত শিক্ষাৰ মানদণ্ডৰ কথা।

১৯২৪ খ্ঃৰপৰা ১৯২৭ খ্ঃ লৈকে ভূঞা ডাঙৰীয়া গুৱাহাটী পৌৰসভাৰ চৰকাৰী মনোনীত সদস্য। চৰকাৰী মনোনীত সদস্যস্বৰূপে ভূঞা চৰকাৰ তথা ঔপনিবেশিক শাসনৰ সমৰ্থক। তেতিয়া পৌৰসভাত শক্তিশালী দল কংগ্ৰেছী সদস্যসকল। বহুক্ষেত্ৰতে চৰকাৰৰ প্ৰস্তাৱত বিৰোধিতা কৰিছিল বেচৰকাৰী সদস্যসকলে। সেয়েহে চৰকাৰী সদস্য স্বৰূপে ভূঞাই কংগ্ৰেছৰ জাতীয়তাবাদী সদস্যসকলৰ মুখামুখী হ'ব লগা হৈছিল।

ভূঞা ডাঙৰীয়াৰ নিযুক্তিৰপৰা প্ৰথম কুৰি বছৰ কাল কটন কলেজৰ কেউপিনৰপৰা পয়োভৰৰ কাল। এই পয়োভৰৰ কালছোৱাত তেওঁ শিক্ষাদান, কলেজ উন্নয়ন, আলোচনী সম্পাদনা কৰা আদি নানান দিশত নিজকে জড়িত কৰি কঠোৰ পৰিশ্ৰম কৰিব লগা হৈছিল।

অধ্যক্ষ তেওঁৰ শিক্ষাগুৰু। বহুদিশতে তেওঁ অধ্যক্ষক সহায় কৰিব লগা হৈছিল। কলেজত অসমীয়া ছাত্ৰৰ সংখ্যাই আছিল বেছি। সেইবাবে তেওঁ অসমীয়াৰ স্বাৰ্থ ৰক্ষাৰ প্ৰতি সচেতন হ'ব লগা হৈছিল। আনহাতে অনা-অসমীয়া শিক্ষকৰ মাজত ভালেকেইজন তেওঁৰ শিক্ষাগুৰু। অসমীয়াৰ স্বাৰ্থ-

ৰক্ষা বা যি কোনো কাৰণতে নহওক শিক্ষাগুৰুসকলৰ লগত যুঁজ-বাগৰ কৰাটো অশোভনীয়। যুঁজ-বাগৰ কৰি কাম-কাজ কৰাটো তেওঁৰ প্ৰবৃত্তিও নহয়। আলাপ-আলোচনাৰ সমিলমিলৰ মাজেৰে কাম-কাজ কৰাটো তেওঁৰ চৰিত্ৰৰ অন্যতম বৈশিষ্ট্য।

১৯২৩-২৪ খৃঃত অধ্যাপক ভূঞা ছাত্ৰ ইউনিয়নৰ সাধাৰণ সম্পাদক আৰু ছাত্ৰ সম্পাদক দুৰ্গপ্ৰসাদ বৃজবৰুৱা। এবাৰ তেওঁ হকী খেলৰো সম্পাদক আছিল।

অসমীয়া ভাষা-সাহিত্যৰ বিকাশত কটন কলেজ এ. এছ. এল. ক্লাবৰ ভূমিকা বৰ্ণাঢ্য আৰু গুৰুত্বপূৰ্ণ। কলেজৰ ছাত্ৰ-শিক্ষকৰ উপৰিও চহৰৰ বিশিষ্ট ব্যক্তিসকলৰ যোগদানে সভাৰ সৌষ্ঠৱ বঢ়াইছিল। ডিম্বেশ্বৰ নেওগ, শশীচন্দ্ৰ বৰবৰুৱা, যজ্ঞেশ্বৰ শৰ্মা, আনন্দৰাম গোঁহাই, হৰেন্দ্ৰনাথ কলিতা প্ৰভৃতিয়ে এসময়ত কলেজৰ এ. এছ. এল. ক্লাবৰ সম্পাদকস্বৰূপে কাৰ্যনিৰ্বাহ কৰিছিল।

বছৰি হোৱা কটন কলেজৰ ন' পুৰণি ছাত্ৰৰ সম্মিলনখন এটি আকৰ্ষণীয় অনুষ্ঠান। এই অনুষ্ঠানত যোগদান কৰা বহুতো পুৰণি ছাত্ৰ খেল-ধেমালি আলোচনা সভা আদিত অংশগ্ৰহণ কৰিছিল। সময়ে সময়ে ফেন্সী ফুটবল খেল পাতি অনুষ্ঠানৰ ৰহণ চৰাইছিল। কটন কলেজৰ আন এটি নিয়মীয়া অনুষ্ঠান Moral and Religious Society.

খেলা-ধূলাৰ প্ৰতি আগ্ৰহশীল অধ্যাপক আছিল পি. চি. বয়। আন এগৰাকী আগ্ৰহী অধ্যাপক ৰাধাকান্ত দাস। গুৱাহাটী খেল-পথাৰত কটন কলেজৰ খেলুৱৈসকল আছিল জাকতজিলিকা। অসমৰ বিভিন্ন দল আৰু অসমৰ বাহিৰৰ কলেজৰ সৈতেও প্ৰায়ে প্ৰতিযোগিতামূলক খেল আদি হৈছিল।

মেজিক লেণ্টাৰ্নৰ সহায়ত সেই সময়ত প্ৰায়ে বক্তৃতা দিয়া দেখা যায়। ৰবীন্দ্ৰমোহন দেব, অনুকূল চেটাৰ্জী, জ্যোতিষচন্দ্ৰ দাস, হৰিকৃষ্ণ দাস প্ৰভৃতি অভিজ্ঞ চিকিৎসকসকলে নানাবিধ ৰোগৰ বিষয়ে, আশুতোষ চেটাৰ্জী, পি. চি. ৰয়, ভুবনমোহন দাস প্ৰভৃতিয়ে সাহিত্য, বুৰঞ্জীৰ বিষয়ে মেজিক লেণ্টাৰ্নৰ সহায়ত একোটি সাৰগৰ্ভ বক্তৃতা দিছিল। অধ্যাপক মোহন, চি. আৰ. নাইডু, ৰোম বিশ্ববিদ্যালয়ৰ অধ্যাপক জি. টাউচি ( G. Tucci ) প্ৰভৃতিয়ে সময়ে সময়ে কলেজলৈ আহি বিবিধ বিষয়ে ভাষণ দিছিল।

১৯২৮ খৃঃৰ ১০ অক্টোবৰত অস্থায়ী অধ্যক্ষ ব্ৰাউনৰ পৌৰহিত্যত অনুষ্ঠিত সভা এখনত কৰ্নেল জালনুৰ আলিক সম্বৰ্ধনা জনোৱা হয়। আলি আহম্মদৰ পুত্ৰ ডেকা বেৰিষ্টাৰ ফখৰুদ্দিন আলি আহম্মদো (পিছত ৰাষ্ট্ৰপতি) যোগদান কৰিছিল।

১৯২৩ খৃঃৰ ৪ আগষ্টত অনুষ্ঠিত ছাত্ৰ-সভাত ইউচুফ আলি নামৰ চতুৰ্থ বাৰ্ষিকৰ ছাত্ৰ এজনে এটা প্ৰস্তাৱ দাঙি ধৰিছিল—That Assam is now ready to have a University of her own. ১৯২৪ খৃঃৰ ২২ নভেম্বৰত অনুষ্ঠিত তৰ্কসভাৰো বিষয় আছিল Assam should establish a University of its own. এনেদৰে অসমত সুকীয়া বিশ্ববিদ্যালয় স্থাপনৰ ধ্যান-ধাৰণা বহু দিনৰেপৰা সজীৱ হৈ আছিল।

১৯২৩ খৃঃৰ আগষ্ট মাহত ইন্দ্ৰকান্ত আৰু চন্দ্ৰকান্ত সন্দিকৈ ভ্ৰাতৃদ্বয়ৰ টাইফয়দ ৰোগত অকালমৃত্যু হয়। দুয়োগৰাকী আছিল কটন কলেজৰ ছাত্ৰ। দুয়োগৰাকীৰে দুখন ফটো কটন কলেজৰ ছাত্ৰৰ জিৰণি কোঠাত অধ্যক্ষ চুদমাৰ্চন চাহাবে উন্মোচন কৰিছিল। অধ্যাপক ভূঞা তেতিয়া ছাত্ৰ ইউনিয়নৰ সম্পাদক।

১৯২০ খৃঃৰপৰা ১৯৩৪ খৃঃৰ ভিতৰত কটন কলেজৰ ভালেকেইগৰাকী কৃতী ছাত্ৰই আই. এ., আই. এছ-চি. পৰীক্ষাত উচ্চস্থান আৰু বি. এ., বি. এছ-চি. পৰীক্ষাত প্ৰথম শ্ৰেণীৰ অনাৰ্চ লাভ কৰিছিল। এই কালচোৱাত প্ৰায়ে দৰ্শন আৰু সংস্কৃতৰ অনাৰ্চ পৰীক্ষাত কলিকতা বিশ্ববিদ্যালয়ত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰিছিল কটন কলেজৰ ছাত্ৰই।

১৯২৪ চনত ভবেশচন্দ্ৰ বৰুৱাই আই. এছ-চি.-ত বিশ্ববিদ্যালয়ৰ চতুৰ্থ স্থান আৰু ৪টা লেটাৰ, ১৯২৫ খৃঃত যজ্ঞেশ্বৰ শৰ্মাই আই. এ. পৰীক্ষাত সংস্কৃত বিষয়ত সৰ্বোচ্চ নম্বৰ, ১৯২৮ খৃঃত হৰেন্দ্ৰনাথ শৰ্মাই আই. এ. পৰীক্ষাত চতুৰ্থ স্থান, তিনিটা লেটাৰ, ১৯৩১ খৃঃত জীতেন্দ্ৰনাথ দাসে আই. এছ-চি. পৰীক্ষাত দ্বিতীয় স্থান আৰু ষ্টাৰ, ১৯৩৪ খৃঃত কৰুণানন্দ দত্তই দ্বিতীয় স্থান আৰু ষ্টাৰ লাভ কৰিছিল।

বি. এ., বি. এছ-চি. পৰীক্ষাৰ অনাৰ্চত প্ৰথম স্থান লাভ কৰাসকলৰ ভিতৰত

১৯২০—সংস্কৃত—শ্ৰীনাথ চক্ৰবৰ্তী (প্ৰথম স্থান)।

১৯২৩—দৰ্শন—অঘোৰনাথ ভট্টাচাৰ্য (প্ৰথম স্থান), প্ৰফুল্লকুমাৰ শৰ্মা, মোহনচন্দ্ৰ কলিতা।

সংস্কৃত—উমাকান্ত শৰ্মা, তুলসীনাৰায়ণ শৰ্মা, কালিচৰণ দাস।

১৯২৪—সংস্কৃত—ৰতিকান্ত শৰ্মা (প্ৰথম স্থান) মহেন্দ্ৰনাথ গোঁহাই, ৰাধানাথ গোস্বামী।

দৰ্শন—অবলাকান্ত গোস্বামী।

১৯২৫—অংকশাস্ত্ৰ—নলিনীকান্ত বৰকাকতি।

দৰ্শন—প্ৰফুল্লপ্ৰাণ চাংকাকতি।

সংস্কৃত—তোষেশ্বৰ ঠাকুৰ, কে. গৌৰ সিংহ।

১৯২৬—দৰ্শন—হৰেন্দ্ৰনাথ ডেকা (প্ৰথম স্থান)।

সংস্কৃত—দ্বিজমণি দেবশৰ্মা, ঘনকান্ত দাস।

বুৰঞ্জী—কেশৱনাৰায়ণ দত্ত।

১৯২৭—অৰ্থনীতি—মথুৰানাথ গোস্বামী।

১৯২৮—দৰ্শন—লক্ষেশ্বৰ শৰ্মা (প্ৰথম স্থান)।

অংকশাস্ত্ৰ—গোবিন্দৰাম ভট্টাচাৰ্য।

১৯৩০—সংস্কৃত—জীবেশ্বৰ শৰ্মা।

১৯৩১—সংস্কৃত—প্ৰিয়নাথ শৰ্মা (প্ৰথম স্থান)।

১৯৩২—সংস্কৃত—যোগীৰাজ বসু (প্ৰথম স্থান)।

অৰ্থনীতি—সুধীৰনাথ দত্ত।

১৯৩৪—অংকশাস্ত্ৰ—হলীৰাম দত্ত।

ৰসায়ন—সুধীৰ দত্ত।

১৯১৮ খৃঃৰপৰা ১৯৩৮ খৃঃলৈ কটন কলেজৰ ইউনিয়ন ছোচাইটিৰ ছাত্ৰ-সম্পাদকসকলৰ ভিতৰত আছিল : হেম বৰুৱা (১৯১৮-১৯), তিলক শৰ্মা (১৯২০-২১), উমাকান্ত শৰ্মা (১৯২১-২২), ৰামেশ্বৰ শৰ্মা (১৯২২-২৩), দুৰ্গাপ্ৰসাদ বুজৰবৰুৱা (১৯২৩-২৪), মাধৱচন্দ্ৰ ভট্টাচাৰ্য আৰু ললিতকুমাৰ দাস (১৯২৪-২৫), মথুৰানাথ গোস্বামী (১৯২৫-২৬), শংকৰচৰণ বৰুৱা, ৰজনীকান্ত বৰুৱা আৰু চন্দ্ৰনাথ কলিতা (অগাপিছাকৈ তিনিজন ১৯২৬-২৭), ভদ্ৰেশ্বৰ দাস (১৯২৭-২৮), হৰেন্দ্ৰনাথ শৰ্মা (১৯২৮-২৯), হৰেশ্বৰ শৰ্মা (১৯২৯-৩০), কামাখ্যাপ্ৰসাদ ত্ৰিপাঠী (১৯৩০-৩১), নগেন্দ্ৰনাথ চৌধুৰী

( ১৯৩১-৩২ ), মাধবচন্দ্র বেজবৰুৱা ( ১৯৩২-৩৩ ), দুৰ্লভানন্দ চৌধুৰী ( ১৯৩৩-৩৪ ), পবিত্ৰপ্ৰাণ চাংকাকতি ( ১৯৩৪-৩৫ ), আবদুল ফজল ( ১৯৩৫-৩৬ ), শ্ৰীমান প্ৰফুল্ল গোস্বামী ( ১৯৩৬-৩৭ )।

## আলোচনী প্ৰকাশ : The Cotton College Magazine

কটন কলেজৰ ছাত্ৰবৃন্দৰ মাজত 'সেউতী' নামৰ হাতে-লিখা আলোচনী এখন ১৯০৭ খৃঃৰেপৰা প্ৰকাশ হৈছিল। ছপা আলোচনী এখন উলিয়াবলৈকো বহুদিনৰেপৰা যত্ন কৰি আছিল। ১৯১৮ খৃঃত কটন কলেজৰপৰা ছপা আলোচনী এখন প্ৰকাশ কৰিবলৈ স্থিৰ কৰিছিল। নানান কাৰণত সি হৈ নুঠিল।

The Cotton College Magazine নামেৰে ১৯২২ খৃঃৰ ১ ডিচেম্বৰত অধ্যাপক আৰ. চি. গোফিনৰ সম্পাদনীত আলোচনীখন প্ৰথম ছপা ৰূপত ওলাইছিল ( vol. 1, No—1. ) প্ৰথমতে আলোচনীখনত ইংৰাজীৰ লগতে অসমীয়া আৰু বঙলা ভাষাৰ শাখা প্ৰকাশৰ দাবী উঠিছিল যদিও সি কাৰ্যকৰী নহ'ল। কলেজত অসমীয়া ছাত্ৰৰ সংখ্যা সৰহ কিন্তু অসমীয়া শিক্ষকৰ সংখ্যা দুই তিনিজন; আঙুলিৰ মূৰত লেখিব পৰা। সেইবাবে অনা-অসমীয়াৰ পাক-চক্ৰৰপৰা মুক্ত হ'ব পৰাটো সহজ নাছিল। ছাত্ৰ-সকলৰ এখন সভাত আলোচনা-বিলোচনাৰ সামৰণি মাৰি অকল ইংৰাজী ভাষাতে আলোচনীখন প্ৰকাশ কৰিবলৈ স্থিৰ কৰিলে।

প্ৰথম বছৰ আলোচনীখনৰ এটা সংখ্যা প্ৰকাশ হয়। প্ৰথম বছৰৰপৰা অষ্টম বছৰলৈকে আলোচনীখনৰ আকাৰ ডিমাই আকাৰৰ আৰু নৱম বছৰৰপৰা আলোচনীৰ আকাৰত প্ৰকাশ পাইছিল। প্ৰথম সংখ্যাৰ বেটুপাতত পদ্মনাথ শৰ্মা ৰচিত শ্লোক এটি ছপা হৈছিল। দ্বিতীয় বছৰৰপৰা সপ্তম বছৰলৈকে বেটুপাতত ছপা কৰিছিল এডমিনিষ্ট্ৰেটিভ বিল্ডিঙৰ ছবি এখন। সেই ভৱন এতিয়া নাই। তাৰ ঠাইত তিনি-মহলীয়া ভৱন নিৰ্মাণ হ'ল।

প্ৰথম বছৰ আলোচনীখনৰ মাত্ৰ এটা সংখ্যাহে প্ৰকাশ হৈছিল। দ্বিতীয় বছৰৰপৰা ত্ৰয়োদশ বছৰলৈকে (১৯৩৫ খৃঃ) আলোচনীখনৰ বছৰত তিনিটাকৈ সংখ্যা প্ৰকাশ হৈছিল। ১ম সংখ্যা আগষ্ট নাইবা চেপ্তেম্বৰ, ২য় সংখ্যা ডিচেম্বৰ নাইবা জানুৱাৰী আৰু তৃতীয় সংখ্যা এপ্ৰিল মাহত। চতুৰ্দশ

বছৰৰপৰা আলোচনীখন বছৰত দুটাকৈ সংখ্যা প্ৰকাশ হৈছিল ( ১৯৩৫ খৃঃ )। সম্ভৱত ১৯৪৭ খৃঃৰপৰা আলোচনীখন বছৰত এটা সংখ্যাহে প্ৰকাশ হয়।

The Cotton College Magazine-ৰ প্ৰথম বছৰ ( ১৯২২ ) আৰু দ্বিতীয় বছৰ প্ৰথম ( আগষ্ট, ১৯২৩ ) আৰু দ্বিতীয় ( ডিচেম্বৰ ১৯২৩ ) সংখ্যাৰ সম্পাদক আছিল অধ্যাপক আৰ. চি. গোফিন। দ্বিতীয় বছৰ তৃতীয় সংখ্যা ( এপ্ৰিল ১৯২৪ ) তৃতীয়, চতুৰ্থ, পঞ্চম আৰু ষষ্ঠ বছৰলৈ ( এপ্ৰিল ১৯২৮ ) আলোচনীখনৰ সম্পাদক অধ্যাপক আশুতোষ চেটাৰ্জী। সপ্তম বছৰ ( অক্টোবৰ ১৯২৮ ) আৰু অষ্টম বছৰ প্ৰথম ( চেপ্তেম্বৰ, ১৯২৯ ) সংখ্যা সম্পাদনাৰ ভাৰ গ্ৰহণ কৰিছিল অধ্যাপক সূৰ্য্যকুমাৰ ভূঞাই। অধ্যাপক ভূঞাই কামৰূপ অনুসন্ধান সমিতি, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ আদি অনুষ্ঠানৰ লগত অধিক জড়িত হৈ পৰাত আলোচনী সম্পাদনাৰপৰা অব্যাহতি লয়।

'Owing to great pressure of other works, Prof. S. K. Bhuyan has resigned his Editorship of the Cotton College Magazine. The Magazine has fully profited his earnest and conscientious work'.

অধ্যাপক ভূঞাৰ পিছত অধ্যাপক পি. জি. আব্ৰাহাম অষ্টম বছৰ দ্বিতীয় সংখ্যাৰপৰা ( ডিচেম্বৰ, ১৯২৯ ) একাদশ বছৰ দ্বিতীয় সংখ্যালৈকে ( ডিচেম্বৰ, ১৯৩২ ) আলোচনীখনৰ সম্পাদক। অধ্যাপক আব্ৰাহাম কটন কলেজৰপৰা বিদায় লৈ যোৱাত একাদশ বছৰ তৃতীয় সংখ্যাৰ ( মাৰ্চ, ১৯৩৩ ) পুনৰ অধ্যাপক সূৰ্য্যকুমাৰ ভূঞা সম্পাদক। দ্বিতীয়বাৰ অধ্যাপক ভূঞাৰ সম্পাদনাত প্ৰকাশ হোৱা The Cotton College Magazine-ৰ নাম সলনি কৰি The Cottonian কৰা হয়।

The Cottonian
Published from the
Cotton College, Gauhati, Assam
March, 1933
Vol. XI, Part 2
Editor
Prof. S. K. Bhuyan.

সাত পৃষ্ঠাৰ দীঘলীয়া সম্পাদকীয়ত অধ্যাপক ভূঞাই আলোচনীখনৰ নাম সলনি কৰাৰ যুক্তি দৰ্শাই লিখিছে :

**With effect from the publication of the present issue for March 1933 The Cotton College Magazine will be known as the Cottonian. The title Cottonian will bring all Cottonians present and past, within the fold of one great family of kindred associations, traditions, equipments and ideals……**

সেই বছৰতে মহেন্দ্ৰনাথ ডেকাফুকনে অঁকা প্ৰতীকটো গ্ৰহণ কৰা হয়। ডেকাফুকনে, এখন সভাত এই প্ৰতীকটোত থকা চুক কেইটাৰ অৰ্থ সম্পৰ্কে বুজাই দিছিল।

প্ৰথম বছৰ প্ৰথম সংখ্যা আলোচনীৰ ৩২ পৃষ্ঠাৰ আৰু ৮টি ৰচনা প্ৰকাশ হয়। অধ্যাপক ভুবনমোহন দাসৰ Assam Through the Ages শীৰ্ষক আলোচনাটিৰ বাহিৰে আন সকলো আলোচনা কলেজ সম্পৰ্কীয়। অধ্যক্ষ চুদমাৰ্চনৰ Forwarded by the Principal শীৰ্ষক প্ৰথম প্ৰবন্ধটিত তেওঁ গুৱাহাটীলৈ অহা প্ৰথম দিনটোৰ অৰ্থাৎ কলেজৰ আৰম্ভণিৰ দিনটোৰপৰা কলেজৰ এক দীঘলীয়া মনোৰম বৰ্ণনা দাঙি ধৰিছে। The Cotton College—A Brief Retrospect শীৰ্ষক আন এটা আলোচনাত কলেজখনৰ চমু বিৱৰণ সন্নিবিষ্ট কৰিছে। আলোচনীখনৰ আন তিনিটা উল্লেখযোগ্য শিতান হল—ডিম্বেশ্বৰ নেওগৰ কটন কলেজ এ. এছ. এল. ক্লাব, উমাকান্ত শৰ্মাৰ ছাত্ৰ ইউনিয়ন আৰু দণ্ডিদত্ত লহকৰৰ খেলাৰ বিৱৰণ। প্ৰথম দুজন ছাত্ৰ সম্পাদক আৰু তৃতীয়জন কেপ্টেইন। College News and Notes আলোচনীখনৰ এটি আকৰ্ষণীয় শিতান। এই শিতানত কলেজখনৰ প্ৰায়বোৰ উল্লেখযোগ্য কাৰ্য আৰু ঘটনাৰ চমু বিৱৰণ সন্নিবিষ্ট কৰা হৈছিল। পৰৱৰ্তী সংখ্যাবোৰতে ই এটি নিয়মীয়া শিতান। অৱশ্যে পিছত Editorial Notes, About Ourselves আদি ন ন শিতানত একেধৰণৰ বা-বাতৰিকে পৰিবেশন কৰা হৈছিল। পিছৰ সংখ্যাবোৰত কটন কলেজৰ ছাত্ৰৰ বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ ফল আৰু ডিপ্লোমা লাভ কৰোঁতাসকলৰ নাম নিয়মীয়াভাৱে প্ৰকাশ কৰা হৈছিল। কটন কলেজত পঢ়া ছাত্ৰৰ পিছৰ জীৱনৰ কৃতিত্বৰ কথাও আলোচনীত প্ৰকাশ কৰা হৈছিল।

কটন কলেজ আলোচনীত অসমীয়া শাখা এটি অন্তৰ্ভুৰ্ক্ত কৰা হয় অধ্যাপক আশুতোষ চেটাৰ্জীৰ সম্পাদনাত প্ৰকাশ হোৱা ষষ্ঠ বছৰ তৃতীয় সংখ্যাৰ ( এপ্ৰিল, ১৯২৮ ) পৰা। পূৰ্বৰ দৰে ১৯২৭ খৃঃৰ চেপ্তেম্বৰ মাহত ঠিক পূজাৰ বন্ধৰ আগে আগে আলোচনীখনৰ বাবে ইংৰাজীৰ লগতে অসমীয়া আৰু বঙলা ভাষাতো প্ৰবন্ধ বিচাৰি জাননী এখন দিয়া হৈছিল। পূজাৰ বন্ধ খোলাৰ লগে লগে ছাত্ৰসকলে এই কাৰ্যৰ বিৰুদ্ধে আন্দোলন আৰম্ভ কৰিলে। ছাত্ৰসমাজৰ দাবী কলেজ আলোচনীত ইংৰাজীৰ সৈতে অসমীয়াৰ বাহিৰে আন ভাষাৰ শাখা থাকিব নোৱাৰিব। ছাত্ৰসকলে তেওঁলোকৰ দাবী পূৰণ নোহোৱা পৰ্যন্ত ইউনিয়ন ছোচাইটি বৰ্জন কৰিবলৈ সংকল্প কৰিলে।

ডক্টৰ টমচন সেই সময়ত কলেজৰ অধ্যক্ষ। এজন অনা-অসমীয়া অধ্যাপকে অসমীয়া বিৰোধী কাৰ্যত আগভাগ লৈ অধ্যক্ষক ভুল বাতৰি দি বিপথে পৰিচালিত কৰিছিল।

অসমীয়া ছাত্ৰসকলৰ হৈ নেতৃত্ব বহন কৰিছিল লক্ষেশ্বৰ শৰ্মা, হৰেন্দ্ৰনাথ শৰ্মা প্ৰভৃতি ছাত্ৰনেতাসকলে। সেই সময়ত কলেজখনত অসমীয়া অধ্যাপক মুষ্টিমেয়, চাকৰিও অলপদিনীয়া। নানান কাৰণত ছাত্ৰসকলে তেওঁলোকৰ পৰা বিশেষ সঁহাৰি পোৱা নাছিল: "অধ্যাপক শ্ৰীনাথ চক্ৰবৰ্তী আৰু ৰাধাকান্ত দাসে সাধাৰণ সমৰ্থন জনালে। অধ্যাপক সূৰ্য্যকুমাৰ ভূঞাই ভগৱানক খিয়াবলৈ ক'লে। অধ্যাপক কাকতিয়ে ক'লে "এইবোৰ বৰ সকসুৰা কথা—এৰি পেলোৱাই ভাল।"[১]

আন্দোলন কৰাৰ ফলত পুনৰ অকল ইংৰাজীতে আলোচনীখন প্ৰকাশ কৰিবলৈ স্থিৰ কৰিছিল। ছাত্ৰসকল এই প্ৰস্তাৱত মান্তি ন'হল। প্ৰথম অৱস্থাত অসমীয়া মানুহে ছাত্ৰসকলৰ আন্দোলনৰ প্ৰতি সঁহাৰি জনোৱা নাছিল। পিছত কলেজিয়েট হাইস্কুলৰ প্ৰধান শিক্ষক ৰমনীকান্ত বৰুৱা প্ৰভৃতি এচাম বিশিষ্ট ব্যক্তিয়ে আগভাগ লৈ অধ্যক্ষ থমচনক ছাত্ৰৰ দাবীৰ যুক্তিযুক্ততা বুজাই দিলে। ডক্টৰ টমচন আকোঁৰগোজ হৈ নাথাকি

---

১. এখনি জীৱনালেখ্য—হৰেন্দ্ৰনাথ শৰ্মা, পৃ. ৪২

অসমীয়া শাখা প্ৰকাশৰ দাবী মানি ললে। ইংৰাজীৰ লগতে অসমীয়া ছোৱা প্ৰকাশ হ'ল।

প্ৰথম সংখ্যাত প্ৰকাশিত অসমীয়া ৰচনাসমূহ হ'ল আগকথা, কাৰ্চী গ্ৰন্থত অসমৰ কথা, বশিষ্ঠ ( কবিতা ) অতুলচন্দ্ৰ হাজৰিকা ( চতুৰ্থ বাৰ্ষিক ), শিক্ষাৰ বলত মানুহে কি কৰিব নোৱাৰে—ফণীধৰ দত্ত ( চতুৰ্থ বাৰ্ষিক ), প্ৰিন্সিপাল চুদমাৰ্চন আৰু অসমীয়া ভাষা—লক্ষেশ্বৰ শৰ্মা ( তৃতীয় বাৰ্ষিক ), জোৱান ডাৰ্ক—হৰেন্দ্ৰনাথ শৰ্মা ( দ্বিতীয় বাৰ্ষিক )।

আগকথাত লিখিছে—"জয়জয়তে গুৱাহাটী কটন কলেজ মেগাজিনৰ অসমীয়া খণ্ড স্থাপিত হ'ল। এই সুবিধা দিয়াৰ কাৰণে কলেজৰ বৰ্তমান অধ্যক্ষ ডাক্টৰ ডেভিড টমচনৰ ওচৰত অসমীয়া ছাত্ৰসকল চিৰদিন কৃতজ্ঞ হৈ থাকিব। এই অসমীয়া খণ্ড প্ৰকাশৰ লগে লগে অসমীয়া ছাত্ৰসকলৰ মাজত মাতৃভাষাৰ প্ৰতি অনুৰাগ কাৰ্যকৰীৰূপে দৃঢ়তৰ হ'ব এয়ে আমাৰ কামনা।"

অসমীয়া শাখা প্ৰকাশৰেপৰা এই শাখাৰ ভাৰপ্ৰাপ্ত সম্পাদক অধ্যাপক দিবাকৰ গোস্বামী।

সপ্তম বছৰ প্ৰথম সংখ্যাৰপৰা ( অক্টোবৰ ১৯২৮ ) অধ্যাপক ভূঞা আলোচনীখনৰ সম্পাদক। অধ্যাপক ভূঞাই সম্পাদনা সমিতিৰ সদস্যসকলৰ নাম প্ৰকাশ কৰিছিল। সেই বছৰ সম্পাদনা সমিতিৰ সদস্যসকলৰ ভিতৰত আছিল অধ্যাপক ভূঞাৰ উপৰিও অধ্যাপক দিবাকৰ গোস্বামী, অনন্তনাথ দেৱশৰ্মা, হৰেন্দ্ৰনাথ শৰ্মা আৰু কবীন্দ্ৰৰাম দাস। অধ্যাপক ভূঞা সম্পাদিত আলোচনীখনৰ দ্বিতীয় সংখ্যাৰপৰা বেটুপাটত এডমিনিষ্ট্ৰেটিভ বিল্ডিঙৰ ছবিখনৰ সলনি ৰত্নপাল ৰজাৰ তামৰ ফলিত থকা প্ৰাগজ্যোতিষপুৰ সম্পৰ্কীয় কথাখিনিৰ ইংৰাজী অনুবাদ ছপা কৰা হৈছিল।

বেটুপাতত প্ৰকাশিত Suggestion to contributors-ত সম্পাদক ভূঞাই লিখকসকললৈ ৩০টা পৰামৰ্শ আগবঢ়াইছিল। কটন কলেজৰ আলোচনীবোৰ যাতে ধাৰাবাহিকভাৱে সংৰক্ষণ কৰা হয় সেইবিষয়ে সম্পাদকীয়ত ন দি আলোচনা কৰিছিল। শিক্ষা জগতৰ নানান মূল্যবান সংবাদ আৰু আলোচনাৰে সম্পাদকীয়সমূহ সমৃদ্ধ।

কটন কলেজ আলোচনী আৰু কটনিয়ানত প্ৰকাশিত অধ্যাপক ভূঞাৰ

মূল্যবান প্ৰবন্ধ আৰু কবিতাৰ ভিতৰত আছে : Anando Ram Borooah in English verse ( Vol. 2, No. 2, 1924 ), Chandrakanta and Indrakanta Handique ( 3/2, 1925 ), Dr. Wade's History of Assam ( 3/2 ), Nowab Mir Jumla in Assam ( 4/3, 1926 ), Introduction of Hindu Astronomy into Europe ( , 1933 ), Round About Gauhati ( 1933 ), Anandoram Barua ( 1935 ), An Account of the First History of Congress ( 1936 ), Atan Buragohain Rajmantri Dangaria ( 9/3, 1936 ), Prativa Devi Memorial Lectures ( 14/1, 1936 ) আৰু কবিতাসমূহ হ'ল The Critic ( 5/1, 1926 ), Sir Walter Scott ( 7/1, 1928 ) The College Gong ( 7/2, 1929 ), ভাষাবিদ চাৰ গ্ৰীয়াৰ্চনলৈ ( 9/3, 1936 ).

## ছাত্ৰাবাসৰ অধ্যক্ষ

কটন কলেজত অধ্যাপনা কৰা কালছোৱাত অধ্যাপক ভূঞাই এবাৰ এবাৰকৈ তিনিবাৰ ছাত্ৰাবাসৰ অধ্যক্ষৰ দায়িত্ব বহন কৰিব লগা হৈছিল। ১৯২১ খৃঃৰ ১ নবেম্বৰৰপৰা প্ৰথমবাৰ প্ৰথম ছাত্ৰাবসাৰ ( ফাৰ্ষ্ট মেছ ) অধ্যক্ষ। ১৯২৮ খৃঃত প্ৰথম মেছতে দ্বিতীয়বাৰ আৰু ১৯৩৯ খৃঃত কস্মোপলিটান ছাত্ৰাবাসৰ অধ্যক্ষৰ দায়িত্ব বহন কৰিছিল।

ছাত্ৰাবাসৰ অধ্যক্ষ স্বৰূপে অধ্যাপক ভূঞাই ছাত্ৰসকলক পিতৃসুলভ মৰমেৰে আপোন কৰি লব পাৰিছিল। ল'ৰাবোৰক নিজৰ পঢ়া খোটালিলৈকে মাতি নি পুথিভঁৰালত থকা অমূল্য গ্ৰন্থসমূহৰ লগত পৰিচয় কৰাই দিছিল। আৰম্ভণিৰেপৰা ল'ৰাবোৰৰ পঢ়া-শুনাৰ প্ৰতি আগ্ৰহ উপজোৱাটো তেওঁৰ ধৰ্ম। চোকা বুদ্ধিৰ ল'ৰা পালে প্ৰথম বাৰ্ষিকতে প্ৰেৰণা যোগাই কৈছিল, 'তোমালোকে এদিন আই. চি. এছ. পৰীক্ষাত উত্তীৰ্ণ হ'ব লাগিব।'

নিতৌ সন্ধিয়া এবাৰ বাৰান্দাৰে অহাযোৱা কৰি ছাত্ৰাবাস পৰিদৰ্শন কৰাটো তেওঁৰ নিত্য কৰ্ম স্বৰূপ। সেইসময়ত তেওঁৰ বেশভূষা আছিল সাধাৰণ চুৰিয়া কামিজ, ভৰিত চটি জোতা। গৰম কালি গাত চেলেংখন আৰু জাৰকালি এড়িয়া চাদৰখন।

প্ৰথমবাৰ ছাত্ৰাবাসৰ অধ্যক্ষ থকা কালছোৱাত ভৱানীপুৰৰ প্ৰখ্যাত

আইনজীৱি সমাজকৰ্মী বংশীধৰ চৌধুৰী আই. এ. মহলাৰ ছাত্ৰ। আই. এ. পৰীক্ষাৰ সময়ত ৰসায়নৰ পৰীক্ষাৰ দিনা বহুনিশালৈকে পঢ়াৰ বাবে ঠিক পৰীক্ষাৰ আগমুহূৰ্তত চৌধুৰী অজ্ঞান হৈ পৰি যায়। লগৰ ল'ৰাবোৰে চৌধুৰীক ধৰি মেলি বিচনালৈ নিলে। খবৰ পায়ে অধ্যাপক ভূঞা চৌধুৰীৰ কাষ পালে। চৌধুৰী অলপ সুস্থ হৈ আহিলত তেওঁ পৰীক্ষা দিব পাৰিব বুলি ক'লে। তেতিয়া পৰীক্ষা আৰম্ভ হোৱা প্ৰায় ডেৰ ঘণ্টা হৈছিল। কলেজৰ অধ্যক্ষ চুদমাৰ্চন নীতি-নিয়মত কঢ়া যদিও অধ্যাপক ভূঞাই তেওঁক বুজাই বঢ়াই চৌধুৰীক পৰীক্ষা দিয়াৰ ব্যৱস্থা কৰি দিলে। পৰীক্ষা আৰম্ভ হোৱাৰ এঘণ্টা পিছত পৰীক্ষা ঘৰত সোমাবলৈ দিয়া নহয় যদিও অধ্যাপক ভূঞাৰ যত্নত চৌধুৰীয়ে বিশেষ অনুমতি লাভ কৰিলে। চৌধুৰীয়ে আই. এ. পৰীক্ষাত উত্তীৰ্ণ হৈ বৃত্তিও লাভ কৰিলে। এটা বছৰ ৰক্ষা পৰিল। দুবছৰ পিছত ১৯২৪ খৃঃত কটন কলেজৰপৰাই চৌধুৰীয়ে ইংৰাজীত অনাৰ্চ লৈ বি. এ. আৰু ১৯২৯ খৃঃত আৰ্ল ল কলেজৰপৰা বি. এল. ডিগ্ৰী লাভ কৰিছিল। 'জৱাহৰলাল নেহৰু' চৌধুৰী ৰচিত এখনি জীৱনী গ্ৰন্থ। অধ্যাপক ভূঞাৰ ছাত্ৰৰ প্ৰতি আছিল সস্নেহ মৰম।

প্ৰথম ছাত্ৰাবাসৰে দ্বিতীয়বাৰ (১৯২৮ খৃঃ ৭ নবেম্বৰ) অধ্যক্ষ হোৱাৰ সময়ত লক্ষেশ্বৰ শৰ্মা, মহেন্দ্ৰমোহন চৌধুৰী (প্ৰাক্তন ৰাজ্যপাল), চিদানন্দ দাস (প্ৰাক্তন পঞ্জীয়ক) জিতেন্দ্ৰনাথ দাস (প্ৰাক্তন উপাচাৰ্য), মুক্তিনাথ বৰদলৈ, ত্ৰৈলোক্যনাথ গোস্বামী, হৰেশ্বৰ শৰ্মা, ডাক্তৰ বিহাৰীলাল চৌধুৰী প্ৰভৃতি ছাত্ৰাবাসৰ ছাত্ৰ। সেই সময়ত ছাত্ৰাবাসৰ মাহিলী খোৱা খৰছ ১০/১১ টকা। অৱশ্যে আজিকালিৰ দৰে ৰাতিপুৱা আবেলি চাহ-জলপানৰ ব্যৱস্থা নাছিল। আবেলিৰ চাহ-পানীৰ বাবে কিছুমান ছাত্ৰই এটা টিফিন মেছৰ ব্যৱস্থা কৰিছিল।

সেই সময়ত ছাত্ৰাবাসৰ চাল কেইখন আছিল খেৰ বাহৰ। মিছাতে কোনোবা ছাত্ৰই মাঘৰ বিহুৰ উৰুকাৰ দিনা খেৰৰ চাল কেইখন জ্বলাই দিব বুলি ভয় দেখুৱালে। সেই ভয়তে কেইজনমান ছাত্ৰ লগত লৈ উৰুকাৰ দিনাখন অধ্যাপক ভূঞাই গোটেই নিশা উজাগৰে থাকি পহৰা দিলে। কোনোবা দুষ্ট ল'ৰাই মিছাতে ভয় খুৱাইছিল। তেওঁৰ দিনতে খেৰৰ চালৰ ঠাইত টিনপাত লগোৱা হয়। সেই সময়ত কিছুদিনৰ বাবে ছাত্ৰসকল

নিউ হোষ্টেলত থকাৰ ব্যৱস্থা কৰিছিল। অধ্যাপক ভূঞাৰ কাৰ্যকালতে ১৯২৮ খৃঃৰ ১৫ ডিচেম্বৰৰপৰা ছাত্ৰাবাসত বিজুলী চাকিৰ ব্যৱস্থা কৰা হয়। গুৱাহাটী চহৰত বিজুলী চাকিৰ ব্যৱস্থা হয় ১৯২৭ খৃঃৰপৰা।

অকল অধ্যয়নতে আৱদ্ধ নাথাকি বশিষ্ঠ, ধাৰাপুৰ, কুৰুৱা আদি ঠাইলৈ ল'ৰাবোৰৰ সৈতে গৈ বনভোজ আদি খাইছিল। ছাত্ৰাবাসৰ আকৰ্ষণীয় অনুষ্ঠান Shooting Star Clubএ সময়ে সময়ে আলোচনা সভাৰ আয়োজন কৰিছিল। 'জ্যোতি' ছাত্ৰাবাসৰ হাতেলিখা আলোচনী, জিতেন্দ্ৰনাথ দাস জ্যোতিৰ সম্পাদক।

বুৰঞ্জী চৰ্চা আৰু গবেষণাত কিছু ব্যাঘাত ঘটা বাবে ছাত্ৰাবাসৰ অধ্যক্ষৰ দায়িত্বৰপৰা অব্যাহতি ললে। তেওঁৰ ঠাই পূৰণ কৰিলে অধ্যাপক শ্ৰীনাথ চক্ৰৱৰ্তীয়ে। অধ্যাপক চক্ৰৱৰ্তীক কাৰ্যভাৰ অৰ্পণ কৰিহে দায়িত্ব ভাৰ ত্যাগ কৰিলে।

অধ্যাপক ভূঞাই তৃতীয়বাৰ ১৯৩৯ খৃঃৰ ১২ জুলাইৰপৰা ১৯৪০ খৃঃৰ ২৫ মাৰ্চলৈকে কস্মোপলিটান ছাত্ৰাবাসৰ অধ্যক্ষৰ দায়িত্ব বহন কৰিছিল। ছাত্ৰাবাসৰ অধ্যক্ষ স্বৰূপে প্ৰথমতে অধ্যাপক ভূঞাই মাননী লাভ কৰিছিল ৪০ টকা। পিছত ৫০ টকালৈকে বৃদ্ধি হয়।

সেই সময়ত কটন কলেজৰ সুকীয়া কোনো ছাত্ৰী-নিবাস নাছিল। আমেৰিকান বেপ্তিষ্ট মিছনাৰীৰ ব্ৰহ্মপুত্ৰৰ পাৰত থকা লুইচ মেমোৰিয়েল হোষ্টেলটোৱে আছিল ছাত্ৰী-নিবাস। পিছত ছাত্ৰীবাৰীত স্থায়ীভাৱে হোৱাইট মেমোৰিয়েল হোষ্টেল নিৰ্মাণ কৰা হয়। অধ্যাপক ভূঞা আৰু উমাকান্ত গোস্বামীক উক্ত ছাত্ৰী-নিবাসৰ পৰিদৰ্শক নিযুক্ত কৰিছিল। তেওঁলোকে সময়ে সময়ে ছাত্ৰীনিবাস পৰিদৰ্শন কৰিছিল।

## কৰ্মজীৱনৰ বিপৰ্যয়

১৫ বছৰকাল শিক্ষাদান কৰাৰ পিছত অধ্যাপক ভূঞা প্ৰমুখ্যে কটন কলেজৰ এচাম জ্যেষ্ঠ অধ্যাপক চাকৰিৰ ক্ষেত্ৰত বিপৰ্যয়ৰ সমুখীন হ'ব লগা হৈছিল। ১৯৩৩ খৃঃৰ ২০ জুনৰ অসম চৰকাৰৰ শিক্ষা মন্ত্ৰণালয়ৰ নিৰ্দেশ-ক্ৰমে কটন কলেজৰ অধ্যাপকৰ চাকৰিৰ দুটা কেডাৰ ( cadre ) কৰা হয় —প্ৰথম শ্ৰেণী ( ২৫০-৮০০ টকা ) আৰু দ্বিতীয় শ্ৰেণী ( ১৭৫-৪২৫ টকা )।

ইয়াৰ ফলত ১৪ গৰাকী জ্যেষ্ঠ অধ্যাপক দ্বিতীয় শ্ৰেণীৰ অন্তৰ্ভূক্ত হ'ব লগা হয়। তেওঁলোকৰ ভিতৰত আশুতোষ চেটাৰ্জী, শৰৎচন্দ্ৰ চেটাৰ্জী, সূৰ্য্যকুমাৰ ভূঞা, বাণীকান্ত কাকতি অন্যতম। আনহাতে এচিষ্টেন্ট ইন্সপেক্টৰৰ চাকৰি প্ৰথম শ্ৰেণীলৈ উন্নতি হয়।

অধ্যাপক ভূঞাই ১৫ বছৰ চাকৰি কৰি পুনৰ দ্বিতীয় শ্ৰেণীত ১৭৫-৪২৫ টকা নিৰিখত কাম কৰিব লগা হ'ল। তেতিয়া তেওঁলোকে অধ্যক্ষ আৰু শিক্ষাধিকাৰৰ জৰিয়তে চৰকাৰৰ ওচৰত আবেদন কৰাত সংশোধন কৰি পুনৰ তেওঁলোকক প্ৰথম শ্ৰেণীত অন্তৰ্ভূক্ত কৰা হয়।

১৯৩৪ খৃঃৰ ১ জুলাইত কটন কলেজৰ অধ্যক্ষৰ দৰমহা ১৩৫০ টকা, অধ্যাপক ব্ৰাউন আৰু মুৰাৰীচাঁদ কলেজৰ অধ্যক্ষ আবু চৈয়দৰ ১২৫০ টকা, সতীশচন্দ্ৰ ৰায়ৰ (ইন্সপেক্টৰ অব্ স্কুলচ, সুৰমা উপত্যকা) ১১০০ টকা, বিজয় সেন, পি. চি. ৰায়ৰ ৭৫০ টকা, হৰ্ষনাথ সেন, লক্ষ্মী চেটাৰ্জীৰ ৭০০ টকা, আশুতোষ চেটাৰ্জী, ভুবনমোহন সেন, শৰৎচন্দ্ৰ গোস্বামী (ইন্সপেক্টৰ অব্ স্কুলচ, অসম উপত্যকা) ৭০০ টকা, আৰ. আৰ. থমাচ, প্ৰবোধ সান্যাল, মহিবুল্লা ৬০০ টকা, আনন্দকিশোৰ দাস, সূৰ্য্যকুমাৰ ভূঞা, বাণীকান্ত কাকতি, সুৰেশচন্দ্ৰ দত্ত ৫৫০ টকা, শৰৎ চেটাৰ্জী ৫০০ টকা আৰু উমাকান্ত গোস্বামীৰ ৩৮০ টকা।

দ্বিতীয় শ্ৰেণীৰ (১৭৫-৪২৫ টকা নিৰিখ) অধ্যাপকসকলৰ মাজত আছিল শ্ৰীনাথ চক্ৰৱৰ্তী, ৰাধাকান্ত দাস, আবুল ফজল, দেবেন্দ্ৰলাল দাস, দিবাকৰ গোস্বামী, ইন্দুভূষণ সৰকাৰ, অতুলচন্দ্ৰ দত্ত, হৰেন্দ্ৰকুমাৰ চৌধুৰী, হিৰণ্যচন্দ্ৰ ভূঞা, উপেন্দ্ৰকুমাৰ দত্ত প্ৰভৃতি। সেই সময়ত চিলেটৰ মুৰাৰীচাঁদ কলেজত অধ্যাপনা কৰা ৰবীন্দ্ৰনাথ দাস, দিগেন্দ্ৰচন্দ্ৰ দত্ত, যদুলাল মুখাৰ্জী প্ৰভৃতিয়ে পিছত কটন কলেজৰপৰা অৱসৰ গ্ৰহণ কৰিছিল।

## বিবিধ কৰ্ম (১৯২০-১৯৩৬)

অধ্যাপক ভূঞাৰ কটন কলেজৰ কাৰ্যকাল অকল অধ্যয়ন আৰু অধ্যাপনাতে সীমাবদ্ধ নহয়। নিষ্ঠা আৰু ঐকান্তিকতাৰে অধ্যয়ন আৰু অধ্যাপনা কৰাৰ উপৰিও বিবিধ ৰাজহুৱা কাম আৰু সাহিত্য চৰ্চাত আত্মনিয়োগ কৰিব পাৰিছিল।

অধ্যাপক ভূঞাই দুবাৰ কামৰূপ অনুসন্ধান সমিতিৰ সম্পাদকৰ দায়িত্ব বহন কৰিব লগা হৈছিল—প্ৰথমবাৰ ১৯২২ খৃঃত আৰু দ্বিতীয়বাৰ ১৯২৬ খৃঃৰপৰা ১৯২৯ খৃঃলৈ তিনি বছৰকাল। অনুসন্ধান সমিতিৰ প্ৰতিনিধি স্বৰূপে ১৯২৮ খৃঃত লাহোৰত অনুষ্ঠিত ভাৰতীয় প্ৰাচ্য সম্মিলনত যোগদান কৰিছিল। অসম সাহিত্য সভাৰ ১৯২৬ খৃঃত ধুবুৰীত অনুষ্ঠিত নবম অধিবেশনৰ বুৰঞ্জী শাখাত সভাপতিত্ব কৰিছিল অধ্যাপক সূৰ্য্যকুমাৰ ভূঞাই।

ভাৰতীয় ৰেকৰ্ড কমিচনৰ সদস্য নিযুক্ত হৈ ১৯২৯ খৃঃত গোৱালিয়ৰত অনুষ্ঠিত ৰেকৰ্ড কমিচনৰ দ্বাদশ অধিবেশনত অধ্যাপক ভূঞাই যোগদান কৰিছিল। ১৯৩৫ খৃঃত জন্মলাভ কৰা ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ লগতো অধ্যাপক ভূঞা জন্মলগ্নৰেপৰা জড়িত। ১৯৩৫ খৃঃত পুনাত অনুষ্ঠিত ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ প্ৰথম অধিবেশনত যোগদান কৰিছিল।

১৯২৮ খৃঃৰ ২৫ জুনত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ স্থাপন কৰা হয়। আৰ্থাৰ হেৰল্ড ৱালটাৰ বেণ্টিংকক ( অসম উপত্যকাৰ কমিচনাৰ ) বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সঞ্চালক, জে. পি. মিলচ আৰু অধ্যাপক ভূঞাক ক্ৰমে সুৰমা আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ উপসঞ্চালক নিয়োগ কৰিছিল।

প্ৰথমতে তেওঁৰ বাসভৱনতে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ আৰম্ভ কৰা হয়। ১৯২৮ খৃঃৰপৰা ১৯৫৭ খৃঃত গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য নিৰ্বাচিত হোৱাৰ আগলৈকে উক্ত বিভাগ অধ্যাপক ভূঞাৰ বুকুৰ উমেৰে সজীৱ কৰি ৰাখিছিল।

*Preliminary Report on the Old Records*

অসম চৰকাৰৰ শ্বিলং সচিবালয়ৰ নথিপত্ৰ বিভাগ ( Records Department ) নানান আপুৰুগীয়া সমলেৰে সমৃদ্ধ। ইষ্ট ইণ্ডিয়া কোম্পানীয়ে অসম দেশ অধিকাৰ কৰাৰ বহুবছৰ পূৰ্বৰো ভালেমান নথিপত্ৰ সংৰক্ষিত হৈ আছিল। যি কোনো বিষয়ৰে ইতিহাস চৰ্চাৰ ক্ষেত্ৰত এনে নথিপত্ৰৰ প্ৰয়োজন সৰ্বাধিক।

অসমৰ গবৰ্নৰ চাৰ লৰি হেমণ্ড ( ১৯২৭-১৯৩২ ) এগৰাকী বিদ্যানুৰাগী প্ৰশাসক। অধ্যাপক ভূঞাই আলোচনা প্ৰসংগত চাৰ লৰি হেমণ্ডক জনালে যে অসম সচিবালয়ৰ বহুমূলীয়া নথিপত্ৰবোৰৰ কোনো তালিকা

আদি নাই। ইতিমধ্যে ডেভিদ স্কটৰ দিনৰ কিছুমান মূল্যবান নথিপত্ৰ লুপ্ত হৈছে। ১৮৮২ খৃঃৰ অগ্নিকাণ্ড আৰু ১৮৯৮ খৃঃৰ ভুঁইকপতো কিছু নষ্ট হৈছে।

এই নথিপত্ৰবোৰৰ তালিকা প্ৰস্তুত কৰা আৰু সংকলন কৰাৰ প্ৰয়োজন অনুভৱ কৰি ১৯৩০ খৃঃৰ গ্ৰীষ্মৰ বন্ধৰ সময়ত দুমাহৰ বাবে ( মে আৰু জুন ) অধ্যাপক ভূঞাক সেই কামত নিয়োগ কৰিলে। তেওঁ গ্ৰীষ্ম বন্ধৰ দুমাহকাল সচিবালয়ৰ নথিপত্ৰসমূহ অধ্যয়ন কৰি এখন তালিকা প্ৰস্তুত কৰিছিল। অধ্যাপক ভূঞাই পুৰণি নথিপত্ৰসমূহৰ এখন তালিকা, এখন পুস্তিকা আৰু এখন প্ৰেছলিষ্ট প্ৰকাশৰ বাবেও আচনি দাখিল ধৰিছিল। আৰ্থিক সংকটৰ অজুহাতত সেই আঁচনি সাম্প্ৰতিকভাৱে পৰিহাৰ কৰিলে, পিছতো কাৰ্যকৰী নকৰিলে। তেতিয়াই সেই আঁচনি কাৰ্যকৰী কৰা হলে বহুতো আপুৰুগীয়া নথিপত্ৰ হাতে চুকি পোৱা অৱস্থাতে থাকিলহেঁতেন আৰু অধ্যয়ন আৰু গবেষণাৰ কাৰ্যত ডাঙৰ অভাব পূৰণ হ'লহেঁতেন।

গৱৰ্ণৰ চাৰ লৰি হেমাণ্ডে অধ্যাপক ভূঞাৰ কাৰ্যৰ প্ৰশংসা কৰি লিখিছিল: "I have been reading your interesting report on a catalogue of old records,—or as you call it the Agency Records of Assam. I think we could get busy on it; but we are very hard up—floods, earthquakes! However, I will see what we can do. Unless something is done soon I fear we may lose valuable materials for good and all."

Preliminary Report on the Old Records on the Assam Secretariat (1951) শীৰ্ষক পুস্তিকাখনত অধ্যাপক ভূঞাই চৰকাৰৰ ওচৰত দাখিল কৰা আঁচনিখনৰ আভাস প্ৰকাশ পাইছে।

ইয়াৰ পূৰ্বতে ১৯৩০ খৃঃৰ এপ্ৰিল মাহত অধ্যাপক ভূঞাক চৰকাৰে কলিকতাৰ ইম্পেৰিয়েল ৰেকৰ্ড ডিপাৰ্টমেণ্টত পুৰণি নথি-পত্ৰ সংৰক্ষণ আৰু অধ্যয়নৰ বিষয়ে প্ৰশিক্ষণ লবলৈ পঠিয়াইছিল। এই বিষয়ে ভূঞা ডাঙৰীয়াই কলিকতাত কিছুদিন প্ৰশিক্ষণ লৈছিল।

পিছত কেশৱনাৰায়ণ দত্তই অসম সচিবালয়ৰ পুৰণি নথি-পত্ৰসমূহৰ বিষয়ে তথ্যবহুলভাৱে ৰচনা কৰিছিল পৰিচয়মূলক গ্ৰন্থ A Handook of the Old Records of the Assam Secretariat ( ১৯৫৯ খৃঃ )।

১৯৩৪-১৯৩৬ খৃঃৰ কালছোৱাত অধ্যাপক ভূঞা ৰয়েল এচিয়াটিক

ছোচাইটি অব্ বেংগলৰ সদস্য হয়। ইয়াৰ পিছত ১৯৩৬-৩৮ খৃঃৰ কালছোৱাত তেওঁ লণ্ডনৰ ৰয়েল এচিয়াটিক ছোচাইটি অব্ গ্রেট ব্রিটেইন আৰু আয়াৰলেণ্ডৰো সদস্য হয়।

১৯৩৪ খৃঃৰ কোনোবা এটা নির্বাচনত ভূঞাকো নির্বাচনী বিষয়া নিযুক্ত কৰিছিল। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ কামৰ হেচাৰ বাবে তেওঁ নির্বাচনী দায়িত্বৰপৰা অব্যাহতি বিচাৰিলে। কিন্তু উপায়ুক্তই তেওঁক অব্যাহতি নিদিলে।

১৯৩৪ খৃঃৰ ১৬ মার্চত কামৰূপ মহিলা সমিতিৰ উদ্যোগত গুৱাহাটী কুমাৰ ভাস্কৰ নাট্য মন্দিৰত সতী জয়মতীৰ বছৰেকীয়া উৎসৱ আয়োজন কৰা হৈছিল। অধ্যাপক ভূঞাই এই উৎসৱত পৌৰহিত্য কৰিছিল। এই উৎসৱ উপলক্ষ্যে দিয়া তেওঁৰ সভাপতিৰ অভিভাষণখনি 'অসম জীয়ৰী' নামেৰে কামৰূপ মহিলা সমিতিৰ দ্বাৰা ১৯২৫ খৃঃত প্রকাশ হৈছিল। শশীপ্রভা হাজৰিকা আৰু কমলাদেৱী সেই সময়ত মহিলা সমিতিৰ যুটীয়া সম্পাদিকা।

১৯৩৪ খৃঃত ডক্টৰ শ্যামাপ্রসাদ মুখার্জী কলিকতা বিশ্ববিদ্যালয়ৰ উপাচার্য নির্বাচিত হোৱাত অধ্যাপক ভূঞাই তেওঁক চিঠিৰে অভিনন্দন জনায় আৰু সোঁৱৰাই দিয়ে তেওঁৰ পিতৃ আশুতোষ মুখার্জীয়ে উদাৰ হৃদয়েৰে অসমীয়া ভাষা সাহিত্যাৰ উন্নতিৰ বাবে কৰা কার্যৰ কথা।

১৯৩৫ খৃঃত সম্রাট পঞ্চম জর্জৰ ৰাজত্বকাল ২৫ বছৰ পূর্ণ হোৱাত ৰূপালী জয়ন্তী উৎসৱ পালন কৰা হয়। ৰূপালী জয়ন্তী উৎসৱ উপলক্ষে অধ্যাপক ভূঞাই ইংৰাজ চৰকাৰৰপৰা লাভ কৰিছিল জুবিলি মেডেল।

১৯৩৬ খৃঃৰ পহিলা জানুৱাৰীৰ দিনা অধ্যাপক ভূঞাক ভাইচৰয় অব্ ইণ্ডিয়াই ৰায় বাহাদুৰ উপাধিৰে সন্মানিত কৰিছিল। ১৯৩৯ খৃঃৰ ৫ এপ্রিলৰ দিনৰ ১০ বজাত ছিলঙৰ ৰাজভৱনত অধ্যাপক ভূঞা আৰু আন ১৯ গৰাকী ব্যক্তিক বিভিন্ন উপাধিৰে সন্মানিত কৰিছিল।[১] বিশ্ববিদ্যালয়ৰ

---

১ SANAD

To

Srijut Surya Kumar Bhuyan M. A., B. L., Professor of Cotton College, Gauhati, Assam.

I hereby confer upon you the title of Rai Bahadur as a personal distinction.

| New Delhi<br>The 1st January<br>1936 | Willingdon<br>Viceroy and Governor<br>General of India |
|---|---|

সমাবৰ্তন উৎসৱৰ আহিত অনুষ্ঠিত এই উৎসৱত বিভিন্ন উপাধি লাভ কৰোঁতা-সকলৰ ভিতৰত আছিল: কেইজাৰ ই হিন্দ চিলভাৰ মেডেল—মিছ ইলচি ফ্লোৰেন্স এনড্ৰুজ, হেমচন্দ্ৰ সেন ; খানবাহাদুৰ—মৌলবী ছৈয়দুৰ ৰহমান ; ৰায় বাহাদুৰ—সূৰ্য্যকুমাৰ ভূঞা, ৰামেশ্বৰলাল চহৰীয়া, গণেশচন্দ্ৰ দাস, যোগেন্দ্ৰনাথ গুপ্ত, দুৰ্গেশ্বৰ শৰ্মা ; খান চাহেব—আতাউৰ ৰহমান, বাপজান আলি ৰৰা ; ৰায় চাহেব—ডি লোহিয়া, প্ৰিয় দে, ৰুক্মিণী দে প্ৰভৃতি।

সূৰ্য্যকুমাৰ ভূঞাই উচ্চ শিক্ষাৰ বাবে বিদেশলৈ যোৱাৰ প্ৰবল ইচ্ছা স্কুলীয়া দিনৰেপৰা মনৰ মাজত পুহি ৰাখিছিল। ওঠৰ বছৰ অধ্যাপনা কৰাৰ পিছত ডুকুৰি চাৰি বছৰ বয়সতহে তেওঁৰ সেই হাবিয়াস পূৰণ হ'ল।

১৯৩৬ খৃঃৰ পহিলা চেপ্তেম্বৰত ভূঞাই ষ্টাডি লিভ লৈ উচ্চশিক্ষৰ বাবে লণ্ডনলৈ যাত্ৰা কৰিলে। লণ্ডন বিশ্ববিদ্যালয়ত তেওঁ ওৰিয়েন্টাল এণ্ড আফ্ৰিকান ষ্টাডিজত প্ৰখ্যাত বুৰঞ্জীবিদ অধ্যাপক হেনৰি হাৱাৰ্ড ডডৱেলৰ তত্বাবধানত গবেষণা কৰিছিল। ১৯৩৬ খৃঃৰ ৮ অক্টোবৰৰপৰা গবেষণা আৰম্ভ কৰি ১৯৩৮ খৃঃৰ ৩ জুনত ভূঞাই তেওঁৰ গবেষণা গ্ৰন্থ A History of the Relations of Assam with the East India Company from 1771 to 1826 লণ্ডন বিশ্ববিদ্যালয়ত দাখিল কৰিলে। ১৯৩৮ খৃঃৰ ২৭ জুলাইত সূৰ্য্যকুমাৰ ভূঞাই লণ্ডন বিশ্ববিদ্যালয়ৰপৰা পি. এইচ-ডি. ডিগ্ৰী লাভ কৰিলে। তেওঁৰ গবেষণা গ্ৰন্থখনি Anglo-Assamese Relations শিৰোনামাৰে ১৯৪৯ খৃঃত ছপা হৈ ওলায়।

লণ্ডনত থকা সময়ত ডুবাৰো তেওঁ ইটালী দেশৰ ৰোম মহানগৰীলৈ গৈছিল। ১৯৩৭ খৃঃৰ ১৬ আৰু ২২ এপ্ৰিলত অসমৰ বিষয়ে এটা বক্তৃতা দিছিল। ৰোমৰপৰা উভতি আহোতে ফৰাচী দেশৰ পেৰিচ চহৰখনত এভুমুকি মাৰিছিল। ইউৰোপ ভ্ৰমণৰ সময়তে তেওঁ চেকোশ্লোভিয়াৰ প্ৰাগ, এডেন প্ৰভৃতি চহৰো ভ্ৰমণ কৰিছিল।

লণ্ডনত ভূঞাই ইণ্ডিয়ান চিভিল চাৰ্ভিচ ( I. C. S. ) প্ৰবেচনাৰসকলৰ মাজত অসমৰ ইতিহাস আৰু সভ্যতাৰ বিষয়ে বক্তৃতা দিছিল।

১৯৩৮ খৃঃৰ শেষৰ পিনে লণ্ডনৰপৰা উভতি আহি পুনৰ কটন কলেজত ইংৰাজী বিভাগৰ অধ্যাপকৰূপে যোগদান কৰিলে।

## অধ্যক্ষ ফ্ৰেডাৰিক উইলিয়ম চুদমাৰ্চন

ফ্ৰেডাৰিক উইলিয়ম চুদমাৰ্চন কটন কলেজৰ জন্মলগ্নৰ অধ্যাপক। ১৮৭০ খৃঃৰ ৩০ ডিচেম্বৰত তেওঁৰ জন্ম। কটন কলেজৰ অধ্যক্ষৰ ভাৰ গ্ৰহণ কৰাৰ সময়ত তেওঁৰ বয়স ৩১ বছৰ। ১৯০১ খৃঃৰপৰা ১৯২৬ খৃঃলৈ সুদীৰ্ঘ একুৰি ছয় বছৰ কাল তেওঁ অধ্যক্ষৰ দায়িত্ব বহন কৰিছিল। অসমত উচ্চ শিক্ষাৰ প্ৰসাৰত এইগৰাকী মহান পুৰুষৰ দান সৰ্বাধিক। চৰায়ে এডাল দুডালকৈ কুটা কঢ়িয়াই বাহ সজাৰ দৰে চুদমাৰ্চনেও কলেজখন গঢ়ি তুলিছিল। তেওঁৰ যত্নতে কটন কলেজ হৈ উঠিছিল ভাৰতবৰ্ষৰ ভিতৰতে এখন প্ৰথম শ্ৰেণীৰ কলেজ।

চুদমাৰ্চনৰ বাবে কটন কলেজ তেওঁৰ পৰিয়াল আৰু তেওঁ সেই পৰিয়ালৰ মুৰব্বী, গিৰিহঁত। তেওঁ বাঘৰ চকুৰে চাই শাসন কৰা অথচ চৰাইৰ পোৱালিক সস্নেহ মৰমেৰে পাখিৰে ঢাকি ৰখাৰ নিচিনা এগৰাকী অধ্যক্ষ। ছাত্ৰৰ ওপৰত তেওঁৰ বাঘ-চকু অকল কলেজৰ চাৰি সীমাতে সীমাবদ্ধ নহয়। কলেজৰ বাহিৰে ভিতৰে ছাত্ৰৰ ওপৰত তেওঁৰ সজাগ দৃষ্টি। বাহিৰত কোনোবা ল'ৰাক লগ পালে তেওঁক Good morning, Sir বুলি কবই লাগিব। নহলে বাহুত ধৰি কব, কোৱা Good morning, Sir. ছাত্ৰই তেনেদৰে ক'লে তেওঁ পুনৰায় কব 'yes, good morning'. ছাত্ৰসকলে কলেজৰ আশে পাশে য'তে ত'তে বাটৰ দাঁতিত প্ৰস্ৰাৱ কৰাটো তেওঁ বৰ বেয়া পায়। কলেজৰ চৌহদত সেইবাবে বিশেষ ব্যৱস্থা কৰি দিলে। তথাপিও ছাত্ৰসকলে য'তে ত'তে এই কামটো কৰা দেখিলে তেওঁ থাপ মাৰি ধৰি কব এইয়া ইয়াৰ ঠাই নহয় বুলি। কেতিয়াবা বাহুত ধৰিও নিৰ্দ্দিষ্ট স্থানত নি বহুৱাই দিব। চুদমাৰ্চনে কলেজৰ ভিতৰে বাহিৰে বিচাৰিছিল ছাত্ৰৰ শিষ্টাচাৰ।

চুদমাৰ্চনৰ কাৰ্যকালত কলেজৰ মাহিলী পৰীক্ষা আছিল বাধ্যতামূলক। ফলস্বৰূপে বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ ফল হৈছিল সন্তোষজনক।

এবাৰ কটন কলেজৰ ছাত্ৰ এজনে ব্ৰহ্মপুত্ৰত গা ধোওঁতে দ পানীত পৰি মৃত্যু বৰণ কৰে। দ পানীত পৰি ককবকাই থকা সময়ত কোনোৱে গৈ তুলি আনিব নোৱাৰিলে। চুদমাৰ্চনে পিছত ব্ৰহ্মপুত্ৰৰ পাৰলৈ আহি

আক্ষেপৰ সুৰত কৈছিল: 'এইখিনি পানীতে দুৰ্ভগীয়া ছাত্ৰজনে ককৃবকাই মৃত্যু বৰণ কৰিব লগা হ'ল। কোনোৱে পানীৰপৰা উদ্ধাৰ কৰিব নোৱাৰিলে। এই সাধাৰণ কামটো মোৰ কন্যা এডাই কৰি বেচেৰা ল'ৰাজনক উদ্ধাৰ কৰিব পাৰিলেহেঁতেন।'

চুদমাৰ্চনে তেওঁৰ বঙলাৰ সমুখত বছৰি এডৰা মটৰ মাহৰ খেতি কৰিছিল। বছৰি লহপহকৈ বাঢ়ি অহা মটৰ মাহডৰা পুৰঠ হৈ এনেয়ে শুকাই যায়। কোনোৱে হাতেৰে নোচোৱে। এবাৰ তিনিজন ছাত্ৰই নিশাৰ ভিতৰতে গোটেই মটৰ মাহ ডৰা তুলি নিলে। নিশাৰ ভিতৰতে বাকলি গুচাই মটৰ মাহেৰে পায়স ৰান্ধি খোৱাৰ দিহা কৰিলে। পিছদিনা ৰাতিপুৱা চুদমাৰ্চনে তেওঁৰ বঙলাৰ সমুখৰ মটৰ মাহ ডৰাৰ এনে দুৰৱস্থা দেখি কলেজলৈ আহি খঙত অগ্নিশৰ্মা হ'ল। চুদমাৰ্চনৰ খং দেখি ছাত্ৰসকল ভয়ত কম্পমান। অধ্যক্ষই কাক কি কৰে তাৰ ঠিকনা নাই। মহেন্দ্ৰনাথ ডেকাফুকন সেই সময়ত কটন কলেজৰ ছাত্ৰ। তেওঁ কলেজলৈ আহি চুদমাৰ্চনৰ খং আৰু মটৰ মাহ চুৰি হোৱাৰ কথা জানিব পাৰিলে। কথাষাৰ শুনিয়ে ডেকাফুকন অধ্যক্ষৰ কোঠালৈ গ'ল আৰু ক'লে, 'চাৰ, আপোনাৰ ঘৰৰ মটৰ মাহ ডৰা চুৰি হৈছে নহয়, ময়ে মটৰ মাহ ডৰা তুলি নিছিলোঁ।'

'কি ক'লা?' বুলি বহলকৈ চকু দুটা মেলি চুদমাৰ্চনে ডেকাফুকনৰ চকুলৈ চালে।

'হয় চাৰ, ময়ে মটৰ মাহ ডৰা তুলি নিছিলোঁ। আপোনালোকে বছৰি খেতি কৰে কিন্তু মটৰ মাহখিনি একো নকৰে বাবে মই এইবাৰ তুলি নিছিলোঁ।'

চুদমাৰ্চনে পুনৰ তেওঁৰ চকুলৈ চাই বাহিৰত বৈ থাকিবলৈ ক'লে। এঘণ্টামান পিছত চকিদাৰে তেওঁক মাতি নিলে। দ্বিতীয়বাৰ ডেকাফুকন অধ্যক্ষৰ কাষলৈ গৈ দেখিলে চুদমাৰ্চনে দুইখন হাত মুঠি মাৰি গালত ভেজা দি আছে আৰু তেওঁৰ দুগালে দুধাৰ চকুলো বৈ আছে। ডেকাফুকন কাষত থিয় হলত চুদমাৰ্চনে মূৰ তুলি চালে।

'বুজিছা, এইখন কলেজত তোমাৰ বাহিৰে ষিবোৰ ছাত্ৰ আছে সকলোটি শিয়াল ( fox ), একমাত্ৰ তুমিয়ে এজন ল'ৰা আছা। বছৰি আমি কিয় মটৰ মাহৰ খেতি কৰোঁ জানানে? অকালতে চাইকেল দুৰ্ঘটনাত মৃত্যু

হোৱা আমাৰ পুত্ৰ এজনে মটৰ মাহ বৰ ভাল পাইছিল। সেইজন পুত্ৰৰ স্মৃতিতে আমি মটৰ মাহৰ খেতি কৰোঁ। কিন্তু আমি খোৱা দূৰৰ কথা হাতেৰে স্পৰ্শ নকৰোঁ। কলেজলৈ বহুবি ইমানবোৰ ছাত্ৰ আহে কিন্তু কোনোৱে আমাৰ মটৰ মাহ ডৰা হাতেৰে নোচোৱে। আমিতো নিলে কাকো একো নকওঁ। আজি অতদিনৰ মূৰত তুমি মটৰ মাহ ডৰাত হাত দিবলৈ সাহস কৰিছা। তুমি প্ৰকৃত ল'ৰা।'

বজ্ৰকঠোৰ অধ্যক্ষ এজনৰ যে এনে এখন কোমল অন্তৰ থাকিব পাৰে বাহিৰৰপৰা ধৰা টান। চুদমাচনৰ ছাত্ৰ সহকৰ্মী সকলোৰে প্ৰতি আছিল সস্নেহ মৰম।

প্ৰথমতে চুদমাৰ্চন ভূঞা চাওৰীয়াৰ আছিল শিক্ষাগুৰু; পিছত অধ্যক্ষ স্বৰূপে সহকৰ্মী। চুদমাৰ্চনৰপৰা তেওঁ মৰম আৰু প্ৰেৰণা লাভ কৰিছিল। সময়ে সময়ে তেওঁ ভূঞাৰ ঘৰলৈকে আহি আতিথ্য গ্ৰহণ কৰিছিল।

চুদমাৰ্চন আছিল এগৰাকী বিদ্যানুৰাগী অধ্যক্ষ। তেওঁৰ Notes on Assamese Language and Literature এখন মূল্যবান পুস্তিকা। চুদমাৰ্চন আছিল লণ্ডনৰ বি. এ., ১৯০৮ খ্ঃৰপৰা তেওঁ আই. ই. এচ. গ্ৰেড লাভ কৰিছিল।

১৯২৬ খ্ঃৰ ২৭ ডিচেম্বৰৰপৰা তেওঁ অবসৰ গ্ৰহণ কৰে। ৫৭ জন ছাত্ৰৰে আৰম্ভ কৰা কটন কলেজ তেওঁৰ বিদায়ৰ সময়ত ৫২৭ জনলৈ বৃদ্ধি হৈছিল।

কটন কলেজৰ সকলো দিশৰ প্ৰতি চুদমাৰ্চনৰ আছিল সজাগ দৃষ্টি। সেয়েহে কোৱা হৈছিল 'চুদমাৰ্চন কটন কলেজৰপৰা আঁতৰি গলেও ভূত হৈ কলেজৰ বাৰান্দাত বহি থাকিব।' ১৯৫৩ খ্ঃত ইংলণ্ডৰ ইষ্টবোৰ্নত ( Eastbourne ) চুদমাৰ্চন স্বৰ্গী হয়।

উচ্চশিক্ষাৰ বাবে বিলাতলৈ যাওঁতে অধ্যাপক ভূঞাই পুনৰ চুদমাৰ্চনক লগ পাইছিল।

চুদমাৰ্চনে অধ্যক্ষ স্বৰূপে কাৰ্যনিৰ্বাহ কৰা কালছোৱাত ১৯১০ খ্ঃৰপৰা ১৯২৬ খ্ঃলৈকে বিভিন্ন পৰীক্ষাত উত্তীৰ্ণ ছাত্ৰছাত্ৰীৰ সংখ্যা হ'ল:

আই. এ. প্ৰথম বিভাগ ৩১৪, দ্বিতীয় বিভাগ ৪৭৩, তৃতীয় বিভাগ ১৯০, মুঠ ৯৮০; আই. এচ্-চি. প্ৰথম বিভাগ ২২৭, দ্বিতীয় বিভাগ ১০৫, তৃতীয়

১০, মুঠ ৩৪২। বি. এ. সাধাৰণ পাছ ৩৫৯, ডিষ্টিংচন ৩৮; অনার্চ ১১৪, মুঠ ৫১৫। বি. এছ-চি. সাধাৰণ ৯৩, ডিষ্টিংচন ৫২, অনার্চ ২৩, মুঠ ১৬৮।

## ডক্টৰ ডেভিদ টমচন

চুদমার্চনৰ ঠাইত ১৯২৬ খৃঃৰ ৩০ ডিচেম্বৰৰপৰা কটন কলেজৰ অধ্যক্ষৰ দায়িত্ব বহন কৰিছিল ডক্টৰ ডেভিদ টমচনে। ১৮৭৯ খৃঃৰ ২৯ মার্চত 'টমচনৰ জন্ম। টমচন বি. এছ-চি, এম-এ., পি. এইচ-ডি আৰু আই. ই. এছ. কেডাৰৰ অধ্যাপক। ১৯১১ খৃঃৰ ১ মার্চত তেওঁ কটন কলেজৰ ৰসায়ন বিভাগৰ অধ্যাপক স্বৰূপে যোগদান কৰিছিল। ডক্টৰ টমচনে সুদীর্ঘ কাল অসমৰ শিক্ষা জগতৰ লগত জড়িত থাকি সুৰমা উপত্যকা আৰু অসম উপত্যকাৰ স্কুল ইন্সপেক্টৰ, চিলেটৰ মুৰাৰীচাঁদ কলেজৰ অধ্যক্ষ স্বৰূপে কার্য নির্বাহ কৰিছিল। স্থায়ীভাৱে অধ্যক্ষ নিযুক্ত হোৱাৰ পূর্বে টমচনে কেবাবাৰো কটন কলেজৰ অস্থায়ী অধ্যক্ষৰ দায়িত্ব বহন কৰিব লগা হৈছিল। পিছত তেওঁ অসমৰ শিক্ষাধিকাৰ নিযুক্ত হৈছিল।

ডক্টৰ টমচনৰ কর্তব্যনিষ্ঠা আদর্শনীয়। টমচন কর্তব্য কঠোৰ আৰু বিলাসবিহীন লোক। তেওঁ আন মাদক দ্রব্য গ্রহণ কৰা দূৰৰ কথা ধূমপানো নকৰিছিল। তেওঁ কোনো ক্লাবৰো নিয়মীয়া সভ্য নাছিল।

কলেজৰ প্রথম ঘন্টা পৰাৰ লগে লগে এডমিনিষ্ট্রেটিভ বিল্ডিঙৰ বাৰান্দাত হাজিৰ হোৱা আৰু শেষ ঘন্টা পৰাৰ লগে লগে কলেজ এৰা টমচনৰ নিত্য-নৈমিত্তিক কর্ম।

অধ্যক্ষৰ দায়িত্ব গ্রহণ কৰিয়ে টমচনে ছাত্রাবাস চাবলৈ গ'ল। ছাত্রাবাস পৰিদর্শনৰ বাবে গৈ টমচনে দেখিলে ছাত্রাবাসৰ বিহাৰী ৰান্ধনি আৰু বনকৰা লিগিৰাবোৰৰ নোদোকা নোদোকা গাইবোৰ। তেওঁ ততালিকে নির্দেশ দিলে এসপ্তাহৰ ভিতৰতে গাইবোৰ আতৰাব লাগিব, এই গাইবোৰ ছাত্রৰ খাদ্য খাইহে নোদোকা হৈছে। তেওঁ সদায় ৰবিবাৰে ৰাতিপুৱা ছাত্রাবাসবোৰ পৰিদর্শন কৰিছিল। সেই সময়তে ছাত্রাবাসৰ অধ্যক্ষসকল উপস্থিত থাকিব লাগিব।

ডক্টৰ টমচনৰ কার্যকালত কটন কলেজ আলোচনীত অসমীয়া শাখা খোলা আৰু ছাত্রাবাসত বিজুলী চাকিৰ ব্যৱস্থা কৰাৰ কথা পূর্বতে উল্লেখ কৰিছোঁ।

১৯২৯ খৃঃৰ মাৰ্চ মাহত বন্ধৰ তালিকাখন প্ৰকাশ হলত এটা আসোৱাহ-চকুত পৰিল। পূৰ্বতে বহাগ বিহুৰ বন্ধৰ সৈতে গ্ৰীষ্ম বন্ধ হয়। কিন্তু সেই বছৰ গ্ৰীষ্ম বন্ধ বিহুৰ বন্ধৰ পিছৰপৰাহে। আনহাতে পূজাৰ বন্ধ পূৰ্বতকৈ দীঘলীয়া। ছাত্ৰসকলৰ বিহুৰ বন্ধত ঘৰলৈ যোৱাত অসুবিধা হ'ল। ছাত্ৰসকলৰ হৈ ছাত্ৰ ইউনিয়নৰ সম্পাদক হৰেন্দ্ৰনাথ শৰ্মাই অধ্যক্ষ টমচনৰ ওচৰত লিখিত আপত্তি দৰ্শালে।

ডক্টৰ টমচনে ক'লে যে তেওঁ সুদূৰ স্কটলেণ্ডৰ অধিবাসী ; অসমৰ ৰীতি-নীতি বা এনেবোৰ সংকীৰ্ণ, দলীয় পাকচক্ৰৰ কথা তেওঁ নাজানে। বন্ধৰ তালিকাখন তেখেতে তৈয়াৰ কৰিবলৈ ভাৰ দিছিল অধ্যাপক ভূঞা, অধ্যাপক লক্ষ্মীনাৰায়ণ চেটাৰ্জী আৰু অধ্যাপক মহিবুল্লাক। তেওঁলোকে কৰি দিয়া তালিকাখনকে কটন কলেজ আৰু ল কলেজ গভৰ্নিং বডীত গৃহীত হোৱাৰ পিছত শিক্ষাধিকাৰে অনুমোদন জনায়। এই বছৰ তালিকাখন সংশোধন কৰাটো সম্ভৱ ন'হব। পিছৰ বছৰত তেওঁ সংশোধন কৰিবই। পিছৰ বছৰত গ্ৰীষ্ম বন্ধ বহাগ বিহুৰপৰা জুলাইৰ ৪ তাৰিখলৈকে ৭২ দিন আৰু পূজাৰ বন্ধ ২৬ দিন।

অনা অসমীয়া অধ্যাপকসকলৰ ঘৰলৈ অহাযোৱা বা ফুৰাচকাৰ সুবিধাৰ বাবে পূজাৰ বন্ধ এনেদৰে বঢ়াই লৈছিল। তালিকাখন কৰাত আগভাগ লৈছিল অধ্যাপক চেটাৰ্জীয়ে। অধ্যাপক ভূঞা নাইবা মহিবুল্লাই কথাটো সিমান চিন্তা কৰি চোৱা নাছিল।

ডক্টৰ টমচন মানুহজন সৰল স্বভাৱৰ, মনে মুখে এক, কিন্তু অতিশয় উত্তেজনা-প্ৰৱণ, খং উঠিলে শিল ভঙা বোলাবৰ দৰে হয়। খং কিন্তু শামো কাটে অতি শীঘ্ৰে আৰু সহজে।[২]

সেই সময়ত দিবাকৰ গোস্বামী ডেকা অধ্যাপক। নিউ হোষ্টেলবো অধ্যক্ষ। কিবা কথাত তেওঁৰ অধ্যক্ষ টমচনৰ লগত কথা কটাকটি হ'ল, অধ্যক্ষ গোস্বামীক ভুল বুজিলে। ইয়াৰ বাবে অধ্যাপক গোস্বামী ঘৰতে মন মাৰি বহি আছে। এনেতে সন্ধিয়া অধ্যক্ষ টমচন তেওঁৰ বাসভৱনত উপস্থিত হৈ নিজৰ ভুলৰ কথা স্বীকাৰ কৰিলে আৰু অধ্যাপক গোস্বামীৰ ওচৰত

২. এখনি জীৱনালেখ্য—হৰেন্দ্ৰনাথ শৰ্মা, পৃ. ৩৪—৫১

ক্ষমা বিচাৰিলে। অধ্যাপক গোস্বামী ডক্টৰ টমচনৰ ছাত্ৰও। ডক্টৰ টমচন আছিল এনে উদাৰ হৃদয়ৰ লোক। সুদীৰ্ঘ ২২ বছৰ কাল অসমৰ শিক্ষা-জগতৰ লগত জড়িত থাকি ১৯৩৩ খৃঃত ডক্টৰ টমচনে অবসৰ গ্ৰহণ কৰি স্বদেশলৈ উভতি যায়।

## ডেভিদ এডৱাৰ্ড ৰবাৰ্টচ্

ডেভিদ এডৱাৰ্ড ৰবাৰ্টচ্ কটন কলেজৰ তৃতীয় অধ্যক্ষ। ডক্টৰ টমচনৰ ঠাইত তেওঁ কটন কলেজৰ অধ্যক্ষ নিযুক্ত হয়। ১৮৮৮ খৃঃৰ ১৪ জানুৱাৰীত ৰবাৰ্টচৰ জন্ম। ৰবাৰ্টচ্ আছিল পদাৰ্থ বিজ্ঞানৰ এম. এছ-চি, আই. ই. এছ, কেডাৰৰ শিক্ষক। ১৯১৪ খৃঃৰ ২৪ ফেব্ৰুৱাৰীৰপৰা তেওঁ কটন কলেজৰ অধ্যাপক। কিছুকাল তেওঁ মুৰাৰীচাঁদ কলেজৰ অধ্যক্ষ স্বৰূপে কাৰ্য নিৰ্বাহ কৰিছিল।

ৰবাৰ্টচ্ এগৰাকী কৃতী অধ্যাপক। পঢ়াশুনাৰ লগতে খেলাধূলাৰ প্ৰতিও তেওঁ ছাত্ৰবোৰক বৰকৈ প্ৰেৰণা যোগাইছিল। তেওঁৰ নিজৰো আছিল খেলুৱৈসুলভ মনোভাব। গুৱাহাটীৰ আশেপাশে থকা পাহাৰসমূহত বন্ধৰ দিনত আৰোহণ কৰাটো আছিল তেওঁৰ এটা 'হবি'। এনে বহু অভিযানতে অধ্যাপক ভূঞা আছিল তেওঁৰ সঙ্গী। ভূঞা ডাঙৰীয়াৰ সৈতে তেওঁৰ আছিল পৰম সদভাৱ। ৰবাৰ্টচ্ অধ্যক্ষ থকা কালছোৱাত অধ্যাপক ভূঞাই উচ্চ শিক্ষাৰ বাবে বিলাতলৈ যায়। চৰকাৰৰ লগত লিখালিখি কৰি ৰবাৰ্টচে ভূঞাক ষ্টাডি লিভ আদি পোৱাত সহায় কৰে। হাৰ্টৰ অসুখ হোৱা বাবে ১৯৩৭ খৃঃত অৱসৰ গ্ৰহণ কৰি অধ্যক্ষ ৰবাৰ্টচ্ স্বদেশলৈ উভতি যায়। তেওঁ কটন কলেজৰ শেষ ইউৰোপীয় অধ্যক্ষ।

## আৰ্থাৰ এডৱাৰ্ড ব্ৰাউন

অৰ্থনীতি বিভাগৰ অধ্যাপক আৰ্থাৰ এডৱাৰ্ড ব্ৰাউন কটন কলেজৰ এগৰাকী সৰ্বৰহী অধ্যাপক। ১৮৮৪ খৃঃৰ ৫ এপ্ৰিলত ব্ৰাউনৰ জন্ম। ব্ৰাউন কেম্‌ব্ৰিজ বিশ্ববিদ্যালয়ৰ বুৰঞ্জীৰ প্ৰথম শ্ৰেণীৰ ত্ৰিপজ ( Honours ) আৰু এল. এল. বি.। ব্ৰাউন এজন আই. ই. এচ. কেডাৰৰ শিক্ষক। কটন কলেজৰ উপৰিও ব্ৰাউনে আৰ্ল ল কলেজতো অধ্যাপনা কৰিছিল।

১৯১৪ খৃঃৰ ১৩ মাৰ্চৰপৰা ১৯৩২ খৃঃলৈকে সুদীৰ্ঘ ওঠৰ বছৰ কাল ব্ৰাউনে

কটন কলেজত অধ্যাপনা কৰিছিল। এই কালছোৱাত তেওঁ কেবাবাৰো কটন কলেজৰ অস্থায়ীভাৱে অধ্যক্ষৰ দায়িত্ব বহন কৰিছিল যদিও স্থায়ীভাৱে অধ্যক্ষ নিযুক্ত হোৱা নাছিল। ব্ৰাউন আছিল এগৰাকী বিজ্ঞ লোক। আইনৰ বিষয়ে বক্তৃতা প্ৰদানৰ বাবে এবাৰ তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ দ্বাৰা আমন্ত্ৰিত হৈছিল।

ব্ৰাউনৰ বিষয়ে নানান মনোৰম কাহিনী পুৰণি ছাত্ৰ সহকৰ্মীৰ মুখত শুনা যায়। তেওঁ হেনো চাইকেলত হাৰিকেন লেম্প আঁৰি লৈ ফুৰিছিল। ১৯৪৬ খৃঃত ব্ৰাউনৰ মৃত্যু হয়।

## ৰেমণ্ড কুলিশ গফিন

কটন কলেজৰ ইংৰাজী সাহিত্যৰ অধ্যাপক ৰেমণ্ড কুলিশ গফিন (১৯১৪—১৯২৬ খৃঃ) এগৰাকী বিজ্ঞ লোক। তেওঁ মধ্যযুগৰ ইংৰাজী কবিতাৰ বিষয়ে গৱেষণা কৰাৰ উপৰিও ইংৰাজী কবিতাৰ সংকলন সম্পাদনা কৰিছিল। গফিন ভূঞাৰ বিভাগীয় মুৰব্বী অধ্যাপক যদিও প্ৰিয় সহকৰ্মী। কটন কলেজৰপৰা গৈ তেওঁ প্ৰখ্যাত প্ৰকাশন প্ৰতিষ্ঠান অক্সফৰ্ড ইউনিভাৰচিটি প্ৰেছত যোগদান কৰি একানপতীয়াভাৱে সাহিত্য চৰ্চাত লাগিছিল।

ইউৰোপীয় অধ্যক্ষ আৰু অধ্যাপকমণ্ডলী ভূঞা ডাঙৰীয়াৰ বাবে আছিল আদৰ্শস্বৰূপ। তেওঁলোকৰ সততা, কৰ্তব্যনিষ্ঠা আৰু শিষ্টাচাৰে তেওঁক সততে আকৃষ্ট কৰিছিল। অধ্যয়ন আৰু বিবিধ সাহিত্য কৰ্মত প্ৰবৃত্ত হ'বৰ বাবে ইউৰোপীয় শিক্ষকসকলৰপৰা তেওঁ লাভ কৰিছিল অশেষ প্ৰেৰণা।

## উচ্চশিক্ষা : লণ্ডন : গৱেষণা

সূৰ্য্যকুমাৰ ভূঞাৰ উচ্চশিক্ষাৰ বাবে বিলাতলৈ যোৱাৰ সপোন আছিল নিচেই সৰু কালৰেপৰা। তেতিয়াৰ দিনত ইংলণ্ড বা যিকোনো বিদেশ ভ্ৰমণকাৰীকে কোৱা হৈছিল বিলাত-ফেৰত। ভূঞাই নগাঁও চৰকাৰী হাইস্কুলত পঢ়া সময়তে শিক্ষক চাহাবুদ্দিন আহম্মদে শ্ৰেণীত বিলাতৰ কথা কৈ ছাত্ৰসকলক প্ৰশ্ন কৰিছিল কোন বাৰু বিলাতলৈ যাবলৈ ইচ্ছা কৰে। শিক্ষকৰ এই প্ৰশ্নৰ উত্তৰত বিলাতলৈ যোৱাৰ ইচ্ছা প্ৰকাশ কৰি শ্ৰেণীত থিয় হৈছিল দুজন ছাত্ৰ—সূৰ্য্যকুমাৰ ভূঞা আৰু গোলোককান্ত বৰদলৈ। বৰদলৈ অকালতে মৃত্যুবৰণ কৰা কথা আমি পূৰ্বতে উল্লেখ কৰিছোঁ।

বিলাত ভ্ৰমণৰ বাবে সূৰ্য্যকুমাৰ ভূঞাৰ মনৰ মাজত থকা সপোনৰ কথা প্ৰকাশ কৰিছিল শ্বিলং চৰকাৰী হাইস্কুলত পঢ়া সময়তে ৰচনা কৰা এটি ইংৰাজী চনেটৰ মাজেৰে।

I sigh for that distant Albion's shore
The more I sigh, my will is more,
Whose glens are green, whose people white.
A far extends whose terrestrial light.
... ... ... ...
Thou art my Father, Thou wilt show,
The means to get it, the way to go
To the distant land I sigh for now
With desires which I know not how.

স্কুল কলেজত সান্নিধ্যলাভ কৰা ইংৰাজ শিক্ষকসকলৰ শিক্ষাদানে তেওঁৰ বিদেশ ভ্ৰমণৰ ইচ্ছা আৰু বেছি প্ৰবল কৰি তুলিছিল। বি. এ. ডিগ্ৰী লাভ কৰাৰ পিছত বিলাত ভ্ৰমণৰ ইচ্ছা আৰু বেছি প্ৰবল হৈছিল যদিও পিতৃৰ সীমিত উপাৰ্জন আৰু প্ৰথম মহাসমৰৰ বিভীষিকাৰ বাবে সি কাৰ্যকৰী নহ'ল।

কৰ্ম-জীৱনত ভূঞাই বহু বিজ্ঞ অভিজ্ঞ ইংৰাজ শিক্ষাবিদ আৰু চৰকাৰী বিষয়াৰ সান্নিধ্যলাভ কৰিলে। ১৯২০ খৃঃত নিউইয়ৰ্কৰ ৰচেষ্টাৰ থিয়লজিকেল চেমিনাৰীৰ ডক্টৰ জৰ্জ ক্ৰচক গুৱাহাটীত ল'গ পাই চা-চিনাকী হওঁতে ভূঞাই কথা প্ৰসঙ্গত তেওঁক উচ্চশিক্ষাৰ বাবে বিদেশ ভ্ৰমণৰ ইচ্ছাৰ কথা প্ৰকাশ কৰিলে। ডক্টৰ জৰ্জ স্বদেশলৈ উভতি গৈ কানাডাৰ টৰণ্টো বিশ্ববিদ্যালয়ৰ চাৰ ৰবাৰ্ট এ. ফালকোনাৰ সৈতে অধ্যাপক ভূঞাক গৱেষণাৰ সুব্যৱস্থা কৰি দিবলৈ উদ্যোগ কৰিছিল। নানান কাৰণত সেই প্ৰচেষ্টা ফলৱতী নহ'ল।

কটন কলেজত অধ্যাপনা কৰা কালছোৱাৰেপৰা অধ্যাপক ভূঞাই লণ্ডনৰ বৃটিছ মিউজিয়াম আৰু ইণ্ডিয়া অফিচ লাইব্ৰেৰীৰ সৈতে যোগাযোগ কৰি আছিল। এই দুয়োটা পুথি-ভঁৰালতে থকা অসম সম্বন্ধীয় নথি-পত্ৰ, প্ৰবন্ধ, পুথি-পাঁজি আদি আপুকগীয়া সম্পদৰাজিৰ প্ৰতি অধ্যাপক ভূঞাৰ আছিল শেন দৃষ্টি। দুয়োটা পুথি-ভঁৰালৰে তেওঁ তালিকা সংগ্ৰহ কৰিছিল।

তেওঁৰ বিলাত ভ্ৰমণৰ মুখ্য উদ্দেশ্য গৱেষণা কৰা, কিন্তু গৌণ উদ্দেশ্য দুয়োটা পুথি-ভঁৰালতে সংগৃহীত আপুৰুগীয়া গ্ৰন্থ, পাণ্ডুলিপি আৰু তথ্যৰাজি খৰচি মাৰি অধ্যয়ন কৰা।

কৰ্মজীৱন আৰু ৰাজহুৱা জীৱনৰ ব্যস্ততাৰ মাজতো তেওঁ বিদেশ ভ্ৰমনৰ সুৰুঙা বিচাৰি আছিল যদিও সহজতে সেই সুযোগ পোৱা নাছিল। 'ষ্টাডি লিভ' লৈ উচ্চশিক্ষাৰ বাবে বিদেশ ভ্ৰমণ কৰাৰ বাহিৰে তেওঁৰ আৰু আন উপায় নাছিল। সেয়েহে ১৯৩৫ খৃঃৰ ১৩ ডিচেম্বৰত অধ্যাপক ভূঞাই গৱেষণা কৰিবলৈ 'ষ্টাডি লিভ' বিচাৰি চৰকাৰৰ ওচৰত আবেদন কৰিলে। Early European Intercourse with Assam বিষয়ৰ ওপৰত গৱেষণা কৰাৰ উপৰিও তেওঁৰ বিলাত ভ্ৰমণৰ গৌণ উদ্দেশ্য আছিল বুৰঞ্জী বিষয়ৰ গৱেষণা, অধ্যয়ন আৰু তথ্য সংগ্ৰহৰ আধুনিক পদ্ধতিসমূহ অধ্যয়ন কৰা। এনে অধ্যয়নৰ মাধ্যমেৰে বিচাৰিছিল বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ সমৃদ্ধ কৰিবলৈ।

একে তাৰিখতে অধ্যাপক ভূঞাই লণ্ডন বিশ্ববিদ্যালয়ৰ একাডেমিক ৰেজিষ্ট্ৰাৰলৈকো গৱেষণাৰ বাবে অনুমতি বিচাৰি আবেদন কৰিলে। লণ্ডনৰ স্কুল অব অৰিয়েণ্টেল এণ্ড আফ্ৰিকান ষ্টাডিজত গৱেষণা কৰাৰ উদ্দেশ্যে উক্ত অনুষ্ঠানৰ জৰিয়তে তেওঁ আবেদন কৰিছিল।

ইতিপূৰ্বে চিলেটৰ মুৰাৰীচাঁদ কলেজৰ তিনি গৰাকী অধ্যাপকে 'ষ্টাডি লিভ' লোৱাৰ সুযোগ লাভ কৰিছিল, কিন্তু কটন কলেজৰ কোনো অধ্যাপকে সেই সুযোগ পোৱা নাছিল। কটন কলেজৰ অধ্যক্ষ ডি. ই. ৰবাৰ্টচে ভূঞাৰ আবেদন পত্ৰত অনুমোদন জনাই সেই কথা উল্লেখ কৰি আৰু লিখিছিল— 'I consider Prof. Bhuyan highly qualified to benefit by a period of study in England ; and his deputation on study leave will be of great advantage, not only to the Government department under his charge, but to the teaching of English, his immediate concern in this college.'

অসমৰ গৱৰ্ণৰ চাৰ মাইকেল কিনে অধ্যাপক ভূঞাৰ 'ষ্টাডি লিভ' মঞ্জুৰ কৰিলে। ইপিনে লণ্ডন বিশ্ববিদ্যালয়ৰপৰাও গৱেষণাৰ বাবে অনুমতি লাভ কৰিলে।

The Cambridge History of India Vol. V & VI-ৰ ৰচক প্ৰখ্যাত বুৰঞ্জীবিদ অধ্যাপক হেনৰি হাব্বাৰ্ড ডডৱেল তেওঁৰ গৱেষণাৰ চুপাৰভাইজাৰ মনোনীত হ'ল।

১৯৩৬ খৃঃৰ ১ চেপ্তেম্বৰত অধ্যাপক ভূঞাই গুৱাহাটীৰপৰা লণ্ডনলৈ বুলি যাত্ৰা কৰিলে। যোৱাৰ আগমুহূৰ্তত কটন কলেজৰ ছাত্ৰ আৰু অধ্যাপক-বৃন্দই সভা পাতি বিদায় সম্ভাষণ জনাইছিল। যাত্ৰাৰ মুহূৰ্তত ছাত্ৰ, অধ্যাপক, বন্ধু-বান্ধৱ, আপোন পৰিয়ালে পাণ্ডুঘাটলৈ আহি আগবঢ়াই থলে। কলিকতা আৰু বোম্বে চহৰতো অসমীয়া লোকসকলে তেওঁক বিদায় সম্ভাষণ জনালে।

৫ চেপ্টেম্বৰত বোম্বেৰপৰা সাগৰ যাত্ৰা আৰম্ভ হ'ল। তেওঁ যোৱা জাহাজখন আছিল এছ. এছ. কেইজাৰ হিন্দ। সহযাত্ৰীসকলৰ ভিতৰত ভালে কেইজন ভাৰতবৰ্ষৰ বিভিন্ন বিশ্ববিদ্যালয়ৰ ডেকা গ্ৰেজুৱেট। উচ্চ-শিক্ষাৰ বাবে বিদেশলৈ ওলোৱা নবীন গ্ৰেজুৱেটসকলে বয়সত প্ৰবীণ আৰু শিক্ষাবিদ স্বৰূপে অধ্যাপক ভূঞাক সন্মানৰ চকুৰে চাইছিল।

মনত এটা সুনিৰ্দিষ্ট পৰিকল্পনা লৈ ১৯ চেপ্তেম্বৰত অধ্যাপক ভূঞা লণ্ডন চহৰত উপস্থিত হ'ল। ভিক্টোৰিয়া ষ্টেচনত তেওঁৰ বাবে ৰৈ আছিল অপূৰ্বকুমাৰ বৰদলৈ, বিকাশচন্দ্ৰ গোহাঞি আৰু নয়নাভিৰাম বৰুৱা। প্ৰথমতে তেওঁ কিছুদিন অস্থায়ীভাৱে ভাৰতীয় ছাত্ৰ ইউনিয়নৰ ছাত্ৰাৱাসতে কটাইছিল।

যাত্ৰা-পথত অধ্যাপক ভূঞাই ৪ চেপ্তেম্বৰত বোম্বাই চহৰৰ পঞ্জাব হোটেলত অনুষ্ঠিত অসম ক্লাবৰ প্ৰথম অধিবেশনত পৌৰহিত্য কৰিছিল। কৃষ্ণপ্ৰসাদ বৰুৱা আছিল অসম ক্লাবৰ সম্পাদক।

অধ্যাপক ভূঞাই গৱেষণা কৰা কালছোৱাত লণ্ডনত থকা অসমীয়া ছাত্ৰসকলৰ ভিতৰত আছিল সত্যেন্দ্ৰনাথ বৰকটকী, বীৰেন্দ্ৰকুমাৰ বৰুৱা, ডাক্তৰ গঙ্গাপ্ৰসাদ বৰুৱা, কৃষ্ণকমল বেজবৰুৱা, শুকদেৱ গোস্বামী প্ৰভৃতি। ইয়াৰ ভিতৰত সৰহভাগেই আছিল তেওঁৰ ছাত্ৰ।

লণ্ডনলৈ যোৱাৰ পূৰ্বে অধ্যক্ষ ৰবাৰ্টে তেওঁক লণ্ডনত এঠাইতে বাস নকৰি অভিজ্ঞতা সঞ্চয়ৰবাবে বিভিন্ন ঠাইত বাস কৰিবলৈ উপদেশ দিছিল।

যি কাৰণতে নহওক কিয় লণ্ডন চহৰত তেওঁ ভিন ভিন ঠাইত বাস কৰাৰ সুযোগ পাইছিল। তেওঁ বেলচাইজ পাৰ্কত ( Belsize Park ) বাস কৰা ঘৰৰ মালিক আছিল পাৰ্লিয়ামেণ্টৰ সদস্য ৱালটাৰ উইলচনৰ সহধৰ্মিনী।

কিন্তু থকা-খোৱাৰ তত্বাবধান কৰিছিল মেডাম কেপিটোনোভা নামৰ এগৰাকী ফৰাচী মহিলাই। তেওঁৰ সহায়কাৰী লিজ্জি আছিল অষ্ট্ৰিয়া দেশৰ।

অৰিয়েন্টাল এণ্ড আফ্ৰিকান ষ্টাডিজত ভূঞাৰ গৱেষণাৰ সময় ধাৰ্য কৰিছিল ৮ অক্টোবৰৰপৰা। হাতত থকা সময়ছোৱা এনেয়ে নকটাই বৃটিছ মিউজিয়াম, ইণ্ডিয়া অফিচ লাইব্ৰেৰীত অধ্যয়নৰ বাবে উঠি-পৰি লাগিল।

বৃটিছ মিউজিয়ামৰ প্ৰাচীন পুথি আৰু পাণ্ডুলিপি বিভাগৰ দায়িত্বত আছিল এল. ডি. বাৰনেট ( L. D. Barnett ). এই গৰাকী পুৰাতত্ত্ববিদৰ সৈতে ভূঞাৰ যোগাযোগ গুৱাহাটীত থকাৰেপৰা। প্ৰথম সাক্ষাতৰ দিনাই বাৰনেটে তেওঁক ছপা তালিকাত নথকা ভালে কেইখন পুথিৰ পাণ্ডুলিপি দেখুৱাইছিল। তেওঁ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ হৈ 'ত্ৰিপুৰা বুৰঞ্জী'ৰ ফটো কপি বৃটিছ মিউজিয়ামৰপৰা সংগ্ৰহ কৰিছিল বাৰনেটৰ সহযোগত।

'ত্ৰিপুৰা বুৰঞ্জী'ৰ ছপাকাম আৰম্ভ হোৱা জানি বাৰনেটে আনন্দ প্ৰকাশ কৰিছিল। তেওঁক বৃটিছ মিউজিয়ামৰ সম্পদৰাজিৰ তাৎপৰ্য ব্যাখ্যা কৰি দেখুৱাইছিল জি. এল. বোদেন নামৰ এগৰাকী গাইডে। প্ৰখ্যাত মেগ্নাকাৰ্টা, ইজিপ্তৰ মামী, ৰোচেটা ষ্টোন প্ৰভৃতি ভালেমান মহামূল্য সম্পদ বৃটিছ মিউজিয়ামত তেওঁ নিজৰ চকুৰে চোৱাৰ সুযোগ পাইছিল। প্ৰাচীন আৰু মধ্য যুগৰ ইতিহাস আৰু সভ্যতাৰ বহুতো নিদৰ্শন বৃটিছ মিউজিয়ামত সুশৃঙ্খলভাৱে সংৰক্ষিত হৈ আছে।

পূৰ্বৰেপৰা লণ্ডনৰ বহুতো প্ৰকাশন প্ৰতিষ্ঠান আৰু পুথি-ভঁৰালৰ লগত তেওঁৰ যোগাযোগ আছিল। এনে ধৰণেই আগৰেপৰা লিখালিখি কৰি থকা প্ৰাচীন পুথি বিক্ৰেতা আৰ্থাৰ প্ৰোবষ্টেইনক লণ্ডন চহৰত থকা তেওঁৰ দোকানতে ভূঞাই লগ ধৰিলে। পূৰ্বতে নামশুনা অথচ নেদেখা ভালেমান দুস্প্ৰাপ্য গ্ৰন্থ তেওঁ তাতেই প্ৰথম চোৱাৰ সুযোগ পাইছিল। আনন্দৰাম বৰুৱাৰ পাণ্ডিত্যৰ প্ৰতি প্ৰোবষ্টেইনৰ আছিল অসীম শ্ৰদ্ধা।

৮ অক্টোবৰৰ নিৰ্ধাৰিত দিনতে অৰিয়েন্টেল এণ্ড আফ্ৰিকান ষ্টাডিজত ভূঞাৰ গৱেষণাকাৰ্য আৰম্ভ হ'ল। অধ্যাপক ডড্ৱেলৰ লগতো সিদিনাই তেওঁৰ সাক্ষাত হ'ল। ভূঞাই গুৱাহাটীৰপৰা কৰি অনা কামৰ আঁচনি আৰু অগ্ৰগতি চাই অধ্যাপক ডড্ৱেলে সন্তোষ লভিলে। প্ৰতি সোমবাৰে অৰিয়েন্টেল ষ্টাডিজতে ভূঞাই ডড্ৱেলক লগধৰি গৱেষণা কাৰ্যৰ অগ্ৰগতি

সম্পৰ্কে আলোচনা কৰাৰ স্থিৰ কৰিলে। প্ৰথম দিনাই অধ্যাপক ডড্ৱেলে ভূঞাক মুগ্ধ কৰিছিল।

ইয়াৰ উপৰিও অৰিয়েন্টেল ষ্টাডিজত অনুষ্ঠিত বুৰঞ্জী বিভাগৰ পি. এইচ. ডি.ৰ নিয়মীয়া চেমিনাৰবোৰত ভূঞাই যোগ দিব লাগিছিল। লণ্ডনত তেওঁ বৃটিছ মিউজিয়ম, ৰয়েল এচিয়াটিক ছোচাইটি অৱ গ্ৰেটব্ৰিটেইন এণ্ড আয়াৰলেণ্ড, লণ্ডন ইনষ্টিটিউট অৱ হিষ্টৰিকেল ৰিচাৰ্চ, ইণ্ডিয়ান হাই-কমিচনাৰ অফিচ, স্কুল অৱ অৰিয়েন্টেল এণ্ড আফ্ৰিকান ষ্টাডিজ আদিৰ পুথি-ভঁৰালসমূহত অধ্যয়ন কৰি গৱেষণাৰ সমল সংগ্ৰহ কৰিছিল। কিন্তু তেওঁৰ ঘাই অধ্যয়ন আৰু সমল সংগ্ৰহৰ ক্ষেত্ৰ আছিল ইণ্ডিয়া অফিচ লাইব্ৰেৰী।

ভূঞাৰ পূৰ্ব-প্ৰকাশিত Early British Relations with Assam (১৯২৯) গ্ৰন্থত গৱেষণাৰ ভালেখিনি বিষয় সামৰা হৈছে। লণ্ডন বিশ্ব-বিদ্যালয়ে গৱেষণাৰ ক্ষেত্ৰত ছপা গ্ৰন্থৰ তথ্যতকৈ অপ্ৰকাশিত তথ্যৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিছিল। ভূঞাই সেই দিশৰ প্ৰতি লক্ষ্য ৰাখি ইণ্ডিয়া অফিচ লাইব্ৰেৰীত সংৰক্ষিত অপ্ৰকাশিত তথ্যৰাজি সংগ্ৰহৰ বাবেও প্ৰচেষ্টা কৰিছিল। ইতিমধ্যে তেওঁ অসম বুৰঞ্জীসমূহৰ পাণ্ডুলিপিৰপৰা ভালেমান তথ্য সংগ্ৰহ কৰিছিল।

ইণ্ডিয়া অফিচ লাইব্ৰেৰীৰ গ্ৰন্থাধ্যক্ষ ডক্টৰ এইচ. এন. ৰনেলি (Dr. H. N. Ranole) আৰু ৰেকৰ্ড বিভাগৰ অধীক্ষক ডবলিউ. টি. অটউইলৰ (W. T. Ottewill) পৰা ভূঞাই সকলো ধৰণৰ সহায় লাভ কৰিছিল। প্ৰায় প্ৰতিদিনে তেওঁ ইণ্ডিয়া অফিচ লাইব্ৰেৰীত ব্যস্ত থাকিব লগা হৈছিল। ইণ্ডিয়া অফিচ লাইব্ৰেৰীত তেওঁৰ সৈতে গৱেষণা কৰা গৱেষকসকলৰ ভিতৰত আছিল চি. এইচ. ফিলিপচ্, কে. এ. চিষ্টি, পূৰ্ণেন্দু বসু আৰু ই. আৰ. কাপাদিয়া। ইয়াৰ ভিতৰত ফিলিপচ্ আছিল তেওঁৰ অন্তৰঙ্গ বন্ধু।

লণ্ডনত ভূঞাৰ দৈনিক কাৰ্যসূচী বৰ ব্যস্ততাপূৰ্ণ। ৰাতিপুৱাৰ আহাৰ খাইয়ে টিউব ৰেলেৰে ইণ্ডিয়া অফিচ লাইব্ৰেৰীলৈ যাত্ৰা কৰে। ইণ্ডিয়া অফিচ লাইব্ৰেৰী পোৱাৰ পিছৰেপৰা দমেদমে ফাইল, ৰিপোৰ্ট, ৰেকৰ্ড, নথি-পত্ৰৰ মাজত একাকাৰ হৈ পৰে। দুপৰীয়াৰ সাজ ব্ৰাউনী ৰেষ্টুৰেন্ট নাইবা ইণ্ডিয়া অফিচৰ লাঞ্চৰুমতে খায়। দুপৰীয়াৰ সাজ প্ৰায়ে ফিলিপচৰ সৈতে খায়। কৰ্মব্যস্ততাৰ অন্তত সন্ধিয়া প্ৰায়ে ফিলিপচৰ সৈতে উভতে। দিনটোৰ

ক্লান্তি দূৰ কৰিবলৈ মাজে মাজে সন্ধিয়া ওচৰৰ সৰু সৰু আলিবাটবোৰত দুই-এপাক মাৰিবলৈ ওলাই যায়। তেওঁৰ ব্যস্ততা আৰু হাডভগা পৰিশ্ৰমলৈ লক্ষ্য কৰি গৃহকর্ত্ৰীয়ে সপ্তাহৰ অন্তত অলৈ তলৈ গৈ অলপ বিশ্ৰাম আৰু আনন্দ উপভোগ কৰিবলৈ পৰামৰ্শ দিয়ে।

ভূঞাই ভাবে, ১৮ বছৰ অধ্যাপনা কৰি ঘৰৰপৰা আঁতৰি অহা গৱেষক এজনৰ বাবে এইয়া জিৰণিৰ সময় নহয়। কিন্তু ব্যস্ততাৰ মাজতো তেওঁৰ চকুত ভাহি উঠে ঘৰত এৰি অহা ছয়টি ল'ৰা-ছোৱালী, পত্নী লক্ষেশ্বৰী ভূঞা, বৃদ্ধ পিতৃ ৰবিলাল ভূঞা আৰু বহুজনৰ ছবি।

ইণ্ডিয়া অফিচ লাইব্ৰেৰীত ছপা কিতাপ, পাণ্ডুলিপি আদিৰ বিধে বিধে তালিকা প্ৰস্তুত কৰি ৰখা হৈছিল। বিচৰামতে প্ৰকাশিত গ্ৰন্থ, প্ৰকাশিত পাণ্ডুলিপি, নথিপত্ৰ আদি সহকাৰীসকলে যোগান ধৰেহি। প্ৰয়োজন হলেই ৰনেলি অটউইলৰ সহায় বিচাৰে। লণ্ডনত গৱেষণা কৰি ভূঞা ডাঙৰীয়াই পুৰুষ-মহিলা সকলোৰেপৰা লাভ কৰিছিল আন্তৰিক সহায়, সহানুভূতি আৰু সৌহাৰ্দ।

অসম ইতিহাসৰ বহুতো তথ্যই অধ্যাপক ভূঞাৰ নখদৰ্পণত। লণ্ডনলৈ অহাৰ পূৰ্বতেই তেওঁ ইতিহাসৰ বহুতো কথাই খৰচি মাৰি অধ্যয়ন কৰিছিল। সেয়েহে গৱেষণাকাৰ্যত তেওঁৰ সৰহ সময়ৰ প্ৰয়োজন নহ'ল। অধ্যাপক ডড্‌ৱেলৰ পৰামৰ্শ অনুসৰি ভূঞা ডাঙৰীয়াই ১৯৩৮ খৃঃৰ জানুৱাৰী মাহৰপৰা গৱেষণা গ্ৰন্থৰ মূল পাণ্ডুলিপি প্ৰস্তুত কৰা কামত হাত দিয়ে। ১১০০ পৃষ্ঠাত সাতটি খণ্ডত গ্ৰন্থখনি সম্পূৰ্ণ কৰিলে। এজন মাদ্ৰাজী আৰু এগৰাকী ইংৰাজ মহিলাই গ্ৰন্থখনি টাইপ কৰি দিলে। টাইপত ৮৮৯ পৃষ্ঠা হ'ল। ১৯৩৮ খৃঃৰ ৩ জুনত তেওঁ গৱেষণা গ্ৰন্থৰ তিনিটা প্ৰতিলিপি লণ্ডন বিশ্ববিদ্যালয়ৰ একাডেমিক ৰেজিষ্ট্ৰাৰৰ ওচৰত দাখিল কৰিলে। গ্ৰন্থখনি সম্পূৰ্ণ কৰিবলৈ তেওঁৰ এবছৰ ৯ মাহ সময়ৰ প্ৰয়োজন হ'ল। বিশ্ববিদ্যালয়ত দাখিল কৰাৰ এমাহ ১২ দিন পিছত ১৯৩৮ খৃঃৰ ১৫ জুলাইত মৌখিক পৰীক্ষাৰ ( Viva Voce ) বাবে দিন স্থিৰ কৰিলে। অধ্যাপক ডড্‌ৱেলৰ উপৰি আন দুজন পৰীক্ষক আছিল চাৰ এডৱাৰ্ড গেইট আৰু পি. ডবলিউ. মোৰেল ( P. W. Morrell )। পৰীক্ষা লৈছিল স্কুল অৱ অৰিয়েন্টাল ষ্টাডিজৰ বাকিংহাম গেটত থকা ডানছন হাউচত। প্ৰায় এঘণ্টা জুৰি পৰীক্ষক



বিলাতলৈ যোবা পথত বম্বেৰ 'অসম ক্লাব'—১৯৩৬ চনত দিয়া অভ্যৰ্থনাৰ স্মৃতি

পিছৰ শাৰীত দেখা গৈছে—শ্ৰীসুবোধ হাজৰিকা শ্ৰীকৃষ্ণপ্ৰসাদ বৰুৱা, শ্ৰীচন্দ্ৰ শৰ্মা আৰু আন আন

তিনিজনে তেওঁক গৱেষণা গ্ৰন্থ সম্পৰ্কে নানান প্ৰশ্ন কৰিলে। সেইটো গৱেষণা গ্ৰন্থত থকা নতুন তথ্যৰ বিষয়ে খবচি মাৰি আলোচনা কৰিছিল। মৌখিক পৰীক্ষাৰ অন্তত পৰীক্ষক-মণ্ডলীয়ে তেওঁক ওচৰৰ খোটালীত গৈ বহিবলৈ নিৰ্দেশ দিলে। চৰম উৎকণ্ঠাৰে ভূঞাই ফলাফললৈ অপেক্ষা কৰি বৈ থাকিল। কিছু সময় পিছত অধ্যাপক ডড্‌ৱেল দুৱাৰ খুলি সোমাই আহি অভিনন্দন জনাই ক'লে, পৰীক্ষকসকল তেওঁৰ ওপৰত সন্তুষ্ট, এতিয়া তেওঁ ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা। ডক্টৰ ভূঞাই পুনৰ পৰীক্ষক-মণ্ডলীৰ ওচৰলৈ গৈ কৃতজ্ঞতা জনালে।

চাৰ এডৱাৰ্ড গেইটে পৰীক্ষা কৰা গৱেষণা গ্ৰন্থৰ মূল টাইপ কপিটো ডক্টৰ ভূঞাই সযতনে সংৰক্ষণ কৰিছিল। 'টাইপ' কৰা গ্ৰন্থখনত ভূঞাই নিজহাতে লিখি থৈছে: 'This copy of thesis was examined by Sir Edward Gait. The remarks and corrections in pencil are in Edward's handwriting.'

টাইপ কৰা গৱেষণা গ্ৰন্থখনত ঠায়ে ঠায়ে এডৱাৰ্ড গেইটে দিয়া কাঠ-পেঞ্চিলৰ দাগ আৰু দুই এঠাইত শুধৰণী আছে।

তেওঁৰ পৰীক্ষাৰ ফলাফললৈ আগ্ৰহেৰে অপেক্ষা কৰি আছিল বন্ধু ফিলিপচ আৰু তেওঁৰ ভাবি পত্নী। গুৱাহাটী চহৰত শুভ ফলাফললৈ অপেক্ষি থকা সহধৰ্মিণী ভূঞালৈ সিদিনাই পি-এইচ. ডি. ডিগ্ৰী লাভৰ শুভবাৰ্তা জনাই কেবুল্‌গ্ৰাম এখন পঠিয়ালে।

## সাক্ষাত আৰু আতিথ্য

গৱেষণা গ্ৰন্থৰ পৰীক্ষক অধ্যাপক মোৰেলে এদিন তেওঁক দুপৰীয়াৰ আহাৰৰ বাবে নিমন্ত্ৰণ কৰিছিল। আন এদিন দুপৰীয়াৰ আহাৰৰ বাবে

---

East India Company's
Relations with Assam
1771-1826
Thesis For the Ph. D. Degree of London University
in the Faculty of Arts 1938
Suryya Kumar Bhuyan
School of Oriental Studies

নিমন্ত্ৰণ কৰিলে ৭৫ বছৰীয়া বৃদ্ধ চাৰ এডৱাৰ্ড গেইটে। গেইটে নিজেই তেওঁক টিউব ৰেলৰপৰা ঘৰলৈ আগবঢ়াই লৈ গ'লহি। খোৱাৰ মেজত বহিও গেইটে ভূঞাৰ লৈতে আলোচনা কৰিছিল অসম আৰু অসম বুৰঞ্জীৰ কথা। গেইটৰ অসম-প্ৰেমে ডক্টৰ ভূঞাক মুগ্ধ কৰিছিল।

২৭ জুলাইত লণ্ডন বিশ্ববিদ্যালয়ৰ একাডেমীক ৰেজিষ্ট্ৰাৰে তেওঁ পি-এইচ. ডি. ডিগ্ৰীলাভ কৰা ফলাফল লিখিতভাৱে জনাইছিল।

এসময়ৰ কলিকতা উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ ওল্ডহামৰ ( Oldham ) বিধবা পত্নী মিছেচ ওল্ডহামে এদিন ডক্টৰ ভূঞাক মধ্যাহ্ন ভোজনৰ বাবে নিমন্ত্ৰণ জনাইছিল। তেওঁৰ ঘৰত থকা প্ৰাচীন ভাৰতীয় ভাস্কৰ্যৰ নিদৰ্শন-সমূহে ডক্টৰ ভূঞাক মুগ্ধ কৰিছিল। মিঃ ওল্ডহাম আছিল এসময়ত ৰয়েল এচিয়াটিক চোচাইটি অব্ গ্ৰেটব্ৰিটেইন এণ্ড আয়াৰলেণ্ডৰ সম্পাদক। তেওঁৰপৰাই ডক্টৰ ভূঞাই লাভ কৰিছিল বুকানন হেমিলটনৰ পাণ্ডুলিপি।

লণ্ডনত ডক্টৰ ভূঞাই ভালেমান ইংৰাজ লোকৰ লৈতে সাক্ষাত লাভ কৰিছিল। ভালেকেইজন আছিল ভাৰতবৰ্ষত চাকৰি কৰা উচ্চপদস্থ অৱসৰপ্ৰাপ্ত চৰকাৰী বিষয়া। এই অৱসৰপ্ৰাপ্ত বিষয়াসকলে লণ্ডন চহৰৰ আশেপাশে সাধাৰণভাৱে জীৱন নিৰ্বাহ কৰিছিল।

লণ্ডন চহৰতে ডক্টৰ ভূঞাই এদিন কৰ্ণেল পি. আৰ. টি. গডনক লগ ধৰিলে। ৭৬ বছৰীয়া এই গৰাকী অসম-হিতৈষী সুদক্ষ প্ৰশাসক আছিল 'হেমকোষ'ৰ যুটীয়া সম্পাদক। ডক্টৰ ভূঞাই কৰ্ণেল গৰ্ডনক ক'লে—
"কৰ্ণেল গৰ্ডন, অসমৰ মানুহে আজিও আপোনাক পাহৰা নাই।"
"সঁচাকৈয়ে অসমৰ মানুহে মোক পাহৰা নাই ?" থোকাথুকি মাতেৰে কথাষাৰ কৈ আনন্দত গডনে বহলকৈ চকুযোৰ মেলি দিছিল।

লণ্ডনত থকা কালছোৱাতে ডক্টৰ ভূঞাই তেওঁৰ শিক্ষাগুৰু কটন কলেজৰ প্ৰাক্তন অধ্যক্ষ ফ্ৰেডাৰিক উইলিয়ম চুদমাৰ্চন, কটন কলেজৰ সহকৰ্মী আৰ্থাৰ এডৱাৰ্ড ব্ৰাউন আৰু ৰায়মণ্ড কুলিশ গফিনকো সুকীয়া সুকীয়াকৈ সাক্ষাত কৰিছিল।

চুদমাৰ্চন বাস কৰিছিল চাচেক্সৰ নাটলেত। ১৯৩৬ খৃঃৰ ২৪ অক্টোবৰ ৰাতিপুৱা ভূঞাই চুদমাৰ্চনৰ ঘৰলৈ বুলি নাটলেৰ হাইষ্ট্ৰীটত উপস্থিত হ'ল। চুদমাৰ্চনে তেওঁৰ ষ্টেণ্ডাৰ্ড কাৰখন লৈ ভূঞাৰ বাবে অপেক্ষি

আছিল। সুদীৰ্ঘ দহবছৰ পিছৰ পুনৰ মিলনত গুৰু শিষ্য উভয়ৰে চকুৱে-মুখে বুজাব নোৱৰা আনন্দৰ ৰেখা বিৰিঙিল। ঘৰতো যে মিছেচ চুদমাৰ্চন আৰু তেওঁলোকৰ কন্যা ইদাই পুনৰ ভূঞাক পাই কি আনন্দ। ইদা তেতিয়া সৈন্য বিভাগৰ ধাত্ৰী। মধ্যাহ্ন ভোজনৰ অন্তত চুদমাৰ্চনে ভূঞাক ওচৰৰ ফ্ৰেনফিল্ড, মেফিল্ড, ক্ৰবোৰো প্ৰভৃতি গাঁওবোৰলৈ লৈ গ'ল। ওচৰতে থকা গীৰ্জা, বুৰঞ্জীবিদ এডৱাৰ্ড গিবনৰ সমাধি আদি দেখুৱালে। ওচৰতে থকা ৰোনাল্ড নামৰ খেতিয়ক এজনে ভাৰতীয় মানুহ দেখা নাছিল। তেওঁ ভূঞাক চাবলৈ আগ্ৰহেৰে ওচৰ চাপিলে।

তিনিকুৰি ছয় বছৰ বয়সীয়া চুদমাৰ্চন তেতিয়া এখন কৃষিপাম আৰু ডায়েৰীৰ গৰাকী। সেয়েহে তেওঁ ধেমালি কৰি কৈছিল—"কটন কলেজৰ অধ্যক্ষ এতিয়া এজন খেতিয়ক।" ১৯৫৩ খ্ৰঃত প্ৰায় চাৰিকুৰি বছৰ বয়সত চুদমাৰ্চনৰ মৃত্যু হয়।

চিঠিত লিখা পথ নিৰ্দেশ অনুসৰি ১৯৩৬ খ্ৰঃৰ ৩০ অক্টোবৰত কেমব্ৰিজৰ চেৰী হিলটনত থকা আৰ্থাৰ ব্ৰাউনৰ বাসভৱনলৈ গৈ ভূঞাই সাক্ষাত লাভ কৰিলে। ব্ৰাউনৰ ৮০ বছৰীয়া বৃদ্ধা মাতৃ তেতিয়াও জীৱিত। অধ্যয়নশীল ব্ৰাউনৰ ঘৰত ভূঞাই দেখিবলৈ পাইছিল দম দম কিতাপ।

১৯৩৬ খ্ৰঃৰ ২৭ অক্টোবৰত পূৰণি সহকৰ্মী বায়মণ্ড কুলিশ গফিনকো লণ্ডনৰ ব্ৰাৰউইক স্কোৱাৰৰ বাসভৱনত গৈ লগ ধৰিলে। গফিন তেতিয়া অক্সফোৰ্ড ইউনিভাৰচিটি প্ৰেছৰ নানান গ্ৰন্থ সম্পাদনা আৰু প্ৰকাশৰ কামত ব্যস্ত।

লণ্ডন চহৰতে লগ পালে এগৰাকী অসমৰ প্ৰাক্তন চাহ-খেতিয়কক। অসমত থকা সুখৰ দিনৰ কথা স্মৰণ কৰা এইগৰাকী ইংৰাজ লোক এতিয়া এখন চিগাৰেট দোকানৰ গৰাকী।

এদিন এগৰাকী চাহপাত বিক্ৰেতাক ভূঞাই অসমত চাহপাত উৎপন্ন হোৱাৰ কথা জনোৱাত চাহপাত বিক্ৰেতাজনে ক'লে—"হয়। মই সদায় দাৰ্জিলিংৰ চাহ বিক্ৰি কৰোঁ।" তেওঁ হয়তো ভাবিছিল দাৰ্জিলিং আৰু অসম একেখন ঠাই।

লণ্ডনত এডোখৰ ঠাইক অসম ষ্ট্ৰীট কোৱা হয়। কিয় অসম ষ্ট্ৰীট কোৱা হয় ইয়াৰ তথ্য তেওঁ উদঘাটন কৰিব নোৱাৰিলে।

ফৰাচী পুৰাতত্ত্ববিদ হেনৰি কৰদিয়াৰ ( Henri Cordier ) Bibliotheca Indo-Sinica খনত চকুত পৰিল অসম সম্বন্ধে জাৰ্মান লিখকে লিখা দুটা প্ৰবন্ধৰ নাম। জাৰ্মান ভাষাত লিখা প্ৰবন্ধ দুটাৰ লিখক Von Emil Jung আৰু Von Kurt Klemm, আৰু প্ৰবন্ধ দুটা ক্ৰমে Die Britische Indische Provinz Assam অৰ্থাৎ The British Indian Province Assam ( 1888 ) আৰু দ্বিতীয়টো Volker Bilder aus Assam অৰ্থাৎ A Description of the People of Assam ( 1898 )। ডক্টৰ উইলহাম পিণ্টজৰ ( Wilhelm Printz ) সহায়ত বাৰ্লিনৰ-পৰা প্ৰবন্ধ দুটাৰ ফটোকপি সংগ্ৰহ কৰিলে। ভূঞাই জাৰ্মান ভাষাত লিখা প্ৰবন্ধ দুটা জাৰ্মান গৱেষক মিচ লোটিৰ ( Miss Lotte ) সহায়ত ইংৰাজীলৈ তৰ্জমা কৰি লৈ আছিল। প্ৰথম প্ৰবন্ধটোত বৰ্ণনা কৰিছিল প্ৰাচীন কালৰপৰা বৃটিছ ৰাজত্বৰ সূচনালৈ ইতিহাসৰ কথা আৰু দ্বিতীয়টোও পাহাৰীয়া নগাসকলৰ ৰীতি-নীতি আচাৰ-ব্যৱহাৰৰ কথা।

অধ্যাপক প্ৰিণ্টজ আছিল অসমীয়া ভাষা সাহিত্যৰ প্ৰতি আগ্ৰহী। ইতিমধ্যে তেওঁ 'চন্দ্ৰকান্ত অভিধান' আৰু কামৰূপ অনুসন্ধান সমিতিৰ মুখপত্ৰ The Journal of the Assam Research Societyৰ Vol. 1 সংগ্ৰহ কৰিছিল। ইংৰাজীত অসমীয়া ভাষা সাহিত্য বিষয়ক কোনো গ্ৰন্থ নথকাত তেওঁ আক্ষেপ প্ৰকাশ কৰিছিল। সূৰ্য্যকুমাৰ ভূঞাৰ Assamese Literature : Ancient and Modernখন পঢ়ি আক্ষেপৰ সুৰত অধ্যাপক প্ৰিণ্টছে লিখিছিল : 'It is a pity to learn that so much learned and poetical works are condemned to rest in manuscript or are limited to publication in periodicals. I understand that the number of book-buying people is comparatively small : let us hope it will increase in future years.'

লণ্ডনৰ বিভিন্ন পুথি-ভঁৰালত সংৰক্ষিত গ্ৰন্থৰ মাজত অসমীয়া পুথিৰ সন্ধান পালে ভূঞাই বিচাৰি গৈ চাইছিল বা তাৰ প্ৰতিলিপি সংগ্ৰহ কৰিবলৈ যত্ন কৰিছিল। গুণাভিৰাম বৰুৱাৰ 'ৰাম নৱমী' আৰু ৰুদ্ৰৰাম বৰদলৈৰ 'বঙাল বঙালনী' নাটক দুখন তেওঁ ইণ্ডিয়া অফিচ লাইব্ৰেৰীত প্ৰথম দেখিছিল।

ভূঞা ডাঙৰীয়া লণ্ডনত অকল অধ্যয়ন আৰু গৱেষণাতে ব্যস্ত থকা নাছিল। ৰঙ্গমঞ্চত হেমলেট নাটৰ অভিনয়, ৰিজেণ্ট পাৰ্কৰ মুকলি মঞ্চত Midsummer Nights Dream আৰু অক্সফোৰ্ড ষ্ট্ৰীটত ফৰাচী নাটৰ অভিনয় উপভোগ কৰিছিল।

এবাৰ ভূঞাই লণ্ডনৰ পাৰ্টি এটাত যোগদান কৰোতে যেতিয়া ইংৰাজ মহিলা এগৰাকীয়ে আলফুলকৈ কঁকাললৈ হাত আগবঢ়াই নাচত অংশ গ্ৰহণ কৰিবলৈ আহ্বান জনালে, তেতিয়া তেওঁ বিমোৰত পৰি ইতঃস্তত কৰিলে। ফিৰিঙি মহিলাই চাগৈ ভাবিছিল 'এইজন ক'ৰ জঙঘলি ভূত'।

লণ্ডনত ভূঞাই মাজে মাজে ধুতি-চোলা পিন্ধি গাত চাদৰ এখন লৈ খোটালীৰ ভিতৰতে দুই এপাক মাৰি ভাৰতীয় জীৱন ধাৰণৰ স্মৃতি ৰোমন্থন কৰিছিল। এদিন তেনেভাৱে থাকোতেই পেচোৱাৰী বন্ধু অধ্যাপক কে. এম. চিষ্টিয়ে ( Chistie ) বাহিৰলৈ মাতি নিলে। আৰু নকৈ কিনা গাড়ীখন লৈ এপাক ফুৰিবলৈ ওলাই গ'ল। এঠাইত গাড়ীখন ৰাখি অধ্যাপক চিষ্টি বজাৰলৈ সোমাওঁতে ভূঞাই গাড়ীৰপৰা ওলাই অলপ ইফালে সিফালে পায়চাৰি কৰিবলৈ ধৰিলে। দেখিলে তেওঁৰ ভাৰতীয় সাজে ইংৰাজসকলৰ দৃষ্টি আকৰ্ষণ কৰিছে আৰু থৰ লাগি চাইছে। তেতিয়া তেওঁৰ কেনেবা কেনেবা লাগিল আৰু গাড়ীৰ ভিতৰ সোমাল।

## ৰাজ অভিষেক

ভূঞা লণ্ডনত থকা সময়তে ষষ্ঠ জৰ্জ ইংলণ্ডৰ সম্ৰাট হয়। অষ্টম এডৱাৰ্ডে বিবাহজনিত কাৰণত সিংহাসন ত্যাগ কৰিবলগা হয়। অষ্টম এডৱাৰ্ডে বিবাহ কৰিব বিচৰা ৰমণী গৰাকীক বিয়া কৰাবলৈ পাৰ্লিয়ামেণ্টে অনুমোদন নজনালে। সেইবাবে অষ্টম এডৱাৰ্ডে বৃটিছ সিংহাসন ত্যাগ কৰি প্ৰেমৰ অমৰ কীৰ্তি যুগমীয়া কৰিলে। এই ঘটনা লৈ সেই সময়ত লণ্ডন মহানগৰী তল-ওপৰ লাগিছিল। বাকিংহাম ৰাজপ্ৰাসাদক কেন্দ্ৰ কৰি নিতৌ কত ন ন বাতৰি। সেই সময়ত দিনটোৰ ভিতৰতে সংবাদপত্ৰসমূহৰ ছটা বা ততোধিক সংখ্যা প্ৰকাশ পাইছিল। ভূঞায়ো এই চাঞ্চল্যকৰ বা-বাতৰিত কাণ নিদিয়াকৈ থকা নাছিল। শেষত সকলো জল্পনা-কল্পনাৰ ওৰ পেলাই অষ্টম এডৱাৰ্ডে সিংহাসন ত্যাগ কৰিলে। তেওঁৰ ঠাইত বৃটিছ

সম্রাটৰ পদত অধিষ্ঠিত হ'ল অষ্টম এডৱাৰ্ডৰ ভ্ৰাতৃ ষষ্ঠ জৰ্জ। বাকিংহাম পেলেচৰ বিপৰীতে থিয় হৈ ভূঞাই ৰাজ অভিষেকৰ শোভাযাত্ৰাত যোগদান কৰিছিল। অভিষেকৰ অন্তত ৰজা ষষ্ঠ জৰ্জে ৰাজপ্ৰাসাদৰ সমুখত বৈ থকা দৰ্শকমণ্ডলীক দৰ্শন দিবলৈ বেলকনিলৈ ওলাই আহিছিল। ৰজাৰ লগত ৰাণী, মাক আৰু কুমাৰী মাৰ্গাৰেট। ৰজা ষষ্ঠ জৰ্জে পিতৃসুলভ এধুকু মৰমেৰে কন্যা মাৰ্গাৰেটৰ কান্ধত হাতখন থোৱা দৃশ্যটোৱে ভূঞাক বৰকৈ অভিভূত কৰিছিল। হয়তো সেই মুহূৰ্তত তেওঁৰ মনলৈ আহিছিল ঘৰত এৰি থৈ অহা ল'ৰা-ছোৱালীৰ ছবিখন।

ৰাজ-সিংহাসন ত্যাগ কৰি অষ্টম এডৱাৰ্ড ৰাতিৰ আন্ধাৰত মিছেচ ছিমছনৰ সৈতে লণ্ডন ত্যাগ কৰিছিল। যিগৰাকী ৰমণীক লাভ কৰিবৰ বাবে এডৱাৰ্ডে সিংহাসন ত্যাগ কৰিলে তেওঁৰ নাম বেছি ৱালিছ ৱাৰফিল্ড। তেওঁৰ প্ৰথম স্বামী উইনফিল্ড স্পেন্সাৰ। মিঃ স্পেন্সাৰৰ লগত বিবাহ বিচ্ছেদ কৰি তেওঁ দ্বিতীয় বাৰ পতি গ্ৰহণ কৰিলে মিঃ ছিমচনক। তেতিয়াৰপৰা তেওঁ মিছেচ ছিমচন নামে জনাজাত। মিছেচ ছিমচনে তৃতীয়বাৰ পতিৰূপে গ্ৰহণ কৰিলে অষ্টম এডৱাৰ্ডক।

## ৰোম মহানগৰীত বক্তৃতা

১৯৩৭ খৃঃৰ ৭ জানুৱাৰীত ভূঞাই ঐতিহ্যমণ্ডিত ৰোম ভ্ৰমণৰ সুযোগ পাইছিল। এই ভ্ৰমণৰ সুযোগলাভ কৰিছিল অধ্যাপক গাউচপি টাউচীৰ ( Giuseppe Tucci ) সৌজন্যত। ১৯২৭ খৃঃত টাউচী গুৱাহাটীলৈ আহোঁতে ভূঞাই তেওঁক নৱগ্ৰহকে আদি কৰি বহু ঠাইলৈ লৈ গৈছিল। টাউচীয়ে ভূঞাক ৰোমৰ অৰিয়েণ্টাল ইনষ্টিটিউটত এলানি বক্তৃতা দিবৰ বাবে আমন্ত্ৰণ জনাইছিল আৰু তেওঁক ইটালীত ৰেল ভ্ৰমণৰবাবে এখন বিনামূলীয়া টিকট আৰু এসপ্তাহৰ থকা-খোৱাৰ ব্যৱস্থা কৰি দিছিল।

অধ্যাপক ভূঞাই ৰোমত পূৰ্বভাৰত, বিশেষকৈ কামৰূপ আৰু অসমৰ ৰাজনৈতিক ইতিহাসত ধৰ্ম আৰু সাহিত্যৰ ওপৰত তিনিটা ভাষণ দিবলৈ স্থিৰ কৰিলে। ৰোমত উপস্থিত হোৱাৰ পিছদিনাখনে ইনষ্টিটিউটৰ অন্যতম সদস্য ডক্টৰ মেৰিঅ ডি. মান্দাটোৱে ( Dr. Mario De Mandato ) তেওঁক চহৰখনৰ পুৰণি সম্পদৰাজি দেখুৱাবলৈ লৈ গৈছিল। বিশ্ববিশ্ৰুত শিল্পী

ৰাফেলৰ চিত্ৰগৃহ, মুছলিনিৰ স্মৃতিত নিৰ্মিত অনুষ্ঠান, গেৰিবল্ডি আৰু অনিতাৰ প্ৰতিমূৰ্তি আছিল তেওঁৰ থাই আকৰ্ষণ।

উদ্যোক্তা অধ্যাপক টাউসী সময়মতে ৰোমলৈ উভতিব নোৱৰাত এই যাত্ৰাত ভূঞাৰ বক্তৃতা প্ৰদান কৰা নহ'ল। ৯ এপ্ৰিলত তেওঁ লণ্ডনলৈ উভতিল।

উভতি আহোতে ভূঞাই ফৰাচী দেশৰ পেৰিচ চহৰত সোমাই আহিল। ফৰাচী ভাষা নজনাৰ বাবে পেৰিচ চহৰত ভ্ৰমণ কৰি তেওঁ সুখ পোৱা নাছিল। পেৰিচ চহৰ প্ৰাচীন ঐতিহ্যৰে ভৰপুৰ। প্ৰখ্যাত যাদুঘৰ লুভা ( Louvre ), লিউনাৰ্ড ডা ভিন্‌চিৰ মোনালিছাৰ পৃথিৱীবিখ্যাত ছবিখনৰ কাষত থিয় হৈ তেওঁ নিৰীক্ষণ কৰিছিল ছবিখনৰ প্ৰকৃত সৌন্দৰ্য বাৰু ক'ত লুকাই আছে। তেওঁ এফিল টাৱাৰ ( Eiffel Tower ), নোট্ৰেডাম ( Notre Dame ), লাক্সেমবাৰ্গ গাৰ্ডেন (Lexemburg Garden), নেপোলিয়নচ টম্ব, ভিক্‌টৰ হিউগোৰ বাসভৱন আদি চাবলৈ গৈছিল। সেই সময়ত পেৰিচ চহৰত অনুষ্ঠিত প্ৰদৰ্শনী এখনত বিশ্বৰ প্ৰায়বোৰ ৰাজ্যই যোগদান কৰিছিল।

১৬ আৰু ২২ এপ্ৰিলত পুনৰ বক্তৃতাৰ দিন ধাৰ্য কৰাত ১৫ এপ্ৰিলত ভূঞা ৰোমত উপস্থিত হ'ল। ১৫ আৰু ২২ এপ্ৰিলত ক্ৰমে প্ৰথম আৰু দ্বিতীয় বক্তৃতা প্ৰদান কৰিলে। শ্ৰোতামণ্ডলীৰ মাজত আছিল বিশিষ্ট শিক্ষাবিদ সাহিত্যিকসকল। ভূঞাৰ বক্তৃতা লিখিত বক্তৃতা নাছিল। প্ৰথম-দিনা বক্তৃতাৰ অন্তত মিছেচ পাৰভিতা নামৰ এগৰাকী মহিলাই তেওঁক আচুতীয়াকৈ লগ ধৰি অসমৰ বয়ন শিল্পৰ বিষয়ে বুজ লৈছিল।

তেওঁৰ বক্তৃতাৰ বাতৰি ইটালীৰ দৈনিক বাতৰি Popolo D' Italia-ত প্ৰকাশ হৈছিল। এদিন অধ্যাপক টাউসীয়ে তেওঁক মধ্যাহ্ন ভোজনৰবাবে আমন্ত্ৰণ কৰিলে।

তেওঁ থকা হোটেলৰ ওচৰতে থকা কফি হাউচত এদিন কফি একাপ খাই উঠি পইছা দিবলৈ জেপত খপিয়াই চাই দেখিলে, জেপত মনি বেগটো নাই, হোটেলত এৰি থৈ আহিছে। তেতিয়া তেওঁ হাতৰ ঘড়িটোকে বন্ধক থৈ হোটেলৰপৰা বেগটো আনিবলৈ ওলাল। দোকানীজনে মিচিকীয়া হাঁহি এটা মাৰি বাধা দি ক'লে, 'চিন্তা নকৰিব, এজন বিদেশী বন্ধুক একাপ কফি আমি এনেয়ে আগবঢ়ালোঁ।'

অধ্যাপক ভূঞাই ৰোমত দিয়া তেওঁৰ ভাষণত অসমৰ প্ৰাচীৰ, মধ্য আৰু

আধুনিক যুগৰ ৰাজনৈতিক ইতিহাস, সামাজিক জীৱন, সাহিত্য, সঙ্গীত, চিত্ৰকলা, ভাস্কৰ্য আৰু স্থাপত্যৰ চমু আভাস দাঙি ধৰিছিল।

ৰোমত ভূঞাই ঘোৰা-দৌৰ প্ৰতিযোগিতা ( Horse race ) চাইছিল।

লণ্ডনৰ ইণ্ডিয়ান চিভিল চাৰ্ভিচ ক্লাবৰ ( I. C. S. Club ) সৌজন্যত ইণ্ডিয়া হাউচত এটি বক্তৃতা দিবৰ বাবে অধ্যাপক সূৰ্য্যকুমাৰ ভূঞাক আমন্ত্ৰণ জনোৱা হয়। ইণ্ডিয়ান চিভিল চাৰ্ভিচৰ প্ৰবেচনাৰ ( Probationer ) সকলৰ বাবে আয়োজন কৰা এই বক্তৃতাৰ বিষয় আছিল অসমৰ ইতিহাস আৰু সভ্যতা ( History and Civilisation of Assam )।

লণ্ডনত থকা কালছোৱাত ভূঞাই ১৯৩৬ খৃঃৰ ২৩ নৱেম্বৰত পাৰ্লিয়া-মেণ্টৰ দৰ্শকৰ গেলাৰীত বহি পাৰ্লিয়ামেণ্টৰ দৈনন্দিন কাৰ্য নিৰীক্ষণ কৰিছিল। পাৰ্লিয়ামেণ্ট চোৱাৰ সুযোগ লাভ কৰিছিল মিঃ উইনচৰৰ সহযোগত।

ইউৰোপ ভ্ৰমণ কালত চেকোশ্লভেকিয়াৰ ( Czechoslovakia )ৰ প্ৰাগলৈ (Prague) যাওঁতে বাটত পালে পদ্মকলি নামৰ ষ্টেচন এটা। সংস্কৃত পদ্মকলি নামটো সুদূৰ চেকোশ্লভেকিয়া দেশত পাই পৰম আনন্দ লাভ কৰিছিল। প্ৰয়াত বঙালী বন্ধু দাশৰথী গাঙ্গুলীৰ সৈতে খোলা ফেটুনত ( Phaeton ) ৰাস্তাত ঘূৰি ফুৰিছিল। Hradosny Hill-ত থকা ৰাষ্ট্ৰপতিৰ পুৰণি প্ৰসাদ, Astronomical Observatory আদিয়ে তেওঁক আকৰ্ষণ কৰিছিল। অধিক আকৰ্ষণ কৰিছিল বোহেমিয়ান সকলৰ ৰীতিনীতি আৰু আতিথ্যই।

ঘৰলৈ উভতি আহোঁতে তেওঁ এডেন চহৰতো এভুমুকি মাৰিছিল। বাৰ্লিন চহৰ ভ্ৰমণৰ সময়ত তেওঁলোকৰ সহযাত্ৰী আছিল এগৰাকী জাৰ্মান ছোৱালী। ফৰাচী দেশৰ মাৰচেইলিজ ( Marseilles ) বন্দৰত জাহাজৰ পৰা নামি চহৰখন চাবলৈ গ'ল। ফৰাচী ভাষা নুবুজাৰ বাবে এইখন চহৰতো পাইছিল নানান আহকাল। ৰেষ্টুৰেণ্টত খাবলৈ গৈহে বিশেষ অসুবিধাৰ সমুখীন হ'ল। ফৰাচী ভাষা নুবুজাৰ বাবে ৰেষ্টুৰেণ্টৰ মেনু ( Menu )-খন বুজি নাপায়। শেষত ৰান্ধনি ঘৰলৈ গৈ খোৱা বস্তু বাছি আনিব লগা হ'ল। এই যাত্ৰাতে ভেনিচ চহৰতো এপাক মাৰিছিল। চহৰবাসীৰ মানৱীয় অনুভূতিয়ে ভূঞাক মুগ্ধ কৰিছিল।

লণ্ডনৰ ৰেষ্টুৰেণ্টত ভূঞাই সদায় শেষৰ আসনখনহে গ্ৰহণ কৰে। শেষৰ আসনখনত বহিলে ৰেষ্টুৰেণ্টখনৰ সম্পূৰ্ণ ছবিখন চকুত পৰে।



লণ্ডনত অসমীয়া বন্ধুসকলৰ সৈতে —১৯৩৭

(বহি বাঁওফালৰপৰা)—অপূৰ্ব বৰদলৈ সূৰ্য্যকুমাৰ ভূঞা, সত্যেন বৰকটকী

থিয় হৈ—নয়নাভিৰাম বৰুৱা আৰু বিকাশচন্দ্ৰ গোঁহাই



বিলাতত শ্ৰীমতী বেছিলেইচ আৰু প্ৰঃ সুদমাৰচনৰ সৈতে ডঃ ভূঞা—১৯৩৭

পি-এইচ. ডি. ডিগ্ৰী লাভৰ পিছত সূৰ্য্যকুমাৰ ভূঞা সৰহ দিন লণ্ডন চহৰত নাথাকিল ; ঘৰলৈ উভতি আহিল।

তেওঁৰ গৱেষণা গ্ৰন্থ East India Company's Relations With Assam, 1771—1826 সুদীৰ্ঘ এঘাৰ বছৰ পিছত Anglo-Assamese Relations নামেৰে পুথিৰ আকাৰত ১৯৪৯ খৃঃত ছপা হৈ ওলাল।

সূৰ্য্যকুমাৰ ভূঞাই লণ্ডন বিশ্ববিদ্যালয়ত পি-এইচ. ডি. ডিগ্ৰী লাভ কৰি প্ৰায় দুবছৰতকৈ অধিককাল বিদেশত কটাই গুৱাহাটীলৈ উভতি অহাৰ সময়তো এক আনন্দমুখৰ পৰিবেশ পৰিলক্ষিত হয়। তেওঁক আদৰিবলৈ গুৱাহাটী ৰেল ষ্টেচনত আপোন পৰিয়ালৰ লোকসকল, ছাত্ৰ-ছাত্ৰী, সহকৰ্মী অধ্যাপকসকল আৰু বহুতো গুণমুগ্ধ ব্যক্তি উপস্থিত আছিল। ৰেলগাড়ীৰপৰা ওলায়ে তেওঁ সকলোকে হাঁহি সাদৰ সম্ভাষণ যাচিছিল।

প্ৰিয় সহকৰ্মী সহপাঠী মহীবুল্লাই এখন মটৰ কাৰ লৈ ৰেল ষ্টেচনলৈ গৈছিল। মহীবুল্লাই তেওঁৰ মটৰকাৰ খনতে ডক্টৰ ভূঞাক ঘৰলৈ আহিবলৈ আহ্বান জনালে। 'তোমাৰ গাড়ীখনকে বহনি কৰিব লাগিব' বুলি হাঁহি হাঁহি কৈ সেইখন মটৰকাৰতে উঠি ভূঞা ঘৰলৈ আহিল।

বিলাতত ইংৰাজ অধ্যাপকসকলে ছাত্ৰক চিগাৰেট যচাতো একো বেয়া কথা নহয়। আমাৰ দেশত সেই নীতিৰ প্ৰচলন নাই। কিন্তু বিলাতৰপৰা অহাৰ পিছত ডক্টৰ ভূঞায়ো তেওঁৰ ওচৰলৈ যোৱা ছাত্ৰক হেনো চিগাৰেট যাচিছিল।

লণ্ডনৰপৰা উভতি অহাৰ পিছত পুনৰ তেওঁ কটন কলেজত যোগদান কৰিলে। ভূঞা লণ্ডনত থকা কালছোৱাত তেওঁৰ ঠাইত কটন কলেজৰ ইংৰাজী বিভাগত অস্থায়ীভাৱে অধ্যাপনা কৰিছিল প্ৰমোদচন্দ্ৰ গোস্বামীয়ে।

১৯৩৮ খৃঃৰ ১৭ ডিচেম্বৰত আইন কলেজৰ অধ্যক্ষ শৰৎকুমাৰ দত্তৰ পৌৰহিত্যত কটন কলেজৰ চুদমাৰ্চন হলত অনুষ্ঠিত সভাত সূৰ্য্যকুমাৰ ভূঞাক ৰাজহুৱাভাৱে সম্বৰ্ধনা জনোৱা হয়। সম্বৰ্ধনাৰ উত্তৰত দিয়া ভাষণত ডক্টৰ ভূঞাই লণ্ডনৰ শিক্ষা, সমাজ ব্যৱস্থা, ইংৰাজ লোকৰ চৰিত্ৰ, চালচলন আৰু ইংৰাজী শিক্ষাৰ উদ্দেশ্যৰ (Spirit of English Education) বিষয়ে আলোচনা কৰিছিল। নগাঁও, তেজপুৰ, ডিব্ৰুগৰ, ছিলং আদি আন আন বহু ঠাইত সভা পাতি ৰাজহুৱাভাৱে তেওঁক সম্বৰ্ধনা জনোৱা হৈছিল। উক্ত সভাবোৰত ভূঞাই ইউৰোপ ভ্ৰমণত লাভ কৰা বিবিধ অভিজ্ঞতাৰ কথা বৰ্ণনা কৰিছিল।

## ১০. কটন কলেজ ঃ বিভিন্ন কৰ্মস্থান ১৯৩৮—১৯৪৭

লণ্ডন বিশ্ববিদ্যালয়ৰপৰা পি-এইচ. ডি. ডিগ্ৰী লাভ কৰি পুনৰ কটন কলেজত যোগদান কৰাৰ লগে লগে সূৰ্য্যকুমাৰ ভূঞাৰ অধ্যাপনাৰ দ্বিতীয় পৰ্যায় আৰম্ভ হয়। ১৯৪৭ খৃঃলৈকে প্ৰায় দহ বছৰ কাল এৰা-ধৰাকৈ কটন কলেজত অধ্যাপনা কৰিছিল। ১৯১৮ খৃঃৰপৰা ১৯৩৬ খৃঃ অৰ্থাৎ উচ্চ শিক্ষাৰ বাবে লণ্ডনলৈ যোৱাৰ পূৰ্বমুহূৰ্তলৈকে ধাৰাবাহিকতা ছেদ নোহোৱাকৈ তেওঁ কটন কলেজত অধ্যাপনা কৰিছিল। কিন্তু কটন কলেজৰ অধ্যাপনা কৰাৰ দ্বিতীয় পৰ্বত ভূঞা ডাঙৰীয়াক অধ্যাপনাৰ উপৰিও বিভিন্ন কৰ্মত নিযুক্ত হোৱা দেখা যায়। Special University Officer, স্কুল পৰিদৰ্শক, Provincial Publicity and Recruiting Officer আদি বিভিন্ন কৰ্মত নিযুক্ত হয়। শিক্ষাধিকাৰ স্বৰূপে চৰকাৰী চাকৰিৰপৰা অৱসৰ গ্ৰহণ কৰাৰ পিছত দুবছৰৰ বাবে ৰাজ্যসভাৰ সদস্য নিৰ্বাচিত হৈ সংসদী ৰাজনীতিত অংশ গ্ৰহণ কৰা দেখা যায়। অৱশ্যে পাব্লিচিটি আৰু ৰিক্ৰুটিং অফিচাৰ আৰু সংসদীয় ৰাজনীতি আছিল তেওঁৰ বাবে জিৰণিৰ মাজুলীহে। শিক্ষকতাৰে কৰ্মময় জীৱনৰ সূচনা আৰু বিশ্ববিদ্যালয়ৰ উপাচাৰ্য স্বৰূপে সেই কৰ্মময় জীৱনৰ সামৰণি।

সূৰ্য্যকুমাৰ ভূঞাই লণ্ডনত অধ্যয়ন কৰি থকা সময়তে ডেভিদ এডৱাৰ্ড ৰবাৰ্ট কটন কলেজৰ অধ্যক্ষ পদৰপৰা অৱসৰ গ্ৰহণ কৰিলে। তেওঁৰ ঠাইত অধ্যক্ষ নিযুক্ত হৈছিল সতীশচন্দ্ৰ ৰায়। আই. ই. এছ. কেডাৰৰ অধ্যাপক ৰায় কটন কলেজৰ প্ৰথম ভাৰতীয় অধ্যক্ষ ( ১৯৩৭—৪০ )।

সতীশচন্দ্ৰ ৰায় শিক্ষাধিকাৰ নিযুক্ত হোৱাত বুৰঞ্জীৰ অধ্যাপক বিজয়চন্দ্ৰ সেনগুপ্ত কটন কলেজৰ অধ্যক্ষ নিযুক্ত হৈছিল ( ১৯৪০—১৯৪২ )। অৱসৰ গ্ৰহণৰ পিছত তেওঁ পুনৰ ধুবুৰীৰ ভোলানাথ কলেজৰ অধ্যক্ষৰ দায়িত্ব বহন কৰিছিল।

১৯৪২ খৃঃৰপৰা ১৯৪৭ খৃঃলৈকে এই চুটি কালছোৱাত কটন কলেজত কেবাজনো অধ্যক্ষ সলনি হয়। অৰ্থশাস্ত্ৰৰ অধ্যাপক হৰ্ষনাথ সেন ( ১৯৪২-

৪৩), সংস্কৃতৰ অধ্যাপক লক্ষ্মীনাৰায়ণ চেটাৰ্জী ( ১৯৪৩ ), অঙ্কশাস্ত্ৰৰ অধ্যাপক সুৰেন্দ্ৰনাথ সেন ( ১৯৪৩-৪৪ ), দৰ্শনৰ অধ্যাপক আৰ. আৰ. টমাচ ( ১৯৪৫ ৪৬ ) দৰ্শনৰ অধ্যাপক প্ৰবোধচন্দ্ৰ সান্যাল ( ১৯৪৬ ), আৰবী ফাৰ্চীৰ অধ্যাপক সৈয়দ মহম্মদ মহীবুল্লা ( ১৯৪৭ ) এই কালছোৱাৰ কটন কলেজৰ অধ্যক্ষ। অধ্যাপক সান্যাল কটন কলেজৰ অধ্যক্ষ নিযুক্ত হৈছিল যদিও তেওঁ সৰহ দিন এই দায়িত্ব বহন নকৰি মুৰাৰীচাঁদ কলেজৰ অধ্যক্ষৰ দায়িত্ব বহন কৰিলে। সান্যাল আৰু মহিবুল্লা অধ্যাপক ভূঞাৰ সহপাঠী।

এই কালছোৱাত ভূঞা অধ্যাপনাৰ উপৰি আন আন কামত জড়িত। ১৯৪০ খ্ৃঃত তেওঁ অসম ৰাজ্যিক সংগ্ৰহালয় ন্যাস সমিতিৰ সভাপতি। সেই বছৰৰে ১৬ মেইৰপৰা ডক্টৰ ভূঞাই স্পেচিয়েল ইউনিভাৰচিটি অফিচাৰ নিযুক্ত হৈ বিশ্ববিদ্যালয় বিল প্ৰস্তুত কৰিছিল। ১৯৪১ খ্ৃঃৰ ২০ অক্টোবৰৰপৰা ১৯৪২ খ্ৃঃৰ ১৮ ফেব্ৰুৱাৰীলৈকে তেওঁ স্কুল পৰিদৰ্শক স্বৰূপে কাৰ্য নিৰ্বাহ কৰিছিল। পিছত পুনৰ তেওঁ কটন কলেজত অধ্যাপনা কৰিছিল।

দ্বিতীয় মহাযুদ্ধৰ কালত ১৯৪৩ খ্ৃঃৰ জুন মাহৰপৰা ডক্টৰ ভূঞা প্ৰভিন্সিয়েল পাব্লিচিটি অফিচাৰ আৰু ৰিক্ৰুটিং অফিচাৰ। তেওঁ এই দায়িত্ব বহন কৰিছিল ১৯৪৫ খ্ৃঃৰ শেষ ভাগলৈকে।

প্ৰভিন্সিয়েল পাব্‌লিচিটি আৰু নেচনেল ৰিক্ৰুটিং অফিচাৰ হিচাবে ভূঞাদেৱে ব্যস্ত আছিল। যদিও সেই সময়তো অসমৰ গাঁৱে ভুঁঞে ঘুৰিব লগা হোৱাৰ সুবিধা গ্ৰহণ কৰি তেওঁ বুৰঞ্জীৰ তথ্য-পাতি বিচাৰি ফুৰিছিল।

১৯৪৬ খ্ৃঃৰ ২ জানুৱাৰীত পুনৰ তেওঁ কটন কলেজলৈ উভতি আহি ইংৰাজী বিভাগৰ জ্যেষ্ঠ অধ্যাপক স্বৰূপে যোগদান কৰিছিল।

সেই বছৰৰে ২২ জুলাইৰপৰা ১৬ আগষ্টলৈকে কিছুদিনৰ বাবে আছিল কটন কলেজৰ অস্থায়ী অধ্যক্ষ।

১৯৩১ খ্ৃঃত সূৰ্য্যকুমাৰ ভূঞাৰ পিতৃ ৰবিলাল ভূঞাৰ ( ১৮৭০—১৯৩১ ) তিনি কুৰি ন বছৰ বয়সত মৃত্যু হয়। ইয়াৰ কিছুদিন পূৰ্বে খুৰাক দেৱী-প্ৰসাদৰ মৃত্যু হৈছিল।

পূৰ্বৰেপৰা ভূঞা ইণ্ডিয়ান হিষ্টৰিকেল ৰেকৰ্ডছ কমিচনৰ লগত জড়িত।

১৯৪৩ খৃঃৰ ১৭ নবেম্বৰৰপৰা পুনৰ তেওঁক পাঁচ বছৰৰ বাবে ৰেকৰ্ডছ কমিচনৰ সদস্য নিযুক্ত কৰিছিল।

১৯৪৬ খৃঃৰ ১৩ জানুৱাৰীত ভূঞাই বৃটিছ চৰকাৰৰপৰা লাভ কৰিছিল এম. বি. ই. ( M. B. E. ) উপাধি।[১]

দ্বিতীয় মহাযুদ্ধৰ কালছোৱাত কটন কলেজৰ লগতে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ মিলিটাৰীয়ে অধিগ্ৰহণ কৰিছিল। ১৯৪৬ খৃঃত ভৱনটো মিলিটাৰীৰ কবলৰপৰা মুক্ত হয়। ১৯৪৭ খৃঃৰ ৬ জুনৰপৰা ডক্টৰ ভূঞা বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ বেতনভোগী পূৰ্ণ পৰ্যায়ৰ সঞ্চালক নিযুক্ত হয়। আৰম্ভণিৰেপৰা তেওঁ অবৈতনিকভাৱেহে কাম কৰিছিল। সঞ্চালক স্বৰূপে তেওঁৰ দৰমহা ৮০০ টকা আৰু বিশেষ ভাট্টা ১০০ টকা। সেই বছৰতে তেওঁ কটন কলেজৰ স্থায়ী অধ্যক্ষ নিযুক্ত হৈছিল যদিও যোগদান নকৰিলে। তেওঁৰ ঠাইত ডক্টৰ বাণীকান্ত কাকতি কটন কলেজৰ অধ্যক্ষ নিযুক্ত হ'ল ( ১৯৪৭-৪৯ )।

পূৰ্বৰ অধ্যক্ষমণ্ডলীৰ ভিতৰত সতীশচন্দ্ৰ ৰায়, হৰ্ষনাথ সেন, সুৰেন্দ্ৰনাথ সেন, আৰ. আৰ. টমাচ, প্ৰবোধচন্দ্ৰ সান্ন্যাল আৰু সূৰ্য্যকুমাৰ ভূঞাই অসমৰ শিক্ষাধিকাৰস্বৰূপে অৱসৰ গ্ৰহণ কৰিছিল। বাণীকান্ত কাকতিয়ে শিক্ষাধিকাৰৰ পদলাভ কৰিছিল যদিও গ্ৰহণ নকৰিলে।

## অধ্যাপকমণ্ডলী ( ১৯৩২—১৯৪৬ )

১৯৩২ খৃঃৰপৰা ১৯৪৬ খৃঃলৈকে এই চৈধ্য বছৰৰ ভিতৰত কেবাগৰাকী কৃতী মেধাবী ছাত্ৰই কটন কলেজত অধ্যাপক নিযুক্ত হৈছিল। এই অধ্যাপকমণ্ডলীৰ ভালে কেইগৰাকী অসমৰ শিক্ষা, সাহিত্য আৰু বৌদ্ধিক জগতত অতুলনীয়। এই কালছোৱাত নিযুক্তি লাভ কৰা অধ্যাপকমণ্ডলীৰ মাজত আছিল :

---

১. George the Sixth by the Grace of God of Great Britain and Ireland and the British Dominions beyond the seas, King, Defender of the Faith; Emperor of India and Sovereign of the Most Excellent Order of the British Empire to our trusty and beloved Rai Bahadur S. K. Bhuyan.
13th Jan. 1946.

১৯৩৩ মথুৰানাথ গোস্বামী ( অৰ্থনীতি )

১৯৩৮ বিৰিঞ্চিকুমাৰ বৰুৱা ( অসমীয়া )

সুৰেশচন্দ্ৰ ৰাজখোৱা ( বুৰঞ্জী ), চন্দ্ৰনাথ কলিতা ( ইংৰাজী ) ১৯৩৯—, ৰোহিণীকান্ত বৰুৱা ( ৰসায়ন ) সাৰদাচৰণ শৰ্মা ( পদাৰ্থ ), মাধৱচন্দ্ৰ দাস ( উদ্ভিদ ), হৰিশচন্দ্ৰ গোস্বামী ( ৰসায়ন )।

১৯৪০ ডক্টৰ কমলা ৰয় ( উদ্ভিদ ), করুণানন্দ দত্ত ( বুৰঞ্জী ) গোপালচন্দ্ৰ শৰ্মা বৰুৱা ( দৰ্শন ), অশ্বিনীকান্ত বৰকাকতি ( অৰ্থনীতি ), দণ্ডেশ্বৰ গগৈ ( অৰ্থনীতি ), চন্দ্ৰকান্ত দাস ( পদাৰ্থ ), ঘনকান্ত শৰ্মা আৰু জয়কৃষ্ণ মিশ্ৰ ( সংস্কৃত ), উপেন্দ্ৰচন্দ্ৰ লেখাৰু ( অসমীয়া ), কনকলাল দাস ( দৰ্শন )

১৯৪১ নুৰুল ইচলাম আৰু ফণীধৰ দত্ত ( অঙ্ক ), ৰায়হান শাহ ( ইংৰাজী ), হেৰম্বকান্ত বৰপূজাৰী ( বুৰঞ্জী ), পবনচন্দ্ৰ মহন্ত ( পদাৰ্থ ), যতীন্দ্ৰমোহন ভট্টাচাৰ্য ( বঙলা ), আবদুল লতিফ ( আৰবী )

১৯৪২ সত্যেন্দ্ৰনাথ শৰ্মা ( অসমীয়া ), মজহৰ ইচলাম ( বুৰঞ্জী ), চামচুল হুদা ( আৰবী ফাৰ্চী ), কালীনাথ শৰ্মা ( জীৱ বিজ্ঞান ), আমিন খান ( আৰবী ফাৰ্চী ), ১৯৪৩— আবদুল জেলিল ( দৰ্শন ), তাৰিনীকান্ত ভট্টাচাৰ্য ( ইংৰাজী ), ডম্বৰু গগৈ আৰু প্ৰসন্নচন্দ্ৰ গোস্বামী ( ৰসায়ন ), জীৱেশ্বৰ শৰ্মা আৰু ৰজনীকান্ত দেৱশৰ্মা ( সংস্কৃত ), ইক্ৰাম শইকীয়া ( অৰ্থনীতি ), আশ্ৰফুৰ ৰহমান ( আৰবী ফাৰ্চী )

১৯৪৪—আশ্ৰফ আলি ( অৰ্থনীতি ), ৰাজেন চৌধুৰী ( জীৱ বিজ্ঞান ), ব্ৰজেন্দ্ৰকুমাৰ আচাৰ্য ( বঙলা )

১৯৪৫ বীণা দত্ত আৰু প্ৰমথকান্ত চৌধুৰী ( উদ্ভিদ ), বিনন্দ বৰ্মন ( সংস্কৃত ), শিৱ ঘোষ ( অঙ্ক ), প্ৰফুল্লদত্ত গোস্বামী ( ইংৰাজী ), অতুলচন্দ্ৰ হাজৰিকা ( অসমীয়া )

১৯৪৬ বংশী দাস, ঈশ্বৰদাস ভূঞা আৰু ভূমিধৰ চৌধুৰী ( পদাৰ্থ ), গিৰীন্দ্ৰনাথ বৰপূজাৰী আৰু চন্দ্ৰমল কাকতি ( ৰসায়ন ), ৰজনীকান্ত চক্ৰৱৰ্তী ( অঙ্ক )।[১]

---

১. List of officers in the Assam Educational Services. Assam 1946. Shillong, 1947.

ইয়াৰ ভিতৰত এচাম অধ্যাপকৰ প্ৰথম কৰ্মস্থান চিলেটৰ মুৰাৰীচাঁদ কলেজ। কিছুমানে কটন কলেজ আৰু মুৰাৰীচাঁদ কলেজৰ মাজত তাঁত বাটি কাটি থাকিব লগা হৈছিল। স্বাধীনতা লাভৰ পিছত মুৰাৰীচাঁদ কলেজ পূব পাকিস্থানৰ (বৰ্তমান বাংলাদেশ) অন্তৰ্ভুক্ত হোৱাত কটন কলেজত স্থায়ীভাৱে অধ্যাপনা কৰাৰ সুযোগ লাভ কৰিলে। উক্ত সৰহ-ভাগ অধ্যাপক ডক্টৰ ভূঞাৰ ছাত্ৰ।

১৯৩৯ খৃঃত অসম উপত্যকাত আৰু দুখন কলেজ স্থাপন হ'ল—এখন বৰপেটাৰ মাধব চৌধুৰী কলেজ ( M. C. College ), আনখন গুৱাহাটীৰ ছোৱালী কলেজ (পিছত সন্দিকৈ ছোৱালী কলেজ)। দুজনী মাত্ৰ ছোৱালী লৈ আৰম্ভ কৰা অসম উপত্যকাৰ প্ৰথম ছোৱালী কলেজখনৰ অধ্যক্ষা ৰাজবালা দাস। শ্ৰীযুতা দাস তেতিয়া পানবজাৰ ছোৱালী হাইস্কুলৰ প্ৰধান শিক্ষয়িত্ৰী।

১৯৪০ খৃঃৰ ২৬ মাৰ্চত কলিকতা বিশ্ববিদ্যালয়ৰ পক্ষৰপৰা সতীশচন্দ্ৰ গুহ গুৱাহাটী ছোৱালী কলেজখন পৰিদৰ্শন কৰিবলৈ আহিছিল। গুহৰ লগত পৰিদৰ্শনৰ বাবে ডক্টৰ ভূঞা গৈছিল।

কলেজখনৰ আৰ্থিক অৱস্থা সচ্ছল নোহোৱাত সেইবছৰৰে এপ্ৰিল মাহত ডক্টৰ ভূঞা আৰু ডাক্তৰ জ্যোতিষচন্দ্ৰ দাস যোৰহাটৰ ওচৰৰ তিৰুৱাল চাহ বাগিছালৈ গৈ দানবীৰ ৰাধাকান্ত সন্দিকৈৰ কাষ চাপিল। সঙ্কট কালত সন্দিকৈ ডাঙৰীয়াই আৰ্থিক সাহায্য আগবঢ়োৱাত কলেজখন তেওঁৰ নামেৰেই 'ৰাধাকান্ত সন্দিকৈ ছোৱালী কলেজ' নামাকৰণ কৰা হ'ল। ডক্টৰ ভূঞা এই নতুন শিক্ষানুষ্ঠানটিৰ সৈতে নানানভাৱে জড়িত আছিল। কলেজ স্থাপন কৰা সময়ত ৰাজবালা দাস বি. এ. পাচহে। ১৯৪১ খৃঃত তেওঁ অসমীয়া বিষয়ত এম. এ. পৰীক্ষা দি দ্বিতীয় শ্ৰেণী লাভ কৰিছিল। এম. এ. পৰীক্ষা দিয়াৰ সময়ত ৰাজবালা দাস পানবজাৰ ছোৱালী হাই-স্কুলৰ প্ৰধান শিক্ষয়িত্ৰী আৰু সন্দিকৈ কলেজৰ অধ্যক্ষা, কেবাটা সন্তানৰ মাতৃ আৰু এখন ভৰপূৰ সংসাৰৰ গৃহিণী।

ইয়াৰ পিছত জন্মলাভ কৰা কলেজসমূহ হ'ল বি বৰুৱা কলেজ (১৯৪২), নগাঁও কলেজ (১৯৪৪), দৰং কলেজ (১৯৪৪), কানৈ কলেজ (১৯৪৫),

নলবাৰী কলেজ ( ১৯৪৫ ), ভোলানাথ কলেজ ধুবুৰী ( ১৯৪৬ ), আৰু শিৱসাগৰ কলেজ ( ১৯৪৭ )।

## দ্বিতীয় মহাসমৰ আৰু কটন কলেজ

১৯৩৯ খৃঃৰ চেপ্টেম্বৰ মাহৰপৰা দ্বিতীয় মহাসমৰ আৰম্ভ হয়। এই যুদ্ধৰ সামৰণি পৰে ১৯৪৫ খৃঃত। এপিনে জাৰ্মানী, জাপান, ইটালী আৰু আন পিনে ব্ৰিটেইন, আমেৰিকা, ফ্ৰান্স, ৰুচিয়া প্ৰভৃতি দেশ।

১৯৩৯ খৃঃৰ ১৭ নবেম্বৰত গোপীনাথ বৰদলৈৰ নেতৃত্বত গঠন হোৱা কংগ্ৰেছ মন্ত্ৰীসভাই পদত্যাগ কৰাত পুনৰ ছাৰ সৈয়দ মহম্মদ সাদুল্লাই মন্ত্ৰী-সভা গঠন কৰিলে। ৰোহিণীকুমাৰ চৌধুৰী, ৰূপনাথ ব্ৰহ্ম, হৰেন্দ্ৰচন্দ্ৰ চক্ৰৱৰ্তী, মহেন্দ্ৰনাথ শইকীয়া, মনোৱাৰ আলি, আবদুল মতিন চৌধুৰী, মুজাবিৰ হুচেইন চৌধুৰী, চয়িদুৰ ৰহমান আৰু মিছ মেভিচ দান আছিল সাদুল্লা মন্ত্ৰী সভাৰ সদস্য। মেভিচ দান অসমৰ প্ৰথম মহিলা মন্ত্ৰী।

সাম্ৰাজ্যবাদী বৃটিশ চৰকাৰে এই যুদ্ধক জনযুদ্ধ আখ্যা দি ভাৰতবাসীৰ পৰা বিচাৰিছিল ধনে-জনে সহায় আৰু সহযোগ। এই উদ্দেশ্যে ১৯৪১ খৃঃৰ ডিচেম্বৰ মাহৰ আগভাগত গুৱাহাটীৰ জৰ্জ ফিল্ডত এখনি প্ৰদৰ্শনীৰ আয়োজন কৰিছিল। প্ৰদৰ্শনীখনৰ মূল উদ্দেশ্য যুদ্ধৰ খৰছৰ বাবে ধন সংগ্ৰহ কৰা। সেইবাবে চৰকাৰৰ দ্বাৰা আয়োজন কৰা এই প্ৰদৰ্শনীখনত টিকট লগোৱা হৈছিল। প্ৰদৰ্শনীৰ বাবে কটন কলেজৰ বিজ্ঞান ভৱনৰ একাংশৰ সা-সৰঞ্জাম আঁতৰাই অধিগ্ৰহণ কৰিছিল।

কটন কলেজৰ ছাত্ৰসকলে এই কাৰ্যৰ প্ৰতিবাদ কৰাৰ উপৰিও সাম্ৰাজ্য-বাদী ঔপনিবেশিক শাসকক যুদ্ধত সহায় নকৰিবলৈ পিকেটিং কৰিছিল। ৬ ডিচেম্বৰত চৰকাৰৰ কাৰ্যক প্ৰতিবাদ কৰি গুৱাহাটী চহৰত ওলোৱা এটা শোভাযাত্ৰাৰ ওপৰত উপায়ুক্ত মিঃ হামফ্ৰেৰ ( C. A. Humphrey ) নিৰ্দেশত লাঠি চালনা কৰা হৈছিল। ফলত পুলিচৰ লাঠিৰ কোবত বহুতো ছাত্ৰ-ছাত্ৰী গুৰুতৰভাৱে আহত হৈছিল। এই ঘটনাৰ পিছত আলোড়ন আৰু তীব্ৰতৰ ৰূপ লৈছিল। আন্দোলন অকল কটন কলেজ আৰু গুৱাহাটী চহৰতে আবদ্ধ নাথাকি সমগ্ৰ অসম জুৰি বিয়পি পৰিছিল।

পিছত অভিভাৱকসকলৰ মধ্যস্থতাত শিক্ষক ছাত্ৰ নেতাসকল অলোচনাত

বহি ধৰ্মঘট প্ৰত্যাহাৰ কৰিলে। স্কুল পৰিদৰ্শক স্বৰূপে ডক্টৰ ভূঞাই আলোচনাত আগভাগ লৈছিল। শিক্ষাধিকাৰ সতীশচন্দ্ৰ ৰায়ে আলোচনাত অংশ গ্ৰহণ কৰিছিল। তেতিয়া ডিব্ৰুগড়ৰপৰা প্ৰকাশিত আসাম ট্ৰিবিউনত ডক্টৰ ভূঞাৰ মধ্যস্থতাৰ কথা লিখি প্ৰশংসা কৰিছিল।

মহাসমৰৰ ভীতি-বিহ্বল অৱস্থাৰ সময়তে বৃটিশ চৰকাৰৰ মন্ত্ৰী চাৰ ষ্টেফৰ্ড ক্ৰিপচ্ ভাৰতবৰ্ষলৈ আহি নেতৃবৃন্দৰ লগত আলোচনা আৰম্ভ কৰিলে। কিন্তু আলোচনা ব্যৰ্থ হ'ল। মহাত্মা গান্ধীৰ নেতৃত্বত কংগ্ৰেছ নেতৃবৃন্দই ভাৰত ত্যাগ Quit India প্ৰস্তাৱ গ্ৰহণ কৰিলে। ১৯৪২ খৃঃৰ ৯ আগষ্টৰপৰা ভাৰত ত্যাগ আন্দোলন আৰম্ভ হ'ল। বিয়াল্লিছৰ বিপ্লৱৰ ঢৌৱে সমগ্ৰ ভাৰতবৰ্ষ তল-ওপৰ লগালে। বনজুইৰ দৰে বিয়াল্লিছৰ বিপ্লৱৰ ঢৌৱে অসমকো ইমূৰৰপৰা সিমূৰলৈ চানি পেলালে। কুশল কোঁৱৰ, তিলক ডেকা, কনকলতা, ভোগেশ্বৰী প্ৰমুখে বহুজন শ্বহীদ হ'ল।

১৯৪২ খৃঃৰ ২৫ আগষ্টত পুনৰ চাৰ চাদুল্লাই নকৈ মন্ত্ৰীসভা গঠন কৰিলে। মহাসমৰ আৰু বিয়াল্লিছৰ গণ-আন্দোলনৰ কালছোৱাত অসমৰ শাসনৰ বাঘজৰি থাকিল চাৰ চাদুল্লাৰ হাতত। সেই সময়ত গোপীনাথ বৰদলৈ প্ৰমুখ্যে অসমৰ দেশনেতা সৰহ ভাগ কাৰাগাৰৰ চাৰিবেৰত আৱদ্ধ।

জাপানী সৈন্যই মালয়, চিঙ্গাপুৰ, ব্ৰহ্মদেশ জয় কৰি ১৯৪২ খৃঃৰ অক্টোবৰ মাহত অসমৰ পূব প্ৰান্তত বোমা বৰ্ষণ কৰিলে। অসমৰ পূব প্ৰান্ত কঁপি উঠিল। যুদ্ধৰ প্ৰস্তুতিয়ে অসমৰ গাঁও চহৰ সকলোকে স্পৰ্শ কৰিলে। ভালেমান শিক্ষানুষ্ঠান মিলিটাৰীৰ খাচ দখললৈ আহিল। স্কুল-কলেজ শিক্ষানুষ্ঠানসমূহ মিলিটাৰীৰ ৰেষ্ট কেম্প, হস্পিটেল, গেৰিচন ইঞ্জিনিয়াৰৰ কাৰ্যালয়লৈ ৰূপান্তৰিত হ'ল। কটন কলেজ এই বিপৰ্যৰপৰা সাৰি ন'গল। বৰ্তমান কেমিষ্ট্ৰি ভৱনৰ বাহিৰে এডমিনিষ্ট্ৰেটিভ ভৱন (এতিয়া নাই), চুদমাৰ্চন হল, নিউ বিল্ডিং, আটাইকেইটা ছাত্ৰাবাস, অধ্যক্ষ আৰু অধিক্ষকৰ নিবাস, উদ্ভিদ বিজ্ঞান আৰু জীৱ বিজ্ঞান বিভাগৰ সকলো ঘৰবাৰী সৈন্য বিভাগৰ বাবে অধিগ্ৰহণ কৰিছিল। কটন কলেজ হৈ পৰিছিল সৈন্য বিভাগৰ ছাউনী।

বৰ্তমান কেমিষ্ট্ৰি ভৱনৰ মাজ ঠাই ডোখৰতে দুটামান অস্থায়ী ঘৰ সাজি সেই ঠাইতে কোনোমতে ক্লাচ চলাই আছিল। পিছত ঠাই অকুলন



১৯৩৬ চনত শাহ্‌যেক পৰিযালবৰ্গ, ওচৰৰ লৰা-ছোৱালী আৰু ঘৰত সহায় কৰা দুজনৰ সৈতে—১৯৩৬

হোৱাত কাৰ্জন হলটো (বৰ্তমান নবীন বৰদলৈ হল) কটন কলেজৰ ক্লাছ চলাবৰ বাবে ভাবা লৈছিল। ছাত্ৰসকলে অ'ত-ত'ত ঘৰ ভাড়ালৈ বাস কৰিছিল। কোন দিনা গুৱাহাটী চহৰত জাপানী বোমা পৰে এই আশঙ্কাত মানুহে কাল কটাবলগীয়া হৈছিল। সেইবাবে কৰ্তৃপক্ষই কলেজখন আন ঠাইলৈ স্থানান্তৰ কৰাৰ কথাও চিন্তা কৰিছিল।

ইতিমধ্যে বিয়াল্লিছৰ গণ-আন্দোলন আৰম্ভ হোৱাত ছাত্ৰসকলে ধৰ্মঘট আৰম্ভ কৰিলে। অৱশ্যে পূজাৰ বন্ধৰ পিছৰপৰা পুনৰ স্বাভাৱিক অৱস্থালৈ ঘূৰি আহিল যদিও ছাত্ৰ-ছাত্ৰীৰ সংখ্যা হ্ৰাস পালে। ছাত্ৰ-ছাত্ৰীৰ থকা ঠাইৰ অভাৱৰ প্ৰতি লক্ষ্য ৰাখি দীঘলী পুখুৰীৰ পূব পাৰত নকৈ চাৰিটা ছাত্ৰাবাস সাজি ১০০ জন ছাত্ৰ থকাৰ ব্যৱস্থা কৰিছিল। সেই ঠাইতে বৰ্তমান অধ্যাপকসকলৰ আবাস সজা হৈছে।

১৯৪০ খৃঃৰপৰা ১৯৪৫ খৃঃলৈকে এই কালছোৱা অসমৰ শিক্ষা-সংস্কৃতিৰ ক্ষেত্ৰত বিপৰ্যয়ৰ কাল আখ্যা দিব পাৰি। বিয়াল্লিচৰ গণ-আন্দোলন আৰু দ্বিতীয় মহাসমৰৰ ফলত শিক্ষাদান আৰু শিক্ষাগ্ৰহণ উভয় ক্ষেত্ৰতে দেখা দিছিল নানান বিপৰ্যয়। এপিনে জাপানী বোমাৰ আশঙ্কা, আনপিনে গণ-আন্দোলন মষিমূৰ কৰাৰ নামত পুলিচৰ আতিশয্য।

এই বিপৰ্যয়ৰ কালছোৱাতে আজীৱন শিক্ষাসেবী অধ্যাপক সূৰ্য্যকুমাৰ ভূঞা শিক্ষাদান কাৰ্যৰপৰা আঁতৰি পৰিছিল। ১৯৪৩ খৃঃৰপৰা ১৯৪৫ খৃঃলৈকে প্ৰভিন্সিয়েল পাব্লিচিটি অফিচাৰ আৰু ৰিক্ৰুটিং অফিচাৰ স্বৰূপে যুদ্ধৰ প্ৰচাৰ আৰু সৈন্য সংগ্ৰহৰ কামত ব্যস্ত।

লাহে লাহে যুদ্ধৰ বিভীষিকা অন্ত পৰিল আৰু গণ-আন্দোলনো শাম কাটিল। গোপীনাথ বৰদলৈ কাৰাগাৰৰপৰা মুকলি হৈ অহাৰ পিছত অসমৰ ৰাজনৈতিক বাতাবৰণ সলনি হ'ল। সাদুল্লা, ৰোহিণী চৌধুৰী আৰু বৰদলৈ এই তিনিজন নেতা লগ হৈ ১৯৪৫ খৃঃৰ ২২ মাৰ্চত এখন চুক্তিপত্ৰত (Tripartite Agreement) চহী কৰিলে। এই চুক্তিৰ পিছত ১৯৪৫ খৃঃৰ ২৩ মাৰ্চত পুনৰ পঞ্চমবাৰ সাদুল্লাই নকৈ মন্ত্ৰীসভা গঠন কৰিলে। নতুন মন্ত্ৰীসভাত কংগ্ৰেছ বিধায়িনী দলে যোগদান কৰা নাছিল; কিন্তু তেওঁলোকৰ সমৰ্থিত সদস্য আছিল।

১৯৪৬ খৃঃৰ সাধাৰণ নিৰ্বাচনত ১০৮খন আসনৰ ভিতৰত কংগ্ৰেছ দলে

৬১খন আসন লাভ কৰিছিল। সংখ্যাগৰিষ্ঠ দল হিছাপে কংগ্ৰেছ বিধায়িনী দলে গোপীনাথ বৰদলৈৰ নেতৃত্বত দ্বিতীয়বাৰ মন্ত্ৰীসভা গঠন কৰিছিল। প্ৰধানমন্ত্ৰী ( এতিয়া মুখ্যমন্ত্ৰী ) বৰদলৈয়ে শিক্ষা দপ্তৰ তেওঁৰ নিজৰ হাততে ৰাখিছিল।

১৯৪৭ খৃঃৰ ১৫ আগষ্টত ভাৰতবৰ্ষত ঔপনিবেশিক ৰাজত্বৰ অন্ত পৰিল, ভাৰতবৰ্ষ স্বাধীন হ'ল। জন্ম হ'ল ভাৰতবৰ্ষৰ বুকুতে আন এখন ৰাজ্য— পাকিস্তান। অসমৰপৰা বিচ্ছিন্ন হৈ চিলেট জিলা পূব পাকিস্তানৰ অন্তৰ্ভুক্ত হ'ল ( এতিয়া বাংলা দেশ )। স্বাধীনতা লাভৰ লগে লগে সূচনা হ'ল এটি নতুন যুগৰ। স্বাধীনতা লাভৰ পিছত অসমৰ শিক্ষা-জগতৰ যি অগ্ৰগতি ইয়ে এটি নতুন যুগৰ সূচনা কৰিলে।

স্বাধীনতা লাভৰ পিছত অসমৰ শিক্ষাৰ অগ্ৰগতি আৰু সম্প্ৰসাৰণত শিক্ষামন্ত্ৰী স্বৰূপে প্ৰধানমন্ত্ৰী বৰদলৈৰ ভূমিকা আৰু বৰঙণি অনন্য।

কটন কলেজৰ চুদমাৰ্চন হল, নিউ বিল্ডিং মিলিটাৰীৰ কবলৰপৰা মুক্ত হ'ল ১৯৪৫ খৃঃৰ চেপ্টেম্বৰ মাহত আৰু এডমিনিষ্ট্ৰেটিভ বিল্ডিং আৰু ছাত্ৰাবাস সমূহ ১৯৪৬ খৃঃৰ মাৰ্চ মাহত। ১৯৪৭ খৃঃৰ এপ্ৰিল মাহতহে কটন কলেজ সম্পূৰ্ণৰূপে মিলিটাৰীৰ কবলৰপৰা মুক্ত হ'ল।

১৯৪৬ খৃঃৰ আদিতে সূৰ্য্যকুমাৰ ভূঞা পুনৰ শিক্ষাদান কাৰ্যলৈ উভতি আহি কটন কলেজত যোগদান কৰিছিল। এই বছৰৰে মাজ ভাগত তেওঁ অস্থায়ীভাৱে কটন কলেজৰ অধ্যক্ষৰ দায়িত্ব বহন কৰিছিল।

সূৰ্য্যকুমাৰ ভূঞাৰ বিংশ শতিকাৰ প্ৰথম আৰু দ্বিতীয় দশকত অঙ্কুৰিত বুৰঞ্জী-চৰ্চা ক্ৰমে ঘনীভূত হৈ পৰে তৃতীয় দশকত। তৃতীয় দশকত ইংৰাজী অসমীয়াত ভালেকেইটি বুৰঞ্জীবিষয়ক গৱেষণামূলক প্ৰবন্ধ প্ৰকাশ হোৱাৰ উপৰিও বাঁহীত ধাৰাবাহিকভাৱে প্ৰকাশ হয় মহাৰাজ ৰাজেশ্বৰ সিংহৰ বুৰঞ্জী। এই কালছোৱাত তেওঁ কবিতা, জীৱনী, চুটি গল্প আদিও প্ৰকাশ কৰিছিল।

বিংশ শতিকাৰ চতুৰ্থ দশক ভূঞা ডাঙৰীয়াৰ বুৰঞ্জী-চৰ্চাৰ পয়োভৰৰ কাল। এই কালছোৱাত ভূঞাৰ সম্পাদনাত প্ৰকাশিত বুৰঞ্জীসমূহ হ'ল

---

Guha, Dr. A : Planter Raj to Swaraj, pp. 249-305

কাশীনাথ, তামুলী আৰু হৰকান্ত শৰ্মা বৰুৱাৰ 'অসম বুৰঞ্জী (১৯৩০), কামৰূপৰ বুৰঞ্জী (১৯৩০), দেওধাই অসম বুৰঞ্জী (১৯৩২), তুঙখুঙীয়া বুৰঞ্জী (১৯৩৩), অসমৰ পদ্য বুৰঞ্জী (১৯৩৩), পাদশ্বাহ বুৰঞ্জী (১৯৩৫), কছাৰী বুৰঞ্জী (১৯৩৬), জয়ন্তীয়া বুৰঞ্জী (১৯৩৮) আৰু ত্ৰিপুৰা বুৰঞ্জী (১৯৩৮)। 'পাদশ্বাহ বুৰঞ্জী'ৰ প্ৰকাশক কামৰূপ অনুসন্ধান সমিতি। আনবোৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ দ্বাৰা প্ৰকাশিত। অসম জীয়ৰী (১৯৩৫), Tungkhungia Buranji (১৯৩৬), Assamese Literature : Ancient and Modern (১৯৩৬), An Account of Assam (১৯৪০) এই কালছোৱাত ৰচিত আৰু প্ৰকাশিত আন আন গ্ৰন্থ। এই কালছোৱাতে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰপৰা প্ৰকাশ কৰিছিল চাৰিখন বুৰঞ্জী। আমি পূৰ্বতে উল্লেখ কৰিছোঁ তেওঁ চতুৰ্থ দশকত ৰচনা কৰা গৱেষণা গ্ৰন্থখন পঞ্চম দশকত প্ৰকাশ হয়।

বিভিন্ন কামত নিযুক্ত হৈ অ'ত-ত'ত ঘুৰি ফুৰিবলগা হোৱা বাবে পঞ্চম দশকত ভূঞা ডাঙৰীয়াৰ প্ৰকাশিত গ্ৰন্থৰ সংখ্যা সৰহ নহয়। অৱশ্যে দ্বিতীয় মহাযুদ্ধ আৰু গণ-আন্দোলনৰ বাবে এই কালছোৱাত সাহিত্য চৰ্চাৰ বাবে অনুকূল পৰিবেশ নাছিল।

ভাষা সাহিত্য চৰ্চা এই কালছোৱাত ব্যাহত হৈছিল। অশান্ত পৰিবেশ শান্ত হোৱাৰ পিছতে ভূঞা ডাঙৰীয়াই ৰচনা কৰিলে তেওঁৰ প্ৰখ্যাত অমূল্য গ্ৰন্থ Lachit Barphukan and His Times (১৯৪৭)। ই তেওঁৰ সাহিত্য সাধনাৰ কীৰ্তিস্তম্ভ স্বৰূপ। কোঁৱৰ বিদ্ৰোহ (১৯৪৮), সুকুমাৰ মহন্তৰ ঘৰত পোৱা 'অসম বুৰঞ্জী' (১৯৪৫), Annals of the Delhi Badshahate (১৯৪৭) পঞ্চম দশকত ভূঞা সম্পাদিত আৰু ৰচিত আন আন গ্ৰন্থ।

ৰিক্ৰুটিং অফিচাৰ যুদ্ধৰ কামত ব্যস্ত থকা সময়তে ১৯৪৫ খৃঃৰ ২১ চেপ্টেম্বৰত তেওঁ অসমৰ গৱৰ্ণৰ চাৰ এনড্ৰু ক্লক সাক্ষাত কৰোতে হস্তিবিদ্যাৰ্ণৱ আৰু কেইখনমান সাঁচিপতীয়া বুৰঞ্জী প্ৰকাশৰ বাবে টানি অনুৰোধ জনাইছিল।

## বিভিন্ন সভা-সমিতিত যোগদান

লণ্ডনৰপৰা উভতি অহাৰ পিছত সূৰ্য্যকুমাৰ ভূঞাই বিবিধ ৰাজহুৱা কামত আত্মনিয়োগ আৰু সভা-সমিতিত অংশ গ্ৰহণ কৰিছিল।

প্ৰতিভাদেৱী বক্তৃতামালা দ্বিতীয়লানি বক্তৃতা প্ৰদান কৰিছিল কনকলাল বৰুৱাই। ১৯৩৮ খৃঃৰ ১২ আৰু ১৩ ডিচেম্বৰত অনুষ্ঠিত বক্তৃতা মালাৰ দ্বিতীয় দিনাৰ সভাত সভাপতিত্ব কৰিছিল ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাই।

১৯৪১ খৃঃৰ ২৭ আৰু ২৮ ফ্ৰেব্ৰুৱাৰীত প্ৰতিভাদেৱী বক্তৃতামালাৰ চতুৰ্থ লানি ভাষণ দিয়াৰ ভাৰ পৰিছিল ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰ ওপৰত। তেওঁৰ বক্তৃতাৰ বিষয় The Military System of the Assamese People। কটন কলেজৰ চুদমাৰ্চন হলত অনুষ্ঠিত প্ৰথম দিনাৰ মুকলি সভাৰ-সভাপতি শিক্ষামন্ত্ৰী ৰোহিণীকুমাৰ চৌধুৰী।

১৯৩৯ খৃঃত কলিকতাত অনুষ্ঠিত ভাৰতীয় বুৰঞ্জী কংগ্ৰেছত যোগদান কৰি ভূঞা ডাঙৰীয়াই মহাৰাজ ৰুদ্ৰসিংহৰ বিষয়ে এটি প্ৰবন্ধ পাঠ কৰিছিল। ১৯৪০ খৃঃত বৰোদাত অনুষ্ঠিত ভাৰতীয় ৰেকৰ্ড কমিচনৰ সপ্তদশ অধিবেশনতো তেওঁ যোগদান কৰিছিল।

উচ্চ শিক্ষাৰ বাবে বিদেশলৈ যাব খোজা ছাত্ৰসকলক সহায় কৰিবৰ বাবে ১৯৩৯ খৃঃত ৰাজ্যপালে এখন সমিতি গঠন কৰিছিল। অসম উপত্যকাৰ আয়ুক্ত সমিতিখনৰ সভাপতি আৰু শৰৎকুমাৰ দত্ত সম্পাদক; ডক্টৰ ভূঞা সমিতিখনৰ উপদেষ্টা। দ্বিতীয় মহাযুদ্ধৰ পিছত বিৰিঞ্চিকুমাৰ বৰুৱা, সুৰেশচন্দ্ৰ ৰাজখোৱা, হিৰণ্যচন্দ্ৰ ভূঞা আৰু ৰোহিণীকান্ত বৰুৱা বিদেশলৈ যোৱা কটন কলেজৰ অধ্যাপক। ৰাজখোৱাই লণ্ডন বিশ্ববিদ্যালয়ৰপৰা এম. এড, বাকী তিনিগৰাকীয়ে ইংলণ্ডৰ বিভিন্ন বিশ্ববিদ্যালয়ত অধ্যয়ন কৰি পি-এইচ. ডি. ডিগ্ৰী লাভ কৰিছিল।

১৯৩৯ খৃঃত বঙ্গদেশৰ চৰকাৰে ঢাকাৰ বোৰ্ড অব ইন্টাৰমিডিয়েট আৰু চেকেণ্ডাৰী ষ্টাডিজৰ অসমীয়া ভাষা সাহিত্যৰ বাবে গঠন কৰা সমিতিখনৰ এজন সদস্য নিৰ্বাচিত কৰিছিল অধ্যাপক ভূঞাক। ডক্টৰ মমিনুল ইচলাম বৰা, শৰৎচন্দ্ৰ গোস্বামী আৰু আতাউৰ ৰহমান সমিতিৰ আন তিনি গৰাকী সদস্য। ১৯৩৯ খৃঃৰ ২৭ ডিচেম্বৰত অনুষ্ঠিত সভাত ভূঞাই যোগদান কৰিছিল। ঢাকাত তেওঁ ডক্টৰ মমিনুল ইচলাম বৰাৰ আলহী। ডক্টৰ বৰা ভূঞাৰ কটন কলেজৰ ছাত্ৰ। ডক্টৰ বৰা তেতিয়া ঢাকা বিশ্ববিদ্যালয়ৰ অধ্যাপক। প্ৰাক্তন ছাত্ৰ বৰাৰ আতিথ্যই ডক্টৰ ভূঞাক মুগ্ধ কৰিছিল।

ভূঞা ডাঙৰীয়াৰ সকলো ধৰ্মৰ প্ৰতি আছিল উদাৰ মনোভাৱ। তেওঁ

যেনেদৰে ১৯৩৯ খ্ৰীঃৰ ২৪ অক্টোবৰত চুদমাৰ্চন হলত অনুষ্ঠিত ব্ৰাহ্ম সন্মিলনৰ সভাত শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু বৈষ্ণৱ ধৰ্ম সম্পৰ্কে ইংৰাজীত সাৰগৰ্ভ বক্তৃতা দিছিল, তেনেদৰে ১৯৪০ খ্ৰীঃত গুৱাহাটীত ফটিহা দোৱাজদাহমত ইচলাম ধৰ্মৰ মহত্বৰ কথা ব্যাখ্যা কৰিছিল।

১৯৪০ খ্ৰীঃৰ ১৫ জানুৱাৰীত নগাঁৱৰ মাঘবিহু উপলক্ষে আয়োজন কৰা সভাৰ সভাপতি আছিল ডক্টৰ ভূঞা। এইখন সভাত যোগদান কৰা ন পুৰণি বিভিন্ন সম্প্ৰদায়ৰ বিশিষ্ট ব্যক্তিসকলৰ ভিতৰত আছিল ৰোহিণীকুমাৰ চৌধুৰী, মেফিচ দান, লুটফুৰ ৰহমান, মহীচন্দ্ৰ বৰা, উমাকান্ত গোঁহাই, নীলকান্ত বৰুৱা, কমলানন্দ ভট্টাচাৰ্য, খানবাহাদুৰ নুৰুদ্দিন, কামাখ্যাকুমাৰ পদ্মাৱতী, চন্দ্ৰকমল ভূঞা প্ৰভৃতি। আতাউৰ ৰহমান তেতিয়া নগাঁও জিলাৰ উপায়ুক্ত।

১৯৪১ খ্ৰীঃৰ ২৬ জানুৱাৰীত চিলঙৰ কুইন্টন হলত ডক্টৰ ভূঞাই এবাৰ স্বামী বিবেকানন্দৰ জীৱন আৰু দৰ্শনৰ ওপৰত এটি বক্তৃতা প্ৰদান কৰিছিল। পিছত ১৯৪৭ খ্ৰীঃত ছিলঙত তেওঁ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ জন্ম জয়ন্তী উছৱতো যোগদান কৰিছিল। সেই বছৰে তেওঁ গুৱাহাটীত অনুষ্ঠিত বঙ্গালী ছাত্ৰ সন্মিলনৰ বিংশ অধিবেশন উদ্বোধন কৰিছিল। সভাৰ সভাপতি হেমেন্দ্ৰপ্ৰসাদ ঘোষ।

## কটন কলেজ আৰু অসমীয়া ভাষা-সাহিত্য

অসমৰ প্ৰথম উচ্চশিক্ষাৰ অনুষ্ঠান কটন কলেজত আদিতে আছিল শোক লগা। চতুৰ্থ দশকৰ শেষলৈকে আশাপ্ৰদ বুলি কব নোৱাৰি। ১৯৩৮ খ্ৰীঃত নিযুক্তি লাভ কৰা বিৰিঞ্চিকুমাৰ বৰুৱা অসমীয়া বিভাগৰ প্ৰথম সুকীয়া অধ্যাপক। আদিতে কটন কলেজত অসমীয়া পঢ়ুৱা ৰামেশ্বৰ বৰুৱা আৰু লক্ষ্মীনাথ শৰ্মা দুয়ো আছিল কলেজিয়েট হাইস্কুলৰ শিক্ষক। সুদীৰ্ঘকাল কটন কলেজত অসমীয়া বিষয়ত শিক্ষাদান কৰা সত্যনাথ বৰা (১৯১৩-১৯২৪) আছিল আইনজীবি আৰু আৰ্ল ল কলেজৰ অধ্যাপক। নিৰ্দ্ধাৰিত পাঠ্যপুথি এখন নে দুখন। মাজতে তেওঁ আহি সপ্তাহত এটা নে দুটা ক্লাচত অসমীয়া পঢ়ুৱায়।

উমাকান্ত গোস্বামী (১৯২৪-১৯২৭) আৰু দিবাকৰ গোস্বামী (১৯২৭-৪৪) কটন কলেজত অসমীয়া বিষয়ে শিক্ষাদান কৰা দুগৰাকী অধ্যাপক।

কিন্তু তেওঁলোকৰ নিযুক্তি অৰ্থনীতি আৰু সংস্কৃত বিভাগৰ অধ্যাপক হিচাপেহে। দিবাকৰ গোস্বামীয়ে সপ্তাহত আঠোটা শ্ৰেণীত অসমীয়া পঢ়ুৱাই বাকী ক্লাচবোৰ সংস্কৃত বিষয়ত শিক্ষাদান কৰিব লাগিছিল। তেওঁৰ প্ৰতিটো শ্ৰেণীত দুটাকৈ ক্লাচ, চাৰিটা শ্ৰেণীত আঠোটা ক্লাচ। সেই সময়ত আই. এ. আৰু আই. এচ-চি. ক্লাচ দুটাত একেলগে ইংৰাজী অসমীয়া পঢ়ুৱাইছিল।

সেই সময়ত অসমীয়াত সৰহ নম্বৰ পোৱাত একো কৃতিত্ব নাই, তেওঁক গাঁৱলীয়া ল'ৰা বুলি কয়। বঙলা ভাষাৰো সেই একে অৱস্থা। বঙলা ভাষাত সৰহ নম্বৰ পোৱা জন 'পাৰে গেহে চেলে'।

কটন কলেজত অসমীয়া বিভাগ আছিল মাহী-আইৰ মৰমেৰে চোৱা বিভাগ। চৰকাৰ, কলেজ কৰ্তৃপক্ষ, ছাত্ৰ-ছাত্ৰী, কোনোৱে অসমীয়া বিষয়ত গুৰুত্ব আৰোপ কৰিব নিবিচাৰে। আন কি, দুই একে হেনো অসমীয়া পঢ়ুৱাইছিল ইংৰাজী ভাষাৰে। কিন্তু অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি এক উদাৰ মনোভাব পোষণ কৰিছিল কলিকতা বিশ্ববিদ্যালয়ৰ এচাম মহানুভৱ শিক্ষাবিদে। কলিকতা বিশ্ববিদ্যালয়ে ১৯১৯ খৃঃৰপৰা এম. এ. শ্ৰেণীত আধুনিক ভাৰতীয় ভাষা বিভাগৰ ( Indian Vernacular Department ) সূত্ৰপাত কৰিছিল। আধুনিক ভাৰতীয় ভাষাসমূহৰ ভিতৰত অসমীয়া অন্যতম।

১৯২৩ খৃঃত এই ভাৰতীয় ভাষা-বিভাগত প্ৰথম শ্ৰেণীত প্ৰথমস্থান লাভ কৰিছিল অসমীয়া জীয়ৰী সুধালতা দুৱৰাই। তেওঁৰ ভনীয়েক সুখলতা দুৱৰায়ো সেই বছৰ প্ৰথম শ্ৰেণী লাভ কৰিছিল। দুৱৰা ভগ্নীদ্বয় ৰমাকান্ত বৰকাকতীৰ কন্যা। উক্ত বিভাগৰ এম. এ. পৰীক্ষাত ১৯২৪ খৃঃত লক্ষ্মীধৰ শৰ্মাই প্ৰথম শ্ৰেণীত প্ৰথম স্থান আৰু ১৯২৬ খৃঃত হলিৰাম ডেকাই প্ৰথম শ্ৰেণী লাভ কৰিছিল। আন কেবাজনে এই বিভাগত দ্বিতীয় শ্ৰেণী লাভ কৰিছিল।

বিকল্প অসমীয়া ভাষালৈ আধুনিক ভাৰতীয় ভাষাত এম. এ. ডিগ্ৰী লাভ কৰা কোনো এজনকে কটন কলেজত অসমীয়া বিভাগত অধ্যাপক নিযুক্ত কৰিব পাৰিলেহেঁতেন। অসম সাহিত্য সভায়ো সময়ে সময়ে কটন কলেজত অসমীয়া বিষয়ত স্থায়ী অধ্যাপক নিযুক্ত কৰিবলৈ প্ৰস্তাৱ আদি গ্ৰহণ কৰিছিল। কিন্তু কোনো ধৰণৰ আবেদন নিবেদনে চৰকাৰৰ গা লৰাব নোৱাৰিলে। আনকি আন আন বিভাগৰ দৰে অসমীয়া বিষয় এটা সুকীয়া বিভাগেই নাছিল, ই আছিল সংস্কৃত বিভাগৰ ভিতৰুৱা বিষয়।

১৯৩৮ খৃঃত উপাচাৰ্য ডক্টৰ শ্যামাপ্ৰসাদ মুখাৰ্জীৰ সৌজন্যত অসমীয়া ভাষা সাহিত্যই কলিকতা বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ মহলাৰ এম. এ. শ্ৰেণীত পঠনীয় ভাষা সাহিত্য স্বৰূপে স্বীকৃতি লাভ কৰিলে। বিৰিঞ্চি-কুমাৰ বৰুৱা কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যাপক নিযুক্ত হৈ এই কাৰ্যত আগভাগ লৈছিল। যতীন্দ্ৰনাথ দুৱৰা আৰু অম্বিকানাথ বৰা এম. এ. শ্ৰেণীৰ বাবে নিযুক্ত হোৱা আন দুগৰাকী অধ্যাপক। ১৯৩৮ খৃঃৰ চেপ্টেম্বৰ মাহত কটন কলেজত যোগদান কৰাত তেওঁৰ ঠাইত তীৰ্থনাথ শৰ্মা কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক নিযুক্ত হ'ল। প্ৰথম বছৰ ছাত্ৰ সংখ্যা তিনি গৰাকী—যাদবনাৰায়ণ দাস ( ধুবুৰী কলেজৰ প্ৰাক্তন অধ্যক্ষ ), দ্বিজেন্দ্ৰমোহন গোস্বামী আৰু দুৰ্গাব্ৰতী শইকীয়া।

১৯৪০ খৃঃত কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত প্ৰথম অসমীয়া বিষয়ৰ এম. এ. পৰীক্ষা অনুষ্ঠিত হয়। উত্তীৰ্ণ হোৱা পৰীক্ষাৰ্থীসকল আছিল ডিম্বেশ্বৰ নেওগ, যাদবনাৰায়ণ দাস, দুৰ্গাব্ৰতী শইকীয়া, উপেন্দ্ৰচন্দ্ৰ লেখাৰু, দ্বিজেন্দ্ৰমোহন গোস্বামী, নলিনীকুমাৰ মিশ্ৰ আৰু হৰিচন্দ্ৰ ভট্টচাৰ্য। আটাই কেইগৰাকী দ্বিতীয় শ্ৰেণী লাভ কৰিছিল।

১৯৪১ খৃঃ প্ৰথম শ্ৰেণী সত্যেন্দ্ৰনাথ শৰ্মা, দ্বিতীয় শ্ৰেণী ৰজনীকান্ত চৌধুৰী, গোবিন্দ দাস, কৃষ্ণ ভূঞা, দুলেশ্বৰ কোঁৱৰ, সুৰেন শৰ্মা আৰু ৰাজবালা দাস।

১৯৪২ খৃঃ দ্বিতীয় শ্ৰেণী : বিনয় চৌধুৰী, ভোলানাথ শৰ্মা, শশীকান্ত শৰ্মা।

১৯৪৩ খৃঃ দ্বিতীয় শ্ৰেণী : অতুলচন্দ্ৰ হাজৰিকা, তুলসীনাৰায়ণ শৰ্মা।

১৯৪৪ খৃঃ দ্বিতীয় শ্ৰেণী : অতুলচন্দ্ৰ বৰুৱা।

কলিকতা বিশ্ববিদ্যালয়ত অসমীয়া ভাষা সাহিত্যৰ এম. এ. শ্ৰেণী আৰম্ভ কৰাৰ লগে লগে কটন কলেজৰ আই. এ. আৰু বি. এ. শ্ৰেণীত অসমীয়া দ্বিতীয় ভাষা ( Assamese Second Language ) সুকীয়া বিষয় হিচাপে পাঠ্যক্ৰমৰ অন্তৰ্ভুক্ত কৰা হ'ল। তেতিয়াই বিৰিঞ্চিকুমাৰ বৰুৱাই কলিকতা বিশ্ববিদ্যালয়ৰপৰা আহি কটন কলেজত যোগদান কৰিছিল।

বিৰিঞ্চিকুমাৰ বৰুৱা ( ১৯০৮-১৯৬৩ ) এগৰাকী মেধাবী ছাত্ৰ। ১৯২৮ আৰু ১৯৩০ খৃঃত প্ৰথম বিভাগত প্ৰৱেশিকা আৰু আই. এ. আৰু ১৯৩২ খৃঃত পালি ভাষাৰ অনাৰ্চত প্ৰথম শ্ৰেণীত প্ৰথম স্থান লাভ কৰি বি. এ.

পৰীক্ষাত উত্তীৰ্ণ হৈছিল। পুনৰ ১৯৩৪ খৃঃত পালি ভাষাত প্ৰথম শ্ৰেণীত প্ৰথম স্থান লাভ কৰি এম. এ. ডিগ্ৰী লাভ কৰিছিল। ১৯৩৬ খৃঃৰপৰা তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ স্নাতক মহলাৰ অধ্যাপক নিযুক্ত হৈ কলিকতাৰ বিভিন্ন কলেজত পঢ়া আই. এ. আৰু বি. এ মহলাৰ ছাত্ৰক অসমীয়া বিষয় পঢ়ুৱাইছিল। ১৯৩৭ খৃঃত তেওঁ বিশ্ববিদ্যালয়ৰ পালি ভাষাৰো 'পাৰ্ট টাইম' অধ্যাপক স্বৰূপে অধ্যাপনা কৰিছিল।

অসমীয়া বিষয়টো পঢ়িব লগা বিষয় হিচাপে গুৰুত্ব আনি দিয়াত বিৰিঞ্চি-বৰুৱাৰ স্থান উৰ্দ্ধত। ইংৰাজী বঙলা আদি বিভিন্ন ভাষা সাহিত্যৰ লগত তুলনামূলক অধ্যয়নৰে অসমীয়া ভাষা সাহিত্যৰ পঠন-পাঠনৰ ধাৰাটোকে তেওঁ সলনি কৰি দিলে। অসমীয়া ভাষা সাহিত্য সমালোচনাত্মক দৃষ্টিভঙ্গীৰে পঢ়ুৱা পদ্ধতি প্ৰথম প্ৰৱৰ্তন কৰে বিৰিঞ্চিকুমাৰ বৰুৱাই।

১৯৩৮ খৃঃৰপৰাই উপেন্দ্ৰচন্দ্ৰ লেখাৰু কটন কলেজৰ অসমীয়া বিভাগত টিউটৰ স্বৰূপে যোগদান কৰিছিল। অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰাৰ পিছত ১৯৪০ খৃঃৰপৰা তেওঁ অসমীয়া বিভাগত স্থায়ীভাৱে নিযুক্তি লাভ কৰিলে। ১৯৪২ খৃঃত সত্যেন্দ্ৰনাথ শৰ্মা আৰু ১৯৪৫ খৃঃত অতুলচন্দ্ৰ হাজৰিকা অসমীয়া বিভাগত নিযুক্তি লাভ কৰা আন দুগৰাকী অধ্যাপক। অসমীয়া বিভাগ সংস্কৃতৰপৰা আঁতৰাই আনি এটা সুকীয়া বিভাগ স্বৰূপে কটন কলেজত স্বীকৃতি লাভ কৰিলে ১৯৪৩ খৃঃৰপৰা। ১৯৪৫ খৃঃত বিৰিঞ্চিকুমাৰ বৰুৱা অসমীয়া বিভাগৰ অধ্যাপক ( Professor ) আৰু মুখ্য অধ্যাপক ( Head of the Department ) নিযুক্ত হয়। সেই বছৰে তেওঁ উচ্চ শিক্ষাৰ বাবে বিলাতলৈ যায়।

কটন কলেজৰ বি. এ. শ্ৰেণীত অসমীয়া দ্বিতীয় ভাষা প্ৰচলন কৰাৰ পিছত ১৯৪২ খৃঃত অসমীয়া অনাৰ্চ পাঠ্যক্ৰম প্ৰস্তুত কৰিছিল। যুগুত কৰা পাঠ্যক্ৰমখনৰ বিষয়ে অভিমত বিচাৰি শিক্ষাধিকাৰে আঠ গৰাকী বিশিষ্ট শিক্ষাবিদ আৰু সাহিত্যিকলৈ লিখিছিল। অভিমত বিচাৰি লিখালিখি কৰাসকলৰ ভিতৰত আছিল পদ্মনাথ গোহাঞি বৰুৱা, কৃষ্ণকান্ত সন্দিকৈ, অম্বিকানাথ বৰা, ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা, শৰৎচন্দ্ৰ গোস্বামী, ডক্টৰ বাণীকান্ত কাকতি, বিৰিঞ্চিকুমাৰ বৰুৱা আৰু দিবাকৰ গোস্বামী।

অসমীয়া ভাষা সাহিত্যৰ অনাৰ্চ খোলাৰ প্ৰস্তাৱ আহিছিল কটন কলেজৰ

অসমীয়া বিভাগৰপৰা। ইয়াৰ মূলতে আছিল বিৰিঞ্চিকুমাৰ বৰুৱা। প্ৰস্তাবিত পাঠ্যক্ৰমৰ পাঠ্যপুথিসমূহ হ'ল :

প্ৰথম প্ৰশ্নকাকত : ৰুক্মিণী হৰণ কাব্য, মহাভাৰতৰ শান্তি পৰ্ব, ৰামায়ণ অৰণ্য আৰু কিষ্কিন্ধা, বৰফুকনৰ গীত, কদম কলি, তুমি, কাৰবালা, শেৱালি।

দ্বিতীয় প্ৰশ্নকাকত : কথাগীতা, পুৰণি অসম বুৰঞ্জী, পুৰণি অসমীয়া সাহিত্য ( ডক্টৰ বাণীকান্ত কাকতি ), কেন্দ্ৰ সভা, কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা, বহদৈ লিগিৰি, কাব্য আৰু অভিব্যঞ্জনা।

তৃতীয় প্ৰশ্নকাকত : ৰাম বিজয়, চোৰ ধৰা, কানীয়াৰ কীৰ্ত্তন, বেলি মাৰ, তিলোত্তমা সম্ভৱ, সাহিত্যৰ সাজ।

চতুৰ্থ প্ৰশ্নকাকত : বৰগীত আৰু ভটিমা, কমতাপুৰ ধ্বংস কাব্য, নিবেদন, মৈমনসিং গীতিকা।

পঞ্চম প্ৰশ্নকাকত : ভাবৰ বুৰবুৰণি, কথাকবিতা, গল্পসংগ্ৰহ, সাধনা।

ষষ্ঠ প্ৰশ্নকাকত : ৰুক্মিণীহৰণ নাট, অৰ্জুন ভঞ্জন, সাধনী, শোণিত-কুঁৱৰী।

অসমীয়া ভাষাত ভাল সমালোচনাৰ কিতাপ, অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ অভাৱ আৰু প্ৰায়বোৰ অসমীয়া কিতাপকে আই এ.-ৰপৰা বি. এ. লৈকে পাঠ্যক্ৰমৰ অন্তৰ্ভুক্ত কৰা হৈছে বুলি এচাম বুদ্ধিজীৱিয়ে অসমীয়া অনাৰ্চ পাঠ্যক্ৰম প্ৰচলনৰ বিৰুদ্ধে চৰকাৰৰ ওচৰত আপত্তি দৰ্শাইছিল। এনে আপত্তিৰ প্ৰতি সঁহাৰি জনাই চৰকাৰে কটন কলেজত অসমীয়া পাঠ্যক্ৰম প্ৰচলন কাৰ্য স্থগিত ৰাখিলে।

"The Education Department has given all necessary support to the sentiments and aspirations of the Assamese teaching staff, but when the opposition comes from the Assamese educationists themselves, the department is helpless. It would be compromising if it is stressed that initiator of the proposal is also connected with the preparation of text books in furtherance of it.

In the circumstances the proposal of introducing Honours Course may be postponed for the present."[১]

---

১। Dr. S. K. Bhuyan's Personal Records, Vol. 15.

কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত অসমীয়া বিষয়ত অনাৰ্চ খোলাৰ প্ৰচেষ্টা সিমানতে তল পৰিল। গুৱাহাটী বিশ্ববিদ্যালয় স্থাপনৰ লগে লগেহে বি. এ. শ্ৰেণীত অসমীয়া অনাৰ্চ পাঠ্যক্ৰম অন্তৰ্ভুক্ত হ'ল।

## স্বাধীনতা লাভৰ পিছত

স্বাধীনতা লাভৰ সময়ত ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ স্থায়ী সঞ্চালক। ইয়াৰ পিছত ডক্টৰ ভূঞা অসমৰ শিক্ষা আৰু সাহিত্য জগতৰ নানান গুৰুত্বপূৰ্ণ পদত অধিষ্ঠিত হয়।

দ্বিতীয় মহাযুদ্ধৰ পিছত পুনৰ বিশ্ববিদ্যালয় আন্দোলন গা কৰি উঠিল। ১৯৪৫ খৃঃত গুৱাহাটী বিশ্ববিদ্যালয় ট্ৰাষ্ট বোৰ্ড গঠন কৰা হৈছিল। ট্ৰাষ্ট বোৰ্ডৰ সভাপতি নিৰ্বাচিত হৈছিল গোপীনাথ বৰদলৈ। মন্ত্ৰীসভা গঠনৰ পিছত বৰদলৈ শিক্ষাদপ্তৰ ৰাখিলে নিজৰ হাতত।

১৯৪৭ খৃঃৰ আগষ্ট মাহত গুৱাহাটী বিশ্ববিদ্যালয় বিলখন বিধান সভাত গৃহীত হ'ল। ১৯৪৮ খৃঃৰ পৰীক্ষাসমূহ গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত পাতিবলৈ বৰদলৈয়ে বিশ্ববিদ্যালয় স্থাপনৰ কাম খৰখেদাকৈ আৰম্ভ কৰিলে।

শিক্ষামন্ত্ৰী বৰদলৈয়ে অসম চৰকাৰ তথা নতুন বিশ্ববিদ্যালয়ৰ হৈ কলিকতা বিশ্ববিদ্যালয়ৰ সৈতে আলাপ আলোচনা, দিহা-পৰামৰ্শ গ্ৰহণ আৰু পৰীক্ষাৰ প্ৰশ্ন কাকত আদি প্ৰস্তুত কৰাৰ বিষয়ে দায়িত্ব দিলে সূৰ্য্যকুমাৰ ভূঞাক। ১৯৪৭ খৃঃৰ ২০ অক্টোবৰৰপৰা ডিচেম্বৰৰ শেষলৈকে ডক্টৰ ভূঞাই স্পেচিয়েল ইউনিভাৰচিটি অফিচাৰ হিচাপে কাৰ্য সম্পাদন কৰিলে।

অৰ্থাৎ বিশ্ববিদ্যালয়ৰ প্ৰস্তুতিৰ কামখিনি স্পেচিয়েল ইউনিভাৰচিটি অফিচাৰ স্বৰূপে ডক্টৰ ভূঞাই চলাইছিল। তেতিয়াৰ কলিকতা বিশ্ব-বিদ্যালয়ৰ উপাচাৰ্য ডক্টৰ প্ৰমথনাথ বেনাৰ্জী ডক্টৰ ভূঞাৰ সহপাঠী বন্ধু। সেইবাবে কলিকতা বিশ্ববিদ্যালয়ৰ দ্বাৰা কৰিব লগা কামবোৰ ডক্টৰ ভূঞাই সহজতে কৰাব পাৰিছিল। ১৯৪৮ খৃঃৰ পহিলা জানুৱাৰীৰপৰা ফণীধৰ দত্তক গুৱাহাটী বিশ্ববিদ্যালয়ৰ পঞ্জীয়ক ( Registrar ) নিযুক্ত কৰা হয়। ১৯৪৮ খৃঃৰ ২৬ জানুৱাৰীত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম কোৰ্ট মিটিং চুদমাৰ্চন হলত অনুষ্ঠিত হৈছিল। বিশ্ববিদ্যালয়ৰ আচাৰ্য স্বৰূপে কোৰ্ট

মিটিংত পৌৰহিত্য কৰিছিল ৰাজ্যপাল চাৰ আকবৰ হায়দৰি। এইখন সভাতে কৃষ্ণকান্ত সন্দিকৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য নিৰ্বাচিত হৈ ২৩ ফেব্ৰুৱাৰীত কাৰ্যভাৰ গ্ৰহণ কৰিছিল।

বিশ্ববিদ্যালয়ৰ স্পেচিয়েল অফিচাৰ স্বৰূপে কাৰ্য নিৰ্বাহ কৰা সময়ত ভূঞা বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সঞ্চালক। বিশ্ববিদ্যালয়ৰ দায়িত্ব আছিল তেওঁৰ উপৰি-দায়িত্ব। গুৱাহাটী বিশ্ববিদ্যালয় স্থাপনৰ পিছত তেওঁ বিশ্ববিদ্যালয়ৰ কাৰ্যনিৰ্বাহকৰ সদস্য ( Member of the Executive Council ) নিৰ্বাচিত হৈছিল।

১৯৪৮ খ্বঃৰ ১ মেইৰপৰা সূৰ্য্যকুমাৰ ভূঞা অসমৰ শিক্ষাধিকাৰ ( Director of Public Instructor ) নিযুক্ত হয়। ভূঞা প্ৰথম অসমীয়া শিক্ষাধিকাৰ। ১ জুলাইৰপৰা তেওঁ শিক্ষাধিকাৰৰ লগতে কাৰিকৰী শিক্ষা বিভাগৰ সচিবস্বৰূপে কাম কৰিব লগা হৈছিল। তেতিয়া তেওঁৰ দৰমহা ১৫৪০ টকা।

১৯৪৮ খ্বঃত ছিলঙ-গুৱাহাটী অনাতাঁৰ কেন্দ্ৰ স্থাপন হ'ল। ডক্টৰ ভূঞা আছিল অনাতাঁৰ কেন্দ্ৰৰ এজন উপদেষ্টা। অসমৰ কৃষ্টি-সভ্যতাৰ কথা অনাতাঁৰ কেন্দ্ৰযোগে প্ৰচাৰৰ বাবে তেওঁ পৰামৰ্শ আগবঢ়াইছিল।

১৯৪৫ খ্বঃৰ আগভাগতে ভূঞা ডাঙৰীয়াই চৰকাৰী চাকৰিৰপৰা অৱসৰ গ্ৰহণ কৰিছিল। কিন্তু তেওঁৰ বাবে অৱসৰ গ্ৰহণ নহ'ল। এপ্ৰিল মাহৰপৰা পুনৰ তেওঁক বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সঞ্চালকৰ দায়িত্ব অৰ্পণ কৰিছিল। প্ৰকৃততে ১৯৪৯ খ্বঃৰ ৩১ মাৰ্চৰপৰা তেওঁ চৰকাৰী চাকৰিৰপৰা অৱসৰ গ্ৰহণ কৰিছিল। ডক্টৰ ভূঞাৰ ঠাইত শিক্ষাধিকাৰ নিযুক্ত হৈছিল উমাকান্ত গোস্বামী।

গুৱাহাটীলৈ অহা বহুতো ৰাষ্ট্ৰনেতা, শিক্ষাবিদ, বিশিষ্ট ব্যক্তিয়ে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত এভুমুকি মাৰিছিল নাইবা ডক্টৰ ভূঞাই নিজেই নিমন্ত্ৰণ কৰি আনি সম্পদৰাজি প্ৰদৰ্শন কৰিছিল।

১৯৪৯ খ্বঃৰ ১৬ ফেব্ৰুৱাৰীত ডক্টৰ সৰ্বপল্লী ৰাধাকৃষ্ণন বিশ্ববিদ্যালয় অনুদান আয়োগৰ সভাপতি স্বৰূপে গুৱাহাটীলৈ আহিছিল। সেই সময়তে উপাচাৰ্য কৃষ্ণকান্ত সন্দিকৈ আৰু আয়োগৰ আন আন সদস্যসকলৰ সৈতে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগলৈ আহি সম্পদৰাজি চাই, ডক্টৰ ৰাধাকৃষ্ণণে

অভিমত দিছিল: "It delights one to know that such good scholarly work is being done so unostentatiously in this Department of Historical and Antiquarian Studies. I hope very much that the new university of Assam with Gauhati as its headquarters will utilise this Department's selfless dedicated workers."[১]

ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰপ্ৰসাদ গুৱাহাটীলৈ আহোঁতে ১৯৫০ খৃঃৰ ২৮ অক্টোবৰত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত খন্তেকৰ বাবে ভুমুকি মাৰি সংগৃহীত পুথি-পাজি চাই সন্তোষ প্ৰকাশ কৰি লিখিছিল—

'Dr. S. K. Bhuyan was good enough to show me some of the most valuable illustrated manuscripts and also some of the publications relating to Assamese history. I was very much interested in all that I could see within the very short time I had, and I am only sorry that I could not give more time. His work deserves all help both from the public and the Government, and I hope it will not be allowed to suffer for want of it. I wish him all success in his works.[২]

সূৰ্য্যকুমাৰ ভূঞা উচ্চ শিক্ষাৰ বাবে বিলাতলৈ যোৱাৰ সময়ত আৰু অসমৰ শিক্ষাধিকাৰস্বৰূপে কাৰ্য নিৰ্বাহ কৰা কালছোৱাত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ কাম-কাজ চলাইছিল শৰৎকুমাৰ দত্তই।

প্ৰথমতে শ্ৰীদত্ত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সহকাৰী সঞ্চালক ( Assistant Director ) মনোনীত হয় আৰু সহকাৰী সঞ্চালক মনোনীত হয় বিৰিঞ্চিকুমাৰ বৰুৱা! ১৯৫১ খৃঃত কেশৱনাৰায়ণ দত্ত উপ-সঞ্চালক নিযুক্ত হয়। ১৯৫১ খৃঃৰ ১৬ চেপ্টেম্বৰত বিৰিঞ্চিকুমাৰ বৰুৱাই সহকাৰী সঞ্চালকৰ পদ ত্যাগ কৰিলে।

---

১। D. H, Bulletin No. 5, pp. 17-19

২। D. H. A. S. Bulletin No. 5. pp. 17—19

সূৰ্য্যকুমাৰ ভূঞা পৰ্বত ভৈয়াম সম্প্ৰীতিৰ প্ৰতি আছিল অধিক আগ্ৰহশীল। তেওঁৰ লিখনি আৰু বিবিধ কৰ্মৰাজিৰ মাজত সেই কথা স্পষ্ট। ১৯৪৭ খৃঃৰ ৫ নবেম্বৰৰপৰা ১১ নবেম্বৰলৈ ছিলঙত পৰ্বত ভৈয়াম সম্প্ৰীতি সপ্তাহ পালন কৰা হয়। ৰাজ্যপাল চাৰ আকবৰ হায়দৰী, মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈ এই সম্প্ৰীতি সপ্তাহত আগভাগ লৈছিল। সূৰ্য্যকুমাৰ ভূঞাই এই অনুষ্ঠানৰ আলোচনাচক্ৰত অংশ গ্ৰহণ কৰি ইতিহাসৰ নানান উদ্ধৃতিৰে অতীতৰপৰা চলি থকা পৰ্বত ভৈয়ামৰ সম্প্ৰীতিৰ কথা বহলাই আলোচনা কৰিছিল। Hills-Plains Relationship in Assam শীৰ্ষক প্ৰবন্ধ এটি লিখি সেই সময়তে তেওঁ আসাম ট্ৰিবিউনত প্ৰকাশ কৰিছিল ( ৮ নবেম্বৰ, ১৯৪৭ )।

১৯৫০ খৃঃৰ ২৭ জুলাইত উপাচাৰ্য কৃষ্ণকান্ত সন্দিকৈৰ সভাপতিত্বত গুৱাহাটী কাৰ্জন হলত এখন শিক্ষা সন্মিলন ( Educational Conference ) অনুষ্ঠিত হৈছিল। সন্মিলনখন উদ্বোধন কৰিছিল মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈয়ে। সভাত অংশ গ্ৰহণকাৰীসকলৰ মাজত আছিল বিশিষ্ট শিক্ষাবিদ ডক্টৰ তাৰাচাঁদ, ডক্টৰ ভি. এছ. ঝা, ডক্টৰ নিৰ্মলকুমাৰ সিদ্ধান্ত। শিক্ষাধিকাৰ উমাকান্ত গোস্বামীৰ অনুৰোধত ডক্টৰ ভূঞাই সন্মিলনৰ বাবে এখন প্ৰতিবেদন প্ৰস্তুত কৰিছিল।

ৰাজ্যপাল জয়ৰামদাস দৌলতৰামৰ সৌজন্যত ১৯৫০ খৃঃৰ ১৫ আগষ্টত ছিলঙৰ ৰাজভৱনত এখন বুৰঞ্জী সন্মিলন আহ্বান কৰা হয়। সভাত যোগদান কৰা ২১ গৰাকী বিশিষ্ট ব্যক্তিৰ ভিতৰত আছিল মতিৰাম বৰা, অমিয়কুমাৰ দাস, ডক্টৰ বাণীকান্ত কাকতি, ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা, ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা, প্ৰেমধৰ চৌধুৰী, ৰাজমোহন নাথ, কেশৱনাৰায়ণ দত্ত, ঈশ্বৰপ্ৰসাদ চৌধুৰী, কালিৰাম বৈশ্য প্ৰভৃতি। আলোচনাত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল ডক্টৰ ভূঞা, ডক্টৰ বৰুৱা, ৰাজমোহন নাথ আৰু কেশৱনাৰায়ণ দত্তই। এই সভাতে ৰাজ্যপালক সভাপতি, ডক্টৰ ভূঞা আৰু মতিৰাম বৰা উপসভাপতি, এছ. এম. বেনাৰ্জী আৰু কেশৱনাৰায়ণ দত্তক যুটীয়া সম্পাদক স্বৰূপে লৈ এখনি Historical Society গঠন কৰা হয়।

এবাৰ ডক্টৰ ভূঞাক মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিয়ে বুৰঞ্জীৰ বাণীত থকা তেওঁৰ "অমৃত প্ৰভা" প্ৰবন্ধটো ইংৰাজীলৈ তৰ্জমা কৰি দিবলৈ অনুৰোধ কৰিছিল। পাকিস্তানী অপপ্ৰচাৰৰ বিৰুদ্ধে চৰকাৰী বিজ্ঞপ্তিত সন্নিবিষ্ট

কৰিবলৈ উক্ত প্ৰবন্ধটোৰ প্ৰয়োজন হৈছিল। প্ৰবন্ধটো ইংৰাজীলৈ তৰ্জমা কৰাৰ লগতে কনকলাল বৰুৱাৰ Early History of Kamarupa গ্ৰন্থৰ-পৰাও কিছু কথা সংযোগ কৰিলে। ইয়াৰ লগৰ সংস্কৃত শ্লোকটো যুগুত কৰিলে অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাৰ সহযোগত। তেওঁৰ প্ৰাক্তন ছাত্ৰ ডেকা অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাৰ সহযোগৰ কথা স্বীকাৰ কৰিছে। প্ৰাক্তন ছাত্ৰ ডেকা অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাক স্বীকৃতি দিয়া কাৰ্যত প্ৰকাশ পাইছে ডক্টৰ ভূঞাৰ চৰিত্ৰৰ উদাৰতা আৰু মহানুভৱতা।

১৯৫০ খৃঃৰ বছৰটো অসমৰ বাবে আছিল দুৰ্যোগৰ বছৰ। সেই বছৰে ৬ আগষ্টত মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈৰ মৃত্যু অসমৰ বাবে বিনামেঘে বজ্ৰপাত সদৃশ। স্বাধীনতা লাভৰ পিছত অসমৰ শিক্ষা সংস্কৃতি জগতৰ সম্প্ৰসাৰণত বৰদলৈৰ ভূমিকা আছিল গুৰুত্বপূৰ্ণ। বৰদলৈৰ যত্নতে যুদ্ধকালীন প্ৰস্তুতিৰে গুৱাহাটী বিশ্ববিদ্যালয়ৰ কাম-কাজ আৰম্ভ হৈছিল। ডিব্ৰুগড়ত অসম মেডিকেল কলেজ, যোৰহাটত কৃষি কলেজ, গুৱাহাটীত ইঞ্জিনিয়াৰিং কলেজ, নগাঁৱত পশু চিকিৎসালয় কলেজ ( পিছত গুৱাহাটীলৈ স্থানান্তৰ কৰা হয় ), অসম উচ্চ ন্যায়ালয়, ছিলঙ গুৱাহাটী অনাতাঁৰ কেন্দ্ৰ আদি স্বাধীনতা লাভৰ ঠিক পিছতে বৰদলৈৰ যত্নত অসমত গঢ়ি উঠা আৰু জন্মলাভ কৰা অনুষ্ঠান। আনহাতে বৰদলৈ আছিল অসমৰ পৰ্বত-ভৈয়ামৰ সম্প্ৰীতিৰ প্ৰতীক। অসমৰ প্ৰগতি আৰু সম্প্ৰসাৰণৰ সন্ধিক্ষণে বৰদলৈৰ মৃত্যু অসমৰ বাবে অপূৰণীয় ক্ষতি।

১৯৪৬ খৃঃত চাৰ ষ্টেফৰ্ড ক্ৰীপচৰ নেতৃত্বত অহা মন্ত্ৰী-মিচনে ভাৰতবৰ্ষৰ প্ৰদেশসমূহ তিনিটা ভাগত ভাগ কৰিব বিচাৰিছিল। ইয়াৰে গ ভাগত ( C Group ) অসমক বঙ্গদেশৰ লৈতে জোটাকালি মাৰিব বিচাৰিছিল। বৰদলৈৰ নেতৃত্বত অসমবাসী এই সৰ্বনাশী মন্ত্ৰী-মিছনৰ প্ৰস্তাৱৰ বিৰুদ্ধে মাৰ বান্ধি থিয় দিছিলে। এই কাযত বৰদলৈ আৰু অসমবাসীয়ে লাভ কৰিছিল মহাত্মা গান্ধীৰ সুপৰামৰ্শ আৰু আশীৰ্বাদ। ফলত মন্ত্ৰী-মিছনৰ প্ৰস্তাৱ নাকচ হ'ল। বৰদলৈৰ নেতৃত্বই সৰ্বনাশৰপৰা অসমবাসীক ৰক্ষা কৰিছিল।

অসমৰ প্ৰগতি আৰু সম্প্ৰসাৰণৰ সন্ধিক্ষণত বৰদলৈৰ মৃত্যু অসমবাসীৰ বাবে আছিল অপূৰণীয় ক্ষতি। মৃত্যুৰ সময়ত বৰদলৈৰ বয়স তিনিকুৰি বছৰ

(১৮৯০-১৯৫০ খৃঃ)। বৰদলৈৰ পিছত অসমৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধি (১৯৫০-৫৭)।

বৰদলৈৰ মৃত্যুৰ মাত্ৰ কেইদিনমান পিছত হোৱা প্ৰলয়ঙ্কৰী ভূঁইকঁপ অসমৰ বাবে এক মহান দুৰ্যোগ। এই ভূঁইকঁপত বেছিকৈ ক্ষতি হৈছে উজনী অসম অঞ্চল, বিশেষকৈ লক্ষীমপুৰ আৰু শিৱসাগৰ জিলা। ভূঁইকঁপৰ পিছত হোৱা বানপানীত ধন-জন উভয়ৰে বিস্তৰ ক্ষতি হয়।

অসমত মাধ্যমিক শিক্ষা প্ৰচলনৰ সম্ভাৱনা আৰু প্ৰয়োজনীয়তা সম্পৰ্কে অধ্যয়ন কৰিবলৈ অসম চৰকাৰে গঠন কৰা সমিতিখনৰ সভাপতি মনোনীত কৰিছিল ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাক। ১৯৫০ খৃঃত গঠন কৰা মাধ্যমিক শিক্ষা পৰিষদৰ ( Secondary Education Board of Assam ) আন আন সদস্য সকলৰ ভিতৰত আছিল দিবাকৰ গোস্বামী, শৰৎকুমাৰ দত্ত, ফণীধৰ দত্ত, এ. চি. ৰয়, পূৰ্ণচন্দ্ৰ শৰ্মা, অবলাকান্ত গোস্বামী প্ৰভৃতি।

১৯৫০ খৃঃৰপৰা কিছুকাল সূৰ্য্যকুমাৰ ভূঞা আছিল নগাঁও কলেজ পৰিচালনা সমিতিৰ সভাপতি। তেওঁৰ জন্মভূমি নগাঁৱৰ শিক্ষা-সংস্কৃতিৰ লগত নানানভাৱে জড়িত হৈ আছিল।

## ষষ্ঠ দশক : সোণালী যুগ

বিংশ শতিকাৰ ষষ্ঠ দশক ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰ জীৱনৰ সন্মান, যশস্যা আৰু স্বীকৃতি লাভৰ পয়োভৰৰ কাল, সোণালী যুগ। এই কালছোৱাত তেওঁ সাহিত্য আৰু শিক্ষাজগতৰ উচ্চতম আসনত অধিষ্ঠিত হৈছিল। অসমৰ পুৰণি বুৰঞ্জী উদ্ধাৰৰবাবে জীৱন জুৰি কৰা সাধনাৰ ফলস্বৰূপে ভাৰতবৰ্ষৰ ভিতৰে বাহিৰে পাইছিল বিশিষ্ট সন্মান। এই কালছোৱাতে ১৯৫২ খৃঃত ৰাজ্যসভাৰ সদস্য নিৰ্বাচিত হৈ সংসদী ৰাজনীতিৰ সৈতেও জড়িত হৈ পৰিছিল। অৱশ্যে সংসদীয় ৰাজনৈতিক জীৱনৰ ইয়াতে আদি আৰু ইয়াতে অন্ত। অৰ্থাৎ ই তেওঁৰ জীৱনৰ জিৰণিৰ মাজুলীহে।

ষষ্ঠ দশক আৰু ইয়াৰ ঠিক পিছতে প্ৰকাশ পাইছে ডক্টৰ ভূঞাৰ ভালে-কেইখন মূল্যবান গ্ৰন্থ। উল্লেখযোগ্য প্ৰকাশিত গ্ৰন্থসমূহ হ'ল বুৰঞ্জীৰ বাণী (১৯৫১), ৰমণী গাভৰু (১৯৫১) মীৰজুমলাৰ অসম আক্ৰমণ (১৯৫৬), ত্ৰিপদী (১৯৫৯), বুৰঞ্জীমূলক প্ৰবন্ধৰ তালিকা (১৯৫৫), হৰিহৰ আতা (১৯৬০),

শৰাইঘাটৰ সুবচনী ( ১৯৬৩ ), Some Literary Reminiscences ( ১৯৫৪ ), Studies in the Literature of Assam ( ১৯৫৬ ), Atan Buragohain and His Times ( ১৯৫৭ ) আৰু Men I have Met ( ১৯৬২ )।

## ডি. লিট

সূৰ্য্যকুমাৰ ভূঞাৰ বুৰঞ্জীবিষয়ক অমূল্য গ্ৰন্থৰাজিৰবাবে ১৯৫১ খ্ৰঃৰ ২৪ জুলাইত লণ্ডন বিশ্ববিদ্যালয়ৰপৰা লাভ কৰিছিল উচ্চতম উপাধি Doctor of Literature. ভূঞা ডাঙৰীয়া লণ্ডন বিশ্ববিদ্যালয়ৰপৰা এই সম্মানিত D. Lit উপাধি লাভ কৰিছিল লণ্ডনৰ স্কুল অৱ অৰিয়েণ্টাল এণ্ড আফ্ৰিকান ষ্টাডিজৰ জৰিয়তে। সেই বছৰ উক্ত অনুষ্ঠানৰ জৰিয়তে পি-এইচ. ডি. উপাধি লাভ কৰিছিল তেৰ গৰাকী বিভিন্ন দেশৰ বিশিষ্ট গৱেষকে আৰু ডি. লিট উপাধি লাভ কৰিছিল একমাত্ৰ সূৰ্য্যকুমাৰ ভূঞাই। ভূঞা ডাঙৰীয়াই ডি. লিট উপাধি লাভ কৰিছিল বুৰঞ্জী বিষয়ত।[১]

১৯৩৮ খ্ৰঃত লণ্ডন বিশ্ববিদ্যালয়ৰপৰা উক্ত অনুষ্ঠানৰ জৰিয়তে ভূঞা ডাঙৰীয়া আৰু কেবা গৰাকী গৱেষকে পি-এইচ. ডি. লাভ কৰাৰ সময়ত মাত্ৰ এগৰাকী গৱেষকে ডি. লিট উপাধি লাভ কৰিছিল। তেতিয়াৰেপৰা ভূঞাই মনৰ মাজত পুহি ৰাখিছিল ডি. লিট উপাধি লাভৰ এ অৰা সপোন। ইয়াৰবাবে তেওঁৰ মূল্যবান বুৰঞ্জীবিষয়ক ৰচনাৰাজি স্কুল অৱ অৰিয়েণ্টাল এণ্ড আফ্ৰিকান ষ্টাডিজৰ জৰিয়তে লণ্ডন বিশ্ববিদ্যালয়লৈ পঠিয়াইছিল। গ্ৰন্থৰাজি আটোম-টোকাৰিকৈ সযত্নে পঠিয়াবলৈ যো-জা কৰোতে পত্নী লক্ষেশ্বৰী ভূঞাই সুধিছিল 'কলৈনো ইমান সযতনে পঠিয়াব?' আচল উদ্দেশ্যটো নজনাই ছিলঙলৈ পঠিয়াব বুলিহে উত্তৰ দিছিল। সহজভাৱে লৈ শ্ৰীযুতা ভূঞাই পুনৰ ক'লে 'ইমান কষ্ট কৰাতকৈ মানুহ এজনৰ হাতত পঠিয়াই দিলেও হয় দেখোন।'

---

১. School of Oriental and African Studies
University of London
Session 1950-51
Conferment of Degrees
Higher Degree 1951
Suryya Kumar Bhuyan—D. Lit., History, page, 35.

এনেদৰে কিতাপ-পত্ৰ পঠিয়াই দি ফলাফললৈ অপেক্ষি আছে। এদিন ৰাতিপুৱা পিয়নজনে দি গ'ল লণ্ডন বিশ্ববিদ্যালয়ৰ চিঠি এখন। চিঠিখন আনি কনিষ্ঠা কন্যা কমলী চৌধুৰীয়ে তেওঁৰ হাতত দিয়াত তেওঁৰ খুলিবলৈ সাহস নহ'ল। কিবা লিখা আছে? চিঠিখন কমলী চৌধুৰীকে খুলিবলৈ নিৰ্দেশ দিলে। চিঠিখন পঢ়িয়ে কমলী চৌধুৰী আনন্দত চিঞৰি উঠিল "এইয়া যে ডি. লিট. উপাধি প্ৰাপ্তিৰ চিঠি!"[২]

ডি. লিট. উপাধি আছিল ভূঞাৰ পাণ্ডিত্য আৰু অধ্যবসায়ৰ প্ৰতি যথাযোগ্য স্বীকৃতি। সেই বিষয়ে কলিকতাৰ 'আনন্দবাজাৰ পত্ৰিকা'ত ১৯৫১ খ্ৰীঃৰ ৩ আগষ্টত লিখিছিল: "ডাঃ ভূঞা ঐতিহাসিক গবেষণাৰ ক্ষেত্রে সুপৰিচিত। তাঁহাৰ ঐতিহাসিক নিবন্ধৰাজি, অনুদিত গ্ৰন্থাদি এবং তাহাৰ সম্পাদিত প্ৰাচীন অসমীয়া বুৰঞ্জীত আসামেৰ ইতিহাস সম্বন্ধে বহু জ্ঞাতব্য তথ্য প্ৰকাশিত হইয়াছে। ইতিহাস পুৰাতত্ত্ব গবেষণা বিভাগ প্ৰতিষ্ঠায় তাঁহাৰ ঐতিহাসিক গবেষণাৰ প্ৰতি একনিষ্ঠ অনুৰাগেৰ পৰিচয় পাওয়া যায়।"

ডি. লিট. উপাধি লাভৰ পিছত অসমৰ বহু ঠাইতে ভূঞা ডাঙৰীয়াক ৰাজহুৱাভাৱে সম্বৰ্ধনা জনোৱা হৈছিল। ১৯৫১ খ্ৰীঃৰ ২৫ নবেম্বৰত তিনি-চুকীয়াৰ দামোদৰ চিনেমা হলত ডিব্ৰুগড় ফইজনুৰ আলিৰ পৌৰহিত্যত তিনিচুকীয়া সাহিত্য সভা, সোমাৰ পৰিষদ বণিক সংঘ, শিক্ষক সংস্থা, বঙালী এছোচিয়েচন আদি লগ হৈ ভূঞা ডাঙৰীয়াক ৰাজহুৱাভাৱে সম্বৰ্ধনা জনোৱা হৈছিল। সম্বৰ্ধনাৰ উত্তৰ স্বৰূপে দিয়া ভাষণটো পিছত তেওঁ Some Literary Reminiscences নাম দি ১৯৫৪ খ্ৰীঃত গ্ৰন্থৰূপত প্ৰকাশ কৰিছিল।

---

২. LONDON UNIVERSITY

*Suryya Kumar Bhuyan*

**of**

**School of Oriental and African Studies having completed the course of Study approved by the University and passed the prescribed Examination, has this day been admitted by the Senate to the Degree of Doctor of Literature as an internal student.**

**24th July, 1951**

*James Henderson*
**Academic Registrar**

ডি. লিট. উপাধি লাভ কৰাৰ বাবে ভূঞাক ৰাজ্যপাল জয়ৰামদাস দৌলতৰামে অভিনন্দন জনাইছিল। সেই বছৰবে ১১ নবেম্বৰত ৰাজ্যপালে ভূঞাক বিশ্ববিদ্যালয়ৰ কোৰ্টৰ সদস্য মনোনীত কৰিছিল। ডি. লিট. উপাধি লাভৰ বাবে হাফলং আৰু ছিলঙ চহৰতো ৰাজহুৱাভাৱে সম্বৰ্ধনাসভাত পৌৰহিত্য কৰিছিল ৰাজ্যপাল জয়ৰামদাস দৌলতৰামে।

আজীৱন বুৰঞ্জীচৰ্চা কৰা সূৰ্য্যকুমাৰ ভূঞা ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ জন্মলগ্নৰ লগত জড়িত। ১৯৫২ খৃঃৰ ডিচেম্বৰ মাহত গোৱালিয়ৰত অনুষ্ঠিত ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ আধুনিক বুৰঞ্জী শাখাৰ সভাপতি আছিল ডক্টৰ ভূঞা।

বুৰঞ্জী কংগ্ৰেছৰ দ্বাবিংশ সম্মিলন ১৯৫৯ খৃঃৰ ২৭ ডিচেম্বৰৰপৰা গুৱাহাটীত অনুষ্ঠিত হয়। এইখন অধিবেশনৰ স্থানীয় বুৰঞ্জী শাখাৰ ( Local History Section ) সভাপতি নিৰ্বাচিত হৈছিল সূৰ্য্যকুমাৰ ভূঞা।

ছাত্ৰাৱস্থাৰেপৰা সাহিত্যচৰ্চা কৰা সূৰ্য্যকুমাৰ ভূঞা অসম সাহিত্যসভাৰ সৈতে আদিৰেপৰা জড়িত। আজীৱন সাহিত্যচৰ্চা কৰাৰ স্বীকৃতিস্বৰূপে ১৯৫২ খৃঃত ছিলঙত অনুষ্ঠিত অসম সাহিত্যসভাৰ দ্বাবিংশ অধিবেশনত পৌৰহিত্য কৰিছিল। মতিৰাম বৰা ছিলঙ অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি।

বুৰঞ্জীবিদ ডক্টৰ ভূঞা ১৯৫৩ খৃঃত ভাৰতৰ স্বাধীনতা আন্দোলনৰ বুৰঞ্জী প্ৰণয়ন আঞ্চলিক সমিতিৰ সদস্য নিযুক্ত হৈছিল। তেওঁ ১৯৫৫ খৃঃত গঠন কৰা ভাৰতীয় হিষ্টৰিকেল ৰেকৰ্ড কমিচনৰ আঞ্চলিক অনুসন্ধান সমিতিৰ ( Survey Committee ) সভাপতি নিৰ্বাচিত হৈছিল। ভাৰতীয় সংবিধান অসমীয়ালৈ তৰ্জমা কৰা সমিতিখনৰো সভাপতি আছিল ডক্টৰ ভূঞা। ডিষ্ট্ৰিক গেজেটিয়াৰ ( District Gazetteer ) সংশোধনী সমিতিৰো অধ্যাপক ভূঞা এগৰাকী অন্যতম সদস্য।

১৯৫২ খৃঃৰ অক্টোবৰ মাহত ইম্ফলত অনুষ্ঠিত মণিপুৰ সাহিত্য পৰিষদৰ সাধাৰণসভা উদ্বোধন কৰিছিল ডক্টৰ ভূঞাই। তেওঁৰ উদ্বোধনী ভাষণত মণিপুৰৰ সৈতে থকা মধুৰ সম্পৰ্কৰ কথা পৰ্য্যালোচনা কৰিছিল।

কটকত অনুষ্ঠিত উৰিষ্যাৰ সাহিত্যিক অনুষ্ঠান মহিবিছুৱা সম্মিলনৰ ( Mahibishuba Sammelan ) বাৰ্ষিক অধিবেশনতো ১৯৫৩ খৃঃৰ ১৫

এপ্রিলত মুখ্য অতিথিস্বৰূপে যোগদান কৰিছিল। বুৰঞ্জীবিদ ভূঞাৰ যি-কোনো ৰচনা বা ভাষণতো অতীত ঐতিহ্যৰ বিচাৰ কৰাটো চিৰাচৰিত ৰীতি আৰু চাৰিত্ৰিক বৈশিষ্ট্য। মুখ্য অতিথিৰ ভাষণতো তেওঁ পূৰ্বৰ ভাষণৰ দৰে উৰিষ্যা আৰু অসমৰ মাজত থকা বৈষ্ণৱ ধৰ্ম ভাষা আদিৰ মাজত থকা সাদৃশ্য আৰু অতীতৰপৰা থকা সম্পৰ্কৰ কথা আলোচনা কৰিছিল।

## ৰাজ্যসভাৰ সদস্য

আজীৱন শিক্ষা আৰু সাহিত্যসেৱী সূৰ্য্যকুমাৰ ভূঞা ১৯৫২ খৃঃৰ প্ৰথম সাধাৰণ নিৰ্বাচনৰ পিছত ৰাজ্যসভাৰ সদস্য নিৰ্বাচিত হয়। অসমৰপৰা নিৰ্বাচিত ৰাজ্যসভাৰ আন আন সদস্যসকল হ'ল লক্ষেশ্বৰ বৰুৱা, পুষ্পলতা দাস, মহম্মদ ৰফিক, মহম্মদ তৈয়বুল্লা আৰু থানলিৰা। ৰাজ্যসভাৰ সদস্য-স্বৰূপে ভূঞাৰ কাৰ্যকাল দুবছৰীয়া—১৯৫২ খৃঃত ১৩ মেইৰপৰা ১৯৫৪ খৃঃৰ ১ এপ্ৰিললৈকে। সেই বছৰে ২৯ মেইত প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুক লগ ধৰি তেওঁৰ কেইখনমান কিতাপ উপহাৰ দিছিল। ২১ মেইত ৰাষ্ট্ৰপতিৰ ভাষণৰ ওপৰত দিয়া ধন্যবাদসূচক ভাষণটোৱে সংসদত তেওঁৰ প্ৰথম বক্তৃতা।

১৯৫২ খৃঃৰ ১৮ মেই উপৰাষ্ট্ৰপতি ডক্টৰ সৰ্বপল্লী ৰাধাকৃষ্ণণৰ পৌৰহিত্যত বুদ্ধ পূৰ্ণিমা উপলক্ষ্যে অনুষ্ঠিত সভাখনৰ ডক্টৰ ভূঞা আছিল এগৰাকী অন্যতম বক্তা। ভাষণ প্ৰসঙ্গত তেওঁ উত্তৰ পূৰ্ব ভাৰতত পূৰ্বভাৰতী নামেৰে এখন নতুন বিশ্ববিদ্যালয় স্থাপনৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। প্ৰস্তাৱিত বিশ্ববিদ্যালয়খনৰ জৰিয়তে ব্ৰহ্মদেশ, তীব্বত, চীন, জাপান আৰু দক্ষিণ-পূব এচিয়াৰ দেশসমূহৰ ছাত্ৰসকলে প্ৰাচীন তক্ষশিলাৰ দৰে একেলগে মিলিত হ'ব পাৰে তেনে এক মধুৰ কল্পনাৰ ছবি দাঙি ধৰে।

সংসদী সদস্য থকা কালছোৱাত তেওঁ ১৯৫২ খৃঃৰ ২৬ জুলাইত নতুন দিল্লীৰ চেণ্ট ষ্টিফেনচ্ কলেজতো ভাষণ দিছিল। ভাষণ প্ৰসঙ্গত তেওঁ অসম বুৰঞ্জীৰ চমু আলোচনা আৰু লগতে আৰ্য অনাৰ্যৰ মিলনৰ কথা পৰ্যালোচনা কৰিছিল।

## ১১. অধ্যাপক সূৰ্য্যকুমাৰ ভূঞা জড়িত অনুষ্ঠান আৰু সভা-সমিতি

### কামৰূপ অনুসন্ধান সমিতি

অধ্যাপক সূৰ্য্যকুমাৰ ভূঞাৰ কটন কলেজত অধ্যাপনাৰ কালছোৱা অকল অধ্যয়ন আৰু অধ্যাপনাতে সীমাবদ্ধ নাছিল। নিষ্ঠা আৰু ঐকান্তিকতাৰে অধ্যয়ন আৰু অধ্যাপনা কৰাৰ উপৰিও বিবিধ ৰাজহুৱা অনুষ্ঠানৰ লগত জড়িত থাকি তেওঁ সাহিত্যচৰ্চাত আত্মনিয়োগ কৰিব পাৰিছিল।

কটন কলেজত যোগদান কৰাৰ বছৰেই অধ্যাপক ভূঞা কামৰূপ অনুসন্ধান সমিতিৰ সদস্যভুক্ত হয়। কামৰূপ অনুসন্ধান সমিতিত তেওঁৰ ভূমিকা গুৰুত্বপূৰ্ণ। কামৰূপ অনুসন্ধান সমিতিৰ জৰিয়তে তেওঁ প্ৰথমতে বুৰঞ্জীচৰ্চাৰ বহল পৰিসৰ গ্ৰহণ কৰে।

১৯১২ খৃঃত পোন প্ৰথমতে কামৰূপ অনুসন্ধান সমিতিৰ জন্ম। প্ৰাচীন কামৰূপৰ বিষয়ে ইতিহাসচৰ্চাই আছিল সমিতিৰ মুখ্য উদ্দেশ্য। প্ৰাচীন কামৰূপৰ পুৰাতত্ত্ব, পুৰালিপিতত্ত্ব, জাতিতত্ত্ব, আচাৰ পদ্ধতি, মুদ্ৰা, শিলামূৰ্তি, অস্ত্ৰশস্ত্ৰ, শিলালিপি আদিৰ অনুসন্ধান আৰু সংগ্ৰহ কৰাই আছিল সমিতিৰ থাই লক্ষ্য। অতীত অসমৰ প্ৰাচীন সামগ্ৰী আদি যাতে ক্ষয় পাব আৰু হস্তান্তৰ হ'ব নোৱাৰে, অতীত অসমৰ শিল্পকলা, স্থাপত্য আদিৰ কথা বিভিন্ন আলোচনী বাতৰি কাকতৰ যোগেৰে প্ৰচাৰ কৰা সমিতিৰ প্ৰধান লক্ষ্য আছিল। অসমত এটি চিত্ৰশালা আৰু যাদুঘৰ স্থাপনৰ পৰিকল্পনাও কৰা হৈছিল।

কামাখ্যা পাহাৰত কামৰূপ অনুসন্ধান সমিতি স্থাপনৰ যি পৰিকল্পনা বা আঁচান যুগুত কৰা হৈছিল সি বাস্তৱত ৰূপ পালে ১৯১২ খৃঃৰ ৭ এপ্ৰিলৰ এখন সভাত। এই সভাতে গঠন কৰা হ'ল কামৰূপ অনুসন্ধান সমিতি। মহামহোপাধ্যায় ধীৰেশ্বৰ ভট্টাচাৰ্য কবিৰত্ন, পদ্মনাথ ভট্টাচাৰ্য বিদ্যাবিনোদ, উত্তমচন্দ্ৰ বৰুৱা, প্ৰতাপচন্দ্ৰ গোস্বামী, ৰজনীকুমাৰ দাস, তাৰানাথ কাব্য-বিনোদ, গোপালকৃষ্ণ দে, সুৰেশচন্দ্ৰ বন্দ্যোপাধ্যায়, উমেশচন্দ্ৰ দে, আনন্দচন্দ্ৰ

বেদান্তবাগীশ, শিবনাথ স্মৃতিতীৰ্থ আৰু গোবিন্দচন্দ্ৰ শৰ্মা সমিতিৰ জন্ম-লগ্নৰ সদস্য। পিছত কালিচৰণ সেন সমিতিৰ সম্পাদক আৰু ধন-ভঁৰালী নিযুক্ত হয় ( ১৯১৪ খৃঃ )।

১৯১২ খৃঃৰ ১ অক্টোবৰৰপৰা হেমচন্দ্ৰ গোস্বামীক চৰকাৰে প্ৰাচীন পুথি সংগ্ৰহ আৰু অনুসন্ধান কাৰ্যত নিযুক্ত কৰিছিল। গোস্বামী ডাঙৰীয়াই প্ৰস্তুত কৰিছিল প্ৰাচীন পুথিৰ এখন বিবৰণমূলক তালিকা ( Descriptive Catalogue of Assamese Manuscripts, 1930 )। গোস্বামীয়ে সংগ্ৰহ কৰা ভালেকেইখন পুথি কামৰূপ অনুসন্ধান সমিতিত সংৰক্ষণ কৰা হৈছিল।

অনুসন্ধান সমিতিয়ে চৰকাৰৰ ওচৰত আৰ্থিক সাহায্যৰ বাবে আবেদন কৰাত ১৯১৫ খৃঃৰপৰা ২৫০ টকাকৈ চৰকাৰী অনুদান লাভ কৰিছিল। চীফ কমিচনাৰ আৰ্চ-ডেল আৰ্লৰ সৌজন্যত এই অনুদান ১৯১৬-১৭ খৃঃৰপৰা এহেজাৰ টকালৈ বৃদ্ধি কৰা হয়।

গুৱাহাটীৰ দীঘলী পুখুৰীৰ পাৰত সজা সমিতিৰ নিজা ভৱন ১৯১৭ খৃঃৰ ১৯ নবেম্বৰত কৰ্নেল পি. আৰ. টি. গৰ্ডনে উন্মোচন কৰিছিল। এই ভৱনটি নিৰ্মাণ কৰোতে খৰচ পৰিছিল ২১০০ টকা। সমিতিৰ ধন-ভঁৰালী যোগেন্দ্ৰনাথ বৰুৱাৰ তত্ত্বাৱধানত ভৱনটি নিৰ্মাণ কৰিছিল অচ্যুতানন্দ চৌধুৰীয়ে। সেই বছৰ সমিতিৰ সভাপতি নিৰ্বাচিত হৈছিল ৰায়বাহাদুৰ ভুবনৰাম দাস, সম্পাদক কালিচৰণ সেন আৰু সহকাৰী সম্পাদক গৌৰীকান্ত তালুকদাৰ।

১৯১৮ খৃঃৰপৰা ১৯২৩ খৃঃলৈ প্ৰথমবাৰ আৰু ১৯২৫ খৃঃৰপৰা মৃত্যুৰ আগমুহূৰ্তলৈকে দ্বিতীয়বাৰ সমিতিৰ সভাপতি নিৰ্বাচিত হৈছিল হেমচন্দ্ৰ গোস্বামী। ১৯২৩ খৃঃৰপৰা ১৯২৫ খৃঃলৈ জ্ঞানদাভিৰাম বৰুৱা সমিতিৰ সভাপতি। ১৯২৯ খৃঃৰপৰা ১৯৪০ খৃঃলৈকে সুদীৰ্ঘকাল সমিতিৰ সভাপতি কনকলাল বৰুৱা।

১৯১৮ খৃঃৰপৰা সূৰ্য্যকুমাৰ ভূঞা কামৰূপ অনুসন্ধান সমিতিৰ সদস্য। একেৰাহে বহুবছৰ তেওঁ ( ১৯১৮-১৯২২ ) অনুসন্ধান সমিতিৰ কাৰ্য-নিৰ্বাহকৰ সদস্য। ১৯২৬ খৃঃৰপৰা ১৯২৯ খৃঃলৈ দ্বিতীয়বাৰ তেওঁ কামৰূপ অনুসন্ধান সমিতিৰ সম্পাদক স্বৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। তেওঁৰ আগে পিছে ক্ৰমে কালিচৰণ সেন ( ১৯১৬-১৯২০ ), বিষ্ণুৰাম মেধি ( ১৯২০-২১ ), উমাকান্ত

গোস্বামী ( ১৯২২-১৯২৬ ) আৰু দিবাকৰ গোস্বামী ( ১৯২৯ খৃঃৰপৰা ) অনুসন্ধান সমিতিৰ সম্পাদক। সম্পাদকৰ দায়িত্ব বহন কৰাৰ উপৰিও ভূঞা ডাঙৰীয়াই ধন-ভঁৰালী, হিচাপ-পৰীক্ষক আদি সমিতিৰ বিভিন্ন দায়িত্ব বহন কৰিছিল।

দীঘলী পুখুৰীৰ দক্ষিণ পাৰত টিন পাতেৰে সজা কামৰূপ অনুসন্ধান সমিতিৰ ভৱনটি তেতিয়াৰ দিনত এটি আকৰ্ষণীয় অনুষ্ঠান। ৰাজ্যিক সংগ্ৰহালয়, ৰবীন্দ্ৰ ভৱন, ভগৱতীপ্ৰসাদ বৰুৱা ভৱন, ৰাজ্যিক পুথি ভঁৰাল আদি তেতিয়া নিৰ্মাণ হোৱা নাছিল। ৰাজ্যিক সংগ্ৰহালয়ৰ পিছফালে আজিও সেই ভৱনে কামৰূপ অনুসন্ধান সমিতিৰ ঐতিহ্য বহন কৰি আছে।

কাৰ্জন হলত ( নবীনচন্দ্ৰ বৰদলৈ হল ) অনুষ্ঠিত অনুসন্ধান সমিতিৰ বাৰ্ষিক অধিবেশনত ( ১৯ ডিচেম্বৰ, ১৯১৮ ) পাঠ কৰা ভূঞা ডাঙৰীয়াৰ 'আহোমৰ শাসন' ( Ahom Rule in Assam ) শীৰ্ষক প্ৰবন্ধটোৱে তেওঁৰ প্ৰথম ইংৰাজী প্ৰবন্ধ।[১]

তেওঁৰ 'আহোমৰ দিন' গ্ৰন্থৰ ওপৰত ভেটি কৰি প্ৰবন্ধটো যুগুত কৰিছিল। যোগেন্দ্ৰনাথ বৰুৱা আছিল সিদিনাৰ মুকলি সভাৰ সভাপতি।

Reports on the Manuscript of Assamese Puthis in Possession of the American Baptist Mission at Gauhati আৰু Glimpses of Assam in the Records of the Honourable East India Company অনুসন্ধান সমিতিত পাঠ কৰা ভূঞা ডাঙৰীয়াৰ দুটি ইংৰাজী প্ৰবন্ধ।[২]

অসমৰ শেষ ৰজা চন্দ্ৰকান্ত সিংহৰ পৰিয়ালৰ হাতত থকা আহোম যুগৰ কেইপদমান পুৰণি সম্পদ সংগ্ৰহৰ বাবে অনুসন্ধান সমিতিৰপৰা এটা সজাতি দল গৈ যুৱৰাজ কেশৱকান্ত সিংহৰ জোঁৱায়েক হেমকান্ত গোহাঞি আৰু নগেন্দ্ৰনাৰায়ণ চৌধুৰীক লগ ধৰে। সজাতি দলটোত আছিল হেমচন্দ্ৰ গোস্বামী, ৰাধানাথ ফুকন, সৰ্বেশ্বৰ শৰ্মা কটকী, মুক্তাধৰ শৰ্মা, জ্ঞাননাথ বৰা আৰু সূৰ্য্যকুমাৰ ভূঞা। ভূঞা সেই সময়ত দ্বিতীয়বাৰ সমিতিৰ

---

১। **Sarma, Chandra Nath. *ed*: The Works of the Kamarupa Anusandhan Samity, p. 94**

২। **Bhuyam, S. K. *ed*: Report and Conspectus of the Kamarupa Anusandhan Samity. p, 43**

সম্পাদক। ৰাজ-পৰিয়ালৰপৰা অনুসন্ধান সমিতিয়ে লাভ কৰা ১৭ বিধ সম্পদৰ ভিতৰত আছিল হেংদান, কিংখাপ চোলা, গোমচেঙ বুকু-চোলা, জৰি চাদৰ, টঙালি, চীনা চোলা ( China Chola ), বৰ্মা কাপোৰ ( Burma Cloth )। ১৯২৬ খৃঃৰ ৮ আগষ্টত অনুসন্ধান সমিতিয়ে লাভ কৰা এই সম্পদৰাজি এতিয়া অসম ৰাজ্যিক সংগ্ৰহালয়ত সংগৃহীত হৈছে।

অধ্যাপক ভূঞাৰ যত্নতে খাৰঘুলি অঞ্চলৰপৰা ৫০০০ কামানৰ গুলি সংগ্ৰহ কৰি সংৰক্ষণ কৰা হৈছিল।

কামৰূপ অনুসন্ধান সমিতিৰ জৰিয়তে অধ্যাপক ভূঞা প্ৰথমতে বুৰঞ্জী চৰ্চাত সক্ৰিয়ভাৱে জড়িত হৈ পৰিছিল। সম্পাদকৰ দায়িত্বৰপৰা অব্যাহতি লোৱাৰ পিছতো সুদীৰ্ঘকাল তেওঁ সমিতিৰ কাৰ্যনিৰ্বাহকৰ সদস্য। তেওঁৰ Historical Research in Assam আদি ভালেকেইখন বুৰঞ্জীমূলক মূল্যবান ৰচনা অনুসন্ধান সমিতিৰ উদ্দেশ্যে যুগুত কৰা।

ভূঞাৰ কাৰ্যকালত লাভ কৰা ২০০০ টকাৰ অনুদানেৰে সমিতিৰ ভৱনৰ এটি নতুন খোটালী নিৰ্মাণ কৰা হৈছিল। এই খোটালীটোতে পোনতে সংগৃহীত আপুৰুগীয়া সম্পদৰাজি সংৰক্ষণৰ ব্যৱস্থা কৰিছিল। মাজতে সমিতিয়ে লাভ কৰা চৰকাৰী অনুদান ৫০০ টকালৈ হ্ৰাস পাইছিল। ১৯২৬ খৃঃৰপৰা পুনৰ এহেজাৰ টকালৈ বৃদ্ধি পায়।

লণ্ডনৰ ইণ্ডিয়া অফিচ লাইব্ৰেৰীত সংৰক্ষিত John Petter Wade-ৰ Geographical Sketches of Assam খনৰ পাণ্ডুলিপিটো অসম চৰকাৰৰ জৰিয়তে সমিতিয়ে ধাৰলৈ আনি Assam Review-ত ছোৱা-ছোৱাকৈ ছপোৱাৰ ব্যৱস্থা কৰিছিল। পুথিখনি সম্পাদনা আৰু সংশোধনৰ ভাৰ পৰিছিল অধ্যাপক ভূঞাৰ ওপৰত।

ভূঞা ডাঙৰীয়া সম্পাদক থকা কালছোৱাত সমিতিৰ সভাপতি হেমচন্দ্ৰ গোস্বামীৰ মৃত্যু হয়। সমিতিৰ সপ্তদশ বাৰ্ষিক অধিবেশনত ভূঞা ডাঙৰীয়াই সভাপতি গোস্বামীৰ বিষয়ে এটি মূল্যবান প্ৰবন্ধ পাঠ কৰিছিল। প্ৰবন্ধটো পিছত অসমীয়া সাহিত্যৰ চানেকি প্ৰথম খণ্ডত সন্নিবিষ্ট কৰা হয়।

তেওঁৰ কাৰ্যকালতে অনুসন্ধান সমিতিৰ বিষয়ে বিবিধ তথ্যৰে সংকলন কৰা হৈছিল Report and Conspectus of the Kamarupa Anusandhan Samity or the Assam Research Society, 1927.

নকৈ স্থাপন কৰা বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ দায়িত্ব মূৰ পাতি লব লগা হোৱাত ১৯২৯ খৃঃৰ নবেম্বৰ মাহৰপৰা ভূঞা ডাঙৰীয়াই অনুসন্ধান সমিতিৰ সম্পাদকৰ দায়িত্বৰপৰা অব্যাহতি লয়। সমিতিৰ নতুন সম্পাদক নির্বাচিত হয় অধ্যাপক দিবাকৰ গোস্বামী।

ৰাজ্যিক সংগ্ৰহালয় নির্মাণৰ কাম সম্পূর্ণ হোৱাত নকৈ গঠন কৰা সংগ্ৰহালয়ৰ অবৰক্ষণ সমিতিৰ ( Board of Trustees ) ডক্টৰ ভূঞা এগৰাকী সদস্য। কনকলাল বৰুৱা সভাপতি, যোগেন্দ্রনাথ বৰুৱা, কেদাৰমল ব্ৰাহ্মণ, কালিৰাম মেধি, সৈয়দ মহম্মদ মহিবুল্লা আন আন সদস্য। ১৯৪০ খৃঃৰ ৮ জানুৱাৰীত কনকলাল বৰুৱাৰ মৃত্যু হোৱাত সাময়িকভাৱে চৰকাৰে ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাক ৰাজ্যিক সংগ্ৰহালয়ৰ বোর্ড অব ট্ৰাষ্টিৰ সভাপতি মনোনীত কৰিছিল। ১৯৪০ খৃঃৰ ২১ এপ্রিলত গৱৰ্ণৰ চাৰ ৰবার্ট নীল ৰীডে সংগ্ৰহালয় মুকলি কৰিছিল। ১৯৫৩ খৃঃৰপৰা সংগ্ৰহালয়ৰ পৰিচালনাৰ ভাৰ চৰকাৰে গ্রহণ কৰিছিল।

## ভাৰতীয় প্ৰাচ্য সম্মিলন

১৯১৯ খৃঃৰ ৫ নবেম্বৰত সদৌ ভাৰত প্ৰাচ্য সম্মিলনৰ জন্ম ( All-India Oriental Conference )। পুনাত অনুষ্ঠিত এই প্ৰাচ্য সম্মিলনৰ জন্মলগ্নৰ অধিবেশনৰ সভাপতি ৰামকৃষ্ণ গোপাল ভাণ্ডাৰকৰ। পুনাৰ ভাণ্ডাৰকৰ অৰিয়েন্টাল ৰিচাৰ্চ ইনষ্টিটিউট ( The Bhandarkar Oriental Research Institute ) পিছত হৈ পৰিল প্ৰাচ্য সম্মিলনৰ স্থাই কার্যালয়।

১৮৭৩ খৃঃত আন্তঃৰাষ্ট্রীয় প্ৰাচ্য সম্মিলনৰ ( International Congress of Orientalists ) জন্ম হয় পেৰিচ চহৰত। আৰ জি. ভাণ্ডাৰকৰ, এচ. পি. পণ্ডিত, জে. জে. মোদি প্রভৃতি পণ্ডিতমণ্ডলী সময়ে সময়ে বিভিন্ন ৰাজ্যত অনুষ্ঠিত আন্তঃৰাষ্ট্রীয় প্ৰাচ্য সম্মিলনত যোগদান কৰিছিল। এই পণ্ডিত-মণ্ডলীয়ে এনে এখন সম্মিলন ভাৰতবর্ষতো কৰাৰ আঁচনি মনতে পাঙিছিল যদিও বহুদিনলৈকে বাস্তৱত ৰূপ দিব পৰা নাছিল।

প্ৰথমতে জে. ভগেল ( J. Vogel ) ভাৰতবর্ষত বুৰঞ্জী, পুৰাতত্ত্ব, পুৰাণ পুথিপত্ৰ আদিৰ পাণ্ডুলিপি সম্পর্কে গৱেষণাৰ এটি কেন্দ্ৰ স্থাপনৰ কথা চিন্তা কৰিছিল। তেওঁৰ আঁচনি মতে ১৯১১ খৃঃত চাৰ হাৰকোর্ট বাটলাৰে চিমলাত

এখন সভা আহ্বান কৰিছিল। চিমলাত গোটখোৱা পণ্ডিতমণ্ডলীয়ে ভগেলৰ পৰিকল্পনাত সঁহাৰি দিও প্ৰথম মহাসমৰৰ ব্যস্ততাৰ বাবে কাৰ্যকৰী কৰিব পৰা নাছিল।

ইতিমধ্যে ৰামকৃষ্ণ গোপাল ভাণ্ডাৰকৰৰ চাৰিকুৰি আঠ বছৰীয়া জন্ম-জয়ন্তী উপলক্ষে পুনা চহৰত গঢ়ি উঠিল The Bhandarkar Oriental Research Institute ( ৬ জুলাই, ১৯২৭ )। উক্ত অনুষ্ঠানৰ গুৰি-ধৰোঁতা-সকলে সৰ্বভাৰতীয় ভিত্তিত যি এটি অনুষ্ঠান গঢ়ি তোলাৰ আঁচনি কৰিলে সেই আঁচনিৰ ফলস্বৰূপে সদৌ ভাৰত প্ৰাচ্য সন্মিলনৰ জন্ম।[১]

কলিকতা বিশ্ববিদ্যালয়ৰ আমন্ত্ৰণক্ৰমে ১৯২২ খৃঃৰ ২৮ ফেব্ৰুৱাৰীৰপৰা প্ৰাচ্য সন্মিলনৰ দ্বিতীয় অধিবেশন কলিকতা মহানগৰীত অনুষ্ঠিত হৈছিল। অধ্যাপক চেলভেইন লেভি দ্বিতীয় অধিবেশনৰ সভাপতি।

সূৰ্য্যকুমাৰ ভূঞাই প্ৰাচ্য সন্মিলনৰ দ্বিতীয় অধিবেশনত যোগদান কৰিবলৈ লিখালিখি কৰিও অনিবাৰ্য কাৰণত যোগদান কৰিব নোৱাৰিলে।

১৯২৮ খৃঃৰ ১৯ নবেম্বৰৰপৰা প্ৰাচ্য সন্মিলনৰ পঞ্চম অধিবেশন লাহোৰ নগৰত মহামহোপাধ্যায় ডক্টৰ হৰপ্ৰসাদ শাস্ত্ৰীৰ পৌৰহিত্যত অনুষ্ঠিত হয়। কামৰূপ অনুসন্ধান সমিতিৰ প্ৰতিনিধিস্বৰূপে অধ্যাপক ভূঞা, অধ্যাপক মহীবুল্লা আৰু সৰ্বেশ্বৰ শৰ্মা কটকীয়ে যোগদান কৰিছিল। প্ৰাচ্য-সন্মিলনত ভূঞাই পাঠ কৰিছিল অসমৰ বুৰঞ্জী সাহিত্য ( Assamese Historicai Literature ) শীৰ্ষক এখন মূল্যবান ৰচনা। ৰচনাখন পিছত Indian Historical Quarterly-ত প্ৰকাশ হৈছিল। বিপিনকুমাৰ বৰগোঁহাঞি আৰু হৰেন্দ্ৰনাথ শৰ্মাই ৰচনাখন অসমীয়ালৈ তৰ্জমা কৰি আৱাহনত প্ৰকাশ কৰিছিল।

প্ৰাচ্য সন্মিলনৰ লগতে ভূঞাই লাহোৰত থকা পঞ্জাব চৰকাৰৰ ৰেকৰ্ড ৰুমটো চাইছিল। ইয়াতে পঞ্জাব চৰকাৰৰ ভালেমান আপুৰুগীয়া নথিপত্ৰ সংৰক্ষিত হৈছে।

১৯৩০ খৃঃত পাটনা চহৰত প্ৰাচ্য সন্মিলনৰ ষষ্ঠ অধিবেশন অনুষ্ঠিত হৈছিল। হিৰললাল উক্ত অধিবেশনৰ সভাপতি। অধ্যাপক ভূঞাই ষষ্ঠ অধিবেশনতো যোগদান কৰিছিল।

---

১। আৰ. এন. ভাণ্ডাৰকাৰ : All-India Oriental Conferance, Historical sketch, vide Orienral Studies and Bengal.

১৯৩৫ খৃঃত মহীশূৰত অনুষ্ঠিত অষ্টম অধিবেশনত অনুসন্ধান সমিতিৰ পক্ষৰপৰা সম্পাদক দিবাকৰ গোস্বামী আৰু সৰ্বেশ্বৰ শৰ্মা কটকীয়ে যোগদান কৰিছিল।

উক্ত অধিবেশনত শৰ্মা কটকীয়ে মেজিক লেন্টাৰ্ণৰ সহায়ত অসমৰ পুৰাতত্ত্বৰ বিষয়ে এটি সাৰগৰ্ভ বক্তৃতা দিছিল।

১৯৬৪ খৃঃত প্ৰাচ্য-সন্মিলনৰ দ্বাবিংশ অধিবেশন গুৱাহাটীত অনুষ্ঠিত হৈছিল।

## ইণ্ডিয়ান হিষ্টৰিকেল ৰেকৰ্ড কমিচন

স্কুলীয়া কালৰেপৰা বুৰঞ্জী চৰ্চাৰ প্ৰতি থকা সূৰ্য্যকুমাৰ ভূঞাৰ আগ্ৰহ প্ৰথম অৱস্থাত অসমৰ চাৰি সীমাৰ মাজতে আবদ্ধ আছিল। অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনৰ লগত আয়োজিত বুৰঞ্জী শাখাৰ দ্বিতীয়খন অধিবেশনৰ সভাপতি অধ্যাপক সূৰ্য্যকুমাৰ ভূঞা ( ১৯২৬ খৃঃ )। প্ৰথমখন সভাৰ সভাপতি হিতেশ্বৰ বৰবৰুৱা ( ১৯২৫ খৃঃ )।

প্ৰাচ্য সন্মিলনতো অধ্যাপক ভূঞাই বুৰঞ্জী শাখাতহে প্ৰবন্ধ পাঠ কৰিছিল।

১৯১৯ খৃঃত ইণ্ডিয়ান হিষ্টৰিকেল ৰেকৰ্ড কমিছনৰ জন্ম। সেই বছৰৰে ১৯, ২০ জুনত মিঃ এইচ. চাৰ্পৰ পৌৰহিত্যত চিমলাত ৰেকৰ্ড কমিছনৰ প্ৰথম অধিবেশন অনুষ্ঠিত হয়। ৰেকৰ্ড কমিছনৰ দৰে সৰ্বভাৰতীয় অনুষ্ঠানৰ লগত যোগাযোগ ৰক্ষা কৰিবলৈ অধ্যাপক ভূঞাই মন কৰিলে। প্ৰথমতে ১৯২৭ খৃঃত ৰেঙ্গুনত অনুষ্ঠিত ৰেকৰ্ড কমিছনৰ দশম অধিবেশন উপলক্ষে Early British Relation with Assam শীৰ্ষক প্ৰবন্ধ এটি যুগুতাই পঠিয়াইছিল। ১৯২৮ খৃঃৰপৰা ভূঞা ডাঙৰীয়াক ৰেকৰ্ড কমিছনৰ সদস্য ( Corresponding Member ) ভুক্ত কৰা হয়। তেতিয়াৰেপৰা ১৯৪৭ খৃঃলৈকে এৰা-ধৰাকৈ তেওঁ ৰেকৰ্ড কমিছনৰ সদস্য স্বৰূপে কাম কৰিছিল। ৰেকৰ্ড কমিছনৰ সদস্যভুক্ত কৰি সম্পাদক আবদুল আলিয়ে তেওঁলৈ লিখিছিল "You are aware of the fact that Assam is not represented in the Indian Historical Records Commission, though the Assam records, deposited in the Government

archives in Assam or in the Imperial Record Department, are yet an unexplored field of research."

সেই বছৰবে ডিচেম্বৰ মাহত নাগপুৰত ৰেকড কমিছনৰ একাদশ অধিবেশন অনুষ্ঠিত হয়। সদস্যভুক্ত হৈও প্ৰথমবাৰ ভূঞা ডাঙৰীয়াই অসুবিধাবশত যোগ দিব নোৱাৰিলে।

১৯২৯ খৃঃৰ ২১ ডিচেম্বৰৰপৰা গোৱালিয়ৰত অনুষ্ঠিত ৰেকৰ্ড কমিছনৰ দ্বাদশ অধিবেশনত অধ্যাপক ভূঞাই যোগদান কৰিছিল। উক্ত অধিবেশনৰ মুকলি সভাত ভূঞা ডাঙৰীয়াই পাঠ কৰিছিল এটি তথ্য-গধুৰ প্ৰবন্ধ An Early Historian of the East India Company: Dr. John Peter Wade. মূল সভাৰ সভাপতি চাৰ ফ্ৰাঙ্ক নয়চি (Sir Frank Noyce) ভূঞাৰ পৰিচয় দি লগতে কৈছিল 'অসমৰপৰা ৰেকৰ্ড কমিছনত অংশ গ্ৰহণ কৰা এইবাৰেই প্ৰথম।' প্ৰবন্ধ পাঠৰ উপৰিও ৰেকৰ্ড কমিছনৰ প্ৰদৰ্শনীত ভূঞাই প্ৰদৰ্শন কৰিছিল অসমৰ কেইপদমান সম্পদ: অষ্টাদশ শতিকাৰ এখনি তামৰ ফলি, অসমীয়া ভাষা আৰু টাই-আহোম ভাষাত লিখা পুথিৰ পাণ্ডুলিপি, এটি হাতীদাঁতৰ মোহৰ। যদুনাথ চৰকাৰ, ৰমেশচন্দ্ৰ মজুমদাৰ, ডি. আৰ. ভাণ্ডাৰকৰ প্ৰভৃতি ১৮ গৰাকী বুৰঞ্জীবিদে সভাত প্ৰবন্ধ পাঠ কৰিছিল। সদস্যসকলে তানসেনৰ সমাধি, ৰজা মানসিংহৰ দুৰ্গ প্ৰভৃতি চাবলৈ গৈছিল। লগতে ভূঞাই চাই লৈছিল গোৱালিয়ৰ ৰাজ-দৰবাৰৰ পুৰণি ৰেকৰ্ড বিভাগ, পুৰাতত্ত্ব বিভাগ আৰু ৰাজভৱন। উভতি আহোঁতে তেওঁ মথুৰা, কানপুৰ, এলাহাবাদ আৰু পাটনা ভ্ৰমণ কৰি আহিছিল।

১৯৩০ খৃঃৰ ২২ ডিচেম্বৰৰপৰা পাটনাত অনুষ্ঠিত ৰেকৰ্ড কমিছনৰ ত্ৰয়োদশ অধিবেশনতো ভূঞাই যোগ দিছিল। একেলগে পাটনাত অনুষ্ঠিত ষষ্ঠ বাৰ্ষিক প্ৰাচ্য সম্মিলনত যোগ দিয়াৰ কথা আমি পূৰ্বতে উল্লেখ কৰিছোঁ।

উচ্চ শিক্ষাৰ বাবে বিদেশলৈ যোৱা আৰু আন কামৰ ব্যস্ততাৰ বাবে ৰেকড কমিছনৰ সদস্যভুক্ত হৈয়ো কেইবছৰমান ভূঞাই বাৰ্ষিক অধিবেশন-বোৰত যোগ দিব পৰা নাছিল।

১৯৪০ খৃঃৰ ২১ ডিচেম্বৰৰপৰা বৰোদাত অনুষ্ঠিত ৰেকৰ্ড কমিছনৰ সপ্তদশ অধিবেশনত ভূঞাই পুনৰ যোগ দিছিল। বৰোদাত তেওঁলোক

আছিল মহাৰজাৰ চৰকাৰী আলহী স্বৰূপে। অধিবেশনৰ সভাপতি গিৰিজাশঙ্কৰ বাজপাই অনিবাৰ্য কাৰণবশত উপস্থিত থাকিব নোৱৰাত সভা পৰিচালনা কৰিছিল যদুনাথ সৰকাৰে। সভাৰ শেষত সদস্যসকলে এখন বিশেষ ৰেলগাড়ী যোগে দোভাই, ভিলপুৰ আৰু চম্পাৰণৰ ঐতিহ্যপুৰ্ণ ঠাই আৰু সম্পদসমূহ দৰ্শনৰ বাবে গৈছিল।

## ভাৰতীয় বুৰঞ্জী কংগ্ৰেছ

১৯৩৫ খৃঃৰ ৮ জুনত পুনা চহৰত ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ জন্ম। বুৰঞ্জী কংগ্ৰেছৰ জন্মলগ্নৰেপৰা ভূঞা ডাঙৰীয়া সক্ৰিয়ভাৱে জড়িত। তেওঁ বুৰঞ্জী কংগ্ৰেছত যোগদান কৰিছিল বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ প্ৰতিনিধি স্বৰূপে।

প্ৰথমতে বুৰঞ্জী কংগ্ৰেছৰ উদ্দেশ্য আছিল মুছলমানৰ ভাৰত আক্ৰমণৰ-পৰা বৃটিছ ৰাজত্বলৈকে বুৰঞ্জী চৰ্চা আৰু গৱেষণাৰ মাজত এটি সমন্বয় স্থাপন কৰা। ইতিহাস চৰ্চাত প্ৰকৃত সত্যতত্ত্ব উদ্ঘাটন কৰাই আছিল ঘাই লক্ষ্য। কোনোধৰণৰ আৱেগ অনুভূতিক প্ৰাধান্য নিদিবলৈ বুৰঞ্জীবিদ-সকলক সচেতন কৰি দিবলৈ উদ্যোক্তাসকলে বিচাৰিছিল। সেই উদ্দেশ্যৰে প্ৰাদেশিক চৰকাৰ বিশ্ববিদ্যালয়ৰ প্ৰতিনিধিৰে সভাখন গঠন কৰিছিল।

প্ৰথম অধিবেশনৰ মুকলি সভা অনুষ্ঠিত হৈছিল পৰশুৰাম ভাও কলেজৰ প্ৰেক্ষাগৃহত। মুকলি সভাৰ সভাপতি চাৰ চাফাট আহম্মদখানৰ নাম প্ৰস্তাৱ কৰিছিল সূৰ্য্যকুমাৰ ভূঞাই। দত্ত বৰ্মণ পোদ্দাৰ বুৰঞ্জী কংগ্ৰেছৰ প্ৰধান সম্পাদক। অধ্যাপক ভূঞা বুৰঞ্জী কংগ্ৰেছৰ কাৰ্যনিৰ্বাহকৰ এজন সদস্য। কাৰ্যনিবাহকৰ উপৰিও গঠন কৰা প্ৰতিনিধিমূলক সভাখনতো অধ্যাপক ভূঞা সদস্য মনোনীত হৈছিল।

বুৰঞ্জী কংগ্ৰেছ উপলক্ষে আযোজন কৰা প্ৰদৰ্শনীত অধ্যাপক ভূঞাই বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ কেইপদমান সম্পদ প্ৰদৰ্শন কৰি নিজেই ইয়াৰ ব্যাখ্যা কৰিছিল। প্ৰদৰ্শন কৰা সামগ্ৰীসমূহৰ ভিতৰত আছিল ‘হস্তিবিদ্যাৰ্ণৱ’ৰ কেইখিলামান পাত, শঙ্খচুড বধ, ভাগৱত ষষ্ঠ স্কন্ধ, পুৰণি অসম বুৰঞ্জী আদি।

বুৰঞ্জী কংগ্ৰেছত ভূঞাই পাঠ কৰিছিল ‘মহাবীৰ লাচিত বৰফুকন’ৰ

বিষয়ে এটি মূল্যবান তথ্য-বহুল প্ৰবন্ধ। লাচিতৰ মাৰাঠা বীৰ শিবাজীৰ সৈতে বহু দিশতে সাদৃশ্য আছে। দুয়োৱে যুঁজিছিল মোগল সম্ৰাট আউৰঙ্গজেবৰ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে। ভূঞাৰ প্ৰৱন্ধৰ যোগেৰে বুৰঞ্জীবিদসকলে দুয়োগৰাকী মহান স্বদেশ-প্ৰেমিকৰ বীৰত্বব্যঞ্জক কাহিনী তুলনা কৰি চাব পাৰিছিল।

ভূঞাৰ লাচিত বৰফুকনৰ প্ৰবন্ধই মাৰাঠী সাংবাদিকসকলৰ দৃষ্টি আকৰ্ষণ কৰিলে। পিছদিনা তেওঁৰ ওচৰলৈ আহিল মাৰাঠী দৈনিক সংবাদপত্ৰ নোৱাকলৰ ( The Nowakal ) দুগৰাকী সাংবাদিক। আৰু তেওঁলোকে লাচিত বৰফুকনৰ বিষয়ে লিখা প্ৰবন্ধটো অনুবাদ কৰি 'নোৱাকল'ত প্ৰকাশ কৰিলে।

তৃতীয় দিনাৰ সামৰণি উৎসৱতো প্ৰধান সম্পাদকৰ অনুৰোধত ভূঞা ডাঙৰীয়াই Assam's Place in India : A Historic Survey শীৰ্ষক আলোচনা এটি আগবঢ়ায়।

তেওঁ কলিকতাত পঢ়া কালছোৱাতে 'গোপালকৃষ্ণ গোখলে'ৰ জীৱনী এখন লিখিছিল। পুণাত গোখলে শেষ নিশ্বাস এৰা ঘৰটো তেওঁ চাবলৈ গৈছিল। ভাৰত ইতিহাস সংশোধক মণ্ডলৰ কাৰ্যালয়, চাৰভেন্ট অৱ ইণ্ডিয়া চোছাইটিৰ পুথি-ভঁৰাল প্ৰভৃতিও তেওঁ পুণাত থকা সময়তে চাইছিল। পুণাৰপৰা বম্বে হৈ তেওঁ ঘৰলৈ উভতিছিল।

গৱেষণাৰ বাবে বিলাতলৈ যোৱাৰ কালছোৱাত ভূঞাই বুৰঞ্জী কংগ্ৰেছৰ-পৰা আঁতৰি থাকিবলগা হৈছিল।

১৯৩৯ খৃঃত কলিকতাত অনুষ্ঠিত বুৰঞ্জী কংগ্ৰেছত তেওঁ পুনৰ যোগদান কৰিছিল। কলিকতা অধিবেশনত পাঠ কৰিছিল মহাৰাজ ৰুদ্ৰসিংহৰ বিষয়ে এটি প্ৰবন্ধ।

১৯৫২ খৃঃৰ ডিচেম্বৰ মাহত গোৱালিয়ৰত অনুষ্ঠিত বুৰঞ্জী কংগ্ৰেছৰ আধুনিক বুৰঞ্জী শাখাৰ সভাপতি আছিল ডক্টৰ ভূঞা। ডক্টৰ ৰাধাকুমুদ মুখাৰ্জী সেই অধিবেশনৰ মূল সভাৰ সভাপতি।

ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ দ্বাবিংশ সন্মিলন ১৯৫৯ খৃঃৰ ২৭ ডিচেম্বৰৰপৰা গুৱাহাটীত অনুষ্ঠিত হয়। ডক্টৰ অনন্ত সদাশিৱ আলটেকাৰ সন্মিলনৰ বাবে সভাপতি নিৰ্বাচিত হৈছিল। ডক্টৰ আলটেকাৰে তেওঁৰ ভাষণো ছপা কৰিছিল, কিন্তু অধিবেশনৰ পূৰ্বেই তেওঁৰ আকস্মিক বিয়োগ হ'ল।

বুৰঞ্জী কংগ্ৰেছৰ গুৱাহাটী অধিবেশনত স্থানীয় বুৰঞ্জী শাখাৰ সভাপতি হৈছিল ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা। ডক্টৰ ভূঞাই তেওঁৰ ভাষণত অসমত বুৰঞ্জী চৰ্চা আৰু গৱেষণাৰ ধাৰাবাহিকতাৰ খতিয়ান দাঙি ধৰে। লগতে অধিক তৎপৰতাৰে অসমৰ বিষয়ে গৱেষণা কৰিবলৈ আহ্বান জনায়।

বুৰঞ্জী কংগ্ৰেছৰ মূল সভা উদ্বোধন কৰিছিল ৰাজ্যপাল এছ. এম. শ্ৰীনাগেশে। অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহা।

## প্ৰতিভাদেৱী সোঁৱৰণী বক্তৃতা

প্ৰতিভাদেৱী অধ্যাপক উমাকান্ত গোস্বামীৰ পত্নী আৰু শৰৎচন্দ্ৰ গোস্বামীৰ কন্যা। অকালতে মৃত্যু বৰণ কৰা প্ৰতিভাদেৱীৰ সোঁৱৰণত শিক্ষাবিদ স্বামী আৰু পিতৃয়ে এটি ৰূপৰ পদক দান কৰিছিল আৰু এলানি বক্তৃতামালাৰ আয়োজন কৰিছিল।

স্বামী অধ্যাপক গোস্বামীয়ে পত্নীৰ স্মৃতিত কলিকতা বিশ্ববিদ্যালয়ক ৫০০ টকা দান কৰিছিল। সেই টকাৰ সুতেৰে অৰ্থনীতিৰ অনাৰ্চ পৰীক্ষাত অসমৰ ভিতৰত সৰ্বোচ্চ নম্বৰ লাভকৰা ছাত্ৰজনক এটা পদক দিয়া হৈছিল। তেওঁৰ দানৰ আন এটা চৰ্ত, ভৱিষ্যতে অসমত বিশ্ববিদ্যালয় স্থাপন হলে সেই ধন অসমৰ বিশ্ববিদ্যালয়লৈ হস্তান্তৰ কৰিব লাগিব।

দ্বিতীয় বঁটা আগবঢ়াইছিল পিতৃ শিক্ষাবিদ সাহিত্যিক শৰৎচন্দ্ৰ গোস্বামীয়ে। দ্বিতীয় বঁটাৰ ধনেৰে আয়োজন কৰা হৈছিল এলানি বক্তৃতা-মালা আৰু এই বক্তৃতামালাকে কোৱা হৈছিল প্ৰতিভাদেৱী সোঁৱৰণী বক্তৃতা।

১৯৩৫ খৃঃত ২৫ নবেম্বৰৰ প্ৰতিভাদেৱী সোঁৱৰণী বক্তৃতামালাৰ প্ৰথম বক্তৃতা প্ৰদান কৰিছিল মফিজুল ইচলাম বৰাই। তেওঁৰ বক্তৃতাৰ বিষয় History of Assam as told by the Muslim Historians.

ডক্টৰ বৰা ( ১৮৯৯-১৯৪৪ ) কটন কলেজৰ এগৰাকী প্ৰাক্তন কৃতী ছাত্ৰ। ঢাকা বিশ্ববিদ্যালয়ৰপৰা বৰাই পাৰ্চিভাষাত প্ৰথম শ্ৰেণীত প্ৰথম স্থান লাভ কৰি এম. এ. ডিগ্ৰী লাভ কৰিছিল। পিছত লণ্ডন বিশ্ববিদ্যালয়ৰপৰা পি. এইচ-ডি. ডিগ্ৰী লাভ কৰিছিল। বাহাৰিস্তান ই ঘায়েবী ( Baharistan i-Ghaybi ) বৰাৰ ৰচনাৰ কীৰ্তিস্তম্ভ। তেওঁ ১৯৪০ খৃঃত যোৰহাটত

অনুষ্ঠিত সাহিত্যসভাৰ অষ্টাদশ সম্মিলনৰ সভাপতি। ডক্টৰ বৰা আছিল ঢাকা বিশ্ববিদ্যালয়ৰ অধ্যাপক।

কটন কলেজৰ চুদমাৰ্চন হলত আয়োজন কৰা প্ৰতিভাদেৱী সৌৰৱণী বক্তৃতামালাৰ ২৫, ২৬ আৰু ২৭ তাৰিখৰ সভাৰ সভাপতি কণকলাল বৰুৱা আৰু ২৮ আৰু ৩০ তাৰিখৰ সভাৰ সভাপতি সূৰ্য্যকুমাৰ ভূঞা। কটন কলেজৰ শিক্ষক ছাত্ৰৰ উপৰিও চহৰৰ ভালেমান গণ্যমান্য ব্যক্তি আছিল বক্তৃতামালাৰ শ্ৰোতা। বক্তৃতামালাৰ মাজেৰে প্ৰকাশ পাইছিল ডক্টৰ বৰাৰ গভীৰ জ্ঞান, বিস্তৃত অধ্যয়ন আৰু তত্ত্বানুসন্ধানী মনৰ পৰিচয়।

সভাপতিৰ ভাষণত অধ্যাপক ভূঞাই বিষয়টোৰ ওপৰত বহুতো নতুন তথ্য দাঙি ধৰিছিল। গতানুগতিক ভাষণ নিদি তথ্যপূৰ্ণভাৱে তেওঁ বিষয়টো বিশ্লেষণ কৰি আলোচনা আগবঢ়াইছিল।

১৯৩৮ খ্ৰঃৰ ১২ আৰু ১৩ ডিচেম্বৰত প্ৰতিভাদেৱী স্মাৰক বক্তৃতামালাৰ দ্বিতীয় লানি বক্তৃতা প্ৰদান কৰিছিল বুৰঞ্জীবিদ কনকলাল বৰুৱাই। এই বক্তৃতামালাৰো দ্বিতীয় দিনাৰ সভাত (১৩ ডিচেম্বৰ, ১৯৩৮) সভাপতি ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা। ডক্টৰ ভূঞাই তেওঁৰ ভাষণত কনকলাল বৰুৱাৰ বুৰঞ্জীচৰ্চা আৰু পাণ্ডিত্যৰ এটি সুন্দৰ পৰিচয় দাঙি ধৰিছিল।

প্ৰতিভাদেৱী স্মাৰক বক্তৃতামালাৰ তৃতীয় লানি বক্তৃতা প্ৰদানৰ ভাৰ পৰিছিল ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰ ওপৰত। শিক্ষাবিভাগৰ অধিকৰ্তা জি. এ. স্মল চাহাবে ডক্টৰ ভূঞাক তৃতীয় লানি বক্তৃতাৰ বাবে আহ্বান জনায়। ১৯৪০ খ্ৰঃৰ ২৭ জানুৱাৰীৰপৰা স্মাৰক বক্তৃতা প্ৰদানৰ সময় স্থিৰ কৰা হৈছিল যদিও অনিবাৰ্য কাৰণবশতঃ ১৯৪১ খ্ৰঃৰ ২৬, ২৭ আৰু ২৮ ফেব্ৰুৱাৰীলৈ পিচুৱাব লগা হ'ল। ২৬ ফেব্ৰুৱাৰী প্ৰহিবিশন দে (Prohibition Day) পালন কৰা বাবে ২৭ আৰু ২৮ ফেব্ৰুৱাৰীতহে ডক্টৰ ভূঞাই বক্তৃতা দিছিল।

ডক্টৰ ভূঞাৰ বক্তৃতাৰ বিষয় আছিল The Military System of the Assamese People. ইয়াৰ মাজতে তেওঁ বিষয়টো সলনি কৰি 'লাচিত বৰফুকন'ৰ বিষয়ে প্ৰস্তুত কৰিব বিচাৰিছিল।

তৃতীয় লানি স্মাৰক বক্তৃতা অনুষ্ঠিত হৈছিল কটন কলেজৰ চুদমাৰ্চন হলত। ২৭ ফেব্ৰুৱাৰীৰ মুকলি সভাত সভাপতিত্ব কৰিছিল শিক্ষামন্ত্ৰী ৰোহিণীকুমাৰ

চৌধুৰীয়ে আৰু দ্বিতীয় দিনাৰ সভাৰ সভাপতি বিগ্রেডিয়াৰ ডি. ই. হোৱাইটৱৰ্থ ( D. E. Whiteworth )।

ডক্টৰ ভূঞাই তেওঁৰ স্মাৰক বক্তৃতা মালা দুটা ভাগত ভাগ কৰিছিল। প্রথম দিনাৰ বক্তৃতাৰ বিষয় Permanent Military Arrangements আৰু Outbreak of Hostilities and War Preparations; দ্বিতীয় দিনা Actual Warfare, Conclusion of Hostilities আৰু Merits and Defects of the System.

## অসম সাহিত্যসভা

অসম সাহিত্যসভাৰ লগত সূৰ্য্যকুমাৰ ভূঞা জন্মলগ্নৰেপৰা জড়িত। সাহিত্যসভা গঠন কৰাৰ পূৰ্বে যোৰহাট, গুৱাহাটী, ডিব্রুগড আদি ঠাইত সাহিত্যসভা গঠনৰ বিষয়ে নানান ধৰণৰ সভা সমিতি আলোচনা আদি হৈছিল। অম্বিকাগিৰি ৰায়চোধুৰী, চন্দ্রনাথ শৰ্মা, গৌৰীকান্ত তালুকদাৰ প্রভৃতিৰ উদ্যোগত বিশিষ্ট সাহিত্যিকসকলৰ মাজত সাহিত্যসভা গঠন সম্পৰ্কে আলোচনা কৰিবলৈ এখন সভা বহিছিল। উজনি নামনি অসমৰ বহুতো সাহিত্যিকৰ উপস্থিতিত গৌৰীকান্ত তালুকদাৰৰ ঘৰত অনুষ্ঠিত এইখন সভাত পৌৰহিত্য কৰিছিল সূৰ্য্যকুমাৰ ভূঞাই। অসম এছোচিয়েচন বহা ঠাইতে সদৌ অসম ভিত্তিত পিছৰ বছৰত এখন সভা গঠন কৰিবলৈ এইখন সভাতে স্থিৰ কৰা হয়। সেই উদ্দেশ্যে গঠন কৰা কাৰ্যকৰী কমিটিৰ সম্পাদকৰ ভাৰ পৰিছিল চন্দ্রনাথ শৰ্মাৰ ওপৰত। পিছৰ বছৰ শিৱসাগৰত অসম এছোচিয়েচন বহা বাবে সেই ৰভাৰ তলতে সাহিত্যসভাৰ প্রথম অধিবেশন পাতিবলৈ স্থিৰ কৰিলে।

১৯১৭ খৃঃৰ ২৩ ডিচেম্বৰৰপৰা আসাম এছোচিয়চনৰ ৰভাতে শিৱসাগৰত পদ্মনাথ গোহাঞিবৰুৱাৰ পৌৰহিত্যত অসম সাহিত্যসভাৰ প্রথম অধিবেশন অনুষ্ঠিত হয়। গুঞ্জানন বৰুৱা আছিল অভ্যৰ্থনা সমিতিৰ সভাপতি। প্রথম অধিবেশনত শৰৎচন্দ্র গোস্বামী সাহিত্যসভাৰ প্রধান সম্পাদক নিৰ্বাচিত হয়। উক্ত অধিবেশনত ভূঞা ডাঙৰীয়াই যোৰহাটৰপৰা গৈ যোগদান কৰিছিল। তেতিয়া তেওঁ যোৰহাট মিলন হাইস্কুলৰ শিক্ষক।

১৯২৪ খৃঃৰ ডিচেম্বৰ মাহত লক্ষ্মীনাথ বেজবৰুৱাৰ পৌৰহিত্যত গুৱাহাটীত

অনুষ্ঠিত সাহিত্যসভাৰ সপ্তম অধিবেশনত অধ্যাপক ভূঞাই সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰিছিল। সংস্কৃত 'বৃত্তমঞ্জৰী' গ্ৰন্থ প্ৰকাশৰ বাবে গুৱাহাটী অধিবেশনত সাহিত্যসভাই যিখন সমিতি গঠন কৰি দিছিলে হেমচন্দ্ৰ গোস্বামী আৰু সূৰ্য্যকুমাৰ ভূঞা আছিল সমিতিখনৰ সভাপতি আৰু সম্পাদক। 'বৃত্তমঞ্জৰী' গ্ৰন্থখন পিছত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ দ্বাৰা প্ৰকাশ হ'ল।

ৰজনীকান্ত বৰদলৈৰ পৌৰহিত্যত সাহিত্যসভাৰ অষ্টম অধিবেশন নগাঁৱত অনুষ্ঠিত হৈছিল ১৯২৫ খৃঃৰ ২৭ ডিচেম্বৰৰপৰা। নগাঁও অধিবেশনতে সাহিত্যসভাৰ বুৰঞ্জী শাখাৰ জন্ম। ২৯ ডিচেম্বৰত অনুষ্ঠিত বুৰঞ্জী শাখাৰ প্ৰথমখন অধিবেশনৰ সভাপতি হিতেশ্বৰ বৰবৰুৱা। বুৰঞ্জী শাখাৰ আদৰণি সভাৰ সভাপতি সূৰ্য্যকুমাৰ ভূঞা। আদৰণি ভাষণত ভূঞাই নগাঁৱৰ অতীত ঐতিহ্যৰ আভাস দিয়ে। বুৰঞ্জী শাখাৰ সভাপতি হিতেশ্বৰ বৰবৰুৱাই তেওঁৰ অভিভাষণত আহোম ৰাজত্ব, আহোমৰ শাসন, ভাষা ধৰ্মৰ কথা আলোচনা কৰে। ভাষণত বৰবৰুৱাই ন ন দৃষ্টিভঙ্গীৰে বুৰঞ্জী ৰচনা কৰাত গুৰুত্ব আৰোপ কৰে।

এই অধিবেশনতে অধ্যাপক ভূঞাই 'অসম আৰু অসমীয়া' নামেৰে এখন গ্ৰন্থ ৰচনাৰ এটি প্ৰস্তাৱ দাঙি ধৰে। নগাঁও অধিবেশনত কেবাটাও মেডেল আৰু পুৰস্কাৰ ঘোষণা কৰা হয়। 'উনবিংশ শতিকাত নগাঁৱত অসমীয়া সাহিত্য জাগৰণৰ বুৰঞ্জী' শীৰ্ষক ৰচনাৰ বাবে অধ্যাপক ভূঞায়ো এটি কুৰি টকীয়া পুৰস্কাৰ ঘোষণা কৰিছিল। নগাঁও অধিবেশন উপলক্ষ্যে পদ্মাৱতীদেৱী ফুকননীয়ে লিখি পঠোৱা ৰচনা এখনো ভূঞা ডাঙৰীয়াই পাঠ কৰিছিল। নগাঁও অধিবেশনত অভ্যৰ্থনা সমিতিৰ সভাপতি জ্ঞানদাভিৰাম বৰুৱাৰ ভাষণখনি প্ৰাঞ্জল আৰু তথ্যপূৰ্ণ।

সভাৰ শেষত ৩০ নবেম্বৰত বিশিষ্ট সাহিত্যিকসকল মটৰযানেৰে শ্ৰীশঙ্কৰদেৱৰ জন্মস্থান বৰদোৱা দৰ্শনৰ বাবে গৈছিল। দলটোত আছিল ৰজনীকান্ত বৰদলৈ, বেণুধৰ ৰাজখোৱা, বেণুধৰ শৰ্মা, ৰমাকান্ত বৰকাকতী, পদ্মধৰ চলিহা, হলিৰাম মহন্ত, অম্বিকাগিৰি ৰায়চৌধুৰী, ডিম্বেশ্বৰ নেওগ, ভৈৰৱচন্দ্ৰ খাটনিয়াৰ, কালিদাস খাটনিয়াৰ, সূৰ্য্যকুমাৰ ভূঞা আৰু যজ্ঞেশ্বৰ শৰ্মা।

১৯২৬ খৃঃৰ ২৯, ৩০ ডিচেম্বৰত বেণুধৰ ৰাজখোৱাৰ সভাপতিত্বত সাহিত্য

সভাৰ নৱম অধিবেশন অনুষ্ঠিত হৈছিল ধুবুৰী চহৰত। অভ্যৰ্থনা সমিতিৰ সভাপতি মেচপাৰা জমিদাৰ ৰবীন্দ্ৰনাৰায়ণ চৌধুৰী।

ধুবুৰী অধিবেশনৰ বুৰঞ্জী শাখাৰ সভাপতি সূৰ্য্যকুমাৰ ভূঞা আৰু দৰ্শন শাখাৰ ষডানন তৰ্কতীৰ্থ। বঙলা ভাষাত 'কোচবিহাৰৰ ইতিহাস' লিখক অধ্যাপক খান আমানুল্লা চৌধুৰীয়ে বুৰঞ্জী শাখাত এটি তথ্যগধুৰ প্ৰবন্ধ পাঠ কৰিছিল।

বুৰঞ্জী শাখাৰ সভাপতি স্বৰূপে দিয়া ভূঞাৰ ভাষণত আন আন কথাৰ লগতে গোৱালপাৰাৰ জমিদাৰসকলৰ বিষযে একোখন বুৰঞ্জী লিখাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল।

"গোৱালপাৰা জিলাত যি সকল জমিদাৰী আৰু সৰু ৰাজ্য আছে সেইবোৰৰো এখনি বুৰঞ্জী আৰু বিৱৰণী উলিয়াব পাৰিলে প্ৰাচীন কামৰূপ আৰু অসমৰ বহুত অতীত তথ্য পোহৰলৈ আহিব। গোৱালপাৰাৰ বিজনী, গৌৰীপুৰ, মেচপাৰা, চাপৰ, পৰ্বত জোৱাৰ, কটৈবাৰী চিদলী, ৰূপসী, বগড়বাৰী ইত্যাদি ৰাজ্যৰ বিৱৰণী পঢ়িবলৈ পালে আমি কিমান ৰং পাম আপোনালোকে জানে।"

অসমীয়া ভাষাৰ স্বকীয় বৈশিষ্ট্য সম্পৰ্কে মূলসভাৰ সভাপতি ৰাজখোৱাৰ ভাষণত কৰা মন্তব্যত এচাম অনা অসমীযালোক অসন্তুষ্ট হৈছিল যদিও সভা সুকলমে সমাধা হৈ যায়।

ধুবুৰী অধিবেশনৰ বিৱৰণ দি সাহিত্যসভা পত্ৰিকাৰ সম্পাদক চন্দ্ৰধৰ বৰুৱাই লিখিছিল:

ধুবুৰী সন্মিলনত কাজিয়া লাগি মহা হুলস্থূল হ'ল বুলি কোনো কোনো মানুহে বৌটোকে ঢোটো কৰি বাতৰি কাকতত দীঘল দীঘল প্ৰবন্ধ প্ৰকাশ কৰিছিল। সেইবাবে প্ৰকৃত ঘটনাটোনো কি হৈছিল, আমাৰ পাঠক-সকলক একাষাৰ কৈ থওঁ। সন্মিলনৰ দ্বিতীয় দিনাৰ সভাত, এজন বঙালী ভদ্ৰলোকে সভাপতিয়ে আগদিনা পাঠ কৰা অভিভাষণৰ কোনো অংশ সমালোচনা কৰি এটা বক্তৃতা দিবলৈ থিয় হৈছিল। কিন্তু সভাপতিৰ বক্তৃতাৰ সেই সভাতে সমালোচনা কৰা ৰীতিটো, কোনো দেশত কোনো কালে আজিলৈকে চলা নাই দেখি সভাপতি ডাঙৰীয়াই তেওঁক সেই বক্তৃতা দিবলৈ অনুমতি নিদিলে। সেই কথাতে ওফোন্দ পাতি, সেই ভদ্ৰলোক-

জনে, গোৱালপাৰাৰ সকলো বঙালী উঠি অহা বুলি ক্ষুব্ধ বঙালী বন্ধুৱে সৈতে, সভাৰপৰা ওলাই গ'ল। এইবাবে সভাৰ সভ্যসকল বৰ দুখীত হ'ল। কিন্তু ইয়াৰ বাবে সভাৰ কোনো কাৰ্যৰ অকণো ব্যাঘাত হোৱা নাছিল। লেশমাত্ৰও হুলস্থূল নোহোৱাকৈ সকলো কাৰ্য শান্তভাৱে আৰু সুন্দৰৰূপে সমাধা হৈ গ'ল।"

এই ঘটনাৰ পিছত তৰুনৰাম ফুকনে এটি সাৰগৰ্ভ ৰসাল বক্তৃতাৰে সভাপতিৰ বক্তৃতা আৰু কাৰ্যৰ সমৰ্থন কৰি কিছুমান লোকে ভুল বুজা বুলিহে আক্ষেপ কৰিছিল।

উক্ত অধিবেশনতে লক্ষ্মীনাথ বেজবৰুৱাই গোৱালপাৰাৰ অতীত ঐতিহ্যৰ বৰ্ণনা দি আৰু ই চিৰকালেই যে অসমৰ অবিচ্ছেদ্য অঙ্গ সেই বিষয়ে দৃঢ় মত পোষণ কৰি এটা সাৰগৰ্ভ প্ৰবন্ধ পাঠ কৰিছিল।

স্কুলীয়া ছাত্ৰ সীতানাথ ব্ৰহ্ম চৌধুৰীয়ে মুকলি সভাত এটি স্বৰচিত কবিতা পাঠ কৰি সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল। সেই সময়ৰ ধুবুৰীৰ উপায়ুক্ত পাঁচুগোপাল মুখাৰ্জী, পুলিচ চুপাৰিনটেণ্ডেণ্ট আনন্দচন্দ্ৰ আগৰৱালা, মেজিষ্ট্ৰেট দুৰ্গেশ্বৰ শৰ্মা, বিৰাজমোহন দত্ত, প্ৰমথনাথ চক্ৰৱৰ্তী, অপূৰ্বকুমাৰ ঘোষ, ৰূপনাথ ব্ৰহ্ম প্ৰভৃতিয়ে সম্মিলনত লাগিভাগি দিছিল। শৰৎচন্দ্ৰ গোস্বামী আছিল সাহিত্যসভাৰ প্ৰধান সম্পাদক।

১৯২৭ খৃঃৰ অক্টোবৰ মাহত গোৱালপাৰা চহৰত অনুষ্ঠিত সাহিত্য-সভাৰ দশম অধিবেশনৰ সভাপতি তৰুনৰাম ফুকন।

১৯৪৪ খৃঃৰ অক্টোবৰ মাহত শিৱসাগৰত অনুষ্ঠিত সাহিত্যসভাৰ উনবিংশ সম্মিলনৰ সভাপতি নীলমণি ফুকন। শিৱসাগৰত অনুষ্ঠিত উনবিংশ অধিবেশনৰ আগলৈকে সাহিত্যসভাৰ সভাপতিসকলক কেৱল মুকলি অধিবেশনতহে সভাপতিত্ব কৰিবলৈ নিৰ্বাচন কৰা হৈছিল। অধিবেশনৰ পিছত সভাপতিৰ কাৰ্যনিৰ্বাহক সভাৰ লগত বিশেষ যোগসূত্ৰ নাছিল। কাৰ্যনিৰ্বাহকৰ সদস্য এজনকে সভাপতিৰ আসনত বহুৱাই সভাৰ কাম চলোৱা হৈছিল। তেতিয়াৰ দিনত প্ৰধান সম্পাদকে আছিল সভাৰ সৰ্বময় কৰ্তা স্বৰূপ।

এই নিয়মৰ পৰিবৰ্তন ঘটিল নীলমণি ফুকনৰ সভাপতিত্বত অনুষ্ঠিত উনবিংশ অধিবেশনৰপৰা। তেতিয়াৰেপৰা মুকলি অধিবেশনৰ বাবে নিৰ্বাচিত

সভাপতিয়ে গোটেই বছৰ ধৰি অৰ্থাৎ পিছৰ অধিৱেশনলৈ সভাৰ মুৰব্বী স্বৰূপে কাৰ্য নিৰ্বাহ কৰাৰ নিয়ম প্ৰবৰ্তিত হ'ল। শিৱসাগৰ অধিৱেশনৰপৰা সভাৰ নাম আসাম সাহিত্য সভাৰ ( Assam Sahitya Sabha ) ঠাইত হ'ল অসম সাহিত্য সভা ( Asam )। নীলমণি ফুকন ১৯৪৭ খৃঃ এপ্ৰিল মাহত অনুষ্ঠিত ডিব্ৰুগড় বিংশ অধিৱেশনৰো সভাপতি।

১৯৫০ খৃঃৰ মাৰ্চ মাহত মাৰ্ঘেৰিটাত অনুষ্ঠিত সাহিত্যসভাৰ একবিংশ অধিৱেশনৰ সভাপতি অম্বিকাগিৰী ৰায়চৌধুৰী। প্ৰধান সম্পাদক নিৰ্বাচিত হয় কেশৱনাৰায়ণ দত্ত। মাৰ্ঘেৰিটা অধিৱেশনতে ৰাজ্যভাষা অসমীয়া হ'ব লাগে বুলি প্ৰস্তাৱ গ্ৰহণ কৰা হয়। ১৯৫০ খৃঃৰ ১৬ জুলাই ৰাজ্য জুৰি ৰাজ্যভাষা দিবস পালন কৰা হয়। তেতিয়াৰেপৰা ৰাজ্যভাষা আন্দোলনৰ সূচনা বুলি কব পাৰি।

১৯৫১ খৃঃৰ ১৫ মাৰ্চৰপৰা নতুন দিল্লীত অনুষ্ঠিত নিখিল ভাৰত সাংস্কৃতিক সন্মিলনত অসম সাহিত্য সভাৰ পক্ষৰপৰা সভাপতি অম্বিকাগিৰী ৰায়চৌধুৰী, প্ৰধান সম্পাদক কেশৱনাৰায়ণ দত্ত আৰু সহকাৰী সম্পাদক হেম দত্তই যোগদান কৰিছিল। দত্তই অসমীয়া ভাষা আৰু সংস্কৃতিৰ ঐতিহ্য আৰু পৰম্পৰাৰ বিষয়ে দিয়া ভাষণে পণ্ডিতমণ্ডলীৰ দৃষ্টি আকৰ্ষণ কৰিছিল।

সভাৰ লগতে লালকিল্লাত 'ভাষামহল' নামেৰে এখন প্ৰদৰ্শনীৰ আয়োজন কৰিছিল। প্ৰদৰ্শনীত সাহিত্য সভায়ো যোগদান কৰি অসমীয়া ভাষা সাহিত্য আৰু সংস্কৃতিৰ নিদৰ্শন প্ৰদৰ্শনীত প্ৰদৰ্শন কৰিছিল।

কেশৱনাৰায়ণ দত্তই প্ৰধান সম্পাদক স্বৰূপে কাৰ্যনিৰ্বাহ কৰাৰ উপৰিও বহুদিনৰেপৰা অনিয়মীয়া হৈ থকা পত্ৰিকাখনো তেওঁৰেই সম্পাদনাত 'নতুন প্ৰকাশ'ৰূপে প্ৰকাশ কৰিছিল। The Asam Sahitya Sabha ( ১৯৫৩ খৃঃ) সম্পাদক কেশৱনাৰায়ণ দত্তই ইংৰাজীত ৰচনা কৰা এখনি সাহিত্যসভাৰ চমু ইতিহাস। এই কালছোৱাত সাহিত্যসভা কিছু সক্ৰিয় হৈ উঠিছিল।

## ছিলং অধিৱেশন : সভাপতি ডক্টৰ ভূঞা

ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা দ্বাবিংশ ছিলং অধিৱেশনৰ সভাপতি। তেতিয়া তেওঁ ৰাজ্যসভাৰ সদস্য। ১৯৫৩ খৃঃৰ ৮ নবেম্বৰৰপৰা ছিলঙত সাহিত্য-সভাৰ অধিৱেশন পোনপ্ৰথম বাৰৰ বাবে অনুষ্ঠিত হয়।

সভাপতি পদৰ বাবে প্ৰাথমিক নিৰ্বাচনত উঠা পাঁচটা নামৰ ভিতৰত আছিল সূৰ্য্যকুমাৰ ভূঞা, বেণুধৰ শৰ্মা, অম্বিকাগিৰী ৰায়চৌধুৰী, নলিনীবালা দেৱী আৰু হৰিপ্ৰসাদ বৰুৱা। ডক্টৰ ভূঞা অধিক ভোটত নিৰ্বাচিত হৈছিল।

সভাপতি নিৰ্বাচিত হোৱাৰ পিছত সম্পাদক কেশৱনাৰায়ণ দত্তই আনুষ্ঠানিকভাৱে তেওঁক সেই কথা জনোৱাত উত্তৰত ডক্টৰ ভূঞাই লিখিছিল :

"সেই পদ গ্ৰহণ কৰাৰ পূৰ্বে মই বহু কথা ভাৱিবলৈ বাধ্য হৈছোঁ। নতুন সভাপতি গৰাকীয়ে পৰৱৰ্তী সভাপতি নিযুক্ত নোহোৱালৈকে সভাৰ যাবতীয় কাৰ্যাৱলী পৰিচালনা কৰিব লাগিব। সভাৰ বৰ্তমান অৱস্থালৈ চাই সেই কাম নিশ্চয় গধূৰ হ'ব। বিশেষত আপুনি লিখাৰ দৰে নতুন সভাপতিজনে "সাহিত্যসভাক সকলো প্ৰকাৰৰ অাভ্যন্তৰীণ বেমেজালিৰপৰা মুক্ত কৰি ইয়াক এটা কাৰ্যক্ষম আৰু শক্তিশালী অনুষ্ঠানত পৰিণত কৰা আৱশ্যক। তাৰ কাৰণে মোৰ সময় আৰু সুবিধা হবনে নহয় তাকো ভাৱিব লগাত পৰিছোঁ।" ( ১৩. ৫. ৫৩ )

ৰাজ্যসভাৰ সদস্য স্বৰূপে ডক্টৰ ভূঞাই সৰহ দিন নতুন দিল্লীতে কটাব-লগীয়া হোৱা বাবে সকলো সময়তে সক্ৰিয়ভাৱে সহযোগ কৰিব নোৱাৰিব বুলি চিন্তা কৰিছিল। তেওঁৰ চিঠিৰ মৰ্ম উপলব্ধি কৰিব পাৰি কাৰ্যনিৰ্বাহক সভাই এক প্ৰকাৰ সকলো দায়িত্ব নিজে মূৰ পাতি লৈ আৱশ্যক সময়তহে তেওঁৰ দিহা পৰামৰ্শ বিচাৰিব বুলি প্ৰতিশ্ৰুতি দিছিল।

ছিলং অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি বিত্তমন্ত্ৰী মতিৰাম বৰা, প্ৰদৰ্শনী দুৱাৰ উন্মোচন কৰিছিল ৰাজ্যপাল জয়ৰামদাস দৌলতৰামে, বিজ্ঞান প্ৰদৰ্শনী উন্মোচন কৰিছিল মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিয়ে। মুকলি সভাত উদ্বোধন কৰিছিল মেধি ডাঙৰীয়াই। বুৰঞ্জী শাখাৰ সভাপতি বেণুধৰ শৰ্মা, বিজ্ঞান শাখাৰ সভাপতি বি. এম. পিউ। সাংস্কৃতিক সভাত পৌৰহিত্য কৰিছিল বিধানসভাৰ অধ্যক্ষ কুলধৰ চলিহাই।

ঠেটুৱৈ ধৰা জাৰকো আওকাণ কৰি ভাষা সাহিত্যৰ পূজাৰীসকল ছিলং পাহাৰত মিলিত হৈছিল। ৭ নবেম্বৰৰ সন্ধিয়া পাঁচ বজাৰপৰা বিধানসভাৰ কক্ষতে প্ৰতিনিধি সভা মুকলি কৰা হয়।

৮ নবেম্বৰৰ ৰাতিপুৱা সাহিত্য আৰু শিল্প বিষয়ক প্ৰদৰ্শনীখন মুকলি কৰিছিল ৰাজ্যপাল জয়ৰামদাস দৌলতৰামে। প্ৰদৰ্শনীৰ আকৰ্ষণীয় সম্পদ-

সমূহৰ ভিতৰত আছিল হৰিপ্ৰসাদ বৰুৱাৰ অসমীয়া টাইপ-ৰাইটাৰ আৰু লিপিৰ সৰলী কৰণৰ গৱেষণাৰ আৰ্হি, ফণীধৰ শৰ্মাৰ অসমীয়া লিপিৰ ক্ৰম-বিকাশৰ সম্পৰ্কীয় গৱেষণাৰ চিত্ৰাদি আৰু খাছি ভাষাত লিখা পুথিসমূহ। প্ৰদৰ্শনীত অসম চৰকাৰৰ বয়ন, কৃষি আৰু বন বিভাগৰ নানান সম্পদ প্ৰদৰ্শন কৰা হৈছিল।

সিদিনাই বিজ্ঞান বিষয়ক আন এখন প্ৰদৰ্শনী উদ্বোধন কৰিছিল মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিয়ে। এটম বোমা সম্পৰ্কীয় আৱিষ্কাৰ, উমট্ৰ-হাইড্ৰ'ইলেকট্ৰিক পৰিকল্পনাৰ আঁচনি ডিগবৈৰপৰা অনা ভূতত্ত্ববিদৰ মাটিৰ সংগ্ৰহ, বিবিধ থলুৱা ঔষধ—গছলতা প্ৰদৰ্শনীৰ অন্যতম আকৰ্ষণ।

সভাপতি ডক্টৰ ভূঞাক অভ্যাৰ্থনা সমিতিৰ সভাপতি বিত্তমন্ত্ৰী মতিৰাম বৰাই নিজৰ মটৰ গাড়ীৰে গুৱাহাটীৰপৰা লগতে লৈ গৈ তেওঁৰ নিজ বাস-ভৱনতে আলহী স্বৰূপে ৰাখিছিল। ডক্টৰ ভূঞাৰ লগত গৈছিল তেওঁৰ গুমলীয়া কন্যা কমলী চৌধুৰী।

পাইন্ মাউণ্ট স্কুল প্ৰাঙ্গণত সজা সুসজ্জিত সভামণ্ডপত দিনৰ ১২ বজাৰপৰা মুকলি সভা আৰম্ভ হয়। জনজাতীয় পুৰুষ মহিলাৰ উপস্থিতিয়ে সভাৰ সৌষ্ঠৱ বঢ়াইছিল। সভাপতি ডক্টৰ ভূঞাই আসন গ্ৰহণ কৰাত জাতীয় সঙ্গীতেৰে সভাৰ কাম আৰম্ভ কৰা হয়।

অসমৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিয়ে উদ্বোধনী ভাষণত পৰ্বত ভৈয়ামৰ সম্প্ৰীতিৰ উপৰত গুৰুত্ব আৰোপ কৰি কয়: "আমাৰ ডেকাসকলে পৰ্বতীয়া ভাইসকলৰ যতবোৰ ভাষা পাৰে শিকা উচিত। আমাৰ কাৰ্যৰ দ্বাৰা ব্যৱহাৰৰ দ্বাৰা তেওঁলোকক আপোন কৰি লব লাগিব। সাহিত্যসভাৰ লক্ষ্যৰপৰা জন-জাতীয় অঞ্চলবোৰত অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰচাৰৰ বাবে আৰু জনজাতীয় ভাষা শিকিবৰ বাবে কাৰ্যকৰী পন্থা লোৱা উচিত।"

মেধি ডাঙৰীয়াই আৰু কয়, "আমাৰ ভাষা আৰু সাহিত্য যাতে তেওঁলোকে উপভোগ কৰিব পাৰে তাৰ সৰ্বতোভাৱে দিহা কৰাটো সাহিত্য-সভাৰ কৰ্তব্য বুলি মই ভাবোঁ। এইটো সফলতাৰে কৰিব পাৰিলে জনজাতীয় লোকসকলে উপযাচি আমাৰ ভাষা শিকিব আৰু সাহিত্যৰ সোৱাদ লবলৈ আগবাঢ়ি আহিব।"

অভ্যাৰ্থনা সমিতিৰ সভাপতি মতিৰাম বৰাই তেওঁৰ আদৰণি ভাষণত

প্ৰথমতে ছিলঙ চহৰৰ ইতিবৃত্ত দাঙি ধৰি কয়: "১৮৩৩ খৃঃত বৃটিছে এই পাৰত্য দেশত আধিপত্য বিস্তাৰ কৰে। ১৮৩৫ খৃঃত নংখলাৰ নামে ঠাইত সদৰ পাতি তাত এজন পলিটিকেল এজেন্ট নিয়োগ কৰে। কৰ্নেল লিষ্টাৰেই আছিল প্ৰথম পলিটিকেল এজেন্ট। ইয়াৰ কিছুদিন পিছত চেৰাপুঞ্জীত সদৰ ঠাই পতা হয় আৰু তাৰ পিছত ১৮৬৬ খৃঃত সেই সদৰ ঠাই তুলি অনা হয়। ১৮৭৪ খৃঃত চীফ কমিচনাৰৰ শাসনাধীন সুকীয়া অসম প্ৰদেশ গঠিত হোৱাৰ সময়ত শিলঙেই অসমৰ ৰাজধানী হয়। 'উ-শিলং' নামে খাছি লোকৰ দেৱতাৰ নামেৰেই শিলং চহৰ নাম হৈছে।" বৰা ডাঙৰীয়াই অতীতৰপৰা খাছীয়াসকলৰ লগত অসমবাসীৰ মধুৰ সম্পৰ্কৰ কথা স্মৰণ কৰে।

অসমীয়া জাতীয় জীৱনৰ প্ৰতীক অসমীয়া ভাষা সাহিত্য কৃষ্টি সভ্যতাৰ পৰিচায়ক অসম সাহিত্যসভাক নতুন তেজ, নতুন জীৱন দি শক্তিশালী কৰি গঢ়ি তুলিবলৈ বৰা ডাঙৰীয়াই সাহিত্যসভাৰ সদস্যসকলক আহ্বান জনায়। সাহিত্যসভাৰ বহুমুখী কৰ্মৰাজিৰ বাবে ৫ বা ১০ বছৰীয়া একোটি পৰিকল্পনা হাতত লবলৈকো তেওঁ পৰামৰ্শ দিয়ে। মনোমালিন্য আৰু পঙ্কিলতাৰপৰা মুক্ত কৰি আধুনিক যুগৰ লগত ৰজিতা খুৱাই সাহিত্যসভাক প্ৰগতিৰ পথত আগুৱাই নিবলৈকো তেওঁ কামনা কৰে।

সভাপতি ডক্টৰ ভূঞাৰ সভাপতিৰ অভিভাষণ বেছি দীঘল নহয়, ২৪ পৃষ্ঠাৰ। তেওঁৰ ভাষণৰ ইংৰাজী অনুবাদ এটি অনা-অসমীয়াসকলৰ বাবে বিতৰণ কৰা হৈছিল। অভ্যৰ্থনা সমিতিৰ সভাপতি বৰা আৰু মেধিৰ উদ্বোধনী ভাষণৰো ইংৰাজী সাৰাংশ অনা-অসমীয়া দৰ্শকৰ মাজত বিতৰণ কৰা হৈছিল। মুকলি সভাত আটাইকেইখন ভাষণেৰে সাৰাংশ লগে লগে খাছী ভাষাত ডাঃ সুৰেন্দ্ৰচন্দ্ৰ দত্তই কৰি গৈছিল।

ডক্টৰ ভূঞাই তেওঁৰ ভাষণত প্ৰথমতে ইতিহাসৰ দৃষ্টিৰে পৰ্বত-ভৈয়াম সম্প্ৰীতি আৰু অসমৰ অতীত ঐতিহ্যৰ কথা আলোচনা কৰিছে। প্ৰাচীন অসমীয়া গদ্যৰীতি আলোচনা তেওঁৰ ভাষণৰ আন এটি বৈশিষ্ট্য। ডক্টৰ ভূঞাই তেওঁৰ ভাষণত অসমীয়া ভাষা সাহিত্যৰ বিজ্ঞানসম্মত আলোচনা পৰ্যালোচনাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে। ডক্টৰ ভূঞাই তেওঁৰ ভাষণত সাহিত্যসভাক কেইটিমান পৰামৰ্শ আগবঢ়াই কৈছিল: "অসমীয়া ভাষাত প্ৰকাশিত সকলো আলোচনী আৰু বাতৰি কাকত গোটাই কোনো

ঠাইত একেলগ কৰি থোৱাৰ ব্যৱস্থা কৰিব লাগে, কাৰণ বৰ্তমান যুগৰ অসমীয়াৰ সাহিত্যিক প্ৰতিভা ঘাইকৈ সাময়িক কাকততে লুকাই সুমাই আছে।" ই আছিল ডক্টৰ ভূঞাৰ সময়োপযোগী মূল্যৱান পৰামৰ্শ। সেই পৰামৰ্শ কাৰ্যকৰী কৰিবলৈ যত্ন কৰা হলে এটা ডাঙৰ অভাৱ পূৰণ হ'লহেঁতেন। অসমীয়া গ্ৰন্থকাৰৰ 'হু ইজ হু' ( Who is Who ) সংকলনৰ ওপৰতো তেওঁ গুৰুত্ব আৰোপ কৰিছিল।

হৰিনাৰায়ণ দত্তবৰুৱাই সংকলন আৰু প্ৰকাশ কৰা 'শ্ৰীশঙ্কৰদেৱৰ বাক্যামৃত' গ্ৰন্থখনি প্ৰথমদিনাৰ মুকলি সভাত আনুষ্ঠানিকভাৱে উন্মোচন কৰা হয়।

৯ নবেম্বৰৰ ৰাতিপুৱা ৯ বজাৰপৰা বুৰঞ্জী আৰু বিজ্ঞান শাখাৰ অধিবেশন বহে। বুৰঞ্জী শাখাৰ সভাপতি বেণুধৰ শৰ্মাৰ ভাষণখনি তথ্য গধুৰ। বুৰঞ্জী শাখাৰ সম্পাদক ডক্টৰ হেৰম্বকান্ত বৰপূজাৰী। 'গছতলৰ শিলালিপি' বুৰঞ্জী শাখাত পঠিত ৰাজমোহন নাথৰ প্ৰবন্ধ।

বিজ্ঞান শাখাৰ সভাপতি খাচী বিজ্ঞানী বি. এম. পিউ। বিজ্ঞান শাখা উদ্বোধন কৰিছিল স্বাস্থ্যমন্ত্ৰী ৰূপনাথ ব্ৰহ্মই। বিজ্ঞান শাখাৰ সম্পাদক গোকুলচন্দ্ৰ গোস্বামী। বিজ্ঞান শাখাৰ বাবে যুগুত কৰা এঘাৰটা প্ৰবন্ধৰ ভিতৰত আছিল ডক্টৰ ৰোহিণীকান্ত বৰুৱাৰ 'পোহৰ আৰু জীৱন', ডক্টৰ প্ৰসন্ন গোস্বামীৰ 'প্লাষ্টিক', প্ৰেমতোষ শ্যামৰ 'ৰাদাৰ', ডক্টৰ ধীৰেন বৰবৰাৰ 'কয়লা আৰু তাৰ ব্যৱহাৰ', উষা ডেকাৰ 'অসম আৰু নৃতত্ত্ব', তাৰিণী গোস্বামীৰ 'কৃষিজাত উদ্ভিদ আৰু তাৰ সংক্ৰামক ব্যাধি', ভৱকান্ত শইকীয়াৰ 'অসমৰ বনজ সম্পদ', সুৰেন দত্তৰ 'জলাতঙ্ক', বিনয়কৃষ্ণ দত্তৰায়ৰ 'খাদ্যদৃষ্টি' আৰু এইচ. চৌধুৰীৰ 'অসমীয়া সংস্কৃতিৰ ৰূপ'। এই মূল্যবান প্ৰবন্ধৰাজি গ্ৰন্থৰূপত প্ৰকাশ কৰিব পৰা হলে এখনি মূল্যবান গ্ৰন্থ হ'লহেঁতেন।

সিদিনা দিনৰ দুই বজাৰপৰা ডক্টৰ ভূঞাৰ পৌৰহিত্যত আৰম্ভ হয় দ্বিতীয় মুকলি অধিবেশন। মুকলি সভাত নলিনীবালা দেৱীয়ে 'সাহিত্যৰ উৎস', ৰত্নকান্ত বৰকাকতিয়ে 'আমাৰ লিপি প্ৰশ্ন' আৰু হৰকান্ত দাসে এটি প্ৰবন্ধ পাঠ কৰিছিল। ছিলং অধিবেশনত যোগদান কৰা বিশিষ্ট অতিথিসকলৰ ভিতৰত আছিল অনুন্নত শ্ৰেণী আয়োগৰ চেয়াৰমেন কাকা-

চাহেব কালেলকাৰ, ডাঃ আনচাৰী, লালা জগন্নাথ, অনুন্নত শ্ৰেণী আয়োগৰ সদস্যসকল। কেবাগৰাকী বিশিষ্ট জনজাতীয় গাম আৰু চৈয়দ মহম্মদ সাদুল্লাই সভাত যোগদান কৰিছিল।

বিধানসভাৰ সদস্যসকলৰ বাসভৱনত অনুষ্ঠিত সাহিত্যসভাৰ বিষয়-বাছনি সভাখন আছিল সাহিত্যসভাৰ বুৰঞ্জীৰ এখন উল্লেখযোগ্য বিষয়-বাছনি সভা। ৮ নবেম্বৰ আবেলি ৫-৩০ বজাৰপৰা পুৱতি নিশা ৪ বজালৈকে বহা বিষয়-বাছনি সভাখনে এক অভিলেখ স্থাপন কৰিছিল। নিশা ১০ বজালৈকে সভাপতি ডক্টৰ ভূঞাই বিষয়-বাছনি সভাত পৌৰহিত্য কৰি নিশা ১০ বজাৰ পিছত হোৱা সভাখনৰ বাবে তেওঁ চন্দ্ৰনাথ দত্তফুকনক সভাপতি মনোনীত কৰি গৈছিল।

"এইখন বিষয়-বাছনি সভাতে নিয়মতন্ত্ৰৰ আমূল পৰিবৰ্তন কৰা হয় আৰু এখনি প্ৰায় নতুন সংশোধিত নিয়মাৱলী ৰচনা কৰা হয়।" এই সভাতে মুকলি সভাত গ্ৰহণ কৰিবৰ বাবে ৯টা প্ৰস্তাৱ যুগুত কৰা হয়।

প্ৰথম দিনাৰ সাংস্কৃতিক অনুষ্ঠানত পৌৰহিত্য কৰিছিল বিধানসভাৰ অধ্যক্ষ কুলধৰ চলিহাই। মুখ্য অতিথি তীৰ্থনাথ শৰ্মাই অঙ্কীয়া নাটৰ ওপৰত এটি সাৰগৰ্ভ ভাষণ দিয়ে। দ্বিতীয় দিনাৰ সাংস্কৃতিক সন্মিলন পৰিচালনা কৰিছিল বিজনীৰ ৰাণী সবিতা দেৱীয়ে। সাংস্কৃতিক সন্মিলনত হেম বৰুৱাই দিয়া ভাষণটি প্ৰাঞ্জল আৰু তথ্যপূৰ্ণ। দক্ষিণপাট সত্ৰৰ 'পাৰিজাত হৰণ' নাটৰ উপৰিও জনজাতীয় খাচিয়া, নগা, গাৰো, লুচাই (মিজো) নৃত্যগীত আৰু অসমীয়া গীত মাতে সাংস্কৃতিক সন্ধিয়াৰ সৌষ্ঠৱ বঢ়াইছিল।

নতুন বছৰৰ বাবে অতুলচন্দ্ৰ হাজৰিকা প্ৰধান সম্পাদক, ৰজনীকান্ত দেৱশৰ্মা পত্ৰিকা সম্পাদক, আৰু তাৰিণীকান্ত দাস ধনঔবালী নিৰ্বাচিত হয়।

ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰ সভাপতিত্বত সাহিত্যসভাৰ নতুন কাৰ্য-নিৰ্বাহক অধিক সক্ৰিয় আৰু কৰ্মমুখৰ হৈ পৰিল।

নিয়মানুবৰ্তিতা, শৃঙ্খলা আৰু পাৰিপাট্য ডক্টৰ ভূঞাৰ কৰ্মজীৱনৰ ধৰ্ম। তেওঁৰ নেতৃত্বত সাহিত্যসভাৰ কামকাজ শৃঙ্খলা আৰু নিয়মানুবৰ্তিতাৰ মাজলৈ আহিল। প্ৰধান সম্পাদক হাজৰিকা প্ৰমুখো বিষয়ববীয়াসকলৰ নিষ্ঠা আৰু ঐকান্তিকতাই সাহিত্যসভাক পুনৰ গতিশীল কৰি তুলিলে।

গুৱাহাটী যোৰহাটত অনুষ্ঠিত প্ৰায়বোৰ কাৰ্য-নিৰ্বাহকৰ সভাতে ডক্টৰ ভূঞাই পৌৰহিত্য কৰিছিল। তেওঁৰ বাসভৱনতো এবাৰ কাৰ্য-নিৰ্বাহকৰ সভা অনুষ্ঠিত হৈছিল।

সাহিত্যসভাৰ ত্ৰয়োবিংশ অধিবেশন পিছৰ বছৰত অৰ্থাৎ ১৯৫৪ খৃঃৰ ৩১ ডিচেম্বৰৰপৰা যোৰহাটত অনুষ্ঠিত হৈছিল। সভাপতি নিৰ্বাচনৰ সময়ত সম্পাদকৰ এবাৰ কথাৰ বাবে এচাম সদস্যই অভিযোগ উত্থাপন কৰিছিল। কিন্তু সভাপতি ভূঞাই সম্পাদকৰ হৈ ত্ৰুটি স্বীকাৰ কৰি এটি বিবৃতি দিয়াত সেই অধ্যায়ৰ সিমানতে অন্ত পৰিল। সেইবাৰ সভাপতিৰ তালিকাত নাম আছিল যতীন্দ্ৰনাথ দুৱৰা, দুৰ্গেশ্বৰ শৰ্মা, নলিনীবালা দেৱী, ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা আৰু পদ্মধৰ চলিহাৰ। যতীন্দ্ৰনাথ দুৱৰা আৰু দুৰ্গেশ্বৰ শৰ্মাই ক্ৰমে প্ৰথম আৰু দ্বিতীয় স্থান লাভ কৰিছিল যদিও এজনেও সভাপতিৰ দায়িত্ব লবলৈ আগ নাবাঢ়িল। সেইবাবে যোৰহাট অধিবেশনৰ সভানেত্ৰীৰ ভাৰ পৰিল নলিনীবালা দেৱীৰ ওপৰত।

অধিবেশনৰ আগে আগে ১৯৫৪ খৃঃৰ ২৯ ডিচেম্বৰত যোৰহাটৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱনত বছৰটোৰ পঞ্চমখন কাৰ্য-নিৰ্বাহক সভা অনুষ্ঠিত হ'ল। এইখনেই ডক্টৰ ভূঞাৰ পৌৰহিত্যত অনুষ্ঠিত শেষ কাৰ্য-নিৰ্বাহক।

ডক্টৰ ভূঞাই ত্ৰয়োবিংশ যোৰহাট অধিবেশনত অংশ গ্ৰহণ কৰিছিল। ৩১ ডিচেম্বৰৰ প্ৰথমদিনাৰ মূল সভাত ডক্টৰ ভূঞাই সভানেত্ৰী নলিনীবালা দেৱীৰ চমু পৰিচয় দাঙি ধৰি সভাৰ কাৰ্য পৰিচালনা কৰিবলৈ আহ্বান কৰিছিল।

যোৰহাট অধিবেশনৰ বুৰঞ্জী শাখাৰ সভাপতি সুৰেশচন্দ্ৰ ৰাজখোৱা, বিজ্ঞান শাখাৰ সভাপতি ডক্টৰ হিৰণ্যচন্দ্ৰ ভূঞা, প্ৰদৰ্শনী উদ্বোধন কৰিছিল মহাদেৱ শৰ্মাই। ৰাধানাথ ফুকন অভ্যৰ্থনা সমিতিৰ সভাপতি।

ডক্টৰ ভূঞাই বুৰঞ্জী শাখাত যোগদান কৰি অসম বুৰঞ্জী আৰু যোৰহাটৰ অতীত ঐতিহ্যৰ বিষয়ে এটি সাৰগৰ্ভ ভাষণ দিয়ে। বুৰঞ্জী শাখাৰ সম্পাদক যতিনাৰায়ণ শৰ্মাই তেওঁৰ প্ৰতিবেদনত যোৰহাট চহৰৰ অতীত ইতিহাসৰ পৰিচয় দাঙি ধৰিছিল।

১৯৫৫ খৃঃৰ ২৫ ডিচেম্বৰৰপৰা সাহিত্যসভাৰ চতুৰ্বিংশ অধিবেশন গুৱাহাটীত অনুষ্ঠিত হয়। বনফুলৰ কবি যতীন্দ্ৰনাথ দুৱৰা উক্ত অধিবেশনৰ

সভাপতি। অভ্যৰ্থনা সমিতিৰ সভাপতি ন্যায়াধীশ হলিৰাম ডেকা, বুৰঞ্জী শাখাৰ সভাপতি ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা, বিজ্ঞান শাখাৰ ডক্টৰ ৰোহিনীকান্ত বৰুৱা, সাংস্কৃতিক অধিবেশনৰ সভাপতি শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত। প্ৰদৰ্শনীৰ দুৱাৰ মুকলি কৰিছিল নীলমণি ফুকনে।

ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাই গুৱাহাটী অধিবেশনতো যতীন্দ্ৰনাথ দুৱৰাক আনুষ্ঠানিকভাৱে সভাপতি পদত বৰণ কৰি পৰিচয় দি কৈছিল, "যতীন্দ্ৰনাথ দুৱৰা কবিয়ে নহয় তেওঁৰ জীৱনটোৱে এটি দীঘল কবিতা।"

কবি দুৱৰাৰ ভাষণখনিৰ আলোচ্য বিষয় বৰ্তমান অসমীয়া সাহিত্যৰ স্বৰূপ আৰু তাৰ লগত ঘনিষ্ঠভাৱে জড়িত থকা প্ৰায়বোৰ সমস্যাৰ কথা। ভাষণখনিত নতুন কবিতাৰ বিষয়ে কৰা মন্তব্যই নতুন কবি আৰু কবিতা প্ৰেমীসকলৰ মনত এটি মৃদু আলোড়ন তুলিছিল।

## শ্ৰীশ্ৰীশঙ্কৰদেৱৰ পঞ্চশততম জন্মোৎসৱ

মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ পাঁচ-শ বছৰীয়া জন্মতিথি উপলক্ষ্যে বৰপেটা সত্ৰত পাঁচদিনীয়া কাৰ্যসূচীৰে উছৱ পালন কৰা হৈছিল। বৰদোৱা, গড়মূৰ, বেলগুৰি, ধৰাহাটা, উত্তৰ কমলাবাৰী, কোৱামাৰা, সুন্দৰীদিয়া আৰু নিকামূল সত্ৰৰ সত্ৰাধিকাৰৰ যোগদানে উছৱৰ সৌষ্ঠৱ বঢ়াইছিল।

বৰপেটা আৰু বিভিন্ন সত্ৰৰপৰা সংগৃহীত শ্ৰীশ্ৰীশঙ্কৰদেৱৰ সেৱাৰ বস্তুসমূহৰে আয়োজন কৰা প্ৰদৰ্শনীখন আছিল উছৱৰ অন্যতম আকৰ্ষণ। বৰপেটা সত্ৰৰ ভিতৰতে আয়োজন কৰা এই প্ৰদৰ্শনীখনত প্ৰদৰ্শন কৰা সেৱাৰ বস্তুসমূহ হ'ল—মহাপুৰুষ শঙ্কৰদেৱে নিজ হাতে লিখা দ্বিতীয় স্কন্ধ, একাদশ স্কন্ধ ভাগৱত, শ্ৰীমাধৱদেৱে নিজ হাতে লিখা নামঘোষা, ৰত্নাৱলী, শ্ৰীশঙ্কৰদেৱৰ মালা, সাগৰফেনা কমলিৰ অংশ ব্যৱহাৰ কৰা টেমি, কটাৰী, সফুঁৰা, ভোজনৰ বাটি, শ্ৰীমাধৱদেৱে মথুৰাদাস বুঢ়া আতাক দিয়া নাগৰি টকা দুটা, শ্ৰীশঙ্কৰদেৱে বদুলা আতাক দিয়া মঞ্জুৰা তাল, শ্ৰীমাধৱদেৱৰ পদশিলা প্ৰভৃতি।

উত্তৰ কমলাবাৰী, ধুৱাহাটা, বেলগুৰি, প্ৰভৃতি সত্ৰৰপৰা সেৱাৰ বস্তুসমূহ ভকতসকলে নাম কীৰ্তন কৰি নাৱেৰে আনিছিল।

উৎসৱ মণ্ডপ সজা হৈছিল বৰপেটা সত্ৰৰ ভিতৰত আৰু চিনপৰা

ভিঠিত। এই উছৱ ১৮৭০ শকৰ ২৬ আহিনৰপৰা ( ১৯৪৮ খৃঃ অক্টোবৰ ) ৫ দিন ধৰি হৈছিল। সভাত নিখিল ভাৰত ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ সভাপতি কাকাচাহেব কালেলকাৰ, সুচেতা বেন আৰু অসমৰ মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈয়ে যোগদান কৰিছিল।

প্ৰথম দিনাই সেৱাৰ বস্তুৰ প্ৰদৰ্শনী উদ্বোধন কৰিছিল সত্ৰাধিকাৰ চন্দ্ৰকান্ত মিশ্ৰদেৱে। চিনপৰা ভিঠিত অনুষ্ঠিত সভাৰ প্ৰথম দিনৰ আলোচ্য বিষয় শ্ৰীশঙ্কৰদেৱৰ জীৱন চৰিত। মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈয়ে সভাত উপস্থিত হৈও অসুস্থতাবশতঃ সভাপতিত্ব কৰিব নোৱৰা কাৰণে ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাই সভা পৰিচালনা কৰিছিল। সভা উদ্বোধন কৰিছিল কাকা কালেলকাৰে। সভাত গোপীনাথ বৰদলৈ, ডেকাসত্ৰাধিকাৰ ধৰ্মেশ্বৰ মহন্ত, হৰিনাৰায়ণ দত্ত বৰুৱা, উপেন্দ্ৰচন্দ্ৰ লেখাৰু আদিয়ে বক্তৃতা দিয়ে।

পিছৰ কেইদিন সত্ৰৰ চোতালতে সভা অনুষ্ঠিত হৈছিল। দ্বিতীয় আলোচনাৰ বিষয় শ্ৰীশঙ্কৰদেৱৰ ধৰ্মমত, সভাপতি শ্ৰীকৃষ্ণানন্দ ব্ৰহ্মচাৰী। হৰিপ্ৰসন্ন তামুলি ফুকন, কালিৰাম মেধি, আৰু ডিম্বেশ্বৰ কাকতি বিশিষ্ট বক্তা।

তৃতীয় দিনাৰ আলোচনাৰ বিষয় শ্ৰীশঙ্কৰদেৱৰ সাহিত্য। সভাপতি উপেন্দ্ৰচন্দ্ৰ লেখাৰু। নীলমণি ফুকন, হৰমোহন দাস, হৰগোবিন্দ শৰ্মা, শ্ৰীকৃষ্ণানন্দ ব্ৰহ্মচাৰী, সৰ্বানন্দ ৰাজকুমাৰ, তিলকচন্দ্ৰ মহন্ত প্ৰভৃতিয়ে আলোচনাত অংশ গ্ৰহণ কৰিছিল।

চতুৰ্থ দিনাৰ আলোচনাৰ বিষয় শ্ৰীশঙ্কৰদেৱৰ কলা, সভাপতি কালিৰাম মেধি, আৰু নিৰ্দিষ্ট বক্তা খগেন্দ্ৰনাথ দাস।

পঞ্চম দিনৰ সভাৰ আলোচনাৰ বিষয় শ্ৰীশঙ্কৰদেৱৰ ধৰ্ম সংগঠন, সংস্কাৰ আৰু প্ৰচাৰ। সভাপতি গড়মূৰীয়া সত্ৰাধিকাৰ শ্ৰীশ্ৰীপীতাম্বৰদেৱ গোস্বামী। হৰমোহন দাস নিৰ্দিষ্ট বক্তা।

## বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ

বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰ সাহিত্য সাধনাৰ কীৰ্তিস্তম্ভ জয়দৌল শিৱদৌল আৰু বিভাগটো আছিল তেওঁৰ কলিজা স্বৰূপ। ১৯২৮ খৃঃত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ জন্ম। জন্মলগ্নৰপৰা

১৯৫৭ খৃঃলৈ অৰ্থাৎ গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপচাৰ্য হোৱাৰ পূৰ্বমুহূৰ্তলৈকে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ ভূঞাৰ বুকুৰ উমেৰে সজীৱ কৰি তুলিছিল।

ছাত্ৰাৱস্থাৰেপৰা বুৰঞ্জী চৰ্চাত হাতীপুৰ দি লাগিছিল যদিও কলেজীয়া কালছোৱাত আই. এ., বি. এ. নাইবা এম. এ. শ্ৰেণীত বুৰঞ্জী তেওঁৰ পাঠ্য-বিষয় নাছিল। ভূঞা আছিল ইংৰাজী সাহিত্যৰ ছাত্ৰ, ইংৰাজী সাহিত্যৰ অধ্যাপক।

অসমত বুৰঞ্জী চৰ্চাত ঔপনিবেশীক শাসকবৰ্গৰ বৰঙণী সৰ্বাধিক। অৱশ্যে আহোম ৰাজত্বৰ পূৰ্বৰেপৰা অসমৰ বুৰঞ্জী চৰ্চাৰ পৰম্পৰা চলি আছিল। ডক্টৰ জোন পিটাৰ ৱেড, ফ্ৰান্সিচ হেমিলটন (বাকানন হেমিলটন), জোন, মেকছ, উইলিয়ম ৰবিনচন, মেজৰ জোন বাটলাৰ, কেপ্টেইন আৰ. বি. পেম্বাৰটন, ডবলিউ. হাণ্টাৰ, চাৰ এডৱাৰ্ড গেইট, প্ৰভৃতি বুৰঞ্জীবিদে ৰচনা কৰা অসম বুৰঞ্জীসমূহ অমূল্য গ্ৰন্থ।

১৭৯২ খৃঃত স্বৰ্গদেউ গৌৰীনাথ সিংহৰ ৰাজত্বকালত মোৱামোৰীয়া বিদ্ৰোহ দমন কৰিবলৈ অহা কেপ্টেইন ওৱেলচে ইষ্ট ইণ্ডিয়া কোম্পানীক দিয়া বিৱৰণৰ মাজত সেই সময়ৰ এখনি চিত্ৰ প্ৰকাশ পাইছে। চাৰ আলেকজেণ্ডাৰ মেকেঞ্জীৰ 'নৰ্থ ইষ্ট ফ্ৰন্টিয়াৰ প্ৰভিন্স অৱ বেঙ্গল' গ্ৰন্থত ওৱেলচৰ বিজয় আৰু বিৱৰণৰ কথা সন্নিবিষ্ট কৰা হৈছে।

কেপ্টেইন ওৱেলছৰ লগত আহিছিল চিকিৎসক ডক্তৰ জন পিটাৰ ওৱেড। ওৱেলচ যুদ্ধ বিগ্ৰহৰ কামত ব্যস্ত থকা সময়তে ডাক্তৰ ওৱেড ব্যস্ত হৈ পৰিছিল অসমৰ বিষয়ে ইতিহাস ৰচনাৰ বাবে সমল সংগ্ৰহ কৰিবলৈ। অসমত থকা ১৮ মাহ কালছোৱাত সংগ্ৰহ কৰা তথ্যৰ ভিত্তিত ওৱেডে ৰচনা কৰিছিল অসমৰ এখনি ইতিহাস, An Account of Assam (১৮০০, ১৯২৭)। প্ৰাগ-ঐতিহাসিক যুগৰপৰা গৌৰীনাথ সিংহৰ দিনলৈকে বৰ্ণনা থকা ৩৭২ পৃঃৰ উক্ত ইতিহাসখন বেণুধৰ শৰ্মাই ইণ্ডিয়া অফিচ লাইব্ৰেৰীৰপৰা আনি পুথিৰ আকাৰত ছপাই উলিয়াছে।

১৮০৮ খৃঃৰপৰা ১৮১৪ খৃঃলৈ ৰংপুৰ আৰু গোৱালপাৰা অঞ্চল ভ্ৰমণ কৰা অভিজ্ঞতাৰে ফ্ৰান্সিচ বাকাননে অসমৰ বিষয়ে এটি বিৱৰণ প্ৰস্তুত কৰিছিল। সূৰ্য্যকুমাৰ ভূঞাই ইণ্ডিয়া অফিচ লাইব্ৰেৰীৰপৰা আনি বাকাননৰ বিৱৰণ An Account of Assam নামেৰে গ্ৰন্থৰূপত প্ৰকাশ কৰিছিল (১৯৪০)।

অসমৰ শাসন ভাৰ ইষ্ট ইণ্ডিয়া কোম্পানীৰ অধীনলৈ যোৱাৰ পিছত জোন মেকচ্ চিকিৎসক স্বৰূপে গুৱাহাটীলৈ আহিছিল। Topography of Assam মেকচে অসমৰ বিষয়ে ৰচনা কৰা এখনি ১৬৬ পৃষ্ঠাৰ ইতিহাস (১৮৩৫, ১৯৭৫)।

গুৱাহাটী গৱৰ্ণমেণ্ট চেমিনাৰীৰ প্ৰধান শিক্ষক উইলিয়ম ৰবিঞ্চনৰ A Grammar of the Assamese Language (১৮৩৯) অসমীয়া ভাষাৰ প্ৰথম ব্যাকৰণ। A Descriptive Account of Assam (১৮৪১, ১৯৭৫) ৰবিন্সনে ৰচনা কৰা ৪২১ পৃষ্ঠাৰ এখনি ইতিহাস।

কেপ্টেইন আৰ. বি. পেম্বাৰটনৰ The Eastern Frontier of British Indiaত (১৮৩৫, ১৯৬৬) অসমৰ বিৱৰণ সন্নিবিষ্ট কৰা হৈছে।

মেজৰ জোন বাটলাৰৰ Travels and Adventures in the Province of Assam (1855, 1978) আৰু A Sketch of Assamত (১৮৪৭) অসমৰ বহু বিস্তৃত বিৱৰণ সন্নিবিষ্ট কৰা হৈছে।

ডবলিউ হাণ্টাৰৰ দুই খণ্ডত ৰচনা কৰা A Statistical Account of Assamত (১৮৭৯, ১৯৭৫) তথ্য ভিত্তিক নিৰ্ভৰযোগ্য গ্ৰন্থ।

অসমৰ বিষয়ে ইতিহাস চৰ্চা কৰা চাৰ এডৱাৰ্ড গেইট (১৮৬৩, ১৯৫০) আন এগৰাকী বিদেশী চাহাব। ১৮৮২ খৃঃতে এচিষ্টেণ্ট কমিচনাৰ স্বৰূপে অসমত নিযুক্তি লাভ কৰা গেইট বিভিন্ন দায়িত্বলৈ বহু বছৰ অসমত চাকৰি কৰিছিল। পিছত তেওঁ বিহাৰ উৰিষ্যা প্ৰদেশৰ লেফ্‌টেনাণ্ট গৱৰ্ণৰ স্বৰূপে কাৰ্য নিৰ্বাহ কৰিছিল। প্ৰাগ-ঐতিহাসিক কালৰপৰা সাম্প্ৰতিক কাললৈকে অসমৰ সকলো কথাকে খৰচি মাৰি ৰচনা কৰা গেইটৰ History of Assam (১৯০৫, ১৯২৬, ১৯৮১) এখনি নিৰ্ভৰযোগ্য ইতিহাস। Report on the Progress of Historical Research in Assam (1897) আৰু ১৮৯৭ খৃঃৰ ভূইকঁপৰ বিৱৰণৰ ভেটিত ৰচনা কৰা Report on the Earthquake of the 12 June, 1897 আন দুখন প্ৰামাণ্য গ্ৰন্থ।

এনেভাৱে বিদেশী চাহাবসকলে বিজ্ঞানসন্মতভাৱে অসমৰ বিষয়ে বিবিধ ইতিহাস ৰচনা কৰিছিল।

গ্ৰন্থৰ উপৰিও বিভিন্ন ইংৰাজ লিখকে লিখা অসম সম্বন্ধীয় মূল্যবান তত্ত্বগধুৰ প্ৰবন্ধ বিভিন্ন আলোচনীত প্ৰকাশ হৈছিল।

*Department of Ethnography*

উনবিংশ শতিকাৰ শেষ দশকত অসমত ইতিহাস চৰ্চাৰ বাবে ডিপাৰ্টমেণ্ট অব্ এথ্‌ন'গ্ৰাফীৰ জন্ম। এথ্‌ন'গ্ৰাফী বিভাগ স্থাপনৰ মূলতে আছিল বুৰঞ্জীবিদ চাৰ এডৱাৰ্ড গেইট। ভাৰতবৰ্ষৰ আন আন ঠাইত ইতিহাস চৰ্চাৰ আঁচনি আৰু কৰ্মপন্থাৰ প্ৰতি দৃষ্টি ৰাখি গেইটেও অসমত ইতিহাস চৰ্চাৰ এখনি আঁচনি প্ৰস্তুত কৰি চৰকাৰৰ ওচৰত দাখিল কৰিছিল।

"In connection with the scheme for prosecuting ethnographical enquiries in different parts of India, which was elaborated after the publication of Mr. Risley's work on the Tribes and castes of Bengal, a suggestion was made into the ancient history of the Province."[১]

গেইটৰ পৰামৰ্শৰ ওপৰত ভিত্তি কৰি চৰকাৰে জিলাৰ প্ৰশাসকসকলক ইতিহাসৰ সমল সংগ্ৰহ আৰু সংৰক্ষণৰ সহায় কৰিবলৈ নিৰ্দেশ দিয়ে (জুলাই ২, ১৮৯৪)। চাৰ চাৰ্লচ লয়েল অসমৰ অস্থায়ী চিফ্ কমিচনাৰ স্বৰূপে কাৰ্য নিৰ্বাহ কৰা কালছোৱাত ইতিহাস চৰ্চাৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিছিল।

"That the time had come for a sustained and systematic endeavour to arrest the process of destruction of such historical manuscripts as still survived in the Province,...... might either be acquired or accurate copies made of them, and that arrangements might be made for the translation of the Ahom Puthis, many of which was believed to be of historical value."[২]

চাৰ লায়েলে এই সজ কামৰ বাবে চৰকাৰী অনুদান স্বৰূপে ৫০০ টকা মঞ্জুৰ কৰিছিল। পিছত বছৰেকীয়া অনুদান ১০০০ টকালৈকে বৃদ্ধি কৰা

---

১। Sir E. A. Gait, Report on the Progress of Historical Research in Assam, 1897, p. 1.

২। উক্ত গ্ৰন্থ

হৈছিল। ১৮৯৪ খৃঃৰ শেষৰ ফালে এনেদৰে চাৰ এডৱাৰ্ড গেইট আৰু চাৰ চাৰ্লচ লায়েলৰ যত্নত অসমত ডিপাৰ্টমেন্ট অৱ এথ্‌ন’গ্ৰাফীৰ জন্ম। চাৰ এডৱাৰ্ড গেইট এই নতুন বিভাগটোৰ অবৈতনিক সঞ্চালক ( Director ) নিযুক্ত হয়। বিভাগটো স্থাপন কৰা হয় ৰাজধানী ছিলং চহৰতে।

চাৰ এডৱাৰ্ড গেইটে অসমত ইতিহাস চৰ্চা আৰু ইতিহাসৰ সমল সংগ্ৰহৰ বাবে এখন বিস্তৃত আঁচনি প্ৰস্তুত কৰে আৰু ইয়াৰেই ফলশ্ৰুতি তেওঁৰ Report on the Progress of Historical Research in Assam. চৰকাৰে গেইটৰ আঁচনি গ্ৰহণ কৰি জিলা প্ৰশাসক আৰু বিভাগীয় মুৰব্বী-সকলক ইতিহাসৰ সমল সংগ্ৰহত সহায় কৰিবলৈ নিৰ্দেশ দিয়ে। ইতিহাসৰ তথ্য সংগ্ৰহৰ বাবে গুৰুত্ব আৰোপ কৰা সমলসমূহৰ ভিতৰত আছে—

১। বিভিন্ন ৰাজ্যৰ মুদ্ৰা ( coins )।

২। শিলালিপি তাম্ৰলিপি ( Inscription )।

৩। অসমীয়া আৰু আহোম ভাষাত লিখা ইতিহাসৰ পাণ্ডুলিপি।

৪। ধৰ্মীয় সাহিত্য, লোক সাহিত্য, কিংবদন্তী আদি ( Quasi-historical materials )।

৫। অসমৰ পুৰাতাত্ত্বিক সমলৰ তালিকা।[৩]

চাৰ এডৱাৰ্ড গেইটৰ যত্নত ডিপাৰ্টমেন্ট অৱ এথ্‌ন’গ্ৰাফীৰ জৰিয়তে ভালেকেইখন পুৰণি ইতিহাস আৰু আন আন সমল সংগ্ৰহ কৰা হৈছিল। এই সমলবোৰৰ ওপৰত ভেটি কৰিয়ে ১৯০৫ খৃঃত গেইটে History of Assam ৰচনা কৰিছিল। ১৮৯৭ খৃঃত গেইট অসমৰপৰা বঙ্গদেশলৈ বদলি হয়।

গেইটৰ পিছত কৰ্ণেল পি. আৰ. টি. গৰ্ডন এথ্‌ন’গ্ৰাফী বিভাগৰ অবৈতনিক সঞ্চালক। চাৰ লায়েল আৰু চাৰ গেইটৰ সময়োপযোগী প্ৰচেষ্টাৰ ফলত বহুতো ইতিহাসৰ তথ্যপাতি নথি-পত্ৰ সংগ্ৰহ কৰা হৈছিল। কৰ্ণেল গৰ্ডন অসম হিতৈষী বিদ্যানুৰাগী লোক। হেমচন্দ্ৰ বৰুৱাৰ ‘হেমকোষ’ প্ৰকাশৰ মূলতে আছিল কৰ্ণেল গৰ্ডন আৰু হেমচন্দ্ৰ গোস্বামীৰ যুটীয়া প্ৰচেষ্টা।

---

৩। উক্ত গ্ৰন্থ পৃষ্ঠা ২-৩।

চাৰ বমফিল্ড ফুলাৰ অসমৰ চীফ কমিচনাৰ স্বৰূপে কাৰ্যনিৰ্বাহ কৰা কালছোৱাত এথ্‌ন'গ্ৰাফী বিভাগৰ প্ৰসাৰণৰ প্ৰতি চকু দিছিল। পাহাৰীয়া জাতিসমূহৰ ওপৰত পুস্তিকা প্ৰকাশত চাৰ ফুলাৰে গুৰুত্ব আৰোপ কৰিছিল।[8]

উক্ত বিভাগৰ সৌজন্যত হেমচন্দ্ৰ গোস্বামীক ১৯১২ খৃঃত ছমাহৰ বাবে চৰকাৰে প্ৰাচীন পুথি সংগ্ৰহ আৰু অধ্যয়নৰ কামত নিয়োগ কৰিছিল। গোস্বামীয়ে অসমৰ বাহিৰত এচিয়াটিক চোচাইটি অব্ বেঙ্গল, কোচবিহাৰৰ ৰাজকীয় পুথিভঁৰাল আদিলৈ গৈ পুৰণি অসমীয়া পুথিৰ বিষয়ে অনুসন্ধান কৰিছিল। অসমতো চুকে-কোণে অনুসন্ধান কৰি ২৩৩খন পুথি সংগ্ৰহ কৰিছিল। সংগৃহীত পুথিৰ ভিতৰত ১৫৬খন অসমীয়া ৭৭খন সংস্কৃত। গোস্বামীৰ Descriptive Catalogue of Assamese Manuscripts (১৯৩০) এই সংগ্ৰহ আৰু অধ্যয়নেৰে ফলশ্ৰুতি। পুথিসমূহ প্ৰথমতে কমিচনাৰ কাৰ্যালয়তে ৰখা হৈছিল যদিও পিছত কামৰূপ অনুসন্ধান সমিতিলৈ হস্তান্তৰ কৰা হয়।[5]

১৯২০ খৃঃত কৰ্ণেল গৰ্ডন অসম এৰি যায়। তেওঁৰ কাৰ্যকালত এথ্‌ন'-গ্ৰাফী বিভাগ সক্ৰিয় কৰিবলৈ যত্নপৰ হৈছিল। ইয়াৰ পিছত ডক্টৰ জে. এইচ. হটন এথ্‌ন'গ্ৰাফী বিভাগৰ সঞ্চালকৰ দায়িত্বভাৰ গ্ৰহণ কৰে। এই কালছোৱাত বিশেষকৈ আও, চেমা, আঙ্গামী আৰু লোটা নগাসকলৰ বিষয়ে নৃতাত্ত্বিক বিষয়ৰ মূল্যবান গ্ৰন্থ প্ৰকাশ হয়।[6] ১৯৩০ খৃঃৰপৰা জে. পি. মিলচ এথ্‌ন'গ্ৰাফী বিভাগৰ সঞ্চালক।

১৯১২ খৃঃত কামৰূপ অনুসন্ধান সমিতিৰ জন্ম। প্ৰাচীন কামৰূপৰ পুৰাতত্ত্ব, পুৰালিপিতত্ত্ব আদিৰ বিষয়ে অধ্যয়ন কৰাই আছিল কামৰূপ অনুসন্ধান সমিতিৰ ঘাই লক্ষ্য। সেইকথা আমি পূৰ্বতে উল্লেখ কৰিছোঁ। কামৰূপ অনুসন্ধান সমিতি ৰাজহুৱা অনুষ্ঠান।

বিংশ শতিকাৰ তৃতীয় দশকৰ শেষৰ ফালে অৰ্থাৎ ১৯২৮ খৃঃৰ ২৫ জুনত সম্পূৰ্ণ চৰকাৰী পৃষ্ঠপোষকতাত প্ৰায় একে উদ্দেশ্যৰে ইতিহাস চৰ্চাৰ বাবে

---

৪। D. H A. S, Bulletin No. 1, p. 4.

৫। হেমচন্দ্ৰ গোস্বামী, Descriptive Catalogue of Assamese Manuscripts, pp. VI—VII

৬। D. H. A. S. Bulletin No. 1, p. 5

গুৱাহাটী চহৰতে গঢ়ি উঠিল আন এটি অনুষ্ঠান অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ। অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ সেই সময়ৰ অসমৰ শিক্ষা বিভাগৰ অধিকৰ্তা জোন বিচাৰ্ড কানিংহামৰ মানস কন্যা ( Brain child )। শিক্ষাবিদ কানিংহামে ইতিহাসৰ অধ্যয়ন, গৱেষণা আৰু প্ৰকাশৰ ক্ষেত্ৰত থকা অসুবিধাসমূহৰ কথা উপলব্ধি কৰিব পাৰি এনে এটি বিভাগ স্থাপনৰ বাবে চৰকাৰৰ ওচৰত প্ৰস্তাৱ দাঙি ধৰিছিল। ১৯২৮ খৃঃৰ জানুৱাৰী মাহৰ আদিতে কানিংহামে চৰকাৰৰ ওচৰত দিয়া প্ৰস্তাৱ সেই বছৰতে জুন মাহত চৰকাৰে অনুমোদন জনালে। চৰকাৰৰ ওচৰত প্ৰস্তাৱ আগবঢ়োৱাৰ পিছতে কানিংহামে সূৰ্য্যকুমাৰ ভূঞালৈ লিখিছিল……
As a separate matter I am considering the possibility of asking Government to appoint senior officer e. g. the Commissioner of Assam Valley or myself to act as honorary Director of Historical studies to backing the Government and to open for it a door to the Yon might be willing to function as honorary Assistant Director.[৮]

কানিংহামে ভূঞাক সকিয়াই দিছিলে তেওঁ যেন চিঠিখনৰ গোপনীয়তা ৰক্ষা কৰে। কানিংহামৰ প্ৰস্তাৱৰ সহাৰি জনোৱাৰ লগতে ভূঞাই লিখিছিল অসম উপত্যকাৰ কমিচনাৰৰ সলনি তেওঁ ( কানিংহাম ) যদি নতুন বিভাগটোৰ সঞ্চালক হয় তেতিয়াহলে ভূঞাই বেছি আনন্দ লাভ কৰিব।

অসমৰ গৱৰ্ণৰ চাৰ লৰি হেমেণ্ডে এই নতুন বিভাগটোৰ বাবে আৱশ্যকীয় অনুদান আগবঢ়াইছিল। নতুন বিভাগটোৰ উদ্দেশ্য ব্যাখ্যা কৰি তেওঁ সকলো চৰকাৰী কাৰ্য্যালয়ৰ মুৰব্বীকে সহায় সহযোগ আগবঢ়াবলৈ আহ্বান জনাইছিল।

অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ বাবে সঞ্চালক নিয়োগ কৰিছিল অসম উপত্যকাৰ কমিচনাৰ এ. এইচ. ডবলিউ. বেনটিঙ্ক (A.H.W. Bentinck )। কাছাৰ জিলাৰ উপায়ুক্ত জে. পি. মিলচ আৰু সূৰ্য্যকুমাৰ ভূঞাক ক্ৰমে সুৰমা উপত্যকা আৰু অসম উপত্যকাৰ সহকাৰী সঞ্চালক নিয়োগ কৰিছিল। সঞ্চালক, সহকাৰী সঞ্চালক আটাইকেইজন অবৈতনিক।

বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ নিয়মীয়াভাৱে কামকাজ আৰম্ভ কৰিছিল

১৯২৯ খৃঃৰ ১৫ জুলাইৰপৰা। গুৱাহাটীৰ সহকাৰী সঞ্চালক অধ্যাপক ভূঞাৰ তত্বাবধানত নিয়মীয়া কামকাজ আৰম্ভ হয়। তেওঁৰ বাসভৱনতে কাৰ্যালয় স্থাপন কৰি অকলেই কামকাজ আৰম্ভ কৰে।

সেই বছৰৰে ১৩ আগষ্টৰপৰা বাসুদেৱ মিশ্ৰক কাৰ্যালয় সহকাৰী নিয়োগ কৰা হয়। দ্বিতীয়জন কাৰ্যালয় সহকাৰী মাধৱচন্দ্ৰ বৰুৱাক নিয়োগ কৰিছিল ১৯৩১ খৃঃৰ ১৬ এপ্ৰিলৰপৰা।

বুৰঞ্জী আৰু পুৰাতত্ব বিভাগৰ সহকাৰী সঞ্চালকৰ দায়িত্ব গ্ৰহণ কৰাৰ সময়ত সূৰ্য্যকুমাৰ ভূঞা কামৰূপ অনুসন্ধান সমিতিৰ সম্পাদক। তেওঁৰ ঠাইত সম্পাদক নিৰ্বাচিত হয় দিবাকৰ গোস্বামী।

অধ্যাপক ভূঞাই কামৰূপ অনুসন্ধান সমিতিৰ সম্পাদক স্বৰূপে কাৰ্যনিৰ্বাহ কৰি থকা সময়তে বুৰঞ্জী আৰু পুৰাতত্ব বিভাগৰ সহকাৰী সঞ্চালক দায়িত্ব গ্ৰহণ কৰা আৰু শেষত অনুসন্ধান সমিতিৰ সম্পাদকৰ দায়িত্বৰপৰা অব্যাহতি লোৱা কাৰ্যই বহুতৰে মনত সন্দেহৰ ভাব যোগাব পাৰে। অৰ্থাৎ অধ্যাপক ভূঞাই কিয় পুৰণি অনুসন্ধান সমিতি এৰি নতুন পুৰাতত্ব বিভাগৰ দায়িত্ব গ্ৰহণ কৰিলে? অনুসন্ধান সমিতিৰ বিষয়ববীয়াসকলৰ সৈতে কিবা মতৰ অমিল বা বিবাদ লাগিলে নেকি? কিন্তু তেনে চিন্তাৰ কোনো কাৰণ নাই। সম্পাদকৰ দায়িত্বৰপৰা অব্যাহতি ললেও তেওঁ অনুসন্ধান সমিতিৰ কাৰ্য-নিৰ্বাহকৰ সদস্য হৈয়ে থাকিল। কনকলাল বৰুৱাৰ মৃত্যুৰ পিছত কিছুকাল তেওঁ সভাপতি স্বৰূপেও কাৰ্য নিৰ্বাহ কৰিছিল। শেষ জীৱনলৈকে অনুসন্ধান সমিতিৰ সৈতে আছিল তেওঁৰ মধুৰ সম্পৰ্ক, কোনো ধৰণৰ বিবাদ নাছিল।

আনহাতে বুৰঞ্জী আৰু পুৰাতত্ব বিভাগৰ উদ্দেশ্য আৰু কামৰূপ সমিতিৰ উদ্দেশ্যৰ লগত তেলপানীৰ সম্বন্ধ নহয়। প্ৰাচীন কামৰূপৰ পুৰাতত্ব, পুৰালিপিতত্ব, জাতিতত্ব, আচাৰ পদ্ধতি, মুদ্ৰা, শিলামূৰ্তি, অস্ত্ৰ-শস্ত্ৰ, শিলালিপি আদিৰ অনুসন্ধান আৰু সংগ্ৰহ কৰা আৰু প্ৰাচীন কামৰূপৰ ইতিহাস চৰ্চাই আছিল কামৰূপ অনুসন্ধান সমিতিৰ মূল উদ্দেশ্য।

অতীত অসমৰ পুৰণি সামগ্ৰীসমূহ যাতে ক্ষয় পাব বা হস্তান্তৰ হ'ব নোৱাৰে তাৰ প্ৰতি অনুসন্ধান সমিতিৰ আছিল সজাগ দৃষ্টি। অতীত অসমৰ শিল্পকলা, স্থপতি বিদ্যা আদিৰ কথা বিভিন্ন আলোচনী বাতৰি কাকতৰ যোগেৰে প্ৰচাৰ কৰাটোৱে আছিল সমিতিৰ যাই লক্ষ্য। সমিতিয়ে

চিত্ৰশালা, যাদুঘৰ সজাৰ পৰিকল্পনাও কৰিছিল। ১৯৪০ খৃঃত হে যাদুঘৰ সম্পূৰ্ণ হৈ উঠিছিল।

অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ঘাই উদ্দেশ্য বুৰঞ্জী বিষয়ৰ গৱেষণা কৰা: to promote historical research in Assam so that a more detailed and intimate knowledge of the past history of the Province in all spheres of life may be diffused ......The Department fully recognizes the fact that for the furtherance of historical research in the Province we have to make full use of the available written records, in the shape of source materials etc. in order that sufficient data may be provided for work on constructive lines.[১]

বুৰঞ্জী প্ৰণয়ন আৰু গৱেষণাৰ বাবে সকলোধৰণৰ সমল সংগ্ৰহ, নথিপত্ৰ সংৰক্ষণ, পুৰণি পুথি আদি সংৰক্ষণ কৰাটোৱে আছিল বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ঘাই লক্ষ্য। সম্পূৰ্ণ চৰকাৰী পৃষ্ঠপোষকতাত জন্মলাভ কৰা বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ভৱিষ্যতে ইতিহাস চৰ্চাৰ বহল পৰিসৰ লাভৰ বাবে অধ্যাপক ভূঞাই নতুন অনুষ্ঠানটিত যোগদান কৰিছিল।

সেইসময়ত অধ্যাপক ভূঞা কটন কলেজৰ প্ৰথম ছাত্ৰাবাসৰ অধ্যক্ষ ( Superintendent )। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ কাম নিয়াৰিকৈ সম্পাদনা কৰাত অসুবিধা হ'ব পাৰে বুলি ভাবি তেওঁৰ কাৰ্যকাল শেষ নোহোৱাতেই ১৯৩০ খৃঃৰ ৩০ মাৰ্চত অধ্যক্ষৰ দায়িত্বৰপৰা অব্যাহতি ল'লে।

কটন কলেজৰ প্ৰথম ছাত্ৰাবাসৰ অধ্যক্ষৰ বাসভৱনতে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ শুভাৰম্ভ। পূৰ্বতে ছাত্ৰাবাসটোৰ চালবোৰ খেৰৰ আছিল। খেৰবোৰ গুচাই চালত টিনপাত লগোৱাৰ সময়ত ওচৰৰে মুছলিম ছাত্ৰাবাসৰ অধ্যক্ষৰ বাসভৱনলৈ অস্থায়ীভাৱে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ কাৰ্যালয় স্থানান্তৰিত কৰা হয়।

অধ্যাপক ভূঞাই ছাত্ৰাবাসৰ দায়িত্বৰপৰা অব্যাহতি লৈ উজানবজাৰৰ নিজ ঘৰলৈ অহাত তেওঁৰ বৈঠকখানাতে অস্থায়ীভাৱে পুৰাতত্ত্ব বিভাগৰ

---

১ D. H. A. S. Bulletin No. 2, p. 19

কাৰ্যালয় পাতি কামকাজ চলাব লগা হয়। ইতিমধ্যে তেওঁৰ বাসভৱনৰ কাষতে নকৈ এটা ঘৰ সজালে। পুৰাতত্ত্ব বিভাগৰ কাৰ্যালয় এই নতুন ভৱনটোলৈ স্থানান্তৰ কৰা হয়। ঘৰটোত বিজুলী সংযোগ নথকাত অলপ অসুবিধাও হ'ল। ইতিমধ্যে কমিচনাৰৰ কাৰ্যালয়তে পুৰাতত্ত্ব বিভাগৰ বাবে এটি খোটালী আজৰাই দিয়া হ'ল। খোটালীটো সৰু বাবে সকলো আচবাব ৰাখি কাম কৰিবলৈ অসুবিধা হৈছিল।

সেইবাবে পুনৰ ভূঞাৰ বাসভৱনলৈ স্থানান্তৰ কৰা হৈছিল। কিন্তু মাজে মাজে গৰমৰ কালছোৱা কমিচনাৰৰ কাৰ্যালয়লৈ স্থানান্তৰ কৰা হৈছিল। ভূঞাৰ বাসভৱনৰ ওচৰত থাকিলে তেওঁৰ কামকাজৰো সুবিধা হয়। দিনৰ দুই বজালৈকে তেওঁ কলেজৰ কামত ব্যস্ত। দুই বজাৰ পিছৰপৰা বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ কামত ব্যস্ত হৈ পৰিছিল। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ নিজা ঘৰ নোহোৱালৈকে এনেদৰে চলি থাকিব লগা হৈছিল। ভূঞাই তেওঁৰ নতুন ঘৰটো বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ কাৰ্যালয় স্বৰূপে ব্যৱহাৰ কৰিছিল যদিও তাৰ বাবে কোনো ভাৰা লোৱা নাছিল।

## সঞ্চালক

১৯৩১ খ্বঃৰ ১২ আগষ্টৰপৰা মিঃ বেণ্টিঙ্ক কিছুদিনৰ বাবে অসমৰ বাহিৰলৈ যোৱাত অধ্যাপক ভূঞাই সঞ্চালকৰ দায়িত্ব বহন কৰিছিল। ১৯৩৩ খ্বঃৰ ৬ ডিচেম্বৰপৰা মিঃ বেণ্টিঙ্ক অৱসৰ গ্ৰহণ কৰি অসমৰপৰা আঁতৰি যোৱাত সূৰ্য্যকুমাৰ ভূঞাই বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ অবৈতনিক প্ৰাদেশিক সঞ্চালকৰ পদ লাভ কৰিলে। তেওঁৰ ঠাইত ব্ৰহ্মপুত্ৰ উপত্যকাৰ সহকাৰী সঞ্চালকৰ পদত নিযুক্ত হ'ল কটন কলেজৰ আৰবী ফাৰ্চিৰ অধ্যাপক মৌলবী আবদুল ফজল চৈয়দ আহম্মদ।

## নাৰায়ণী সন্দিকৈ ভৱন

বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ভৱন এটাৰ প্ৰয়োজনীয়তাৰ কথা অনুভৱ কৰা হৈছিল যদিও ১৯৩৬ খ্বঃলৈকে সি হৈ উঠা নাছিল।

বিহাৰৰ আথাৱন আৰু টিকাৰিৰ ৰজা হৰিহৰ প্ৰসাদ নাৰায়ণ সিং গুৱাহাটী ভ্ৰমণৰ বাবে আহোতে অধ্যাপক ভূঞাৰ ঘৰতো দুৰাতি বাস

কৰিছিল। তেতিয়াই ভূঞাই ৰজা বাহাদুৰক পুৰাতত্ত্ব বিভাগৰ বাবে ভৱন এটি নিৰ্মাণ কৰি দিবলৈ অনুৰোধ জনাইছিল। তেওঁ উভতি গৈ ৰাজ-কোষৰ অৱস্থা চাই সন্তোষজনক নেদেখি সেই প্ৰস্তাৱত মান্তি হ'ব নোৱাৰিলে।

ৰাধাকান্ত সন্দিকৈ সপৰিয়ালে গুৱাহাটীলৈ আহিলে প্ৰায়ে ভূঞাৰ ঘৰলৈ যায়। ভূঞাৰ চৰা ঘৰতে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগটো আছিল। আৰু সময়ে সময়ে অলৈ তলৈ লৈ ফুৰিব লগা হৈছিল। এনে আলাই আথানি অৱস্থাই সন্দিকৈৰ দৃষ্টি আকৰ্ষণ কৰিছিল। সেই সুযোগতে ভূঞাই বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ এটি নিজা ভৱনৰ প্ৰয়োজনীয়তাৰ কথা সন্দিকৈৰ কাণ চুৱাইছিল। অৱস্থা বুজি সন্দিকৈ ডাঙৰীয়াই পুৰাতত্ত্ব বিভাগৰ ভৱন নিৰ্মাণৰ বাবে ৫০০০ টকা দিবলৈ গাত ললে।

কটন কলেজৰ পদাৰ্থ বিজ্ঞান ( পুৰণি ) আৰু গুৱাহাটী পোষ্ট অফিচৰ মাজতে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ভৱন নিৰ্মাণ কৰিলে। তেতিয়াৰ অস্থায়ী শিক্ষা বিভাগৰ অধিকৰ্তা ডি. ই. ৰবাৰ্টচেও মাটি দোখৰ প্ৰাপ্তিত সহায় কৰিছিল। ঘৰ সজা কামত সহায় কৰিছিল ইঞ্জিনিয়াৰ চি. ৰেইদচো আৰু ৰমেশচন্দ্ৰই।

সমস্যা হৈছিল পাঁচ হেজাৰ টকাৰে ঘৰটো সম্পূৰ্ণ নহয়। যোৰহাটলৈ যাওতে কথা প্ৰসঙ্গত এদিন ভূঞাই সন্দিকৈ দম্পতীৰ আগত ক'লে, 'আৰু পাঁচ হেজাৰ টকা পোৱা হ'লে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ভৱনটো প্ৰয়োজনীয় হিচাপে সাজিব পৰা হলহেঁতেন।'

কথাষাৰ শুনি সন্দিকৈয়ে কাষতে থিয় হৈ থকা নাৰায়ণী সন্দিকৈলৈ মুখ তুলি চালে। অৰ্থাৎ তুমি কি কোৱা?

'যদি সূৰ্য্য মইনাই বিচাৰে তেনেহলে দহ হাজাৰকে দিয়ক।' পত্নীৰ কথাত সন্দিকৈয়ে না নকৰিলে। এনেভাৱে ঘৰুৱা সৌহাৰ্দ আৰু অলপ আলোচনাৰ মাজেৰে ভূঞাই বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ভৱন নিৰ্মাণৰ বাবে ধন সংগ্ৰহ কৰিছিল।

১৯৩৬ খৃঃৰ ৪ এপ্ৰিলত গৱৰ্ণৰ চাৰ মাইকেল কীনে ভৱনটো উদ্বোধন কৰিছিল। তেতিয়াৰেপৰা ইয়াৰ নাম হ'ল নাৰায়ণী সন্দিকৈ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ। উদ্বোধনী সভাত সন্দিকৈ দম্পতীও উপস্থিত আছিল। উদ্বোধনী উছৱত চহৰৰ উচ্চ পদস্থ চৰকাৰী চাকৰিয়াল শিক্ষাবিদ সাহিত্যিক

সকলে যোগদান কৰিছিল। কামাখ্যানাথ ঠাকুৰৰ নেতৃত্বত কলেজিয়েট স্কুলৰ স্কাউট সকলৰ গাৰ্ড অব্ অনাৰ গ্ৰহণ কৰি গৱৰ্ণৰ চাৰ কীনে সভাত যোগ দিছিল। উদ্বোধনী উছৱত সঞ্চালক স্বৰূপে দিয়া অধ্যাপক ভূঞাৰ দীঘলীয়া ভাষণত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ জন্ম, বিকাশ, উদ্দেশ্য আৰু কৰ্ম পন্থাৰ কথা বহলভাৱে আলোচনা কৰা হৈছিল।

মাত্ৰ ৭/৮ বছৰৰ ভিতৰতে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে লাভ কৰা বিকাশ আৰু প্ৰগতিৰ কথা চাৰ কীনে তেওঁৰ ভাষণত উল্লেখ কৰে। সঞ্চালক ভূঞাৰ কৰ্তব্যনিষ্ঠাৰ কথা শলাগি তেওঁ কয়—**The Professor ( S. K. Bhuyan ) unites energy with scholarship, method with enthusiasm and under his care the Department makes fresh progress almost daily. The ceremony at which we are present to-day had its roots in the Director's activity.**

১৯৩৮ খৃঃৰ ২০ ডিচেম্বৰত নাৰায়ণী সন্দিকৈৰ মৃত্যু হয়। সন্দিকৈয়ে ১৬শ টকাৰে অঁকাই দিলে পত্নী নাৰায়ণী সন্দিকৈৰ এখনি সুবৃহৎ তৈলচিত্ৰ।

১৯৪০ খৃঃৰ ৭ ফেব্ৰুৱাৰীত তেতিয়াৰ মহিলা মন্ত্ৰী মিচ্ মৈভিচদানে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সভাগৃহত এই তৈলচিত্ৰখনি উন্মোচন কৰিছিল। বিৰিঞ্চিকুমাৰ বৰুৱা তেতিয়া কটন কলেজৰ অধ্যাপক আৰু বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সহকাৰী সঞ্চালক। এই উছৱত দিয়া বিৰিঞ্চিকুমাৰ বৰুৱাৰ ভাষণ আছিল অসমীয়া ভাষাত।

## আহোম ভাষা শিক্ষা শ্ৰেণী

বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সৌজন্যত আহোম ভাষা শিক্ষা দিবৰ বাবে ১৯৩১ খৃঃৰ ১ এপ্ৰিলৰপৰা এটা ভাষা শিক্ষা শ্ৰেণী আৰম্ভ কৰিছিল। আহোম ভাষা প্ৰশিক্ষণ দিবৰ বাবে প্ৰশিক্ষক নিযুক্ত কৰিছিল আহোম ৰাজপুৰোহিতৰ বংশৰ নন্দনাথ দেওধাই ফুকনক। মাধৱ বেজবৰুৱা, কুসুম ফুকন, উমানাথ গোঁহাই, শশীকান্ত শৰ্মা প্ৰভৃতিৰ লৈতে অধ্যাপক ভূঞায়ো ইয়াতে আহোম ভাষা শিক্ষাৰ প্ৰশিক্ষাৰ্থী আছিল।

১৯২৮ খৃঃৰ ১ অক্টোবৰত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সঞ্চালক আৰু সহকাৰী সঞ্চালকদ্বয় গুৱাহাটীত মিলিত হৈ তেওঁলোকৰ কাৰ্যপন্থা সম্পৰ্কে

আলোচনা কৰিছিল। আলোচনাৰ শেষত কৰিবলৈ লোৱা আঁচনিৰ ভিতৰত আছিল (১) হেমচন্দ্ৰ গোস্বামীৰ পুৰণি সাহিত্য বিষয়ক অসম্পূৰ্ণ কামসমূহ সম্পূৰ্ণ কৰা, (২) অসম আৰু উত্তৰ-পূব অঞ্চলৰ বিষয়ে প্ৰকাশিত আৰু অপ্ৰকাশিত গ্ৰন্থ, প্ৰবন্ধ আৰু নথিপত্ৰৰ গ্ৰন্থসূচী প্ৰস্তুত কৰা, (৩) অসমীয়া বুৰঞ্জী প্ৰকাশ, (৪) বুৰঞ্জী বিষয়ক প্ৰাচীন পুথিৰ অনুসন্ধান, (৫) অসম চৰকাৰৰ পুৰণি নথিপত্ৰ প্ৰকাশ, (৬) কলিকতা ইমপেৰিয়েল লাইব্ৰেৰী, লণ্ডনৰ ইণ্ডিয়া অফিচ লাইব্ৰেৰী আৰু জিলা আৰু মহকুমাৰ সদৰ ঠাইত সংৰক্ষিত চৰকাৰী নথিপত্ৰ আদিৰ পৰীক্ষা।

আঁচনি মতে ভূঞাই ১৯৩০ খ্ৰঃৰ এপ্ৰিল মাহত কলিকতাৰ ইমপেৰিয়েল ৰেকৰ্ড বিভাগ আৰু অসম চৰকাৰৰ পুৰণি নথিপত্ৰ বিভাগত থকা কাগজ-পত্ৰবোৰ তেওঁ পৰীক্ষা কৰিছিল।

নন্দনাথ দেওধানী ফুকন নামৰ পণ্ডিত এগৰাকীক আহোম ভাষা শিকাবৰ বাবে ১৯৩১ খ্ৰঃৰ ১ এপ্ৰিলৰপৰা ছয় মাহৰ বাবে নিয়োগ কৰিছিল।

পুৰাতত্ত্ব বিভাগৰ পৰিসৰ বাঢ়ি যোৱাত ১৯২৯ খ্ৰঃৰ ২৩ জুলাইৰপৰা বাসুদেৱ মিশ্ৰক আৰু ১৯৩১ খ্ৰঃৰ ১৬ এপ্ৰিলৰপৰা মাধৱচন্দ্ৰ বৰুৱাক কাৰ্যালয় সহকাৰী নিয়োগ কৰিছিল। বৰুৱাই উক্ত বিভাগত কাম কৰিয়ে অৱসৰ গ্ৰহণ কৰিছিল।

বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ঘাই উদ্দেশ্য পুৰণি পুথিৰ পাণ্ডুলিপি সংগ্ৰহ আৰু সংৰক্ষণ কৰা। ১৯২৯-৩১ খ্ৰঃৰ ভিতৰত পুৰাতত্ত্ব বিভাগৰ দ্বাৰা সংগৃহীত পুথিৰ সংখ্যা ৬১ খন আৰু প্ৰতিলিপি কৰা পুথিৰ সংখ্যা ৭৭ খন। সংগৃহীত পুথিসমূহৰ ভিতৰত ২৯ খন আহোম ভাষাত আৰু ৩০ খন অসমীয়া ভাষাত লিখা বুৰঞ্জী।

সংগৃহীত প্ৰতিলিপি ( transcript ) সমূহৰ ভিতৰত, ইণ্ডিয়া অফিচ লাইব্ৰেৰী, ইম্পিৰিয়েল ৰেকৰ্ড বিভাগৰপৰা সংগৃহীত কেপ্টেইন ওৱেলচ, বাকানন হেমিলটন, ডাক্তৰ জন পিটাৰ ওৱেড আদিৰ বিৱৰণ উল্লেখযোগ্য।

১৯৩৩ খ্ৰঃত অধ্যাপক ভূঞাই নাজিৰা আৰু পুৰণি গুদাম অঞ্চল ভ্ৰমণ কৰি ভালেমান পুথি সংগ্ৰহ কৰিছিল। নাজিৰাৰ ওচৰৰ মাথিয়াচিঙাৰ পানীফুকনৰ পৰিয়ালত ভালেকেইখন বুৰঞ্জী থকাৰ সম্ভেদ পাই বেণুধৰ

শৰ্মা, লক্ষেশ্বৰ শৰ্মা আৰু উমাকান্ত শৰ্মাৰ সৈতে সেই ঠাইলৈ পুথি সংগ্ৰহৰ উদ্দেশ্যে গৈছিল। প্ৰথম যাত্ৰাত ঘৰৰ গৃহস্থক লগ নাপাই পুনৰ নবেশ্বৰ মাহত কৃষ্ণকান্ত সন্দিকৈ, কীৰ্তিনাথ বৰদলৈ, মৌলবী আবু ফজল আহম্মদ আৰু মহেন্দ্ৰনাথ ফুকনৰ সৈতে গৈছিল। দ্বিতীয় ভ্ৰমণত নিৰাশ হ'বলগা নহ'ল, বিচৰা সমল কিছু পালে। দ্বিতীয় ভ্ৰমণ সূচীত তেওঁ গড়গাঁও, নাজিৰা, ৰংপুৰ, গৌৰীসাগৰ প্ৰভৃতি ঠাইকো সাঙুৰিছিল।

হেমচন্দ্ৰ গোস্বামী আৰু এইচ. চি. বাৰ্নচ সংগৃহীত আৰু সম্পাদিত হস্তিবিদ্যাৰ্ণৱ, স্বৰ্গনাৰায়ণৰ জন্মচৰিত আদি কমিচনাৰ কাৰ্যালয়ৰপৰা সংগ্ৰহ কৰিছিল। হস্তিবিদ্যাৰ্ণৱৰ এটি ইংৰাজী সংস্কৰণ কৰাইছিল অধ্যাপক উমাকান্ত গোস্বামীৰ হতুৱাই। উত্তৰ গুৱাহাটীৰ দিহিং সত্ৰৰ অধিকাৰ ত্ৰৈলোক্যশোভন গোস্বামীৰপৰা সংগ্ৰহ কৰিছিল মনিৰাম দেৱানৰ ১৮৩৮ খৃঃতে ৰচনা কৰা অমূল্য গ্ৰন্থ 'বুৰঞ্জী বিবেকৰত্ন'।

সঞ্চালক বেণ্টিঙ্ক চৰকাৰী কামত ক'ৰবালৈ ওলালেই যতেই সি পুথিপাজি পায় বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ বাবে সংগ্ৰহ কৰিছিল।

১৯৫১ খৃঃলৈ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ দ্বাৰা সংগৃহীত পুথিৰ সংখ্যা প্ৰায় এহেজাৰ আৰু প্ৰতিলিপি ( transcript ) প্ৰায় এশ। সংগৃহীত পুৰণি সাঁচিপতীয়া পুথিৰ পাণ্ডুলিপিসমূহৰ ভিতৰত বুৰঞ্জীৰ উপৰিও পুৰণি অসমীয়া কাব্য বা আন বিষয়ৰ পুথিও আছিল। সংগৃহীত সাঁচিপতীয়া পুথিসমূহৰ প্ৰতিলিপিও প্ৰস্তুত কৰিছিল। সংগৃহীত বুৰঞ্জীসমূহ পৰ্যায়ক্ৰমে প্ৰকাশ কৰাৰ এক সু-পৰিকল্পিত আঁচনিও কৰিছিল। আৱশ্যকীয় ধনৰ অভাৱত পৰিকল্পনা অনুযায়ী পুথি প্ৰকাশ কৰাটো সম্ভৱ নাছিল। পুথি প্ৰকাশৰ বাবে চৰকাৰৰ উপৰিও ব্যক্তিগত ধনৰ সহায় সহযোগ আশা কৰিছিল যদিও আশানুৰূপ সহাৰী পোৱা নাছিল। সকলোবোৰ বুৰঞ্জী প্ৰকাশ কৰাটো সম্ভৱ নহয়। কিন্তু গৱেষণাৰ বাবে সকলোবোৰ বুৰঞ্জীৰে প্ৰয়োজন। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত সেয়েহে সকলোবোৰ বুৰঞ্জীৰ পাণ্ডুলিপি নাইবা প্ৰতিলিপি প্ৰস্তুত কৰি সংগ্ৰহৰ ব্যৱস্থা কৰিছিল।

ইণ্ডিয়া অফিচ লাইব্ৰেৰী, বৃটিছ মিউজিয়াম, ইম্পিৰিয়েল লাইব্ৰেৰীৰপৰা

---

1. D.H.A.S Bulletin No. 5. 1951, p.I.

পুৰণি পুথি আৰু নথিপত্ৰৰ প্ৰতিলিপি ফটোকপি আদি সংগ্ৰহ কৰিছিল। বিজ্ঞানসম্মতভাৱে বুৰঞ্জী বিষয়ৰ গৱেষণা আৰু অধ্যয়নৰ বাবে সমল সংগ্ৰহ কৰাটোৱে আছিল বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ যাই লক্ষ্য।

ইন্সপেক্টৰ অৱ পুলিচ টি. পি. এম. ওচলঘানে ( T. P. M. O'callaghan ) কিছুমান মূল্যবান গ্ৰন্থ অধ্যাপক ভূঞাক দান কৰিছিল। এই মূল্যবান গ্ৰন্থৰাজি তেওঁ বুৰঞ্জী আৰু পুৰাতত্ব বিভাগৰ পুথিভঁৰালত দি পুথিভঁৰালটো সমৃদ্ধ কৰিছিল।

## কৰিচপণ্ডিং মেম্বাৰ ( Corresponding Members )

বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ বিকাশ, বিস্তাৰ আৰু বিশিষ্ট ৰৰঙণীৰ প্ৰতি দৃষ্টি ৰাখি ইয়াৰ কৰ্মপদ্ধতি অকল সঞ্চালকসকলৰ মাজতে সীমাবদ্ধ নাৰাখি বিশিষ্ট বুৰঞ্জীবিদ, গৱেষক আৰু অনুৰাগী ব্যক্তিবিশেষক কৰিচপণ্ডিং মেম্বাৰ নিযুক্ত কৰিছিল। সদস্যসকলৰপৰা বিচাৰিছিল সজ উপদেশ, পৰামৰ্শ সহায় আৰু সহযোগ।

······they will keep us informed of any historical relic or manuscript, the acquisition of which is, in their opinion, desirable, and they will bring to the notice of the Department any unpublished historical manuscript, inscription or similar object······ .[১]

১৯৩২ খৃঃত এনে বিশিষ্ট সদস্যৰ সংখ্যা ২৭ জন আৰু ১৯৩৪ খৃঃত প্ৰায় দুকুৰি জনলৈ বৃদ্ধি হৈছিল। বিশিষ্ট সদস্যসকলৰ ভিতৰত আছিল চাৰ এডৱাৰ্ড গেইট, লক্ষ্মীনাথ বেজবৰুৱা, কৰ্ণেল পি. আৰ. টি. গৰ্ডন, ডক্টৰ জেহটন, পদ্মনাথ গোঁহাইবৰুৱা, হিতেশ্বৰ বৰবৰুৱা, ৰজনীকান্ত বৰদলৈ, বাণীকান্ত কাকতি, কৃষ্ণকান্ত সন্দিকৈ, শৰৎচন্দ্ৰ গোস্বামী, আৰ. আৰ. থমাচ, নীলমণি ফুকন, সোণাৰাম চৌধুৰী, সৰ্বেশ্বৰ কটকী, চিন্তাহৰণ পাটগিৰি, বেণুধৰ ৰাজখোৱা, আনন্দচন্দ্ৰ আগৰৱালা, ভুবনমোহন সেন, মফিজুদ্দিন আহম্মদ হাজৰিকা প্ৰভৃতি।

---

১। D. H. A. S Bulletin No. 1, pp. 9-10

ৰাধানাথ হাজৰিকা, উপেন্দ্ৰনাথ শৰ্মা, জীৱনচন্দ্ৰ নাথ, ধৰ্মকান্ত শৰ্মা, ত্ৰৈলোক্যনাথ গোস্বামী, আনন্দৰাম বৰগোহাঞি, পুষ্পকান্ত বৰকাকতী, গুণাৰাম ডেকা প্ৰভৃতিয়ে ডেকাকালত সময়ে সময়ে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত সাময়িকভাৱে প্ৰতিলিপি আদি কৰা কামত সহায় কৰিছিল।

বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত সময়ে সময়ে দুই-এটা বক্তৃতাৰ আয়োজন কৰা হৈছিল। On the tribe and races of Assam, on the Jayantia প্ৰভৃতি আলোচনাৰ বিষয়। এবাৰ এখন আলোচনা সভাৰ বাতৰি আসাম ট্ৰিবিউনত প্ৰকাশ হোৱাৰ পিছত ছিলঙৰ চেণ্ট্ৰেল ইন্‌টেলিজেন্স, অফিচৰপৰা আলোচ্য বিষয়টোৰ সবিশেষ বিচাৰি এখন চিঠি আহিল। সঞ্চালক স্বৰূপে ভূঞাৰ ধাৰণা হ'ল সম্ভৱত ৰাজনৈতিক উদ্দেশ্য থকা বুলি সন্দেহ কৰিহে আলোচ্য বিষয়ৰ সবিশেষ বিচাৰিছে। তেনেভাৱেই তেওঁ উত্তৰ দিলে। পিছত বিভাগীয় বিষয়াজনৰপৰা দুখ কৰি উত্তৰ আহিল 'My interest in the lecture was intelligent and not intelligence' অৰ্থাৎ তেওঁ চোৰাংচোৱা বিভাগৰ বাবে সমল বা তথ্য বিচাৰি বক্তৃতাৰ সবিশেষ বিচৰা নাই; আলোচ্য প্ৰিয় বিষয়টোৰ বিষয়ে জ্ঞান আহৰণৰ বাবেহে বক্তৃতাৰ সবিশেষ বিচাৰিছে।

ভূঞাৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ প্ৰতি থকা গভীৰ আন্তৰিকতা আৰু বুৰঞ্জী চৰ্চাৰ প্ৰতি থকা পৰম অনুৰাগৰ কথা লক্ষ্য কৰি অসমৰ গৱৰ্ণৰ চাৰ এনড্ৰু ক্লই তেওঁক পূৰ্ণ পৰ্যায়ৰ সঞ্চালক স্বৰূপে নিযুক্তি দিবলৈ অনুমোদন জনাই লিখিছিল—

"I have discussed with H. M. (?) the possibility of employing Dr. S. K. Bhuyan for sometime entirely on historical work. He is a historian of exceptional gifts, who has, I think contributed more to historical research in Assam than any other man living or dead.

......Dr. Bhuyan has hitherto been doing this work in his spare time, but the amount of good work that can be done by a man holding on ordinary official post who has only his leisure time to spare is very limited. H. M. (?) and I

are deposed to think that it would be a sound step and of considerable importance for the future historical studies in Assam if Dr. Bhuyan could be allowed to devote himself entirely to his work including, of course, the training of any research studies."

গৱৰ্ণৰ চাৰ ক্লই মন্ত্ৰীসভাৰ সৈতে আলোচনা কৰি ৰাজহ বিভাগৰ আৰ্থিক অনুদানৰ ব্যৱস্থা গ্ৰহণ কৰিবলৈ পৰামৰ্শ দিয়ে।

১৯৪৭ খ্ৰীঃৰ ৬ জানুৱাৰীৰপৰা ডক্টৰ ভূঞাই বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ পূৰ্ণ পৰ্যায়ৰ সঞ্চালক স্বৰূপে ( whole-time Director ) নিযুক্তি লাভ কৰে। তেতিয়া তেওঁৰ দৰমহা ৮০০ টকা ওপৰঞ্চি ১০০ টকা।

ইয়াৰ পিছত ১৯৪৭ খ্ৰীঃৰ ডিচেম্বৰ মাহৰপৰা তেওঁ কটন কলেজত স্থায়ী অধ্যক্ষ নিযুক্তি হৈছিল যদিও বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সঞ্চালকৰ পদ এৰি কটন কলেজলৈ উভতি নগ'ল। কটন কলেজৰ অধ্যক্ষৰ পদ গ্ৰহণ কৰিলে তেওঁ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সঞ্চালকৰ দৰমহাতকৈ সৰহ দৰমহা পালেহেঁতেন।

দ্বিতীয় মহাসমৰৰ কালছোৱাত কটন কলেজ আদিৰ লগতে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগো মিলিটাৰীয়ে অধিগ্ৰহণ কৰিছিল। এই কালছোৱাতে গুৱাহাটীত জাপানী বোমা পৰাৰ আশঙ্কাত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ আপুৰুগীয়া পুথি-পাজিসমূহ বাকচত ভৰাই নগাঁওলৈ নি নিজৰ তত্ত্বাৱধানত ৰাখিছিল।

পশ্চিমবঙ্গৰ ৰাজ্যপাল ডক্টৰ কৈলাসনাথ কাটজু ১৯৫১ খ্ৰীঃৰ ১০ জুনত গুৱাহাটীলৈ আহোঁতে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত এভূমিকি মাৰেহি। ডক্টৰ ভূঞা আৰু বিৰিঞ্চিকুমাৰ বৰুৱাই তেওঁক আদৰি নি আপুৰুগীয়া পুথি-পাজি আদি দেখুৱায়। লগতে ডক্টৰ কাটজুক কোচবিহাৰ ৰাজ্যৰ পুথিভঁৰালত থকা অসমীয়া পুথি-পাজিসমূহৰ কথা কাণচুৱায়। পুথিবোৰ নাইবা তাৰ প্ৰতিলিপি বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত আনি সংৰক্ষণ কৰাৰ প্ৰয়োজনীয়তাৰ প্ৰতি তেওঁৰ দৃষ্টি আকৰ্ষণ কৰে। এই কামত সহায় কৰিব বুলি ডক্টৰ কাটজুৱে আশ্বাস দি গৈছিল।

কোচবিহাৰ ৰাজকীয় পুথিভঁৰালত ভালেমান অসমীয়া দুষ্প্ৰাপ্য পুথিৰ

পাণ্ডুলিপি থকাৰ কথা ডক্টৰ শশীমোহন দাসগুপ্তই তেওঁৰ Descriptive Catalogue of Bengali Manuscriptত উল্লেখ কৰিছে। ১৯২৪ খৃঃত প্ৰতাপচন্দ্ৰ গোস্বামীয়েও উক্ত পুথিভঁৰালৰপৰা সংগ্ৰহ কৰা ২৫৩খন পুথিৰ তালিকাৰ ভালেকেইখন অসমীয়া। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সঞ্চালক স্বৰূপে ডক্টৰ ভূঞাই অসম চৰকাৰৰ মুখ্য সচিবৰ জৰিয়তে পশ্চিমবঙ্গ চৰকাৰৰ লগত উক্ত পাণ্ডুলিপিবাজি সংগ্ৰহৰ বাবে যোগাযোগ কৰি আছিল।

## বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ প্ৰকাশন

হৰকান্ত বৰুৱা সদৰামিনৰ 'অসম বুৰঞ্জী'খন বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ দ্বাৰা প্ৰকাশিত প্ৰথম বুৰঞ্জী। ১৯৩০ খৃঃৰ মাৰ্চ মাহত অধ্যাপক ভূঞাৰ সম্পাদনাত 'অসম বুৰঞ্জী'খন প্ৰকাশ হয়। কামৰূপৰ বুৰঞ্জী (অক্টোবৰ ১৯৩০), দেওধাই অসম বুৰঞ্জী (১৯৩২), শ্ৰীনাথ দুৱৰা বৰবৰুৱাৰ দ্বাৰা সংকলিত 'তুংখুঙীয়া বুৰঞ্জী' (১৯৩২), কছাৰী বুৰঞ্জী (১৯৩৬), জয়ন্তীয়া বুৰঞ্জী (১৯৩৭), ত্ৰিপুৰা বুৰঞ্জী (১৯৩৮), সুকুমাৰ মহন্তৰ ঘৰত পোৱা 'অসম বুৰঞ্জী' (১৯৪৫), ভূঞাৰ সম্পাদনাত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ দ্বাৰা প্ৰকাশিত আন আন বুৰঞ্জী। পদ্য ছন্দত ৰচনা কৰা দুতিৰাম হাজৰিকাৰ 'কলি ভাৰত বুৰঞ্জী' আৰু বিশ্বেশ্বৰ বৈদ্যাধিপৰ 'বেলিমাৰ বুৰঞ্জী' দুখন 'অসমৰ পদ্য বুৰঞ্জী' (১৯৩২) নামেৰে ভূঞাৰ সম্পাদনাত প্ৰকাশ কৰিছিল। অসমীয়া ভাষাত ৰচনা কৰা ভূঞাৰ সম্পাদনাত প্ৰকাশ হোৱা বুৰঞ্জীসমূহৰ ইংৰাজীত লিখা দীঘলীয়া পাতনিসমূহ একোখন সুকীয়া বুৰঞ্জী সদৃশ। বুৰঞ্জীখনৰ বিষয়বস্তুৰ চমু আভাসৰ লগতে অসমীয়া বুৰঞ্জী সাহিত্য লিখকৰ পৰিচয় সমসাময়িক ৰাজনীতিৰ কথাও খৰচি মাৰি আলোচনা কৰিছে। শৰৎকুমাৰ দত্ত সম্পাদিত 'অসম বুৰঞ্জী' (১৯৩৮), শৰৎচন্দ্ৰ গোস্বামী আৰু জয়কৃষ্ণ মিশ্ৰ সম্পাদিত 'নীতিলতাঙ্কুৰ' (১৯৪১), বিৰিঞ্চিকুমাৰ বৰুৱা সম্পাদিত 'অঙ্কীয়া নাট' (১৯৪০) বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ দ্বাৰা প্ৰকাশিত আন আন গ্ৰন্থ। লণ্ডনৰ ইণ্ডিয়া অফিচ লাইব্ৰেৰীৰপৰা ফ্ৰান্সিচ হেমিল্টনৰ পাণ্ডুলিপিসমূহ সংগ্ৰহ কৰি ভূঞাৰ সম্পাদনাত An Account of Assam (১৯৪০) নামেৰে প্ৰকাশ কৰা হয়।

Túngkhungia Buranji (১৯৩৩), Annals of the Delhi Badsha-

hate ( ১৯৪৭ ), তুংখুঙীয়া বুৰঞ্জী আৰু পাৎসাহ বুৰঞ্জীৰ ভূঞাই কৰা ইংৰাজী অনুবাদ। Lachit Barphukan and His Times ( ১৯৪৭ ), Anglo Assamese Relations ( ১৯৫০ ) বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ দ্বাৰা প্ৰকাশিত তেওঁৰ আন দুখন ইংৰাজী বুৰঞ্জী। ডক্টৰ মফিজুল ইচলাম বৰাৰ Baharistan— I—Ghaybi ( ১৯৩৬ ) আৰু ডক্টৰ বাণীকান্ত কাকতিৰ গৱেষণাগ্ৰন্থ Assamese—its Formation and Development (১৯৪১)। প্ৰফুল্ল দত্ত গোস্বামীৰ Folk Literature of Assam ( ১৯৫৪ ) বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ দ্বাৰা প্ৰকাশিত আন আন গ্ৰন্থ।

ভূঞাৰ কাৰ্যকালত প্ৰকাশ হৈছিল পাঁচখন বুলেটিন—Department of Historical and Antiquarian Studies Bulletin No. 1, ( ১৯৩২ ), D.H.A S. Bulletin No. 2 ( ১৯৩৪ ), D.H.A.S. Bulletin No. 3. ( ১৯৩৬ ), D.H.A S. Bulletin No 4 ( ১৯৪১ ), D.H.A.S. Bulletin No. 5 ( ১৯৫১ ) এই বুলেটিন কেইখনত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ জন্ম, বিকাশ সংগ্ৰহ আৰু প্ৰকাশনৰ সকলো কথাকে সুন্দৰভাৱে লিপিবদ্ধ কৰিছে।

১৯৪৫ খৃঃৰ ১৪ নবেম্বৰত বিভিন্ন লিখকৰ দ্বাৰা কেইখনমান গ্ৰন্থ ৰচনা কৰিবলৈ এখন আঁচনি প্ৰস্তুত কৰিছিল। আঁচনিত অন্তৰ্ভুক্ত গ্ৰন্থসমূহৰ ভিতৰত আছিল ডক্টৰ বাণীকান্ত কাকতীৰ 'প্ৰাচীন ধৰ্মৰ ইতিহাস', হলিৰাম মহন্তৰ 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱৰ জীৱনী', প্ৰতাপচন্দ্ৰ গোস্বামীৰ 'প্ৰাচীন কামৰূপত সংস্কৃত শিক্ষাৰ ইতিহাস', অধ্যাপক যতীন্দ্ৰনাথ ভট্টাচাৰ্যৰ 'চিলেটৰ মুছলমান কবিসকল', চৈয়দ মুস্তাজ আলীৰ 'জয়ন্তীয়া ইতিহাস'। সম্ভৱত এই আঁচনি কাৰ্যকৰী নহ'ল। হলিৰাম মহন্তৰ 'শ্ৰীশঙ্কৰদেৱ শ্ৰীমাধৱ-দেৱৰ' জীৱনীখন সম্পূৰ্ণ কৰি বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগক ছপাবৰ বাবে দিছিলে। পাণ্ডুলিপিখন কি হ'ল জনা নগ'ল।

## কৰ্মজীৱন ( ১৯৫৩-১৯৬৩ )

শিক্ষাদান কাৰ্যকে জীৱনৰ অৱলম্বন স্বৰূপে গ্ৰহণ কৰা ডক্টৰ ভূঞা গুৱাহাটী বিশ্ববিদ্যালয়ৰ দ্বিতীয় উপাচাৰ্য। শিক্ষাজগতৰ সৰ্বোচ্চ সম্মান উপাচাৰ্যৰ পদ লাভ কৰিছিল ১৯৫৭ খৃঃত।

ষষ্ঠ দশকত ডক্টৰ ভূঞা অসম তথা ভাৰতবৰ্ষৰ শিক্ষা আৰু সাহিত্য

জগতৰ বিবিধ গুৰুত্বপূৰ্ণ বিষয়ৰ লগত জড়িত। বুৰঞ্জীবিদ ডক্টৰ ভূঞা ১৯৫৩ খৃঃত ভাৰতৰ স্বাধীনতা আন্দোলনৰ বুৰঞ্জী প্ৰণয়নৰ আঞ্চলিক সমিতিৰ সদস্য আছিল। ১৯৫৫ খৃঃত গঠন কৰা ভাৰতীয় হিষ্টৰিকেল ৰেকৰ্ড কমিচনৰ আঞ্চলিক অনুসন্ধান সমিতিৰ ( Survey Committee ) সভাপতি আছিল ডক্টৰ ভূঞা। ভাৰতীয় সংবিধান অসমীয়ালৈ তৰ্জমা কৰা মাধ্যমিক শিক্ষা পৰিষদ ( Secondary Education Board of Assam ) প্ৰস্তুতি সম্পৰ্কে আলোচনা কৰিবলৈ ১৯৫০ খৃঃত গঠন কৰা সমিতিখনৰ সভাপতি আছিল ডক্টৰ ভূঞা। দিবাকৰ গোস্বামী, শৰৎকুমাৰ দত্ত, ফণীধৰ দত্ত, এ. চি. ৰয়, পূৰ্ণ শৰ্মা, অবলাকান্ত গোস্বামী প্ৰভৃতি দহ গৰাকী সমিতিখনৰ সদস্য। ডিষ্ট্ৰিক গেজেটিয়া ( District Gazetteer ) সংশোধনী সমিতিৰো অধ্যাপক ভূঞা এগৰাকী সদস্য।

১৯৫২ খৃঃৰ অক্টোবৰ মাহত ইম্ফলত অনুষ্ঠিত মনিপুৰ সাহিত্য পৰিষদৰ সাধাৰণ সভা উদ্বোধন কৰি দিয়া ভাষণত ডক্টৰ ভূঞাই মনিপুৰি সাহিত্যৰ আলোচনাৰ লগতে অসম মনিপুৰৰ সম্বন্ধৰ কথাও পৰ্যালোচনা কৰিছিল।

কটকত অনুষ্ঠিত উৰিষ্যাৰ সাহিত্যিক অনুষ্ঠান মহিবিছুবা সম্মিলনৰ ( Mahibishuba Sammelan ) বাৰ্ষিক অধিবেশনতো ( ১৫ এপ্ৰিল, ১৯৫৩ ) মুখ্য অতিথি স্বৰূপে অধ্যাপক ভূঞাই যোগদান কৰিছিল। অধ্যাপক ভূঞাই তেওঁৰ ভাষণত উৰিষ্যা আৰু অসমৰ মাজত থকা ভাষা, বৈষ্ণৱ ধৰ্ম আদিৰ সাদৃশ্যৰ কথা আৰু অতীতৰপৰা থকা সম্পৰ্কৰ কথা আলোচনা কৰিছিল। যি কোনো লিখনি বা ভাষণতে অতীতৰ ঐতিহ্য বিচাৰ কৰাটো বুৰঞ্জীবিদ অধ্যাপক ভূঞাৰ চাৰিত্ৰিক বৈশিষ্ট্য।

সংসদী সদস্য থকা কালছোৱাত ১৯৫২ খৃঃৰ ২৬ জুলাইত ডক্টৰ ভূঞাই নতুন দিল্লীৰ চেণ্ট ষ্টিফেনচ কলেজত ভাষণ দিছিলে। ভাষণ প্ৰসঙ্গত অসম বুৰঞ্জীৰ চমু আলোচনাৰ লগতে অসমত আৰ্য অনাৰ্যৰ মিলনৰ চমু আভাষ দাঙি ধৰিছিল।

১৯৫৬ খৃঃৰ গণৰাজ্য দিৱসৰ দিনা ডক্টৰ সূৰ্যাকুমাৰ ভূঞাই ভাৰত চৰকাৰৰপৰা পদ্মশ্ৰী উপাধি লাভ কৰিছিল। ভূঞা ডাঙৰীয়াই সাম্ৰাজ্য-বাদী বৃটিছ চৰকাৰৰপৰা যেনেদৰে ৰায় বাহাদুৰ, এম. বি. ই. ( M. B. E. ) আদি খিতাপ লাভ কৰিছিল ঠিক তেনেদৰে স্বাধীন ভাৰত চৰকাৰৰপৰা

পদ্মশ্ৰী উপাধি লাভ কৰিছিল। সেই কথাৰ টিপ্পনী মাৰি 'অসমীয়া'ত মেমেৰা মেধীয়ে লিখিছিল :

মেমেৰা মেধীৰ চিঠি

এইবাৰ গণৰাজ্য দিবসৰ দিনা এই গুৱাহাটীত মদ ফটিকা বন্ধ হলেও আমাৰ সূৰ্য্যকুমাৰ ভূঞা ডাঙৰীয়াই স্বাধীন ভাৰতৰ ৰাষ্ট্ৰপতিৰপৰা 'পদ্মশ্ৰী' উপাধি লাভ কৰাত আমি ৰং পাইছোঁ। ভূঞা ডাঙৰীয়া ভাগ্যবান লোক। লোকে তাহানিৰ ইংৰাজ আমোলতো ৰায় বাহাদুৰ উপাধি লাভ কৰিছিল আৰু পণ্ডিত সমাজৰপৰাও বিদ্যাবিনোদ উপাধি লাভ কৰিছিল।

কম কথাতনো কয় নে বোলে "স্বদেশে পূজ্যতে ৰাজা, বিদ্বান সৰ্বত্ৰ পূজ্যতে।"

## বাণীকান্ত কাকতি

১৯৫২ খৃঃৰ ১৫ নবেম্বৰত গুৱাহাটীৰ ৰিহাবাৰীৰ ঘৰতে ডক্টৰ বাণীকান্ত কাকতিৰ জীৱন বন্তী নিৰ্বাপিত হয়। কটন কলেজৰ অধ্যক্ষৰ দায়িত্ব বহন কৰি থকা কালছোৱাতে ডক্টৰ কাকতিয়ে অসমৰ শিক্ষাধিকাৰৰ পদ লাভ কৰিছিল যদিও সেই পদ গ্ৰহণ নকৰিলে। নতুনকৈ জন্মলাভ কৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ স্নাতকোত্তৰ মহলাৰ অধ্যাপকৰ পদ গ্ৰহণ কৰি অসমীয়া বিভাগটোক গঢ দিছিলে। তেওঁেই আছিল গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম কলাগুৰু। মৃত্যুৰ সময়ত কাকতিৰ বয়স ৫৬ বছৰ। অধ্যাপনাৰ বাহিৰে কোনো ধৰণৰ উচ্চ পদবীলৈ কাকতিৰ হাবিয়াহ নাছিল। এবাৰ চৰকাৰে তেওঁক লোক সেৱা খায়োগৰ সভাপতিৰ পদ গ্ৰহণ কৰিবলৈ অনুৰোধ জনাইছিল। ১৯৫২ খৃঃৰ সাধাৰণ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ এটি ৰাজনৈতিক দলেও তেওঁলৈ মনোনয়ন আগবঢাইছিল। নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰা হ'লে সহজতে জয়লাভ কৰি অসমৰ শিক্ষামন্ত্ৰীৰ আসন লব পাৰিলেহেঁতেন। অধ্যাপনাৰ বাহিৰে কাকতিয়ে যি কোনো পদকে উপেক্ষা কৰিব পাৰিছিল। কাকতিৰ গৱেষণা গ্ৰন্থ Assamese its Formation and Development ( ১৯৪১ ) অসমীয়া ভাষাৰ শিলাস্তম্ভ। The Mother Goddess Kamakhya ( ১৯৪৮ ), Visnuite Myths and Legends ( ১৯৫২ ), Life and Teachings of Sankar Deva ( ১৯২০ ), পুৰণি অসমীয়া সাহিত্য ( ১৯৪০ ), কলিতা জাতিৰ ইতিবৃত্ত

( ১৯৪২ ), সাহিত্য আৰু প্ৰেম ( ১৯৪৮ ), পূৰণি কামৰূপৰ ধৰ্মৰ ধাৰা ( ১৯৫৫ ) আৰু পখিলা ( ১৯৫১ ) উক্তৰ কাকতিৰ ৰচিৰ্ত গ্ৰন্থ।

বয়স আৰু স্কুল কলেজৰ শিক্ষাৰ দিশত কাকতি ভূঞাতকৈ কনিষ্ঠ। ১৯১৩ খৃঃত কাকতিয়ে কলিকতা বিশ্ববিদ্যালয়ত প্ৰথম স্থান লাভ কৰি কটন কলেজৰপৰা আই. এ. পৰীক্ষাত উত্তীৰ্ণ হৈছিল। সেই বছৰে ভূঞাই কলিকতা প্ৰেচিডেন্সী কলেজৰপৰা ইংৰাজীত অনাৰ্চলৈ বি. এ. ডিগ্ৰী লাভ কৰিছিল। দুয়োৰে ইংৰাজী সাহিত্যৰ এম. এ.। ভূঞাই এম. এ. ডিগ্ৰী লাভ কৰিলে ১৯১৬ খৃঃত আৰু কাকতিয়ে ১৯১৮ খৃঃত। ১৯১৮ খৃঃৰ ৪ জুলাইত ভূঞাই আৰু ১৫ নবেম্বৰত কাকতিয়ে কটন কলেজৰ ইংৰাজী বিভাগত যোগদান কৰিছিল। ঠিক তেনেদৰে ১৯৫২ খৃঃৰ ১৫ নবেম্বৰত কাকতিয়ে আৰু ১৯৬৪ খৃঃৰ ৫ জুলাইত প্ৰায় একে তাৰিখতে এই দুগৰাকী শিক্ষাবিদে সাহিত্যিকৰ বিয়োগৰ কাকতালীয় সংযোগ তাৎপৰ্যপূৰ্ণ।

ডক্টৰ ভূঞাই লিখিছিল "অসমীয়া অধ্যাপক আমি দুজনেই প্ৰথম। সেই কাৰণে আমি দুয়ো সদায় অসমীয়া মানুহৰ যোগ্যতা প্ৰতিপন্ন কৰিবলৈ সততে যত্নবান আছিলোঁ যাতে ভৱিষ্যতে অসমীয়া মানুহ অধ্যাপক হ'বৰ বাবে বাট মুকলি হয়। আমি সেইবাবে বেছিকৈ খাটিব লগা হৈছিল।"

কাকতিৰ বিয়োগত কাৰ্জন হলত অনুষ্ঠিত শোক সভাত পৌৰহিত্য কৰিছিল ডক্টৰ ভূঞাই। কংগ্ৰেছ সভাপতি বিমলা প্ৰসাদ চলিহা, ন্যায়াধীশ হলিৰাম ডেকা, অম্বিকাগিৰী ৰায়চৌধুৰী, হেম বৰুৱা, ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা আদি ভালেকেইগৰাকী বিশিষ্ট ব্যক্তিয়ে সভাত ভাষণ দিছিল। ডক্টৰ কাকতি সম্বন্ধে ডক্টৰ ভূঞাই এটি ৰেডিঅ' কথিকাও প্ৰচাৰ কৰিছিল।

১৯৫৩ খৃঃত কটন কলেজৰ প্ৰথম অধ্যক্ষ ফ্ৰেদাৰিক উইলিয়ম চুদমাৰ্চনৰ মৃত্যু হয়। চুদমাৰ্চন অধ্যাপক ভূঞাৰো শিক্ষা গুৰু। মৃত্যুৰ সময়ত চুদমাৰ্চনৰ বয়স ৮৩ বছৰ।

যদিও ভূঞাই নিচেই সৰু কালতে মাতৃস্নেহৰপৰা বঞ্চিত হ'ব লগা হয়, কিন্তু তেওঁৰ দাম্পত্য আৰু পাৰিবাৰিক জীৱন সুখৰ জীৱন বুলি ক'ব পাৰি। তিনিজন পুত্ৰ আৰু তিনিগৰাকী কন্যা। কনিষ্ঠা কন্যা কমলীৰ বিয়া হৈছিল ডক্টৰ ভূপেন্দ্ৰনাৰায়ণ চৌধুৰীৰ লগত। চৌধুৰী ডিব্ৰুগড়ৰ ৰায়চাহাব গঙ্গাৰাম চৌধুৰীৰ চতুৰ্থ পুত্ৰ। তেওঁ আছিল গুৱাহাটী বিশ্ব-

বিদ্যালয়ৰ অধ্যাপক। ১৯৫৮ খৃঃৰ ২৭ নবেম্বৰত ভূপেন্দ্ৰনাৰায়ণ চৌধুৰী আৰু কমলীৰ বিয়া হয়। ১৯৬০ খৃঃৰ ২১ আগষ্টত ভূপেন্দ্ৰনাৰায়ণ চৌধুৰীৰ আকস্মিক মৃত্যু ডক্টৰ ভূঞাৰ জীৱনৰ এটি চৰম আঘাত।

প্ৰস্তাৱিত পাৰ্বত্য বিশ্ববিদ্যালয় বিষয়ে পৰ্যালোচনা কৰিবলৈ ১৯৬৩ খৃঃৰ ডিচেম্বৰ মাহত বিশ্ববিদ্যালয় অনুদান আয়োগে ( U. G. C. ) গঠন কৰা সমিতিখনৰ ডটৰ সূৰ্য্যকুমাৰ ভূঞা এগৰাকী সদস্য।

১৯৫৩ খৃঃত অসম প্ৰকাশন পৰিষদৰ জন্ম হয়। শিক্ষামন্ত্ৰী দেবেশ্বৰ শৰ্মা পৰিষদৰ সভাপতি আৰু বিশ্বনাৰায়ণ শাস্ত্ৰী সচিব। ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা পৰিষদৰ জন্মলগ্নৰ কাৰ্যনিৰ্বাহকৰ সদস্য। ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা, হলিৰাম ডেকা, বেণুধৰ শৰ্মা, নলিনীবালা দেৱী প্ৰভৃতি পৰিষদৰ আন আন সদস্য।

## জ্ঞানপীঠ

বহুতো অনুষ্ঠানৰ জন্মলগ্নৰ লগতে ভাৰতীয় জ্ঞান পীঠৰ জন্মলগ্নৰ লগতো ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা জড়িত। ১৯৬৩ খৃঃত ভাৰতীয় জ্ঞান পীঠৰ কেন্দ্ৰীয় সমিতিৰ উপৰিও আঞ্চলিক ভাষাৰ উপদেষ্টা সমিতি গঠন কৰা হয় ( Language Advisory Committee )। ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা, ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা আৰু ডক্টৰ প্ৰফুল্ল দত্ত গোস্বামীক লৈ ভাষা উপদেষ্টা সমিতি গঠন কৰা হৈছিল। ডক্টৰ প্ৰফুল্ল দত্ত গোস্বামী সমিতিখনৰ আহ্বায়ক।

## সাহিত্য একাডেমি

১৯৫৪ খৃঃৰ ১২ মাৰ্চত সাহিত্য একাডেমি বা The National Academy of Letters-ৰ জন্ম। পণ্ডিত জৱাহৰলাল নেহৰু আৰু ডক্টৰ সৰ্বপল্লী ৰাধাকৃষ্ণণ ক্ৰমে সাহিত্য একাডেমিৰ সভাপতি আৰু উপ-সভাপতি। ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা বহু বছৰ আছিল ইয়াৰ কাৰ্যনিৰ্বাহকৰ সদস্য।

সংবিধান স্বীকৃত প্ৰতিটো ভাষাৰে একোখন উপদেষ্টা সমিতি ( Advisory Board ) গঠন কৰা হৈছিল। ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা আছিল অসমীয়া ভাষাৰ উপদেষ্টা সমিতিৰ এগৰাকী অন্যতম সদস্য। নীলমণি ফুকন, যতীন্দ্ৰনাথ দুৱৰা, অতুলচন্দ্ৰ হাজৰিকা, নৱকান্ত বৰুৱা উপদেষ্টা সমিতিৰ আন আন সদস্য। ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা সমিতিখনৰ আহ্বায়ক।

সাহিত্য একাডেমিয়ে ১৯৫৫ খ্ৰীঃৰপৰা সংবিধান স্বীকৃত প্ৰতিটো ভাষা-গোষ্ঠীৰ শ্ৰেষ্ঠ গ্ৰন্থখনৰ গ্ৰন্থকাৰক প্ৰতি বছৰে ৫০০০ টকাকৈ বঁটা দিবৰ বাবে সিদ্ধান্ত কৰে। ১৯৫৫ খ্ৰীঃত প্ৰথম বছৰ ১২টি ভাৰতীয় বিভিন্ন ভাষাৰ গ্ৰন্থৰ বাবে বাৰগৰাকী সাহিত্যিকক এই বঁটাৰ বাবে নিৰ্বাচন কৰিছিল। প্ৰথমবাৰৰ বাবে অসমীয়া ভাষাত এই বঁটা লাভ কৰিছিল 'বনফুল' কাব্য-গ্ৰন্থৰ বাবে যতীন্দ্ৰনাথ দুৱৰাই।

পঞ্চাশৰ দশকৰ পিছৰপৰা ডক্টৰ ভূঞা অসম তথা ভাৰতবৰ্ষৰ শিক্ষা আৰু সাহিত্য জগতৰ সৈতে অধিক সক্ৰিয়ভাৱে জড়িত হৈ পৰা দেখা যায়। ১৯৫০ খ্ৰীঃৰপৰা কিছুকাল তেওঁ নগাঁও কলেজ পৰিচালনা সমিতিৰ সভাপতি। ১৯৫১ খ্ৰীঃৰ ১১ নবেম্বৰৰপৰা তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ কোৰ্টৰ ৰাজ্যপালৰ মনোনীত সদস্য। ১৯৫২ খ্ৰীঃত তেওঁ ৰাজ্যসভাৰ সদস্য স্বৰূপে ৰাজনীতিলৈ বেগা মেলিছিল যদিও ই আছিল তেওঁৰ জিৰণীৰ মাজুলীহে। প্ৰকৃততে তেওঁ আছিল শিক্ষাসেবী সাহিত্যসেবীহে। ডক্টৰ বাণীকান্ত কাকতিৰ অকাল বিয়োগত খালি হোৱা বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক পদৰ এজন প্ৰাৰ্থী আছিল ডক্টৰ ভূঞা। অথচ তেওঁ তেতিয়া ৰাজ্যসভাৰ সম্মানীত সদস্য। যি স্থলত স্কুল, কলেজ, বিশ্ববিদ্যালয়ৰ শিক্ষকে লোকসভা, বিধানসভাৰ সদস্য পদৰ বাবে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিবলৈ অগ্ৰসৰ হয় তেনেস্থলত ৰাজ্যসভাৰপৰা শিক্ষাদান বৃত্তি লৈ উভটি আহিব বিচৰা কাৰ্যই ডক্টৰ ভূঞাৰ শিক্ষাজগতৰ প্ৰতি থকা পৰম আনুগত্যৰ কথাকে সূচায়।

১৯৫২ খ্ৰীঃৰ ১৩—১৪ চেপ্তেম্বৰত নগাঁৱত অনুষ্ঠিত স্কুল চাৰ্ভিচ এচোছিয়েচনৰ ১৬শ অধিবেশনৰ সভাপতি আছিল ডক্টৰ ভূঞা।

১৯৬৩ খ্ৰীঃৰ ১৭ অক্টোবৰত গুৱাহাটীত কলেজিয়েট হাইস্কুলত অনুষ্ঠিত স্কুল চাৰ্ভিচ এচোছিয়েচনৰ পুথি প্ৰদৰ্শনীখন উদ্বোধন কৰিছিল ডক্টৰ ভূঞাই। সেই বছৰতে স্কুলৰ শিক্ষকৰ বাবে ৰাষ্ট্ৰীয় বঁটা নিৰ্বাচনী সমিতিৰ তেওঁ আছিল এগৰাকী অন্যতম সদস্য।

সকবৰ নানান সাহিত্য কৰ্মৰ লগতো ডক্টৰ ভূঞা জড়িত আছিল। 'চন্দ্ৰকান্ত অভিধানৰ' দ্বিতীয় সংস্কৰণ প্ৰকাশৰ বাবে কৃষ্ণকান্ত সন্দিকৈয়ে দানস্বৰূপে আগবঢ়াইছিল ৩৭ হাজাৰ টকা। অভিধানখনি সংশোধন কৰি প্ৰকাশ

কৰাৰ ভাৰ দিছিলে গুৱাহাটী বিশ্ববিদ্যালয়ৰ ওপৰত। ১৯৫৪ খৃঃৰ মে মাহত গুৱাহাটী বিশ্ববিদ্যালয়ৰ কাৰ্যপালিকাই চন্দ্ৰকান্ত অভিধান সংশোধনৰ বাবে গঠন কৰা সংশোধনী সমিতিৰ ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা এগৰাকী অন্যতম সদস্য। ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা, উপেন্দ্ৰচন্দ্ৰ লেখাৰু, অতুলচন্দ্ৰ হাজৰিকা, ডক্টৰ মহেশ্বৰ নেওগ আৰু ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মা আন আন সদস্য। ডক্টৰ বৰুৱা সমিতিৰ আহ্বায়ক।

১৯৬০ খৃঃৰ ৩০ ডিচেম্বৰত দিনৰ ২ বজাত যোৰহাটত চন্দ্ৰকান্ত সন্দিকৈ ভৱনত প্ৰতিস্থাপিত দানবীৰ ৰাধাকান্ত সন্দিকৈৰ মূৰ্তি উন্মোচন উৎসৱৰ সভাপতি আছিল ডক্টৰ ভূঞা। মূৰ্তি উন্মোচন কাৰ্য সম্পন্ন কৰিছিল ৰাজ্যপাল বিষ্ণু সহায়ে। সিদিনা আগবেলা যোৰহাটৰ ৰাধাকান্ত সন্দিকৈৰ স্মৃতি প্ৰতিষ্ঠা কৰিবলৈ লোৱা গৱেষণা গ্ৰন্থাগাৰ আৰু বক্তৃতা মঞ্চৰ আধাৰ শিলা স্থাপন কৰিছিল হেৰম্বপ্ৰসাদ বৰুৱাই।

বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ প্ৰাণস্বৰূপ ভূঞা ডাঙৰীয়াক উক্ত বিভাগৰ পুনৰ্গঠন সমিতিৰ সভাপতি মনোনীত কৰিছিল।

১৯৬১ খৃঃত ভূঞা ডাঙৰীয়াক ভাৰতীয় সংগ্ৰহালয়ৰ বোৰ্ড অৱ ট্ৰাষ্টিৰ সদস্য মনোনীত কৰিছিল। তেওঁক উত্তৰ-পূব সীমান্ত ৰেলৱেৰ বুক ষ্টল উপদেষ্টা সমিতিৰ সদস্য মনোনীত কৰিছিল। পূৰ্বতে ১৯৫৬ খৃঃৰ ১২ এপ্ৰিলত ৰেলৱে সপ্তাহ প্ৰদৰ্শনীখনো তেওঁ উদ্বোধন কৰিছিল।

শিক্ষাজগতত সম্মানীত উচ্চতম পদত অধিষ্ঠিত হৈও সৰুবৰ যিকোনো বিষয়বাব গ্ৰহণৰ প্ৰতি অকণো অনীহা ভাব নেদেখুৱাইছিল। ই ডক্টৰ ভূঞাৰ চৰিত্ৰৰ এটি মহৎ বৈশিষ্ট্য।

১৯৬৩ খৃঃৰ ১৪ এপ্ৰিলত তেওঁ গুৱাহাটীৰ বিহু সন্মিলন উদ্বোধন কৰিছিল।

## বিশ্ববিদ্যালয়ৰ পৰীক্ষক

কটন কলেজত যোগদান কৰাৰ এবছৰ পিছৰেপৰা অৰ্থাৎ ১৯১৯ খৃঃৰ-পৰা অধ্যাপক সূৰ্য্যকুমাৰ ভূঞা কলিকতা প্ৰমুখ্যে কেবাটাও বিশ্ববিদ্যালয়ৰ প্ৰবেশিকাৰপৰা এম. এ. মহলালৈকে বিভিন্ন পৰীক্ষাৰ পৰীক্ষক আৰু প্ৰশ্ন কাটোতা। বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ উপৰিও চিমলাত অনুষ্ঠিত ভাৰতীয় সৈন্যৰ Sandhurst Entrance পৰীক্ষা, চৰকাৰী বিভাগীয় পৰীক্ষা আদিৰো

অধ্যাপক ভূঞা অসমীয়া, ইংৰাজী আৰু Indian History-ৰ পৰীক্ষক আছিল।

১৯১৯ খৃঃত প্ৰথমতে তেওঁ প্ৰবেশিকা পৰীক্ষাৰ ইংৰাজী প্ৰথম প্ৰশ্নৰ পৰীক্ষক। ১৯২১ খৃঃৰপৰা সময়ে সময়ে বুৰঞ্জী আৰু অসমীয়া বিষয়ৰো পৰীক্ষক।

১৯২২ খৃঃৰপৰা আই. এ. পৰীক্ষাৰ অসমীয়া আৰু ১৯২৫ খৃঃৰ আই. এ. পৰীক্ষাৰ ইংৰাজী বিষয়ৰ পৰীক্ষক।

১৯২৭ খৃঃৰপৰা আই. এ. পৰীক্ষাৰ অসমীয়া ( আৱশ্যিক ) আৰু পিছত অসমীয়া দ্বিতীয় ভাষাৰ ( ঐচ্ছিক ) প্ৰশ্ন কাটিছিল।

১৯২৮ খৃঃৰপৰা তেওঁ বি. কম.-ৰ অসমীয়া আৰু ১৯৩১ খৃঃৰ এম. এ.-ৰ অসমীয়া ( MIL ) পৰীক্ষক। উক্ত দুয়োটা পৰীক্ষাৰে তেওঁ সময়ে সময়ে প্ৰশ্নও কাটিছিল।

১৯৪২-৪৩ খৃঃত ঢাকা বিশ্ববিদ্যালয়ৰ Standing Committee for Assamese-ৰ অন্যতম সদস্য আছিল ডক্টৰ ভূঞা। ডক্টৰ মফিজুল ইচলাম বৰা, আতাউৰ ৰহমান, শৰৎচন্দ্ৰ গোস্বামী, ছৈয়দ মহম্মদ মহিবুল্লা সমিতিৰ আন আন সদস্য। ১৯৪৫ খৃঃৰপৰা ডক্টৰ বৰা আৰু শৰৎচন্দ্ৰ গোস্বামীৰ সলনি শৰৎকুমাৰ দত্ত আৰু বিৰিঞ্চিকুমাৰ দত্ত সদস্য মনোনীত হৈছিল। আতাউৰ ৰহমান আছিল সমিতিৰ সভাপতি।

ডক্টৰ মফিজুল ইচলাম বৰা তেওঁৰ ছাত্ৰ। ঢাকালৈ যাওতে তেওঁ বৰাৰ ঘৰত আলহী আছিল।

১৯৩১ চনৰ বছৰটোত পৰীক্ষাৰ নামত তেওঁ লাভ কৰিছিল ৩৪৭ টকা।

ডক্টৰ ভূঞা বেনাৰস হিন্দু বিশ্ববিদ্যালয়ৰ আই. এ. পৰীক্ষাৰ অসমীয়া প্ৰশ্ন কাকতৰো পৰীক্ষক আছিল। অসমীয়া বিষয়টোৰ প্ৰতি পৰীক্ষাৰ্থী-সকলৰ আওকনীয়া মনোভাৱৰ বাবে তেওঁ বৰ আক্ষেপ কৰিছিল।

The Students take up the subject in a light hearted manner as they regard vernacular studies as an inferior branch of their academic activities. The fact that all the five candidates have passed does not show that they are all passable.

অধ্যাপক ভূঞাই নৰ্মাল পৰীক্ষাৰো প্ৰশ্ন কাটিছিল আৰু পৰীক্ষক আছিল।

## বিশিষ্ট আলহী

অসমৰ বাহিৰৰপৰা গুৱাহাটীলৈ অহা ভালেমান দেশী-বিদেশী অনা-অসমীয়া ব্যক্তি আছিল অধ্যাপক ভূঞাৰ ঘৰৰ বিশিষ্ট আলহী। এই বিশিষ্ট অতিথিসকলক লগত লৈ গুৱাহাটীৰ আশেপাশে থকা কামাখ্যা, উমানন্দ, নৱগ্ৰহ, বশিষ্ঠাশ্ৰম আদি মঠ মন্দিৰসমূহ আৰু ইতিহাস প্ৰসিদ্ধ ঠাই আৰু সম্পদসমূহ দেখুৱাটো যেন তেওঁৰ এটি প্ৰধান কৰ্তব্য।

ইটালী দেশৰ প্ৰখ্যাত পণ্ডিত অধ্যাপক গোছেপ টাউচি ( Prof. Giuseppe Tucci ) অসম ভ্ৰমণৰ বাবে আহি গুৱাহাটীত উপস্থিত হৈছিল। অধ্যাপক টাউচিক কামাখ্যা, নৱগ্ৰহ প্ৰভৃতি গুৱাহাটীৰ আশে-পাশে থকা প্ৰাচীন দেবালয় আদি দেখুৱাই অতীত ঐতিহ্যৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিছিল অধ্যাপক ভূঞাই।

মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ অধ্যাপক কে. এ. নীলকান্ত শাস্ত্ৰী ১৯৩০ খৃঃত অসম ভ্ৰমণৰ বাবে আহোতে গুৱাহাটীত আলহী আছিল ভূঞাৰ ঘৰত। অধ্যাপক শাস্ত্ৰীকো কামাখ্যা প্ৰভৃতি তীৰ্থস্থানসমূহ তেওঁ নিজেই লগত লৈ দেখুৱাইছিল। অসম ভ্ৰমণৰ মনোৰম অভিজ্ঞতাৰ কথা বৰ্ণনা কৰি ভূঞালৈ লিখা চিঠিত অধ্যাপক শাস্ত্ৰীয়ে পাওাৰ মুখত শুনা সংস্কৃত শ্লোকসমূহ দেৱনাগৰী হৰফত ছপাই উলিয়াবলৈ আৰু ফটো আদিৰ ব্যৱস্থা কৰিবলৈ অনুৰোধ জনাইছিল।

অসমৰ বাহিৰলৈ গৈ কোনো বিশিষ্ট লোকৰ ঘৰত আলহী থাকিলে গুৱাহাটীলৈ অহা তেনেলোকক পাৰ্যমানে নিজ ঘৰত আলহী ৰাখিবলৈ যত্ন কৰে। ১৯৩০ খৃঃত ইণ্ডিয়া হিষ্টৰিকেল ৰেকৰ্ড কমিচনত যোগদান কৰিবলৈ যাওতে তেওঁ টিকাৰিৰ ৰজা হৰিহৰপ্ৰসাদ নাৰায়ণ সিং বাহাদুৰৰ ঘৰত আলহী স্বৰূপে আছিল। তেতিয়াই তেওঁ দৰ্শন কৰিছিল বুদ্ধগয়া আৰু বিষ্ণুপ্ৰসাদ মন্দিৰ।

১৯৩৩ খৃঃত ৰজা হৰিহৰপ্ৰসাদ নাৰায়ণ সিং অসম ভ্ৰমণৰ বাবে আহি কামাখ্যা কেম্পত বাস কৰিছিল। তালৈকে তেওঁ অধ্যাপক ভূঞাক মাতি

নিয়ে। ভূঞাই ৰজা বাহাদুৰক নিমন্ত্ৰণ কৰি আনি এদিন তেওঁৰ কোম্পানী বাগান বোডৰ ঘৰত আলহী ৰাখিলে।

ৰজা বাহাদুৰৰ কথা। লগত নানান পালি পহৰীয়া। ইপিনে ৰাজকীয় আয়েম। সেই সময়ত গুৱাহাটীত চেনীটেৰী পাইখানাৰ প্ৰচলন বৰ কম। ৰজা আৰু তেওঁৰ লগত অহা লোকসকলক ভূঞাৰ ঘৰত নানান সা-সুবিধা কৰি দিওতে এদিনৰ আলহীৰ বাবে পৰিয়ালৰ সকলোটি থৰ কাচুটি খাব লগা হৈছিল।

১৯৪১ খৃঃত অধ্যাপক দত্ত ৰমণ পোৰ্দাৰ, আৰু ১৯৪৭ খৃঃত ডক্টৰ বেণীমাধব বৰুৱা ভূঞাৰ ঘৰৰ বিশিষ্ট আলহী।

সমাবৰ্তন উছৱলৈ আহোতে চিন্তামন দ্বাৰকানাথ দেশমুখ আৰু দুৰ্গাবাঈ দেশমুখ নিমন্ত্ৰণ ৰক্ষা কৰি এদিন আবেলি আহি চাহ খাইছিল।

অসমৰ ৰাজ্যপাল শ্ৰীপ্ৰকাশ নিমন্ত্ৰণ ৰক্ষা কৰি মধ্যাহ্ন ভোজনৰ বাবে তেওঁৰ ঘৰলৈ আহিছিল।

ৰাধাকান্ত সন্দিকৈ, নাৰায়ণী সন্দিকৈ, ৰজনীকান্ত বৰদলৈ, নকুলচন্দ্ৰ ভূঞা প্ৰভৃতি বিশিষ্ট ব্যক্তি, ন-পুৰণি প্ৰিয় ছাত্ৰসকল তেওঁৰ ঘৰত সময়ে সময়ে থকা বিশিষ্ট আলহী।

## পাৰিবাৰিক জীৱন

ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰ দাম্পত্য আৰু পাৰিবাৰিক জীৱন, মধুৰ আৰু সুখৰ পূৰ্ণাঙ্গ জীৱন। জী-জোৱাই, পো-বোৱাৰী, নাতি-নাতিনী সমন্বিতে এখন ভৰপুৰ সংসাৰ। যদিও তেওঁ নিচেই সৰুকালতে মাতৃস্নেহৰপৰা বঞ্চিত হ'ব লগা হৈছিল, কিন্তু তেওঁৰ পিছৰ জীৱনৰ কালছোৱা আছিল সুখৰ আৰু মধুৰ জীৱন। অৱশ্যে শেষ জীৱনত নুমলীয়া জোৱায়েকৰ অকাল মৃত্যু আছিল তেওঁৰ জীৱনৰ চৰমতম আঘাত। কোনো পিতৃৰ বাবেই নিজৰ কন্যাৰ নিৰাভৰণা বৈধব্য জীৱন সহনীয় নহয়।

ডক্টৰ ভূঞাৰ পুত্ৰ-কন্যা কোনোৱেই তেওঁৰ দৰে উচ্চ শিক্ষিত, গৱেষক পণ্ডিত ব্যক্তি নহয়। তেওঁৰ পুত্ৰ-কন্যা কেইটি সুশিক্ষিত আৰু নানাভাৱে জীৱনত সুপ্ৰতিষ্ঠিত। কোনোতো সন্তানেই পিতৃ-মাতৃৰ বাবে বোজা স্বৰূপ হৈ পৰা নাছিল। গৱেষণা আৰু অধ্যয়নত ব্যস্ত ভূঞাৰ বাবে পৰিয়ালৰ

লোকসকল বাধাৰ প্ৰাচীৰ স্বৰূপ নহৈ পিতৃৰ অধ্যয়ন আৰু গৱেষণাৰ বাবে অনুকূল পৰিবেশ সৃষ্টিৰ বাবে সকলোটি যত্নপৰ আছিল।

## লক্ষেশ্বৰী ভূঞা

ভূঞা ডাঙৰীয়াৰ মধুময় দাম্পত্য জীৱনৰ মূলতে আছিল সুযোগ্যা পত্নী লক্ষেশ্বৰী ভূঞা। সাধাৰণ শিক্ষা-দীক্ষাৰে জ্ঞান তপস্বী পণ্ডিত ব্যক্তি এজনাৰ সহধৰ্মিণী হৈ সংসাৰৰ সকলো দায়িত্ব মূৰ পাতি লৈছিল লক্ষেশ্বৰী ভূঞাই। বহু সময়ত শিক্ষিতা সহধৰ্মিণীও জ্ঞান তপস্বী স্বামীৰ বাবে হৈ পৰে জ্ঞান সাধনা আৰু কৰ্মজীৱনৰ অন্তৰায় স্বৰূপ। জীৱন হৈ পৰে দুৰ্বহ। কিন্তু ডক্টৰ ভূঞাৰ বাবে তেওঁৰ পত্নী আছিল প্ৰেৰণাৰ প্ৰতীক স্বৰূপ।

সেই সময়ত স্ত্ৰী শিক্ষাৰ প্ৰচলন কম। লক্ষেশ্বৰী ভূঞাৰো শিক্ষা ঘৰতে পঢ়া সাধাৰণ শিক্ষা। স্কুল কলেজত লাভ কৰা শিক্ষা নহয়। সাধাৰণ শিক্ষা দীক্ষাৰে জ্ঞান তপস্বী স্বামীৰ সাধনালব্ধ জীৱনৰ কথা উপলব্ধি কৰি জ্ঞান সাধনাৰ বাবে অনুকূল পৰিবেশ সৃষ্টি কৰিব পৰাটোৱে তেওঁৰ জীৱনৰ সাৰ্থকতা। সেয়েহে তেওঁৰ কথা বাদ দি ডক্টৰ ভূঞাৰ জীৱনৰ কথা ভাবিব নোৱাৰি। ছয়টি সন্তানৰ জননী আৰু এখন ভৰপূৰ সংসাৰৰ গৃহিণী হৈও ঘৰুৱা কোনো সমস্যাৰে ভাগ লবলৈ নিদি বাসুকিয়ে পৃথিৱীৰ মহাভাৰ তুলি লোৱাৰ দৰে ঘৰুৱা সকলো সমস্যা নিজে মূৰ পাতি লৈ স্বামী ডক্টৰ ভূঞাক একান্তভাৱে সাহিত্য চৰ্চা কৰিবলৈ অনুকূল পৰিবেশ গঢ়ি তুলিছিল। পুত্ৰ-কন্যাৰ বিয়াৰ সময়ত নিমন্ত্ৰিত লোকৰ তালিকাখন নিখুঁতভাৱে কৰাতে অধ্যাপক ভূঞা ব্যস্ত। সেই তালিকা বিচাৰিলে এতিয়াও তেওঁৰ পুথি-ভঁৰালৰ মাজত পোৱা যাব। বিয়াৰ দিন বাৰ ঠিক কৰাৰপৰা বজাৰ সমাৰ কৰালৈকে সকলো দায়িত্ব বহন কৰিছিল তেওঁৰ সহধৰ্মিণীয়ে। ক'ত কি বস্তুৰ দিহা কৰিব লাগে অধ্যাপক ভূঞাৰ সেইবোৰৰ খবৰো নাই।

আনহাতে দৈনন্দিন জীৱনৰ সকলো ব্যৱহাৰ্য সামগ্ৰীকে হাত দিলেই পাব লাগিব। পঢ়া মেজত ৰঙা পেন্সিল, কলম কটা কটাৰী, ৰবৰ, গম আঠা, ক্লিপ, কেচি সকলোখিনিকে আটোম টোকাৰীকৈ থব লাগিব। গা পা ধুই খাই বৈ কলেজলৈ যোৱাৰ আগমুহূৰ্তত কলম, ৰুমাল, ঘড়ী, পইছাৰ বেগ, চিগাৰেট আদি চৈধ্যবিধ সম্পদ লেখি লেখি তেওঁৰ টেবুলত সজোৱা

পাব লাগিব। ক'তো আৰ নলগাকৈ এই সকলো কামকে স্বামীৰ বাবে তেওঁ কৰি ৰাখিছিল।

ডক্টৰ ভূঞাৰ বিয়োগৰ পিছত তেওঁৰ অমূল্য পুথি উঁৱালৰ প্ৰতিখিলা কাগজে লক্ষেশ্বৰী ভূঞাৰ বাবে আছিল বুকুৰ মঙ্গহ স্বৰূপ। কোনোখন কিতাপ, কোনোবাতো ফাইলত অলপমান ধূলিবালি পৰিলেই তেওঁ চাদৰৰ আচলেৰে চাফা কৰিহে শান্তি লভিছিল। এজন জ্ঞান তপস্বী পণ্ডিতৰ সহধৰ্মিণী স্বৰূপে বুৰঞ্জী, সাহিত্য শিক্ষা আৰু সমাজ-জীৱনৰ বহুতো কথা, ঘৰলৈ অহা প্ৰথিত যশা পণ্ডিতমণ্ডলীৰ ব্যক্তিগত জীৱনৰ কাহিনীও আছিল তেওঁৰ নখদৰ্পণত। ডক্টৰ ভূঞাৰ সান্নিধ্যলৈ অহা সকলৰ সকলো লোকৰ কথা তেওঁৰ স্মৃতিৰ পটত সজীৱ হৈ আছিল। ঘৰলৈ যোৱা লোকক তেওঁ কিবা এটা খুৱাব নাপালেও শান্তি নাপাইছিল। কৰ্মব্যস্ত ভূঞাৰ হকে-বিহকে ঘণ্টাৰ পিছত ঘণ্টা মানুহৰ লগত কথা পাতিবলৈ সময়ৰ অভাৱ। বিশেষকৈ ৰাতিপুৱাৰ সময়কণ যে তেওঁৰ বাবে মহামূল্য সময়। সেয়েহে অভ্যাগতজনক বিদায় জনাবলৈ লক্ষেশ্বৰী ভূঞাই আগধৰি চাহ কাপ যোগায়।

ডক্টৰ ভূঞাৰ লগত চিঠিৰে যোগাযোগ থকা বিশিষ্ট ব্যক্তিসকলৰ বিষয়েও তেওঁ খবৰ ৰাখিছিল। এদিন বুৰঞ্জীবিদ চাৰ যদুনাথ চৰকাৰৰ কথা ওলালত তেওঁ টপৰাই ক'লে, "অ' যদুনাথ চৰকাৰ তেওঁ আশুতোষ মুখাৰ্জিৰ পিছত আৰু শ্যামাপ্ৰসাদ মুখাৰ্জিৰ আগত কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য আছিল ( ১৯২৬-২৮ খৃঃ )। ছাৰলৈ ( ডক্টৰ ভূঞালৈ ) লিখা চিঠি ফাইলত পাবা।" সঁচাকৈয়ে আমি পিছত বিচাৰি ফাইলত চাৰ যদুনাথ চৰকাৰে ভূঞালৈ লিখা কেবাখনো চিঠি পাইছিলোঁ। কোনটো ফাইলত কি আছে সেইটো জানা ব্যক্তিগত সচিবৰ বাহিৰে সম্ভৱ নহয়। কিন্তু কোনটো বিষয় বিচাৰিলে ফাইলত পোৱা যাব সেই বিষয়ে তেওঁ নিশ্চিত কৈ দিব পাৰে। ডক্টৰ ভূঞাৰ প্ৰকাশিত আৰু অপ্ৰকাশিত সকলো ৰচনাৰ লগত তেওঁ পৰিচিত আৰু এই বিষয়ে তেওঁ নিখুঁত সম্ভেদ যোগাব পাৰিছিল। লক্ষেশ্বৰী ভূঞা অকল সহ-ধৰ্মিণীয়ে নহয় ডক্টৰ ভূঞাৰ বৌদ্ধিক জগতৰ সৈতেও সুপৰিচিত। স্বামী ভূঞা ৰচিত প্ৰতিখন অসমীয়া গ্ৰন্থকে তেওঁ পাত-পাতকৈ পঢ়িছিল। শেষ জীৱন-লৈকে নতুন কিতাপ এখন হাতত পৰিলেই পঢ়ি চোৱাতো তেওঁৰ অভ্যাস। তেওঁ অকল যে সাহিত্য সংস্কৃতিৰ খবৰহে ৰাখিছিল এনে নহয়, নিজেও ৰচনা

কৰিছিল মনোৰম কবিতা। 'জয়মতী' আৰু 'নাৰী আৰু জ্ঞান' তেওঁৰ দুটি মনোৰম কবিতা। কবিতা দুটি 'নিৰ্মালি' আৰু 'জয়মতী উপাখ্যান' গ্ৰন্থত সন্নিবিষ্ট কৰা হৈছে।

'জয়মতী' কবিতাত জয়মতী কুঁৱৰীৰ গুণ-গৰিমাৰ কথা বৰ্ণনা কৰি লাঙ্গি গদাপানিক আক্ষেপৰ সুৰত প্ৰশ্ন কৰিছে—

হৃদয়ৰ ধন ৰমণী ৰতন
স্বামী বিনে কোনো নাই;
তুমি কিনো সতে পাতকীৰ হাতে
এৰি গুচি গলা হায়।

তেওঁৰ দ্বিতীয় কবিতা 'নাৰী আৰু জ্ঞান'ত প্ৰথমতে ৰোমন্থন কৰিছে বিশ্বৰ মহীয়সী নাৰী গাৰ্গী লীলাৱতীৰ কথা। পিছৰ ছোৱা কবিতা কৰ্তব্য-কঠোৰ নাৰী জীৱনৰ প্ৰতি সকীয়নী:

সৃষ্টি-পাতনিতে যিটি ভাৱৰ বিকাশ
স্নেহ আৰু কৰুণা সঞ্চাৰ,
আজিলৈকে নাৰী তুমি তাৰে অধিকাৰী
তুমি প্ৰেম-দয়া অৱতাৰ।
জ্ঞানৰ পৰশ পালে হৃদয়-কুসুম
ফুলি উঠে ন-ন ৰূপ ধৰি,
নাৰীৰ মহিমাৰাশি দহোগুণ জ্বলে
জ্ঞানৰ জেউতি পান কৰি।

১৯১৭ খৃঃৰ ২ জুনত 'নাৰী আৰু জ্ঞান' কবিতাটি ৰচনা কৰাৰ সময়ত কবিৰ বয়স ১৩ বছৰ মাত্ৰ। দুয়োটি কবিতাই একে সময়ত অগা-পিছাকৈ ৰচনা কৰা। নিশ্চয় স্বামীৰ প্ৰেৰণাত বিয়াৰ ৩।৪ মাহ পিছতে তেওঁ এনে শুৱলা কবিতা ৰচনা কৰিছিল। কাব্য-চৰ্চাত মন পুতি লাগি থকা হলে সময়ত তেওঁ অধিক যশস্যা অৰ্জন কৰিব পাৰিলেহেঁতেন।

তেওঁৰ কামবোৰ আছিল নিখুঁত পৰিপাতি আৰু আটোম-টোকাৰিকৈ কৰা। তেওঁ আছিল বহু গুণেৰে বিভূষিতা গৃহিণী। লক্ষেশ্বৰী ভূঞাক গৃহিণী নুবুলি 'কমনৱেলথৰ সম্ৰাজ্ঞী' আখ্যা দিব পাৰি। সময়ত তেওঁ শতাঁতৰ শালৰ সুদক্ষা শিপিনী, ৰন্ধনশালত অন্নপূৰ্ণা গৃহিণী, সাধাৰণ বস্তুকো

তেওঁ জুতিলগাকৈ বান্ধি খুৱাব জানিছিল। প্লেটত সজাই দিয়া সাধাৰণ বস্তু-কণৰ মাজতো প্ৰকাশ পাইছিল এক বুজাব নোৱৰা আৰ্ট। তেওঁলোকৰ বহাকোঠা, শোৱনী কোঠা, চকি মেজ, পৰ্দাৰপৰা মজিয়া পকাখনলৈকে সকলো বস্তুই নিকা, পৰিষ্কাৰ, চকচকীয়া। তেওঁৰ নিকা সাজজোৰ বিমল হাঁহিটোৰ লগত যেন সকলো বস্তুৰে এৰাব নোৱৰা সম্পৰ্ক।

লক্ষেশ্বৰী ভূঞা এগৰাকী সাদৰী মাতৃ। মাতৃস্বৰূপে এবুকু মৰমেৰে তেওঁ সকলোকে বুৰাই ৰাখিব পাৰিছিল। জীৱনৰ দুখ শোকৰ অসহনীয় বোজা বহন কৰিও তেওঁ মুখৰ হাঁহিটি অম্লান কৰি ৰাখিছিল। তেওঁলোকৰ মাজুকন্যা শীতলা দাস (কিৰিমৰ) আৰু নাতিনী তৃপ্তি দাসৰ অকাল বিয়োগ তেওঁৰ জীৱনৰ চৰম আঘাত। তেওঁৰ নাতিনী শ্ৰীমতী তৃপ্তি দাসৰ দুৰ্ঘটনাত হোৱা মৃত্যু আৰু মাজুজীয়েক শ্ৰীমতী শীতলা দাসৰো (তৃপ্তি দাসৰ মাক) দুবছৰৰ পাছত একেধৰণৰ মৃত্যুৱে জীৱনত চৰম দুখ আনি দিছিলে।

এই ঘটনাৰ পিছত তেওঁক ভিতৰি ভিতৰি বিচলিত হৈ পৰা দেখা গৈছিল। সেই আঘাতৰ অসহনীয় বোজা আৰু তেওঁ সৰহ দিন বহন কৰিব নোৱাৰিলে। ১৯৮০ খৃঃৰ ৬ চেপ্টেম্বৰ ২০ ভাদ শনিবাৰে তেওঁৰ জীৱনবন্তী নিৰ্বাপিত হয়। মৃত্যুৰ সময়ত তেওঁৰ বয়স তিনিকুৰি ষোল বছৰ। স্বামী ডক্টৰ ভূঞাৰ মৃত্যুৰ ১৬ বছৰ পিছত তেওঁ বৈকুণ্ঠগামী হয়।

লক্ষেশ্বৰী ভূঞা অকল ৰান্ধনী ঘৰতে সোমাই থকা বিধৰ তিৰোতা নাছিল। অসম প্ৰাদেশিক মহিলা সমিতিৰ সৈতে তেওঁ আদিৰেপৰা জড়িত। চন্দ্ৰপ্ৰভা বৰুৱানী আৰু ইন্দুপ্ৰভা বৰুৱাৰ লগত তেওঁ একেলগে সমিতিৰ কাম কৰিছিল। সন্দিকৈ ছোৱালী কলেজৰো এসময়ত তেওঁ এগৰাকী পৰিচালনা সমিতিৰ সদস্যা।

গুৱাহাটী নগৰ মহিলা সমিতিৰ ২৫তম বাৰ্ষিক অধিবেশন উপলক্ষে ১৯৭৩ খৃঃৰ ১৪ ফেব্ৰুৱাৰিত গুৱাহাটী ৰবীন্দ্ৰভৱনত আয়োজন সভাত দহ গৰাকী বৃদ্ধা মহিলা সমাজকৰ্মীক সম্বৰ্ধনা জনোৱা হয়। সম্বৰ্ধিত দহ গৰাকী মহিলাৰ ভিতৰত লক্ষেশ্বৰী ভূঞা অন্যতমা।

সূৰ্য্যকুমাৰ ভূঞা আৰু লক্ষেশ্বৰী ভূঞা সাতটি সন্তানৰ পিতৃ-মাতৃ, চাৰিজন পুত্ৰ আৰু তিনি গৰাকী কন্যা। ইয়াৰ ভিতৰত এজন পুত্ৰ অকালতে মৃত্যুৰ মুখত পৰে।

তেওঁলোকৰ প্ৰথম পুত্ৰ পাৰ্বতীকুমাৰৰ (পুতুল) জন্ম ১৯২০ খৃঃৰ ৮ জানুৱাৰীত উজান বজাৰৰ কমল কাকতিৰ ঘৰত। কটন কলেজত আই. এচ-চি. লৈকে পঢ়ি যোৰহাটৰ চাহবাগিছাৰ চাকৰিত যোগদান কৰে। ১৯৪১ খৃঃত ইমাৰজেন্সী কমিচন পাই চেকেণ্ড লেফটেনেণ্ট স্বৰূপে নিয়োগ লাভ কৰে। দ্বিতীয় মহাসমৰৰ অন্তত ১৯৪৭ খৃঃত তেওঁ মিলিটাৰীৰ চাকৰিৰপৰা আহি পুনৰ চাহবাগিছাৰ এচিষ্টেণ্ট মেনেজাৰ হয়হি। প্ৰায় ৩০ বছৰ কাল চাহবাগিছাত চাকৰি কৰি ১৯৭৬ খৃঃত কাকজান চাহবাগিছাৰ মেনেজাৰ স্বৰূপে অৱসৰ গ্ৰহণ কৰেহি। ১৯৫৭ খৃঃৰ ১০ মেইত যোৰহাটৰ হেৰম্বপ্ৰসাদ বৰুৱাৰ দ্বিতীয়া কন্যা নীলিমাৰ সৈতে তেওঁৰ বিয়া হয়।

দ্বিতীয় পুত্ৰ ভৱানীকুমাৰৰ (বাতুল) জন্ম ১৯২১ খৃঃৰ ১১ চেপ্টেম্বৰত উজান বজাৰৰ সম্বন্ধ বৰাৰ ভাৰা ঘৰত। কটন কলেজৰপৰা বি. এচ-চি. পাচ কৰি প্ৰথমতে তেওঁ টেক্সটাইল ইন্সপেক্টৰৰ কামত সোমায়। ১৯৭৫ খৃঃত তেওঁ একষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰ (E. A. C.) চাকৰি লাভ কৰে। ডুবা তেওঁৰ প্ৰথম কৰ্মস্থান। ভৱানী ভূঞাই ই. এ. চি. চাকৰি লাভ কৰাত অভিনন্দন জনাই ডক্টৰ ভূঞাই পুত্ৰলৈ লিখিছিল : My heart is at peace now that you are an E. A. C. the highest career which one of our position can expect to attain······you are in a great opportunity in life Now an E. A. C. can normally expect to be a D. C. in usual course.

সেই সময়ত ই. এ. চি. চাকৰি সন্মানিত লোভনীয় উচ্চ চাকৰি। পুত্ৰৰ এনে পদ লাভত পিতৃ স্বৰূপে তেওঁ আনন্দ লাভ কৰাটো স্বাভাৱিক। কিন্তু তেওঁ চাকৰি জীৱনৰ আৰম্ভনীতে সকীয়াই দিছিলে যে ই তেওঁৰ আৰম্ভনীহে। এদিন তেওঁ উপাযুক্ত (ডেপুটি কমিচনাৰ) পদলৈ উধাব লাগিব।

প্ৰথম চিঠিখনতে ডক্টৰ ভূঞাই পুত্ৰক উপাযুক্ত প্ৰমুখ্যে উৰ্দ্ধতন কতৃপক্ষৰ সৈতে সদ্ভাৱ ৰাখি কাম কৰিবলৈ, আৰু সময়ে সময়ে বিভাগীয় পৰীক্ষা-সমূহ পাচ কৰিবলৈ, সকীয়াই দিয়ে। গাৰোভাষা শিকা, নিয়মমতে খৰচ কৰি ধনৰাহি কৰা, চহৰৰ আন মানুহৰ লগত সদ্ভাৱ ৰখা আদি নানান পৰামৰ্শ আগবঢ়ায়।

পিতৃয়ে বাঞ্ছা কৰা মতে ডক্টৰ ভূঞাৰ মৃত্যুৰ সময়ত ভৱানী ভূঞা লক্ষীমপুৰ জিলাৰ উপায়ুক্ত। আৰু তেওঁ আই. এ. এছ. কেডাৰ লাভ কৰিছিল। পিছত পিতৃয়ে আশা কৰাতকৈও আৰু এখোপ ওপৰলৈ উঠি অসম চৰকাৰৰ অতিৰিক্ত মুখ্য সচিব, অস্থায়ী মুখ্য সচিব স্বৰূপে কাৰ্য নিৰ্বাহ কৰি অৱসৰ গ্ৰহণ কৰিছিল। ১৯৪৮ খৃঃৰ ১৬ জুনত ছিলঙ নিবাসী লক্ষেশ্বৰ বৰবৰাৰ কন্যা দেৱবালাৰ সৈতে তেওঁ বিবাহ বন্ধনত আৱদ্ধ হৈছিল।

ডক্টৰ ভূঞাৰ প্ৰথমা কন্যা সুৱলা হাজৰিকাৰ ( মাইকেন ) জন্ম ১৯২৩ খৃঃৰ ২ আগষ্টত কোম্পানী বাগান ৰোডৰ নিজা ঘৰত। সুৱলা হাজৰিকা মেধাবী ছাত্ৰী। ১৯৩৯ খৃঃত প্ৰথম বিভাগত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কটন কলেজত আই. এচ-চি. পঢ়িছিল। পঢ়ি থাকোতে ১৯৪০ খৃঃৰ ২৩ মেইত ইন্দ্ৰনাথ হাজৰিকাৰ সৈতে তেওঁৰ বিবাহ হয়। হাজৰিকা বেনাৰস ইঞ্জিনিয়াৰিং কলেজৰ ছাত্ৰ ডেকা ইঞ্জিয়াৰ। যোৰহাট প্ৰিন্স অৱ ওয়েলচৰ অধ্যক্ষ হৈ থাকোতে তেওঁ ষ্টাডি লিভ লৈ উচ্চ শিক্ষাৰ বাবে আমেৰিকালৈ গৈছিল। ল'ৰা ছোৱালী দুটি মাকক গতাই দি সুৱলা হাজৰিকাও লগতে আমেৰিকালৈ যায়। আমেৰিকাৰ বিশ্ববিদ্যালয়ত তেওঁ বি. এড্. পঢ়িছিল।

১৯২৬ খৃঃৰ ১১ জানুৱাৰীত উজান বজাৰৰ ঘৰতে ডক্টৰ ভূঞাৰ তৃতীয় পুত্ৰ অম্বিকাকুমাৰৰ ( কাবুল ) জন্ম। ১৯২৭ খৃঃৰ ৩০ জুনত অম্বিকাপ্ৰসাদ অকালতে মৃত্যুৰ মুখত পৰে।

তেওঁলোকৰ দ্বিতীয়া কন্যা শীতলা দাসৰ ( কিৰিম ) জন্ম ১৯২৮ খৃঃৰ ২ জুনত। উপজিবৰ দিনাখন লক্ষেশ্বৰী ভূঞাই আইচক্ৰীম খাই গা শীতল কৰিবলগীয়া হৈছিল। সেইবাবে কন্যাৰ নাম ৰাখিছিল শীতলা আৰু কিৰিম। ১৯৪৩ খৃঃৰ ১২ মেইত প্ৰখ্যাত ব্যৱসায়ী ভাৰতচন্দ্ৰ দাসৰ সৈতে তেওঁৰ বিবাহ হয়। দাস পি. দাস এণ্ড কোম্পানী আৰু বন্দুকৰ কাৰখানাৰ স্বত্বাধিকাৰী। ডক্টৰ ভূঞাৰ হেনো কামৰূপৰ মানুহ, নগাঁৱৰ মাটি আৰু উজনীৰ মাত কথা বৰ প্ৰিয়। সেইহে তেওঁৰ দ্বিতীয় জোৱাই ভাৰত দাস দক্ষিণ কামৰূপৰ ৰামপুৰ অঞ্চলৰ বাসিন্দা।

১৯৩০ খৃঃৰ ৮ ফেব্ৰুৱাৰীত ডক্টৰ ভূঞাৰ তৃতীয় কন্যা কমলীৰ জন্ম। তেওঁ বি. এ. ডিগ্ৰী লাভ কৰি শান্তিনিকেতনত বুৰঞ্জীৰ এম. এ. পঢ়িছিল।

১৯৫৮ খৃঃৰ ২৭ নবেম্বৰত ডিব্রুগড়ৰ গঙ্গাৰাম চৌধুৰীৰ পুত্ৰ অধ্যাপক ডঃ ভূপেন্দ্ৰনাথ চৌধুৰীৰ সৈতে তেওঁ বিবাহ বন্ধনত আৱদ্ধ হয়। ১৯৬০ খৃঃৰ ২১ আগষ্টত ডক্টৰ চৌধুৰীৰ অকাল মৃত্যু অসমৰ বৌদ্ধিক জগতৰ এক অপূৰণীয় ক্ষতি।

ভূঞা দম্পতীৰ নুমলীয়া সন্তান বিজয়কুমাৰৰ ( ভাইটি ) জন্ম ১৯৩২ খৃঃৰ ১০ এপ্ৰিলত উজান বজাৰৰ নিজা ঘৰত। ১৯৫৪ খৃঃত ডিষ্টিংচন সহ বি. এচ-চি. ডিগ্ৰী লাভ কৰি চাহ বাগিছাৰ এচিষ্টেণ্ট মেনেজাৰৰ চাকৰিত সোমায়। চাহ বাগিছাৰ মেনেজাৰৰ পদলৈ উন্নতি কৰি ১৯৮০ খৃঃত অৱসৰ গ্ৰহণ কৰে। ১৯৬৩ খৃঃৰ ১৩ মাৰ্চত উজান বজাৰৰ সত্যনাথ বৰাৰ কন্যা অলিবৰাৰ সৈতে বিজয়কুমাৰ বিবাহ বন্ধনত আৱদ্ধ হয়।

**স্কুল পৰিদৰ্শক** ( Inspector of Schools )

স্কুল পৰিদৰ্শক (Inspector of Schools) স্বৰূপে ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰ কাৰ্যকাল দীঘলীয়া নহয়, অস্থায়ী ; ১৯৪১ খৃঃৰ ২০ অক্টোবৰৰপৰা ১৯৪২ খৃঃৰ ১৮ ফেব্ৰুৱাৰীলৈকে মাত্ৰ দুমাহ একৈশ দিন। তেতিয়াৰ স্কুল পৰিদৰ্শক শৰৎচন্দ্ৰ গোস্বামীক প্ৰাথমিক আৰু জনশিক্ষা সম্প্ৰসাৰণ বিভাগৰ বিশেষ বিষয়া নিযুক্ত কৰাত তেওঁৰ ঠাইত ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাক অসম উপত্যকাৰ স্কুল পৰিদৰ্শক নিযুক্ত কৰা হয়। সেইসময়ত অসম উপত্যকাৰ জিলাসমূহৰ মাজত এজনেই স্কুল পৰিদৰ্শক। যোৰহাট স্কুল পৰিদৰ্শকৰ কাৰ্যালয়।

ডক্টৰ ভূঞাই ছিলঙৰ স্পেচিয়েল ইউনিভাৰচিটি অফিচাৰৰ দায়িত্বৰপৰা অব্যাহতি লৈ যোৰহাটত স্কুল পৰিদৰ্শক স্বৰূপে যোগদান কৰিছিল।[১]

---

১. To S. C. Goswai, Jorhat

3544 E. please make over charge to Bhuyan immediately and assume duties as special officer Primary education and mass literary at Jorhat studying compulsory education scheme Jorhat Municipality.

No. 3551 E. On the termination of his special duty in the Assam Secretariat, Rai Bahadur Dr. S. K. Bhuyan, Professor of English, Cotton College, Gauhati in Class I of the Assam Educational Service, is transferred and appointed on the pay of his own class temporary Inspector of School, Assam Valley Circle with effect from the 15th Oct. 1941 vice Sir Sarat Ch. Goswami temporarily placed on special duty. Vol. 13

স্কুল পৰিদৰ্শক হিচাপে তেওঁ অধিক গুৰুত্ব আৰোপ কৰিছিল শিক্ষক আৰু ছাত্ৰৰ ব্যক্তিগত সম্পৰ্কৰ ওপৰত। বিদ্যালয়ৰ বাহিৰত শিক্ষকসকলে যাতে ছাত্ৰ-ছাত্ৰীৰ ঘৰুৱা পৰিবেশৰ বুজ লবলৈ যত্নপৰ হয়, সেই কথাৰ ওপৰত ডক্টৰ ভূঞাই অধিক গুৰুত্ব আৰোপ কৰি প্ৰধান শিক্ষকসকললৈ ৩ খন বিজ্ঞপ্তি পঠিয়াইছিল :

**The teacher will meet the pupils outside school hours, visit them in their houses, make enquiries about their health and studies and guide them in their difficulties and troubles and interest himself generally in their all round welfare.**

পৰিদৰ্শক হিচাপে ডক্টৰ ভূঞাৰ কাৰ্যকাল চমু যদিও এই কালছোৱাত তেওঁ পৰিদৰ্শন কৰা স্কুলৰ সংখ্যা ৪০খন। এই কালছোৱাতে পৃথিৱী বিয়পা দ্বিতীয় মহাসমৰ আৰু বিয়াল্লিচৰ গণআন্দোলনৰ পূৰ্বাৱস্থা।

এবাৰ এখন স্কুল পৰিদৰ্শন কৰোতে ছাত্ৰজনৰ সন্তোষজনক উত্তৰ পাই তেওঁৰ জেপৰ কলম এটাকে ল'ৰাজনক উপহাৰ স্বৰূপে দি ছাত্ৰজনক উৎসাহিত কৰিছিল।

বহুটো স্কুলৰ পৰিচালনামণ্ডলী আৰু শিক্ষকমণ্ডলীৰ মাজত সম্পৰ্ক মধুৰ নহয়, নানান ধৰণৰ বিবাদেৰে ভৰা। এনে বহুতো বিবাদক তেওঁ সমিল-মিলভাৱে সমাধা কৰিবলৈ যত্ন কৰিছিল। পৰিদৰ্শক নিযুক্তি বাতৰি পাই তেওঁৰ গুণমুগ্ধ বন্ধু-বান্ধৱ শুভাকাঙ্ক্ষী আৰু ছাত্ৰ-ছাত্ৰীয়ে অভিনন্দন জনাই লিখা চিঠিৰ সংখ্যা আছিল ৫৩খন। চিঠিবোৰ সযতনে ৰখাৰ উপৰিও মূল চিঠিবিলাক এখন বহীত প্ৰতিলিপি কৰি লৈছিল। সৰহ ভাগ চিঠিয়ে আছিল অভিনন্দন জনাই লিখা চিঠি।

দুই-চাৰিজনে অভিনন্দন জনোৱাৰ লগতে নিজৰ অভিযোগৰ কথাও জনাইছিল। কাৰোবাৰ অস্থায়ী চাকৰিটো স্থায়ী কৰিব লাগে, কাৰোবাক সুবিধাজনক ঠাইলৈ বদলি কৰিব লাগে ইত্যাদি। বেণুধৰ শৰ্মায়ো তেওঁক চিঠিৰে অভিনন্দন জনাইছিল।

সুহৃদবৰ ভূঞা,

আমাৰ ঘৰুৱা কথাত কবলৈ হ'লে আজিহে এগৰাহ ভাত সৰহকৈ খালোঁ। কিয়নো আপুনি ইন্সপেক্টৰ হোৱা বাতৰিটো 'ষ্টেটচমেনৰ'পৰা সঠিককৈ

পাৰোঁ। তাহানিখনেই আপোনাক এই আসনত বহুৱাবলৈ তৰুণ অসমৰ বিষয়ববীয়া হিচাপে গৱৰ্ণমেণ্টৰ ওচৰত খাটনি ধৰিছিলোঁ। সেই খাটনিতেই হওক বা আপোনাৰ নিজ গুণেই হওক বা ৰাইজৰ অনুৰোধৰ বাবেই হওক আপুনি আৰু স্কুল ইন্সপেক্টৰ হ'ল।

আপুনি দায়িত্বপূৰ্ণ কামবোৰ নিয়াৰিকৈ সম্পাদনা কৰাত আৰু অফিচিয়েল কাম নিৰ্বাহ কৰাত যিমান কাজুৱা সিমান এজন বোধকৰোঁ আৰু আমাৰ অসমত নোলাব।......ভাল পাইছোঁ, সুখ পাইছোঁ, ৰং পাইছোঁ, ৰঙতে সাতখন আঠখন হৈছোঁ বুজিছে ডক্টৰ ভূঞা......।

তৰুণ অসম
ডিব্ৰুগড় ২০.১০.৪১

বেণুধৰ শৰ্ম্মা

ডক্টৰ ভূঞা ইন্সপেক্টৰ থকা সময়তে কটন কলেজৰ ছাত্ৰৰ ওপৰত উপায়ুক্ত মিঃ হামফ্ৰেই চলোৱা নিৰ্যাতনৰ প্ৰতিবাদত সদৌ অসম জুৰি স্কুল-কলেজৰ ছাত্ৰসকলে ধৰ্মঘট কৰিছিল। পিছত অভিভাৱকসকলৰ মধ্যস্থতাত শিক্ষক ছাত্ৰসকলো মিলিত হৈ কৰা আলোচনাৰ অন্ততঃ ধৰ্মঘট প্ৰত্যাহাৰ কৰিছিল। এই আলোচনাতো স্কুল পৰিদৰ্শকস্বৰূপে আগভাগ লৈছিল ডক্টৰ ভূঞাই। স্থানান্তৰত সেই বিষয়ে আলোচনা কৰা হৈছে।

যোৰহাটত তেওঁ সপৰিয়ালে বাস কৰিছিল। হঠাতে পুনৰ যোৰহাট এৰিব লগা হোৱাত তেওঁ কিছু অসুবিধাত পৰে। তেওঁ গুৱাহাটীৰ ঘৰ ভাৰা দিয়া হৈছিল, ইপিনে ল'ৰা-ছোৱালীৰ পৰীক্ষা শেষ হোৱা নাছিল। সেইবাবে চৰকাৰে তেওঁক কিছুদিন চৰকাৰী বাসভৱনত থাকিবলৈ অনুমতি দিয়ে।

স্কুল পৰিদৰ্শক হিচাপে তেওঁৰ দৰমহা ৭৫০ টকা আৰু স্পেচিয়েল দৰমহা ১৩০ টকা।

যোৰহাট এৰি অহাৰ পূৰ্বে যোৰহাট বদালি সভাৰ পক্ষৰপৰা ১২ ফেব্ৰুৱাৰী সন্ধিয়া ৬-৩০ বজাত বিষ্ণুৰাম হলত সভাপাতি বিদায় সম্ভাষণ জনোৱা হয়। বদালি সভাই দিয়া অভিনন্দন পত্ৰত ডক্টৰ ভূঞাৰ কৰ্ম-বহুল জীৱনৰ কথা বৰ্ণনা কৰি লিখিছিল :

"আপোনাৰ দৰে এজন গুণীমানী লোক দুদিনৰ কাৰণে হ'লেও আমাৰ



কটন কলেজৰ ছাত্ৰসন্থাৰ ( ১৯৩৯—৪০ ) সভ্যসকলৰে সৈতে প্ৰিঞ্চিপাল আৰু অধ্যাপকসকল

বহি (বাঁওফালৰপৰা)—জ্ঞানদ নবীচ (চৌধুৰী), নীলিমা দাস (চৌধুৰী), ডাঃ বিৰিঞ্চিকুমাৰ বৰুৱা, ডাঃ সূৰ্য্যকুমাৰ ভূঞা, প্ৰিঞ্চিপেল এস. চি. ৰয়, প্ৰফেচৰ প্ৰেমতোষ শ্যাম, প্ৰফেচৰ শ্ৰীনাথ চক্ৰবৰ্তী, ডাঃ হিৰণ্য ভূঞা, শ্ৰীফণী তালুকদাৰ

পিছৰ শাৰীত দেখা গৈছে—শ্ৰীগোবিন্দ গোস্বামী, বিনয়ভূষণ চৌধুৰী, সত্যনাথ মজুমদাৰ, আৰু শেষত শ্ৰীবিপিন পাল দাস

মাজত লাভ কৰি আমি নিজকে পৰম সৌভাগ্যবান বুলি বিবেচনা কৰিছিলোঁ। এতিয়া কাৰ্যহেতুকে আপুনি দুদিনতে আতৰিব লগা হ'লেও আমাক যেন সোণকালে পাহৰি নাযায়, ইয়াকে বাঞ্ছা কৰিলোঁ।"

সেইসময়ত অসম উপত্যকাত বেচৰকাৰী সাহায্যপ্ৰাপ্ত স্কুলৰ সংখ্যা ৬১খন; লক্ষীমপুৰ ৭, শিৱসাগৰ ৯, নগাঁও ৯, দৰং ৫, কামৰূপ ২২, গোৱালপাৰা ৮, মণিপুৰ ১।

## অধ্যক্ষ কটন কলেজ

ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা কটন কলেজৰ প্ৰথম অসমীয়া অধ্যক্ষ। অৱশ্যে অধ্যক্ষ স্বৰূপে তেওঁৰ নিযুক্তি আছিল অস্থায়ী আৰু ১৯৪৬ খৃঃৰ ২২ জুলাইৰপৰা ১৬ আগষ্টলৈ মাত্ৰ ২৬ দিনৰ বাবেহে। অধ্যক্ষ আৰ. আৰ. থমাচ কিছুদিনৰ বাবে ছুটি লৈছিল। উপাধ্যক্ষ মহিবুল্লাও সেই সময়ত ছুটি লৈ আছিল। সেইবাবে শিক্ষাধিকাৰে ডক্টৰ ভূঞাক অধ্যক্ষ স্বৰূপে কাৰ্যভাৰ গ্ৰহণ কৰিবলৈ নিৰ্দেশ দিয়ে।

অধ্যক্ষ টমাচে এমাহৰ ছুটি লয়। ইতিমধ্যে উপাধ্যক্ষ মহিবুল্লাই পুনৰ কলেজত যোগদান কৰেহি। ১৬ আগষ্টত ডক্টৰ ভূঞাই মহিবুল্লাক অধ্যক্ষৰ দায়িত্ব অৰ্পণ কৰে।

দ্বিতীয়বাৰ ডক্টৰ ভূঞা স্থায়ীভাৱে অধ্যক্ষ নিযুক্ত হৈছিল ১৯৪৭ খৃঃৰ ডিচেম্বৰ মাহত। তেতিয়া তেওঁ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ স্থায়ী সঞ্চালক। সেইবাবে কটন কলেজৰ অধ্যক্ষৰ পদ গ্ৰহণ নকৰিলে।

ডক্টৰ ভূঞা কটন কলেজৰ অধ্যক্ষ নিযুক্ত হোৱাত তেওঁৰ সহপাঠী বন্ধু কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য ডক্টৰ প্ৰমথনাথ বেনাৰ্জীয়ে তেওঁলৈ লিখিছিল—

Please accept the warmest congratulations of myself and my wife on the position you are now occupying in the educational life of Assam. I am sure, you will not only be

---

Raj Bahadur Dr. S. K. Bhuyan, Professor of English, Cotton College, Gauhati was appointed temporarily to officiate as Principal of the College with effect from 22 July, Vide Mr. R. R. granted leave.

confirmed in the Principalship but in higher prize in the educational life, namely the Directorship, will to you. You deserve both. I am sorry. I could not go to Assam.

ডক্টৰ ভূঞাই বেনাৰ্জীলৈ লিখিছিল—

I am utilizing the present opportunity in executing some of our favourite ideas. The first item is the establishment of personal contact between Principal and the students about which you spoke emphatically some months ago. I have issued an invitation to students to see me daily……

পৰস্পৰৰ চিঠিত সম্বন্ধ আছিল My dear Surjya আৰু My dear Pramatha.

অধ্যক্ষ স্বৰূপে ডক্টৰ ভূঞাৰ কাৰ্য্যকাল অস্থায়ী আৰু নিচেই চমু যদিও ভালেকেইটি উল্লেখযোগ্য কাম এই কালছোৱাতে সম্পন্ন হয়। ডক্টৰ ভূঞাই শিক্ষক আৰু ছাত্ৰৰ মাজত ব্যক্তিগত সম্বন্ধ স্থাপনৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল।

অধ্যক্ষ থকা কালছোৱাত সেয়েহে প্ৰতিদিনে ৩-৪ বজাৰ ভিতৰত ব্যক্তিগত আলাপ আলোচনাৰ বাবে তেওঁক লগ ধৰিবলৈ সময় ধৰি দিছিল।

তেওঁ অধ্যক্ষৰ দায়িত্ব গ্ৰহণ কৰাৰ দিনাখনে আছিল ডাক ধৰ্মঘট আৰু ধৰ্মঘটক সহাৰি জনাই ছাত্ৰ-ছাত্ৰী সিদিনা শ্ৰেণীৰপৰা বিৰত আছিল।

দুদিনমান পিছত তেওঁ ছাত্ৰ-ছাত্ৰীৰ সকলোবোৰ ছাত্ৰাবাস পৰিদৰ্শন কৰিছিল। তেতিয়া ছাত্ৰীৰ বাবে কটন কলেজৰ সুকীয়া ছাত্ৰীবাস নাছিল। কোবাইট মেমোৰিয়েল হোষ্টেলই আছিল কটন কলেজৰ ছাত্ৰীবো ছাত্ৰীবাস।

---

To Students,

I shall be glad to meet students individually or in small groups of 4 or 5, every day in my office between 3 and 4 p.m.

This will enable me to have personal acquintance with students which I very much desire.

They should therefore see me during the above hour for internal talks and even though they have no specific official business.

24. 7. 46

S. K. Bhuyan
Principal

সেই সময়ত কটন কলেজত আই. এচ্-চি. আৰু বি. এচ্-চি.-ৰ আসন সীমিত। আনহাতে আসন বিচৰা প্ৰাৰ্থীৰ সংখ্যা বহুতো। আসন বঢ়াবৰ বাবে ছাত্ৰ অভিভাৱকৰপৰা নানান আবেদন নিবেদন কৰি আছিল। ইপিনে অসমত মেডিকেল কলেজ স্থাপন কৰাৰ কথাও চলি আছিল। অধ্যক্ষ ভূঞাই আসন বঢ়াবৰ বাবে চৰকাৰক টানি অনুৰোধ জনালে।

গোপীনাথ বৰদলৈ তেতিয়া অসমৰ প্ৰধানমন্ত্ৰী আৰু শিক্ষাদপ্তৰ তেওঁৰ হাতেতে। বৰদলৈয়ে সেই বিষয়ে আলোচনা কৰিবলৈ শিক্ষাধিকাৰৰ সৈতে কলেজলৈ আহিল। বৰদলৈয়ে সকলো দিশ আলোচনা কৰি আই. এচ্-চি.-ৰ আসন ১৪৪ৰ ঠাইত ২১৪ আৰু বি. এচ্-চি.-ৰ আসন ৩৬ৰ ঠাইত ৪১ লৈ বৃদ্ধি কৰিলে। সেই চনতে অধ্যক্ষ ভূঞাই কলেজৰ আন আন অভাব অভিযোগসমূহৰ প্ৰতি প্ৰধানমন্ত্ৰী বৰদলৈৰ দৃষ্টি আকৰ্ষণ কৰিছিল।

অধ্যক্ষ ভূঞাই কটন কলেজৰ পুথিভঁৰালৰ বাবে আঠৈলাখ টকাৰ এখন নতুন আঁচনি প্ৰস্তুত কৰিছিল। পুথিভঁৰালৰ বাবে সুকীয়া ভৱন নিৰ্মাণ কৰিবলৈ বৰ্তমান ফিজিক্স বিল্ডিং থকা ঠাই, ইউনিয়ন হ'ল সজা ঠাই আৰু কাজন হলৰ (নবীন বৰদলৈ হল) ওচৰৰ ঠাইডোখৰলৈ আঙুলিয়াইছিল। পুথিভঁৰাল খোলাৰ সময় ৰাতিপুৱা ৬ বজাৰপৰা ৰাতি দহ বজালৈকে তিনিটা ভাগত (৬ বজাৰপৰা ১২ বজা, ১২ বজাৰপৰা ৫ বজা, ৫ বজাৰপৰা নিশা ১০ বজা) কৰ্মচাৰী নিয়োগ কৰিবলৈ পৰামৰ্শ আগবঢ়াইছিল। পুথিভঁৰালৰ বাবে এগৰাকী ডিপ্লোমাধাৰী গ্ৰন্থাধ্যক্ষ আৰু বিভিন্ন ভাষা আৰু বিষয়ৰ জ্ঞান থকা সহকাৰী নিয়োগ কৰিবলৈ পৰামৰ্শ দিছিল। কটন কলেজৰ পুথিভঁৰালটো এটি পুৰণি আৰু আপুৰুগীয়া পুথিৰে সমৃদ্ধ মূল্যবান পুথিভঁৰাল। ইয়াতে এটি দুৰ্লভ আপুৰুগীয়া পুথি সমূহৰ শাখা আৰু এটি পাণ্ডুলিপিৰ শাখাৰ (manuscript) ব্যৱস্থা কৰিবলৈ পৰামৰ্শ আগবঢ়াইছিল। ডক্টৰ ভূঞাৰো সময়োপযোগী পৰামৰ্শৰ প্ৰতি চৰকাৰে মন দিয়া হলে দুষ্প্ৰাপ্য পুথিসমূহ সযতনে সংৰক্ষণ কৰিব পৰা গ'লহেঁতেন।

ডক্টৰ ভূঞাই অধ্যক্ষৰ দায়িত্বত থকা কালছোৱাত ভাৰতৰ বিশিষ্ট ব্যক্তি, শিক্ষাবিদ আৰু প্ৰাক্তন ছাত্ৰৰপৰা শুভেচ্ছাজ্ঞাপক চিঠি পাইছিল। ডক্টৰ বাণীকান্ত কাকতি, দীনেশচন্দ্ৰ দত্ত, হৰেন্দ্ৰকুমাৰ চৌধুৰী, চন্দ্ৰনাথ

কলিতা, ৰায়হান শাহ আৰু প্ৰফুল্লদত্ত গোস্বামী সেই সময়ত কটন কলেজৰ ইংৰাজী বিভাগৰ অধ্যাপক।

## অসমৰ শিক্ষা বিভাগৰ সঞ্চালক

ডক্টৰ ভূঞা অসমৰ প্ৰথম অসমীয়া শিক্ষা বিভাগৰ সঞ্চালক শিক্ষাধিকাৰ (Director of Public Instruction)। অসমীয়া উপযুক্ত মানুহ থকা সত্ত্বেও চৰকাৰে নিযুক্তি নিদি অবসৰৰ সময় হোৱা পূৰ্বৰ সঞ্চালককে কাৰ্যকাল বৃদ্ধি কৰি ৰাখিছিল। এই কাৰ্যৰ প্ৰতিবাদ কৰি বিধানসভাৰ তিনিগৰাকী সদস্য মতিৰাম বৰা, হলধৰ ভূঞা প্ৰভৃতিয়ে প্ৰধানমন্ত্ৰীৰ ওচৰত আবেদন কৰিছিল। এই আবেদন প্ৰতিবাদৰ সুফল ফলিল।

১৯৪৮ খৃঃৰ ১৬ এপ্ৰিলৰপৰা ডক্টৰ ভূঞা অসমৰ শিক্ষাধিকাৰ নিযুক্ত হ'ল। অৱশ্যে শাৰীৰিক অসুস্থতাৰ বাবে তেওঁ ১ মেইৰপৰাহে কাৰ্যভাৰ গ্ৰহণ কৰিলে।

ডক্টৰ ভূঞাই কাৰ্যভাৰ গ্ৰহণ কৰাৰ পিছতে পুনৰ শিক্ষক আৰু ছাত্ৰৰ ব্যক্তিগত সম্পৰ্কৰ (personal contacts between teachers and pupils) ওপৰত গুৰুত্ব আৰোপ কৰিছিল। আৰু সেই বিষয়ে স্কুলৰ প্ৰধান শিক্ষক আৰু উপ-পৰিদৰ্শক (D. I. of Schools) সকললৈ এখন বিজ্ঞপ্তি পঠিয়াইছিল। শিক্ষক আৰু ছাত্ৰৰ মাজত ব্যক্তিগত সম্পৰ্ক থাকিলেহে শিক্ষালাভ আৰু শিক্ষাদানত সুচল হয়।

সেই সময়ত অসমত সাহায্যপ্ৰাপ্ত স্কুলৰ সংখ্যা ১৬৫ খন। চৰকাৰী হাইস্কুলৰ তুলনাত এই সাহায্যপ্ৰাপ্ত স্কুলৰ শিক্ষক, কাৰ্যালয় সহকাৰী চকিদাৰ আদিৰ দৰমহা কম, এওঁলোক নানান দিশত অবহেলিত। ডক্টৰ ভূঞাই সেই কথা অনুভৱ কৰি ইয়াৰ এটি সুব্যৱস্থা কৰিবলৈ শিক্ষা সচিবৰ যোগেৰে চৰকাৰক টানি অনুৰোধ জনাইছিল (৭ চেপ্টেম্বৰ, ১৯৪৮)। ভূঞাই তেওঁৰ চিঠিত সকলো সমস্যাৰ কথা ফহিয়াই দেখুৱাই লিখিছিল— The demand of the A. H. E. teachers is just and reasonable in as much as they are doing the same kind of work and discharging same burden of responsibilities as is done by the teachers in Govt. H. E. Schools but their pay and prospects

are much inferior to those of their colleagues in Govt H. E. Schools as a result of which they are gradually leaving their institutions for better employment elsewhere.

ডক্টৰ ভূঞাই সাহায্যপ্ৰাপ্ত স্কুলৰ শিক্ষক আৰু আন আন কৰ্মীক এটা নতুন নিৰিখত দৰমহা দিবলৈ পৰামৰ্শ আগবঢ়ায়। প্ৰধানমন্ত্ৰী আৰু শিক্ষামন্ত্ৰী বৰদলৈৰ সৈতে সাক্ষাত কৰোতেও তেওঁ সেই বিষয়ে আলোচনা কৰে। ইয়াৰ ফল স্বৰূপে সাময়িকভাৱে চৰকাৰে ১০ টকাকৈ অতিৰিক্ত দৰমহা দিয়াৰ ব্যৱস্থা কৰিলে।

সেই সময়তে স্কুল আৰু কলেজত ৰাষ্ট্ৰীয় শিক্ষাৰ্থী বাহিনীৰ ( National Cadet Corps ) প্ৰশিক্ষণ আৰম্ভ হৈছিল। ডক্টৰ ভূঞাই ৰাষ্ট্ৰীয় শিক্ষাৰ্থী বাহিনীৰ বাবে এজন পূৰ্ণকালিক বিষয়া ( whole-time officer ) নিয়োগ কৰিবলৈ পৰামৰ্শ দিয়ে। তেতিয়াহে বিভাগটোৰ উন্নতি সম্ভৱপৰ।

গুৱাহাটী বিশ্ববিদ্যালয় স্থাপনৰ পিছত গুৱাহাটী চহৰৰ শিক্ষাৰ প্ৰসাৰৰ প্ৰতি দৃষ্টি ৰাখি গুৱাহাটী চহৰৰ এঠাইত শিক্ষাবিভাগৰ কাৰ্যালয়সমূহ স্থাপন কৰিবলৈ ডক্টৰ ভূঞাই পৰামৰ্শ আগবঢ়ায়। গুৱাহাটীত থকা এচিষ্টেণ্ট ইন্সপেক্টৰ আৰু ডেপুটি ইন্সপেক্টৰৰ কাৰ্যালয় তেতিয়া ভাৰা ঘৰত আছিল। চান্দমাৰীৰ বিশ্ববিদ্যালয়ৰ কলনিৰ ওচৰত, ৰাজ্যিক সংগ্ৰহালয়ৰ দুয়োকাষে থকা মুকলি ঠাইত শিক্ষা বিভাগৰ সমূহ কাৰ্যালয় একেলগে একে ঠাইতে নিৰ্মাণ কৰিবলৈ পৰামৰ্শ আগবঢ়ায়। সকলো কাৰ্যালয় একেলগে থাকিলে শিক্ষাসম্বন্ধীয় আলাপ-আলোচনা আৰু কাৰ্যনিৰ্বাহৰ বাবে সুবিধা হয়। ডক্টৰ ভূঞাৰ সময়োপযোগী পৰামৰ্শৰ প্ৰতি চৰকাৰে তেতিয়া গুৰুত্ব আৰোপ কৰা হলে শিক্ষাবিভাগৰ কাৰ্যালয়সমূহ আজি অ'ত-ত'ত ভাৰা ঘৰত সিচৰতি হৈ থাকিব লগা নহ'লহেঁতেন।

স্বাধীনতা লাভৰ পিছত নানান ধৰণৰ শিক্ষাৰ সম্প্ৰসাৰণ হবলৈ ধৰিলে। এজন সঞ্চালক আৰু এজন সহ-সঞ্চালকে ( Assistant D. P. I. ) সকলোবোৰ নতুন আঁচনিৰ কাম কাৰ্যকৰী কৰাটো কঠিন। সেইবাবে সকলো কাম নিয়াৰিকৈ কৰিবৰ বাবে এজন উপ-সঞ্চালক ( Deputy D. P. I. ) আৰু এজন অতিৰিক্ত উপ-সঞ্চালক ( Additional Deputy D. P. I. ) নিয়োগ কৰিবলৈ সঞ্চালক ডক্টৰ ভূঞাই চৰকাৰক অনুৰোধ কৰিছিল।

স্বাধীনতা লাভৰ পিছত ছাত্ৰ-ছাত্ৰী সকলে যাতে কোনো ধৰণৰ ৰাজনৈতিক আন্দোলনত অংশ গ্ৰহণ নকৰি অধ্যয়নত ব্যস্ত থাকে তাৰ বাবে ব্যৱস্থা গ্ৰহণ কৰিবলৈ শিক্ষানুষ্ঠানসমূহক নিৰ্দেশ দিয়ে।

স্বাধীনতা লাভৰ পিছত দেশত পৰিবৰ্তিত পৰিস্থিতিৰ লগত সঙ্গতি ৰাখি ও পাঠ্যক্ৰম আৰু পাঠ্যপুথি নতুনকৈ নিৰ্ধাৰণ কৰিবলৈ শিক্ষাধিকাৰ ডক্টৰ ভূঞাক শিক্ষা সচিবৰ জৰিয়তে চৰকাৰক অনুৰোধ জনায়। কেন্দ্ৰীয় পুথি বছা সমিতিৰ লগত সম্বন্ধ ৰাখি অসমৰ পঢ়াশালিৰ পাঠ্যপুথিসমূহ সংশোধন আৰু পুনৰ প্ৰণয়নত গুৰুত্ব আৰোপ কৰে। ইয়াৰ বাবে সুকীয়া বিষয়া আৰু অভিজ্ঞ ব্যক্তি নিয়োগ কৰিবলৈ এখনি আঁচনি প্ৰস্তুত কৰি দিয়ে।

গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন হোৱাৰ লগে লগে অসম চৰকাৰে কটন কলেজত অসমীয়া উদ্ভিদ বিজ্ঞান আৰু অৰ্থনীতিৰ স্নাতকোত্তৰ শ্ৰেণীৰ শিক্ষাদান ব্যৱস্থা কৰিবলৈ সিদ্ধান্ত কৰি ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা, ডক্টৰ হিতেন্দ্ৰকুমাৰ বৰুৱা আৰু পদ্মেশ্বৰ গগৈক নিযুক্তি দিছিল। প্ৰধানমন্ত্ৰী বৰদলৈৰ ইচ্ছা আছিল এই তিনিটা বিভাগৰ শিক্ষাদানৰ ব্যৱস্থা চৰকাৰে গ্ৰহণ কৰি নতুন বিশ্ববিদ্যালয়খনক আৰ্থিক দিশত অলপ সকাহ দিয়া। কিন্তু উপাচাৰ্য কৃষ্ণকান্ত সন্দিকৈয়ে স্নাতকোত্তৰ কোনো শ্ৰেণীকে চৰকাৰৰ অধীনত ৰাখিব বিচৰা নাছিল। এই বিষয়ে আলোচনা কৰিবলৈ ২৩ আগষ্টত উপাচাৰ্য সন্দিকৈ, শিক্ষাসচিব এচ. এল. মেহতা, শিক্ষা দপ্তৰৰ সংসদী সচিব, আৰু শিক্ষাধিকাৰ ডক্টৰ ভূঞা গুৱাহাটীত মিলিত হয়। আলোচনাৰ অন্তত উক্ত বিভাগ তিনিটা চৰকাৰৰপৰা বিশ্ববিদ্যালয়লৈ হস্তান্তৰ কৰিবলৈ স্থিৰ

---

I am directed to refer to the correspondence resting with your letter......That the Government are pleased to transfer the Post Graduate classes to the Cotton College in Economics, Assamese and Botany and the Earl Law College Gauhati to the management of the authorities of Gauhati University with effect from the Session 1948-49.

......I am further to say that Govt. are pleased to permit the University authorities to use the building of the Earl Law College, the temporary building of the Botany Laboratory and the temporary buildings for Assamese and Economics M. A. classes on a rented basis to be assessed and realised by the P W. D. from the University classes are shifted to other quarters of their own by the University.

কৰে। চৰকাৰে নিযুক্তি দিয়া অধ্যাপক তিনিগৰাকীক বিশ্ববিদ্যালয়ে গ্ৰহণ কৰে। বিশ্ববিদ্যালয়ে পুৰণি আৰ্ল ল কলেজখনো চৰকাৰৰ হাতৰপৰা নিজৰ অধীনলৈ আনে। যেহেতু শ্ৰীশৰৎকুমাৰ দত্ত পুৰণি আৰ্ল ল কলেজৰ স্থায়ী অধ্যক্ষ, শিক্ষাধিকাৰ স্বৰূপে ডক্টৰ ভূঞাই শৰৎকুমাৰ দত্তক পেন্সনৰ সুবিধা কৰি দিবলৈ চৰকাৰক পৰামৰ্শ দিয়ে। সেই সময়ত ৰাধিকাৰাম দাস আৰু মৌলবী ৰাজেদ আলি আছিল আৰ্ল ল কলেজৰ অধ্যাপক (পাৰ্ট-টাইম)। শিক্ষা সচিব মেহতাই বিশ্ববিদ্যালয়ৰ ৰেজিষ্ট্ৰাৰলৈ লিখা চিঠিত আৰ্ল ল কলেজ আৰু কটন কলেজৰ চৌহদত থকা ঘৰ দুৱাৰবোৰ বিশ্ববিদ্যালয়ক ব্যৱহাৰ কৰিবলৈ দিয়ে যদিও তাৰ বাবে ভাৰা বিচাৰে।

ডক্টৰ ভূঞাই শিক্ষাধিকাৰ স্বৰূপে কাৰ্যনিৰ্বাহ কৰাৰ উপৰিও কাৰিকৰী শিক্ষা বিভাগৰ সচিবৰ (Secretary, Technical Education) দায়িত্ব বহন কৰিছিল। ডক্টৰ ভূঞাৰ কাৰ্যকালতে যোৰহাটত অসমত কাৰিকৰী শিক্ষাৰ উন্নতিৰ বিষয়ে আলোচনা কৰিবলৈ এখন সভা আহ্বান কৰিছিল। সেই সভালৈ যাদবপুৰ ইঞ্জিনিয়াৰিং কলেজ আৰু বাৰানসী ইঞ্জিনিয়াৰিং কলেজৰ অধ্যক্ষক আমন্ত্ৰণ কৰি আনিছিল। ১৯৪৮ খৃঃৰ ২৮ অক্টোবৰত অনুষ্ঠিত এই সভাখনত পৌৰোহিত্য কৰিছিল প্ৰধানমন্ত্ৰী গোপীনাথ বৰদলৈয়ে।

ডক্টৰ ভূঞা শিক্ষাধিকাৰৰ দায়িত্বত থকা কালছোৱাত গণিতৰ অধ্যাপক ৰাধাকান্ত দাস অতিৰিক্ত শিক্ষাধিকাৰ। গুৱাহাটিলৈ আহিলে প্ৰায়ে ডক্টৰ ভূঞাই দাসকো লগত লৈ আহে।

এদিন দুয়ো গুৱাহাটীলৈ আহি আছে। বাটতে দেখিলে ৰবীন্দ্ৰৰাম খাউণ্ড গুৱাহাটীলৈ আহিবলৈ বুলি মটৰ বেয়া হৈ বাটতে ৰৈ আছে। খাউণ্ডৰ মটৰখন ভাল নোহোৱালৈকে ডক্টৰ ভূঞা ৰৈ থাকিল। মটৰখন ভাল হোৱাতহে খাউণ্ডৰ লগে লগে ডক্টৰ ভূঞা গুৱাহাটী অভিমুখী হ'ল। ডক্টৰ ভূঞাৰ কথা বিপদত মানুহক এৰি যাব নেপায়। আনক বিপদত উদ্ধাৰ কৰিলে ভগৱানে নিজকো বিপদত উদ্ধাৰ কৰে।

শিক্ষাবিভাগৰ সঞ্চালক স্বৰূপে ডক্টৰ ভূঞাৰ দৰমহা ১২০০ টকা। শিক্ষা-বিভাগৰ সঞ্চালকৰ দায়িত্ব বহন কৰাৰ উপৰি কাৰিকৰী শিক্ষা বিভাগৰ সচিবৰ দায়িত্বত থকা কালছোৱাত ১৪০০ টকালৈ বৃদ্ধি হৈছিল। এনাৰেহে নৈছে

সৰ্বমুঠ ১৫৪০ টকা। অবসৰ গ্ৰহণ কৰাৰ পিছত পেন্সন স্বৰূপে পাইছিল ৫০০ টকা।

১৯৪৮ খৃঃৰ ১ ডিচেম্বৰৰপৰা ডক্টৰ ভূঞাই ছুটি লয় ( Preparatory leave for retirement )। ১৯৪৯ খৃঃৰ ৩১ মাৰ্চৰপৰা ভূঞাই চৰকাৰী চাকৰিৰপৰা অৱসৰ গ্ৰহণ কৰে। ১৯৪৯ খৃঃৰ ১ এপ্ৰিলৰপৰা পুনৰ ডক্টৰ ভূঞাক বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সঞ্চালক স্বৰূপে নিযুক্তি দিয়া হয়।

শিক্ষাধিকাৰৰ কাৰ্যকাল পূৰ্ণ হোৱাৰ পূৰ্বে ২২ অক্টোবৰত, ১৯৪৮ ডক্টৰ ভূঞাই স্বাস্থ্যজনিত কাৰণ দেখুৱাই শিক্ষাধিকাৰৰ দায়িত্বৰপৰা অব্যাহতি লব বিচাৰিছিল।

বাকী কালছোৱা তেওঁ পূৰ্বৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সঞ্চালকৰ দায়িত্ব বহন কৰিয়ে কটাবলৈ বাঞ্ছা কৰিছিল।

Govt. would be pleased to permit me to revert to my duties as whole-time paid Director of D. H. A. S. in view of the fact that the duties of the office of D. P. I., Assam are proving very strenuous in the present state of my health.

## ৰাজ্য সভাৰ সদস্য

১৯৪৭ খৃঃৰ ১৫ আগষ্টত স্বাধীনতা লাভৰ পিছত ভাৰতবৰ্ষত প্ৰথম সাধাৰণ নিৰ্বাচন হয় ১৯৫২ খৃঃত। সেই বছৰেই প্ৰথম বাৰৰ বাবে ৰাজ্যসভাৰ সদস্যসকল নিৰ্বাচিত হয়। অসমৰপৰা ৰাজ্যসভাৰ সদস্য নিৰ্বাচিত হৈছিল ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা, লক্ষেশ্বৰ বৰুৱা, পুষ্পলতা দাস, মহম্মদ ৰফিক, মহম্মদ তৈয়বুল্লা আৰু থানলিৰা। ৰাজ্যসভা স্থায়ীসভা, কিন্তু এক তৃতীয়াংশ সদস্যই প্ৰতি দুই বছৰৰ মূৰে মূৰে অবসৰ গ্ৰহণ কৰে আৰু আন এক তৃতীয়াংশ নতুনকৈ নিৰ্বাচিত হয়। এই ব্যৱস্থা গ্ৰহণৰ বাবে প্ৰথমবাৰ নিৰ্বাচিত হোৱা সদস্যসকলক তিনিটা ভাগত ভাগ কৰা হয়; এক তৃতীয়াংশ দুবছৰীয়া, এক তৃতীয়াংশ চাৰিবছৰীয়া আৰু বাকী এক তৃতীয়াংশ সম্পূৰ্ণ ছয় বছৰৰ বাবে।

ৰাজ্য সভাৰ সদস্য স্বৰূপে ডক্টৰ ভূঞা দুবছৰীয়া ভাগৰ অন্তৰ্ভুক্ত হ'ল। ৰাজ্যসভাৰ সদস্য স্বৰূপে তেওঁৰ কাৰ্যকাল ১৯৫২ খৃঃৰ ১৩ মেইৰপৰা ১৯৫৪



ডাঃ ভূঞা এম. পি. হৈ থকা কালত উপ-ৰাষ্ট্ৰপতি
ডাঃ ৰাধাকৃষ্ণণৰ সৈতে



শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰী ডাঃ ভূঞা আৰু শ্ৰীলক্ষ্মী ফুকন

খৃঃৰ ১ এপ্ৰিললৈকে। শিক্ষাবিদ সাহিত্যিক ডক্টৰ ভূঞাৰ ৰাজনৈতিক জীৱনৰ এয়ে আদি আৰু অন্ত। ৰাজ্যসভাৰ সদস্য স্বৰূপে ডক্টৰ ভূঞা শিক্ষা আৰু জনজাতি পৰিক্ৰমা বিষয়ৰ ষ্টেন্দিং কমিটিৰ ( Standing Committee ) সদস্য।

সংসদী সদস্য স্বৰূপে যোগদান কৰাৰ পিছতে ২৯ মেইত তেওঁ প্ৰধানমন্ত্ৰী জৱহৰলাল নেহৰুক সাক্ষাত কৰি কেইখনমান স্বৰচিত গ্ৰন্থ উপহাৰ দিছিল। আলোচনা প্ৰসঙ্গত ডক্টৰ ভূঞাই নেহৰুৰ আগত অসমৰ সমস্যাৰ ছবিখন দাঙি ধৰিছিল। ইয়াৰ দুদিন আগেয়ে তেওঁ ৰাষ্ট্ৰপতিয়ে আয়োজন কৰা চাহ মেলত যোগদান কৰিছিল। পিছদিনাখন নতুন দিল্লীত মহাবোধি চোচাইটিয়ে আয়োজন কৰা সভা এখনতো যোগদান কৰিছিল। সভাত যোগদান কৰা আন আন প্ৰতিনিধিসকলৰ ভিতৰত আছিল ডক্টৰ শ্যামাপ্ৰসাদ মুখাৰ্জী, ব্ৰহ্মদেশৰ ৰাষ্ট্ৰদূত, জাপান আদি দেশৰ প্ৰতিনিধি।

১৯৫২ খৃঃৰ ২১ মেইত ৰাষ্ট্ৰপতি ডক্টৰ ৰাজেন্দ্ৰ প্ৰসাদৰ ভাষণৰ ওপৰত দিয়া ধন্যবাদসূচক বক্তৃতাৰে ডক্টৰ ভূঞাই তেওঁৰ সংসদী ৰাজনীতিত প্ৰথম ভাগ লয়। সিদিনা ৰাজ্যসভাত পৌৰোহিত্য কৰিছিল উপৰাষ্ট্ৰপতি ডক্টৰ ৰাধাকৃষ্ণনে।

সংসদত ৰেলৱে বাজেটত অংশ গ্ৰহণ কৰি দিয়া ডক্টৰ ভূঞাৰ ভাষণ আছিল গুৰুত্বপূৰ্ণ ভাষণ। তেতিয়াৰ দিনত অসমৰ লগত ভাৰতবৰ্ষৰ আন প্ৰান্তৰ সংযোগ একমাত্ৰ পূব পাকিস্তানৰ ( বৰ্তমান বাংলাদেশ ) মাজেৰে মন্থৰ গতিৰে চলা ৰেল পথেৰে। এই ৰেল পথেৰে গুৱাহাটীৰপৰা কলিকতা পাবলৈ ৩৬ ঘণ্টা সময় লাগে। অসমৰ লগত ভাৰতৰ মাটিৰে সংযোগ কৰি নতুন ৰেলপথ নিৰ্মাণৰ কাম হাতত লৈছিল যদিও বাৰিষা বানপানী আদিৰ অজুহাত দেখুৱাই কাম চলিছিল মন্থৰ গতিত। অথচ অসম আৰু পূব ভাৰতৰ কেউপিনে বিদেশী ৰাষ্ট্ৰ চীন, তিব্বত, ব্ৰহ্মদেশ, পূব পাকিস্তান। সেয়েহে আক্ষেপ প্ৰকাশ কৰি ডক্টৰ ভূঞাই ক্ষীপ্ৰ গতিৰে ৰেল আলি নিৰ্মাণৰ কামত আগ,বাঢ়িবলৈ সংসদত দাবী জনায়। তেওঁ তেজপুৰ-বালিপাৰা ৰেল আলি উত্তৰ লক্ষীমপুৰলৈকে সম্প্ৰসাৰণ কৰিবলৈ অনুৰোধ জনায়। উত্তৰ লক্ষীমপুৰ যাতায়তৰ অসুবিধাৰ বাবে অসমৰ কলীয়া পানী নামেৰে খ্যাত। তেওঁ আৰু কয় গুৱাহাটীৰপৰা উত্তৰ লক্ষীমপুৰতকৈ লণ্ডনলৈ

যোৱাটো সহজ, সোনকালে গৈ পাব পাৰি। ডক্টৰ ভূঞাৰ সহধৰ্ম্মিণী উত্তৰ লক্ষীমপুৰৰ। ডক্টৰ ভূঞাই উত্তৰ লক্ষীমপুৰলৈ যাতায়াতৰ অসুবিধাৰ কথা ভালদৰে অনুভব কৰিব পাৰিছিল।[১]

ভাষণ প্ৰসঙ্গত ডক্টৰ ভূঞাই ৰেল বিভাগৰ সকলো শ্ৰেণীৰ চাকৰিতে অসমৰ খলগিবিক নিযুক্ত দিয়াৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিছিল। সেই সময়ত উত্তৰ পূব সীমান্ত ৰেলৰ সদৰ কাৰ্যালয় আছিল গোৰখপুৰত। তেওঁ পাণ্ডুত উচ্চ শক্তিসম্পন্ন কাৰ্য্যালয় স্থাপন কৰিবলৈ টানি অনুৰোধ জনায়।

মুখ্যতঃ ডক্টৰ ভূঞা এগৰাকী সাহিত্যিক আৰু শিক্ষাবিদ। আজীৱন সাহিত্যসেৱা কৰা এইগৰাকী সাহিত্যিকে সাহিত্যিকৰ অভাব অভিযোগ আৰু সমস্যাৰ কথা ভালদৰে অনুভব কৰিব পাৰিছিল। সেয়েহে Berne Convention for the Protection of Literary and Artistic Works বিষয়ত অংশ গ্ৰহণ কৰি তেওঁ লিখকসকলৰ প্ৰকৃত অৱস্থাৰ কথা দুখেৰে বৰ্ণনা কৰিছিল। সংসদৰ মজিয়াত দুখ আৰু আক্ষেপেৰে ডক্টৰ ভূঞাই সজোৰে কয় সমাজৰ আটাইতকৈ শোষিত নিষ্পেষিত শ্ৰেণী হৈছে সাহিত্যিকসকল। তেওঁলোকৰ মগজু সকলো শ্ৰেণীৰ মানুহে শোষণ কৰে। মহাকবি হোমাৰৰ উদাহৰণ দি তেওঁ কয় ইলিয়াড আৰু অডিচিৰ দৰে মহাকাব্যৰ ৰচক এইগৰাকী বিশ্ব বিশ্ৰুত মনীষীয়ে জীৱিত অৱস্থাত এটুকুৰা ৰুটিৰ বাবে ভিক্ষা কৰি শিলগুটিৰ দলি খাব লগা হৈছিল। কিন্তু মৃত্যুৰ পিছত সাতখন মহানগৰীয়ে হোমাৰৰ জন্মস্থান বুলি দাবী কৰিছিল।[২] সাহিত্যিক গোষ্ঠীয়ে সমাজত নানান ধৰণেৰে শোষিত বঞ্চিত হোৱাৰ কথা আক্ষেপেৰে বৰ্ণনা কৰি ডক্টৰ ভূঞাই কয় 'দুৰ্ভগীয়া সাহিত্যিকসকলৰ হাতত কোনো ক্ষমতা বা শক্তি নাই, প্ৰতিশোধ লোৱা মনোবৃত্তিও নাই, আকোৰ-গোজ স্বভাৱৰো নহয়, নিৰলে নীৰৱে তেওঁলোকৰ কাম কৰি যোৱাটোৱে

১। It used to be known as the Andaman Islands in olden times because it was so inaccessible. It is far quicker to go to London from Gauhati than from Gauhati to North Lakhimpur.

২। It appears to me that of all people on this earth, the authors have been the most exploited. Their brains are sucked by all kinds of people.—August 7, 1952

তেওঁলোকৰ ধৰ্ম। তেওঁলোকৰ প্ৰতি দেখুৱা সমাজৰ উপেক্ষাৰ কথা চিন্তা কৰাৰ সময়ো তেওঁলোকৰ নাই।[৩]

১৬ ডিচেম্বৰত তেওঁ প্ৰধান মন্ত্ৰীৰ প্ৰথম পঞ্চবাৰ্ষিক পৰিকল্পনাৰ প্ৰস্তাৱৰ ওপৰত সমৰ্থনসূচক ভাষণ দি লগতে অসমৰ শিক্ষা ব্যৱস্থাৰ ছবি এখন দাঙি ধৰে। অসমৰ নতুনকৈ স্থাপন কৰা গুৱাহাটী বিশ্ববিদ্যালয়, কৃষি কলেজ, অসম উপত্যকাৰ একমাত্ৰ ছোৱালী কলেজ সন্দিকৈ কলেজৰ আৰ্থিক সাহায্যৰ প্ৰয়োজনীয়তাৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰে।[৪] নতুনকৈ জন্ম লাভ কৰা গুৱাহাটী বিশ্ববিদ্যালয়ত নৃতত্ত্ব, ভূতত্ত্ব, জীৱবিজ্ঞান, উদ্ভিদ-বিজ্ঞান, ভাষাবিজ্ঞান, খনিজতত্ত্ব আৰু বনজ সম্পদৰ বিষয়ে গৱেষণা কৰিবলৈ যথেষ্ট সমল আছে। ব্ৰহ্মপুত্ৰ উপত্যকাৰ আৰ্যসভ্যতা সম্পৰ্কেও অধ্যয়ন আৰু গৱেষণা কৰিবৰ সমল আছে। আৰ্থিক সাহায্য লাভ কৰিলে বিশ্ববিদ্যালয়খনে পূৰ্ব ভাৰতৰ বিষয়ে বহুতো নতুন তথ্য পোহৰলৈ আনিব

---

৩। Therefore I feel that of all people the authors are the most exploited······

Unfortunately, authors are a meek and mild people and they have no power in their hands. They simply go on writing just as their creative urge or love, or impulse makes them write. They are not out for revenge or vindictiveness, and therefore they cannot stop being exploited. Neither have they the times to seek remedies for the ills they suffer.—August 7, 1952

Besides teaching the usual curricula of a University, the Gauhati University can specialise in intensive research and studies in anthropology, languages, geology, zoology, mineralogy, botany and forestry, for which there are ample opportunities in and near the State. The University can be developed, funds permitting, into a centre where intellectuals of Eastern India of both the categories—advanced and backward—can meet their compatriots from other parts of the Union for the study of that unique civilisation which has sprung and grown on the banks of the Brahmaputra representing the best that can be given by the culture of the Aryans and the habits and customs of the non-Aryans tribes. The University can ultimately grow into a Purba-bharati, as a torch to illuminate the dark corners of Eastern India. India has received the impact of civilisation of the Gangetic Valley but it is still a stranger to what has been going on in Assam.—Dec. 16, 1952

পাৰিব। সেই বাবে ডক্টৰ ভূঞাই তেওঁৰ ভাষণত বিশ্ববিদ্যালয়খনলৈ চৰকাৰৰ আৰ্থিক সাহায্যৰ ওপৰত গুৰুত্ব আৰোপ কৰে।

১৯৫৩ খৃঃৰ ২৬ ফেব্ৰুৱাৰীত ৰমা ৰাওৰ বক্তৃতাত অংশ গ্ৰহণ কৰি সাহিত্য আৰু সাহিত্যিকৰ বৰ্তমান অৱস্থা এটাৰ আভাস দাঙি ধৰে। অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ কথা উল্লেখ কৰি ডক্টৰ ভূঞাই কয় যে অসমৰ বুৰঞ্জীবিদসকল অকল অসমৰ বুৰঞ্জী চৰ্চাত সীমাবদ্ধ নাথাকি মোগল সম্ৰাটসকল আৰু অসমৰ দাঁতি কাষৰীয়া ৰাজ্যবোৰৰ অনুপম বৰ্ণনাৰেও বুৰঞ্জী ৰচনা কৰিছিল।

১৫ মেইত 'টি বিল'ৰ ওপৰত অংশ গ্ৰহণ কৰোতেও ডক্টৰ ভূঞাই অসমৰ চাহ খেতিৰ ইতিহাস আৰু মনিৰাম দেৱানৰ চাহ খেতিত থকা বৰঙণিৰ পৰ্য্যালোচনা কৰে। অসমৰ শিক্ষা আৰু সংস্কৃতিৰ ক্ষেত্ৰত অসমৰ চাহ খেতিয়কসকলে যোগোৱা বৰঙণিৰ কথাও তেওঁ উল্লেখ কৰে।

পৰিয়াল পৰিকল্পনাৰ বাবে কৰা বন্ধ্যাকৰণ ( sterilisation ) বিষয়ৰ আলোচনাত অংশ গ্ৰহণ কৰি ডক্টৰ ভূঞাই এই পদ্ধতিত হ'ব পৰা শাৰীৰিক আৰু মানসিক ক্ষতিৰ কথা চিন্তা কৰে ( ১১ চেপ্টেম্বৰ, ১৯৫৩ )।

১৮ চেপ্টেম্বৰত 'ষ্টেট ডিউটি' বা সম্পত্তি কৰ ( State Duty ) বিলত অংশ গ্ৰহণ কৰি ইয়াৰ বাবে মৃতকৰ পৰিয়ালে ভৰিব লগা কৰৰ প্ৰতি অলপ সহানুভূতিশীল হ'বলৈ তেওঁ আবেদন জনায়।

তেতিয়াৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য কৃষ্ণকান্ত সন্দিকৈৰ লগত হোৱা আলোচনা প্ৰসঙ্গত ডক্টৰ ভূঞাই এদিন 'ষ্টেট ডিউটি'ৰ কথা জনায়। ইয়াৰ বাবে বহুতো পৰিয়াল বিপদত পৰে। যদি ল'ৰাছোৱালীৰ নামত সম্পত্তি লেখি দিয়া থাকে তেন্তে এই জঞ্জালৰপৰা হাত সাৰিব পাৰি।

পিছত এদিন সন্দিকৈয়ে ষ্টেট ডিউটিৰ কথা তেতিয়াৰ ডেপুটি ৰেজিষ্ট্ৰাৰ চিদানন্দ দাসৰ সৈতে আলোচনা কৰি ৰগৰ কৰি কয় "যদি ল'ৰাছোৱালীৰ নামত ঘৰ দুৱাৰ সম্পত্তি আদি লিখি দিয়াৰ পিছত মোক ঘৰৰপৰা উলিয়াই দিয়ে—তেতিয়া কি হ'ব ?"

ভাৰতীয় ভাষাসমূহৰ উন্নতিৰ বিষয়ে হোৱা আলোচনাত অংশ গ্ৰহণ কৰি ডক্টৰ ভূঞাই হিউব্ৰেন চাঙৰপৰা জি. এ. গ্ৰীয়াৰচনলৈকে ভাষাবিদ্ পণ্ডিত সকলে অসমীয়া ভাষা সম্পৰ্কে দিয়া স্পষ্ট ছবি এখন সদনত দাঙি ধৰিছিল।

১৯ ডিচেম্বৰত শিক্ষামন্ত্ৰী মৌলানা আবুল কালাম আজাদে উত্থাপন কৰা Children Bill খনত অংশ গ্ৰহণ কৰি তেওঁ বাটে ঘাটে ঘূৰি ফুৰা বিপথগামী হোৱা ল'ৰাছোৱালীবোৰক এটা সুপথ দেখুৱাবলৈ আহ্বান জনায়। পুনৰ ২৭ নবেম্বৰত যুবমানসত সৎ চিন্তা সৎ আদৰ্শ গ্ৰহণৰ ব্যৱস্থা কৰিবলৈ চৰকাৰৰ ওচৰত এটা প্ৰস্তাৱ উত্থাপন কৰিছিল।

অসমীয়া সমুহীয়া উন্নয়ন ( Community Projects in Assam ), কলা আৰু সাহিত্যানুৰাগী সকললৈ আৰ্থিক সাহায্য, Recall of Emergency Commissioned officer আদি বিভিন্ন বিষয়ৰ আলোচনাত ডক্টৰ ভূঞাই অংশ গ্ৰহণ কৰিছিল।

This Council is of opinion that Government should take early steps to impart to the children and youths of our country basic education in morals by incalculating in them the principles of right thinking, right speech and right conduct in order that the fruits of independence may be fully reaped and that social existence may be made fully harmonious and happy.

ডক্টৰ ভূঞাৰ সংসদৰ সদস্যকাল মাত্ৰ দুবছৰৰ বাবে। এই দুবছৰ কালছোৱাতে তেওঁ অসমৰ সমস্যা আৰু ন্যায্য দাবীৰ প্ৰকৃত ছবি এখন সংসদৰ মজিয়াত দাঙি ধৰিবলৈ যত্ন কৰিছিল। অসমৰ শিক্ষা, সাহিত্য, সংস্কৃতি, পৰিবহন, শিল্প আদি নানান সমস্যাৰ ওপৰত হোৱা আলোচনাত তেওঁ সমানে অংশ গ্ৰহণ কৰিছিল। অসমৰ অতীত ইতিহাস আৰু সাহিত্য সংস্কৃতিৰ বহু কথাই তেওঁৰ নখ দৰ্পণত। সেই বাবে সংসদত দিয়া যিকোনো ভাষণতে তেওঁ অতীত অসমৰ ছবি এখন দাঙি ধৰি সাম্প্ৰতিক সমস্যাৰ পৰ্যালোচনা কৰিছিল।

১৯৫২ খৃঃৰ নিৰ্বাচনত নিৰ্বাচিত অসমৰ লোকসভাৰ সদস্যসকলৰ ভিতৰত আছিল আহমেদ আলি, বেলিৰাম দাস, কামাখ্যা প্ৰসাদ ত্ৰিপাঠী, দেৱকান্ত বৰুৱা, সুৰেন্দ্ৰ নাথ বুঢ়াগোহাঞি, দেবেশ্বৰ শৰ্মা, বনিলী খংমেন, ৰোহিনীকুমাৰ চৌধুৰী, নিবাৰণ লস্কৰ, সুৰেশচন্দ্ৰ দেব, সীতানাথ ব্ৰহ্ম চৌধুৰী, আৰু যোগেন্দ্ৰনাথ হাজৰিকা। ইয়াৰ ভিতৰত কেবাজনো সদস্য ডক্টৰ ভূঞাৰ ছাত্ৰ। তেওঁ দুবছৰৰ বাবে নিৰ্বাচিত হোৱা বাবে সীতানাথ ব্ৰহ্ম চৌধুৰীয়ে

হেনো আক্ষেপ প্ৰকাশ কৰিছিল। তেতিয়া হেনো ডক্টৰ ভূঞাই হাঁহি হাঁহি কৈছিল "বুজিছা সীতা, ভাল বস্তুৰ অলপেই ভাল।"

ব্ৰহ্ম চৌধুৰী ডক্টৰ ভূঞাৰ বৰ মৰমৰ ছাত্ৰ আছিল।

ৰাজ্যসভাৰ সদস্য স্বৰূপে ডক্টৰ ভূঞাই এম. পি.ৰ বাবে থকা ৰেচিডেন্সিয়েল হোষ্টেলত বাস কৰিছিল। এটা খোটালীত অকলে থাকে, খায় কেণ্টিনত। তেওঁ আন সদস্যৰ দৰে ঘৰ (ফ্লেট) লৈ সপৰিয়ালে বাস কৰা নাছিল।

## বিশ্ববিদ্যালয়

অসমত এটা সুকীয়া বিশ্ববিদ্যালয় স্থাপনৰ চিন্তা ১৯১৭ খৃঃৰপৰা চলি আহিছিল। অসম বিধান পৰিষদ, আসাম এচোছিয়েচন, অসম ছাত্ৰ সন্মিলন, অসম সাহিত্যসভা, গুৱাহাটী একতা সভাত সময়ে সময়ে বিশ্ববিদ্যালয় স্থাপনৰ প্ৰস্তাৱ বহুবাৰ উঠিছিল।

কলিকতা এ. এছ. এল. ক্লাবৰ সভ্যসকলৰ আন আন জনহিতকৰ কাম আৰু প্ৰস্তাৱৰ ভিতৰত অসমত বিশ্ববিদ্যালয় স্থাপনৰ প্ৰস্তাৱ অন্যতম। ১৯৩২ খৃঃত কলিকতা চহৰত আচামিজ ষ্টুডেন্টছ ওৱেলফেয়াৰ লীগৰ জন্ম। ইয়াৰ প্ৰধান উদ্যোক্তা আছিল তেতিয়াৰ কলিকতা প্ৰবাসী অসমীয়া ছাত্ৰ মাধব চন্দ্ৰ বেজবৰুৱা, বিৰিঞ্চি কুমাৰ বৰুৱা, জীৱনৰাম ফুকন, কামাখ্যা প্ৰসাদ ত্ৰিপাঠী, নন্দী প্ৰসাদ কটকী, নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্য, কমলা প্ৰসাদ কটকী, কমলা প্ৰসাদ আগৰৱালা, উপেন্দ্ৰ নাথ বৰুৱা, হৰেন্দ্ৰ নাথ কলিতা, চিদানন্দ দাস, হিতেন্দ্ৰ কুমাৰ বৰুৱা, ৰোহিনী কান্ত বৰুৱা, যোগেন্দ্ৰ নাথ শইকীয়া, মধুসুদন দাস প্ৰভৃতি। আচামিজ ষ্টুডেন্টছ ওৱেলফেয়াৰ লীগ গঠন হোৱাৰ পিছৰেপৰা বিশ্ববিদ্যালয় প্ৰতিষ্ঠা আন্দোলন প্ৰবল আৰু পৰিকল্পিত-ভাৱে চলিবলৈ ধৰিলে। তেওঁলোকে কলিকতাৰ ভালেমান শিক্ষাবিদৰ ওচৰলৈ গৈ অসমত বিশ্ববিদ্যালয় স্থাপনৰ প্ৰয়োজনীয়তা সম্পৰ্কে আলোচনা কৰিছিল। শিক্ষাবিদসকলৰ ফালৰপৰা সহাৰি পাওক চাৰি পাব লগা হৈছিল নিৰুৎসাহ আৰু ইতিকিং। বেছিকৈ নিৰুৎসাহিত কৰিছিল কলিকতীয়া সংবাদপত্ৰসমূহে। কলিকতীয়া সংবাদপত্ৰসমূহে বিশ্ববিদ্যালয় সম্পৰ্কীয় কোনো ধৰণৰ বাতৰিকে পছন্দ নকৰিলে। ওৱেলফেয়াৰ লীগৰ সদস্যসকল নিৰুৎসাহ নহৈ নোবেল বঁটা বিজয়ী ডক্টৰ চি. ভি. ৰামণ, দেৱপ্ৰসাদ

সৰ্বাধিকাৰী, লক্ষ্মীনাথ বেজবৰুৱা, কৃষ্ণকান্ত সন্দিকৈ, ডক্টৰ মফিজুল ইচলাম বৰা, চাৰ চৈয়দ মহম্মদ চাদুল্লা, মৌলবী মুনৱাৰ আলি, ই. এছ. ৰফি, বসন্ত কুমাৰ দাস, আবদুল হামিদ প্ৰভৃতি মনীষীসকলৰ আৰু Star of India সংবাদপত্ৰৰ অভিমত সংগ্ৰহ কৰি Assam University নামৰ এখন বুলেটিন নং১ প্ৰকাশ কৰিছিল। ১৯৩৩ খৃঃৰ ২২ মেইৰ দিনটো সদৌ অসম জুৰি বিশ্ববিদ্যালয় দিবস হিচাপে পালন কৰা হৈছিল। সিদিনাই বুলেটিন নং১খন প্ৰকাশ হৈছিল।

সুৰমা উপত্যকা বিশেষকৈ শ্ৰীহট্ট জিলাই সদায় বিশ্ববিদ্যালয় প্ৰতিষ্ঠা আন্দোলনৰ বিৰোধিতা কৰি আহিছিল। অসমত বিশ্ববিদ্যালয় আন্দোলনৰ বিপৰীতে ১৯৩৫ খৃঃৰ ২৫ এপ্ৰিলত শ্ৰীহট্টত অনুষ্ঠিত হৈছিল এক বিৰাট জনসভা।

সুনামগঞ্জৰ বিধান সভাৰ সদস্য মুনৱাৰ আলিয়ে (পিছত মন্ত্ৰী) বিধান সভাত বিশ্ববিদ্যালয়ৰ বিষয়ে এখন বিল উত্থাপন কৰিব বিচাৰিছিল, কিন্তু গৱৰ্ণৰ মাইকেল কিনে অনুমতি নিদিলে। সেই বছৰতে অসম কাউন্সিলে অৱসৰপ্ৰাপ্ত শিক্ষাধিকাৰ জন ৰিচাৰ্ড কানিংহামক বিশ্ববিদ্যালয় স্থাপনৰ বিষয়ে এখন আঁচনি কৰিবলৈ বিশেষ বিষয়া (Special Officer) নিয়োগ কৰিলে।

কানিংহামে প্ৰথমতে 'Questions for Opinion' শীৰ্ষক এলানি প্ৰশ্ন যুগুত কৰি দিছিল। শিক্ষাধিকাৰ জি. এ. স্মলে এই প্ৰশ্নৰাজি বিভিন্ন শিক্ষানুষ্ঠান আৰু অভিজ্ঞ ব্যক্তিলৈ পঠিয়াইছিল। প্ৰশ্নবোৰৰ ভিতৰত আছিল Class of University (a) Unitary, Examining or Affiliating, (b) State or Aided ইত্যাদি।

বিলাতৰপৰা পি. আৰ. টি. গাৰ্ডন, আৰু কটন কলেজৰ প্ৰাক্তন অধ্যাপক এ. ই. ব্ৰাউনে অভিমত পঠিয়ায়। গাৰ্ডনে তেওঁৰ অভিমতত অসমত বিশ্ব-বিদ্যালয় স্থাপনত গুৰুত্ব আৰোপ কৰে। যেহেতু সুৰমা উপত্যকাৰ বাসিন্দা সকলৰ বঙ্গদেশৰ লগত সম্বন্ধ বেছি আৰু তেওঁলোকৰ কলিকতা বিশ্ববিদ্যালয়ৰ

---

Assam University; Assamese Students' Welfare League, Calcutta
হৰেন্দ্ৰনাথ কলিতা : গুৱাহাটী বিশ্ববিদ্যালয়ৰ আদি কথা ১৯৭৬। ডক্টৰ মহেশ্বৰ নেওগ : এটা বিশ্ববিদ্যালয়ৰ স্বপ্ন বিশ্ববিদ্যালয় ভাষা, ভাষণ আৰু ভ্ৰমণ ১৯৭৪।

অধীনত থকাত আপত্তি নাই তেওঁ গুৱাহাটীতে প্ৰস্তাৱিত বিশ্ববিদ্যালয় স্থাপন কৰিবলৈ দৃঢ় অভিমত পোষণ কৰে।

ব্ৰাউনেও প্ৰস্তাৱিত বিশ্ববিদ্যালয়খন গুৱাহাটীতে স্থাপন কৰিবলৈ দৃঢ়ভাৱে অভিমত ব্যক্ত কৰে। If there is to be a University of Assam at all I think its supporters should fight hard for it to be situated at Gauhati.

কানিংহামে বিচৰা অভিমতৰ উত্তৰত ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাই লিখিছিল যে শিক্ষা, পৰীক্ষা আৰু স্বীকৃতি দিব পৰা বিশ্ববিদ্যালয়খন গুৱাহাটীতে হ'ব লাগে। ( The University should be an affiliating and examining type with provisions for teaching. ( 3. 12. 35 )

ডক্টৰ ভূঞাই গুৱাহাটীৰ আৰ্ল-ল কলেজত এখন ছোৱালী কলেজ স্থাপন কৰি, ল ক্লাচসমূহ ৰাতিপুৱা কটন কলেজত বহুৱাবলৈ পৰামৰ্শ দিছিল। তেওঁ এম. এ আৰু পি. এইচ-ডিৰ মাজত এম. ফিল ( M. Phil. ) ডিগ্ৰী প্ৰবৰ্তন কৰিবলৈ আৰু History and Civilisation of Assam বিষয় শিক্ষা বিষয়ৰ ( teaching ) আৰু গৱেষণাৰ ( research ) অন্তৰ্ভুক্ত কৰিবলৈ পৰামৰ্শ আগ বঢ়ায়।

কানিংহামে সকলোবোৰ কথা বিচাৰ কৰি অসমত বিশ্ববিদ্যালয় স্থাপনৰ বাবে যি পৰিকল্পনা বা আঁচনি দাঙি ধৰিছিল, সেই আঁচনি কোনোপধ্যে গ্ৰহণীয় নাছিল। দুয়ো উপত্যকাৰ দাবীৰ আপোচ স্বৰূপে কানিংহামে গুৱাহাটী কটন কলেজত বিজ্ঞানৰ এম. এ. শ্ৰেণী আৰু ছিলেটৰ মুৰাৰীচাঁদ কলেজত কলাৰ এম. এ. শ্ৰেণী খুলি ছিলঙত এখন একজামিনিং বোৰ্ড স্থাপন কৰাৰ পৰামৰ্শ দিছিলে।

কানিংহামৰ এই আঁচনিৰ বিৰুদ্ধে প্ৰবল জনমত গঢ়ি উঠিছিল। বাতৰি কাকত আৰু আলোচনীত ইয়াৰ তীব্ৰ প্ৰতিবাদ প্ৰকাশ পাইছিল। অসমত বিশ্ববিদ্যালয় স্থাপনৰ প্ৰচেষ্টা সিমানতে তল পৰিল।

চাৰ চৈয়দ মহম্মদ চাদুল্লাই ১৯৩৯ খ্ৰীঃত তৃতীয়বাৰ মন্ত্ৰীসভা গঠন কৰাৰ পিছত বিশ্ববিদ্যালয় স্থাপনৰ প্ৰতি আগ্ৰহশীল দেখা গ'ল। সেইবাবে ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাক বিল আৰু আঁচনি প্ৰস্তুত কৰিবলৈ স্পেচিয়েল ইউনিভাৰচিটি অফিচাৰ নিয়োগ কৰিছিল। প্ৰথমতে ১৯৪০ খ্ৰীঃৰ ১৬ মেইৰ

পৰা ১৯৪১ খৃঃৰ ৯ এপ্ৰিললৈকে আৰু দ্বিতীয়বাৰ ১৯৪১ খৃঃৰ ২৫ জুলাইৰ পৰা ১০ অক্টোবৰলৈকে স্পেচিয়েল অফিচাৰ হিচাপে কাৰ্য নিৰ্বাহ কৰিছিল। তেতিয়া তেওঁৰ দৰমহা ৭০০ টকা আৰু ১০০ টকা। উক্ত দায়িত্বত থকা কালছোৱাতে শিক্ষামন্ত্ৰী ৰোহিনীকুমাৰ চৌধুৰী আৰু আবকাৰী মন্ত্ৰী ডাক্তৰ মহেন্দ্ৰনাথ শইকীয়াৰ সৈতে দৰং, নগাঁও, শিৱসাগৰ আৰু লক্ষীমপুৰ জিলাৰ বিভিন্ন ঠাই ভ্ৰমণ কৰি বিশিষ্ট ব্যক্তি আৰু শিক্ষাবিদসকলৰ লগত উক্টৰ ভূঞাই প্ৰস্তাৱিত বিশ্ববিদ্যালয়খনৰ বিষয়ে আলোচনা কৰিছিল। হেৰম্ব প্ৰসাদ বৰুৱা, শিৱ প্ৰসাদ বৰুৱা, আৰু ৰাধাকান্ত সন্দিকৈৰপৰা দান সংগ্ৰহ কৰাৰ কথাও চিন্তা কৰিছিল।

১৯৪০ খৃঃৰ ৩১ আগষ্টত অসমত কলেজৰ সংখ্যা ১৪খন, ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ৩৩৩০ ( ছাত্ৰী ৩০৯ ), আৰু শিক্ষকৰ সংখ্যা ১৯৯

| | ছাত্ৰ-ছাত্ৰী | শিক্ষক |
|---|---|---|
| কটন কলেজ ( ১৯০১ ) | ১০৩৫ | ৪০ |
| জে. বি. যোৰহাট ( ১৯৩০ ) | ৩৩০ | ১২ |
| মুৰাৰীচাঁদ ছিলেট ( ১৮৯৬ ) | ৮০৪ | ৩৬ |
| চেন্ট এডমাণ্ডজ ( ১৯২৪ ) | ১৫৬ | ২১ |
| চেন্ট এন্টনিজ ( ১৯৩৫ ) | ১৫২ | ১২ |
| বৃন্দাবন, হবিগঞ্জ ( ১৯৩২ ) | ২৯৩ | ১২ |
| গুৰুচৰণ, শিলচৰ ( ১৯৩৫ ) | ২১৫ | ১১ |
| এম. এম., ছিলেট ( ১৯৪০ ) | ৭৫ | ৮ |
| মাধব চৌধুৰী, বৰপেটা ( ১৯৩৯ ) | ৫৪ | ৬ |
| তামনচ' ছিলেট ( ১৯৩৮ ) | ৪৫ | ১৪ |
| সন্দিকৈ কলেজ ( ১৯৩৯ ) | ১৬ | ৮ |
| লেডী কিনজ ( ১৯৩৫ ) | ৫৪ | ৬ |
| চেন্ট মেৰীজ, ছিলং ( ১৯৩৭ ) | ৪৮ | ৯ |
| আৰ্ল ল কলেজ ( ১৯৪৪ ) | ৫৩ | ৪ |

ডক্টৰ ভূঞাই বিশ্ববিদ্যালয় বিল প্ৰস্তুত কৰিবৰ বাবে ভাৰতবৰ্ষ আৰু বিশ্বৰ বিভিন্ন বিশ্ববিদ্যালয়ৰ বিষয়ে নানান তথ্য সংগ্ৰহ কৰি বিলখন প্ৰস্তুত কৰিছিল।

The Demand for a University, The Materials for a University, The Object of the Assam University, The Type of the Assam University আদি বিভিন্ন শিতানত তেওঁ বিলখন প্ৰস্তুত কৰিছিল।

১৯৪১ খৃঃৰ ২৬ ফেব্ৰুৱাৰীত ডক্টৰ ভূঞাই প্ৰস্তুত কৰা Assam University Billখন আসাম গেজেটত প্ৰকাশ হয়। বিলখন সম্পৰ্কে মিশ্ৰিত প্ৰতিক্ৰিয়া প্ৰকাশ পায়। বিলখনত বিশ্ববিদ্যালয়ৰ স্থান সম্পৰ্কে একো কোৱা নাছিল, মাথোন আছিল The Office of the University shall be located at the place which will be selected by the Senate as soon as possible after its constitution. আনহাতে চেন্সেলাৰ অৰ্থাৎ গৱৰ্ণৰৰ ক্ষমতা বেছি, চেন্সেলাৰ মনোনীত চিনেটৰ সদস্য সংখ্যা ৪০ জন। আৰু বিশ্ববিদ্যালয়খন একজামিনিং আৰু এফিলিয়েটিংহে টিচিং নহয়। অৱশেষে ১৯৪১ খৃঃৰ ৪ মাৰ্চত সদনত বিলখন উত্থাপন কৰোতে শিক্ষামন্ত্ৰী ৰোহিণীকুমাৰ চৌধুৰীয়ে বিশ্ববিদ্যালয়খন সময়ত 'টিচিং' কৰাৰ আশ্বাস দিছিল।

সদনৰ ভিতৰে বাহিৰে বিলখনৰ প্ৰতিবাদৰ ধ্বনি উঠিল। সুৰমা উপত্যকাত বিশেষকৈ ছিলেটত নানান সভা সমিতি পাতি বিলখনৰ বিৰোধিতা কৰিবলৈ প্ৰস্তাৱ গ্ৰহণ কৰিলে। অসমত বিশ্ববিদ্যালয় স্থাপন হ'লে শিক্ষাৰ মান নিম্নগামী হ'ব আৰু ইয়ে বঙালী ভাষা সাহিত্যৰ একো উন্নতি সাধিব নোৱাৰে। সুৰমা উপত্যকাক বিশ্ববিদ্যালয় নালাগে। তেওঁ-লোকৰ মতে অসমৰ ৰাজকোষৰ ধনেৰে ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাবেও এখন সুকীয়া বিশ্ববিদ্যালয় সাজিব নোৱাৰে।

অসম উপত্যকাৰ বাসিন্দাসকল অসমত বিশ্ববিদ্যালয় স্থাপনৰ সপক্ষে দৃঢ়মত, মাথোন তেওঁলোকৰ আপত্তি বিলখনত চেন্সেলাৰক অধিক ক্ষমতা দিয়া হৈছে—too much power vested in the Chancellor.

গোপীনাথ বৰদলৈ তেতিয়া কাৰাগাৰত বন্দী। বন্দী অৱস্থাৰপৰাই তেওঁ বিলখনত থকা আসোঁৱাহসমূহ তীব্ৰভাৱে সমালোচনা কৰিলে। তেওঁৰ মতে প্ৰস্তাৱিত বিশ্ববিদ্যালয় গুৱাহাটীত হ'বই লাগিব। ছিলেটীয়া সকলৰ মনোভাবৰ কথা লক্ষ্য কৰি তেওঁ স্পষ্টভাৱে কৈছিল—ছিলেটক

বিশ্ববিদ্যালয় নালাগিলেও অসমৰ বিশ্ববিদ্যালয়ৰ অধীনত থকা নথকাটো তেওঁলোকৰ সুকীয়া কথা।

বিলখন চিলেক্ট কমিটিলৈ পঠিয়া হয়। ১৯৪১ খৃঃৰ ৭ নবেম্বৰৰপৰা চিলেক্ট কমিটি বহিছিল। ডক্টৰ শ্যামাপ্ৰসাদ মুখাৰ্জী, চাৰ মহম্মদ আজিজুল হক, ডক্টৰ ৰমেশচন্দ্ৰ মজুমদাৰ, নিৰ্মলকুমাৰ সিদ্ধান্ত, দত্ত ৰামন পোদ্দাৰ, ডক্টৰ সৈয়দ মোৱাগম হুছেইন, ডক্টৰ চাৰ জিয়াউদ্দিন আহম্মদ, জি. এ. সমল, গোপীনাথ বৰদলৈ, দেৱান মহম্মদ আহবাব চৌধুৰী প্ৰভৃতিক চিলেক্ট কমিটিলৈ আমন্ত্ৰণ জনাইছিল। বিধানসভাৰ সদস্যসকলৰ সৈতে ডক্টৰ ভূঞায়ো চিলেক্ট কমিটিত যোগদান কৰিছিল।

চিলেক্ট কমিটিৰ সদস্য আৰু বিশিষ্ট ব্যক্তিসকলে বিলখন থৰচি মাৰি আলোচনা কৰি সংশোধন কৰে। সৰহ ভাগেই বিশ্ববিদ্যালয়খন টিচিং আৰু এফিলিয়েটিং হ'ব লাগে বুলি এক মুখে স্বীকাৰ কৰে। স্থান সম্পৰ্কে একো থাটাং সিদ্ধান্ত নিদিয়ে। দুই একে ঘুৰাই পকাই ছিলঙৰ কথাকেই আঙুলিয়ায়। দুই একে বুৰঞ্জী চৰ্চা প্ৰাচীন সংস্কৃতি সম্পন্ন, যাদুঘৰ আদি থকা ঠাইত হ'ব লাগে বুলি কয়।

স্পেচিয়েল ইউনিভাৰচিটি অফিচাৰ হিচাপে ডক্টৰ ভূঞাই প্ৰস্তাৱিত বিশ্ববিদ্যালয়খনৰ মান উন্নতিকৰণ, পৰীক্ষা পদ্ধতি, বি. টি. ডিগ্ৰীৰ ঠাইত বি. এড. আদি ডিগ্ৰী প্ৰবৰ্তন কথাৰ ওপৰত গুৰুত্ব আৰোপ কৰে। তেওঁ ডক্টৰ শ্যামাপ্ৰসাদ মুখাৰ্জী, ডক্টৰ হৰেন্দ্ৰকুমাৰ মুখাৰ্জী, সতীশচন্দ্ৰ ঘোষ প্ৰভৃতি শিক্ষাবিদসকলৰ লগতো এই বিষয়ে আলোচনা কৰিছিল। ডক্টৰ শ্যামাপ্ৰসাদ মুখাৰ্জীয়ে ছিলঙৰ ৰাজহুৱা সভাত দিয়া ভাষণত অসমত এখন বিশ্ববিদ্যালয় স্থাপনত গুৰুত্ব আৰোপ কৰিছিল।

চিলেক্ট কমিটিৰপৰা অহাৰ পিছত বিলখন বিধান সভাত দাঙি ধৰিলেহেঁতেন। এনেতে চাদুল্লা মন্ত্ৰীসভাই পদত্যাগ কৰিব লগা হ'ল। ফলত গুৱাহাটী বিশ্ববিদ্যালয় বিল এইবাৰো গৃহীত হোৱাৰ সুবিধা নাপালে।

১৯৪০ খৃঃত ৰায় বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাৰ পৰিয়ালবৰ্গই বিশ্ববিদ্যালয়ৰ স্থাপনৰ বাবে তিনি লাখ টকা আগবঢ়াইছিল। তেওঁলোকৰ দানৰ দুটা সৰ্ত আছিল—বিশ্ববিদ্যালয়খন গুৱাহাটীতে হ'ব লাগিব আৰু ইয়াৰ নাম হ'ব লাগিব শিৱপ্ৰসাদ বিশ্ববিদ্যালয়। সৰ্ত বান্ধি দিয়া বাবে সেই দান গ্ৰহণ কৰা নহ'ল।

## বিশ্ববিদ্যালয় আন্দোলন : ট্ৰাষ্টবোৰ্ড গঠন

দ্বিতীয় মহাসমৰ আৰু বিয়াল্লিছৰ গণআন্দোলনৰ পিছত অসমত বিশ্ব-বিদ্যালয় আন্দোলন পুনৰ গা কৰি উঠিল। ১৯৪৪ খৃঃৰ ২ জুলাইত কলিকতাৰ অম্বিকানাথ বৰাৰ বাসভৱনত তাৰাপ্ৰসাদ চলিহাৰ সভাপতিত্বত অনুষ্ঠিত সভাত পুনৰ বিশ্ববিদ্যালয় আন্দোলনৰ প্ৰস্তুতি চলিল। সভাত গোপীনাথ বৰদলৈ, শৰৎচন্দ্ৰ গোস্বামী, মাধৱ বেজবৰুৱা, জীৱনৰাম ফুকন, কুলধৰ চলিহা, হৰিৰাম ডেকা, জ্ঞাননাথ বৰা, ভবেশচন্দ্ৰ বৰুৱা, যাদব চলিহা প্ৰভৃতি উপস্থিত আছিল। সভাত বিশ্ববিদ্যালয় স্থাপনৰ উদ্দেশ্যে সম্মিলন এখন পাতিবলৈ স্থিৰ কৰা হয়। সেই বছৰৰে অক্টোবৰ মাহত শিৱসাগৰত নীলমণি ফুকনৰ সভাপতিত্বত সাহিত্যসভা অনুষ্ঠিত হয়।

সেই সভাৰ লগতে বহা আন এখন সভাত বিশ্ববিদ্যালয় স্থাপনৰ কথা পৰ্যালোচনা কৰি এখন ট্ৰাষ্টবোৰ্ড গঠন কৰা হয়।

১৯৪৪ খৃঃৰ ২৯ আৰু ৩০ ডিচেম্বৰত গুৱাহাটীৰ কামৰূপ একাডেমী স্কুলত আয়োজন কৰা হৈছিল বিশ্ববিদ্যালয় স্থাপনৰ বাবে বিভিন্ন ঠাইৰ প্ৰতিনিধিৰে এখন প্ৰতিনিধিমূলক সভা। এই সভাতে প্ৰস্তাৱিত বিশ্ব-বিদ্যালয় গুৱাহাটীতে স্থাপন কৰি ইয়াৰ নাম গুৱাহাটী বিশ্ববিদ্যালয় ৰাখিবলৈ স্থিৰ কৰা হয়। বিশ্ববিদ্যালয়ৰ ট্ৰাষ্টবোৰ্ডৰ গোপীনাথ বৰদলৈ সভাপতি, ফকৰুদ্দিন আলি আহম্মদ সচিব আৰু ৰমেশচন্দ্ৰ চৌধুৰী আৰু ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা সহকাৰী সচিব নিৰ্বাচিত হয়। কাৰ্যালয়ৰ দায়িত্ব বহন কৰিছিল ডক্টৰ মহেশ্বৰ নেওগে। ইয়াৰ পিছৰেপৰা বিশ্ববিদ্যালয়ৰ বাবে ধন সংগ্ৰহৰ অভিযান আৰম্ভ হ'ল। ঠায়ে ঠায়ে ধন সংগ্ৰহৰ বাবে সমিতি স্থাপন হ'ল। বৰদলৈয়ে নিজেই ধন সংগ্ৰহ অভিযানত আগভাগ লৈছিল।

১৯৪৬ খৃঃৰ সাধাৰণ নিৰ্বাচনত জয়লাভ কৰি গোপীনাথ বৰদলৈ প্ৰধানমন্ত্ৰী নিৰ্বাচিত হোৱাত আৰু শিক্ষা দপ্তৰ তেওঁৰ হাতত থকাত বিশ্ববিদ্যালয়ৰ প্ৰস্তুতি আৰু আগবাঢ়িল। ইতিমধ্যে ১৯৪৭ খৃঃৰ ১৫ আগষ্টৰ পিছত দেশ বিভাজন হোৱাত শ্ৰীহট্ট জিলা পাকিস্তানৰ অন্তৰ্ভুক্ত হ'ল। বিশ্ববিদ্যালয় স্থাপনৰ পথ অলপ সুগম হ'ল।

স্বাধীনতা লাভৰ পিছত প্ৰধানমন্ত্ৰী আৰু শিক্ষামন্ত্ৰী গোপীনাথ বৰদলৈয়ে

উত্থাপন কৰা বিশ্ববিদ্যালয় বিলখন ১৯৪৭ খৃঃৰ ১২ চেপ্টেম্বৰত বিধানসভাত সৰ্বসম্মতিক্ৰমে গৃহীত হ'ল। ১৫ অক্টোবৰত ৰাজ্যপালে বিলখনত অনুমোদন জনোৱাত ই The Gauhati University Act 1947 ত পৰিণত হ'ল।

## স্পেচিয়েল ইউনিভাৰচিটি অফিচাৰ

গুৱাহাটী বিশ্ববিদ্যালয় অধিনিয়ম গৃহীত হোৱাৰ লগে লগে অতি সোনকালে বিশ্ববিদ্যালয়খন গঢ়ি তুলিবলৈ প্ৰধানমন্ত্ৰী বৰদলৈ উঠি পৰি লাগিল। বৰদলৈৰ ইচ্ছা ১৯৪৮ খৃঃৰ স্কুল কলেজৰ বিশ্ববিদ্যালয় শিক্ষান্ত পৰীক্ষাসমূহ গুৱাহাটী বিশ্ববিদ্যালয়ৰ জৰিয়তে পাতিবলৈ। কিন্তু চেপ্টেম্বৰ মাহৰ শেষলৈকে বিশ্ববিদ্যালয়ৰ নামত এজন পিয়নো নিযুক্তি দিয়া হোৱা নাই। এনেস্থলত আগন্তুক পৰীক্ষাসমূহ পতা হয় কিদৰে। কলিকতা •বিশ্ববিদ্যালয়ৰপৰা প্ৰশ্ন কাকত আনি পৰীক্ষা পতাৰ বাহিৰে আন উপায় নাই। প্ৰস্তাৱিত বিশ্ববিদ্যালয়ৰ কাম কাজ নিয়াৰিকৈ চলাবলৈ কলিকতা বিশ্ববিদ্যালয়ৰ সহায় সহযোগ দিহা পৰামৰ্শৰ প্ৰয়োজন।

বৰদলৈয়ে অসম চৰকাৰ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ সৈতে আলাপ আলোচনা আৰু দিহা পৰামৰ্শ গ্ৰহণৰ ভাৰ দিলে ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰ ওপৰত। ডক্টৰ ভূঞা তেতিয়া বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সঞ্চালক। বিশ্ববিদ্যালয়ৰ দায়িত্ব আছিল তেওঁৰ ওপৰঞ্চি দায়িত্ব। কিন্তু ওপৰঞ্চি দায়িত্বই এই কালছোৱাত হৈ পৰিছিল তেওঁৰ ঘাই দায়িত্ব।

প্ৰথমতে এই বিষয়ে আলাপ আলোচনাৰ বাবে ডক্টৰ ভূঞাক ছিলঙলৈ মাতি নিলে তেওঁৰ সহপাঠী বন্ধু শিক্ষাধিকাৰ প্ৰবোধ সান্যালে।

২০ চেপ্টেম্বৰত ভূঞা ছিলঙলৈ গৈ শিক্ষাধিকাৰ সান্যালক লগ ধৰিলে। পিছত প্ৰধানমন্ত্ৰী বৰদলৈৰ বাসভৱনত বৰদলৈ, শিক্ষাবিভাগৰ সংসদী সচিব

---

**My dear Surjya,**

**I have to consult you on a rather important matter, could you please ring me up to-morrow? Phone No. 160 up to 10 a. m. and 218 from noon up to 4 p. m. Please excuse hurry.**

**Yours sincerely,**
**Prabodh**
**( Prabodh Sanyal, D.P.I. Assam )**

**17. 7: 47**

মহেন্দ্ৰমোহন চৌধুৰী, অসম চৰকাৰৰ শিক্ষা সচিব এচ. এল. মেহতা, শিক্ষাধিকাৰ সান্যাল আৰু ডক্টৰ ভূঞা লগ হৈ প্ৰস্তাৱিত গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ কামৰ অগ্ৰগতি সম্পৰ্কে আলোচনা কৰিলে। সেই বিষয়ে কলিকতা বিশ্ববিদ্যালয়ৰ সৈতে আলাপ আলোচনা কৰিবলৈ কলিকতালৈ যাবলৈ স্থিৰ কৰিলে। সেই সময়তে বৰদলৈও কলিকতালৈ যাব।

২৪ চেপ্টেম্বৰত ডক্টৰ ভূঞাই ছিলঙৰ ৰাজভৱনত ৰাজ্যপাল চাৰ আকবৰ হায়দৰীৰ সৈতে সাক্ষাত কৰি ৰাজ্যপালৰ সৈতে দুপৰীয়াৰ আহাৰ খালে। মুখ্যসচিব চাৰ হেৰল্ড দেনেহিকো ( Harold Dennehy ) লগ ধৰিছিল। সিদিনা সন্ধিয়া তেওঁ আসাম ক্লাবে আয়োজন কৰা শ্ৰীশঙ্কৰদেৱৰ সভাতো পৌৰোহিত্য কৰিছিল।

## কলিকতা যাত্ৰা

বিশ্ববিদ্যালয়ৰ কাম খৰ গতিত চলিল। ৰবৰ আৰু সময় নাই। শিক্ষাধিকাৰ সান্যালৰ সৈতে ডক্টৰ ভূঞাই ৪ অক্টোবৰত কলিকতালৈ যাত্ৰা কৰিলে। তেতিয়া কলিকতালৈ পূব পাকিস্তানৰ ( বাংলাদেশ ) মাজেৰে পাৰ্বতীপুৰ হৈ যাব লাগিছিল। এদিনৰ বাট।

কলিকতা পাইয়ে ডক্টৰ ভূঞাই প্ৰথমতে লগ ধৰিলে কলিকতা বিশ্ব-বিদ্যালয়ৰ উপাচাৰ্য্য ডক্টৰ প্ৰমথনাথ বেনাৰ্জীক। বেনাৰ্জী সহপাঠী বন্ধু। ১৯১১ খ্বঃৰপৰা ১৯১৫ খ্বঃ লৈ প্ৰেচিডেন্সী কলেজত একে লগে পঢ়িছিল। সেইবাবে বাসভৱনত প্ৰথমতে ঘৰুৱাভাৱে লগধৰি কলিকতালৈ অহা উদ্দেশ্যৰ আগজাননী দি বাট মোকোলাই ললে। আৰু পোনে পোনে আহি একেবাৰে মুৰতে ধৰিলে। পিছদিনা অৰ্থাৎ ৬ অক্টোবৰৰ দিনটো বৰ ব্যস্ত দিন। ভূঞা আৰু সান্যাল লগ হৈ এমূৰৰপৰা উপাচাৰ্য্য ডক্টৰ বেনাৰ্জী, ইন্সপেক্টৰ অৱ কলেজ এছ. চি. ঘোষ, ৰেজিষ্ট্ৰাৰ বি. বি. দত্ত, কন্ট্ৰোলাৰ এ. কে. দাসগুপ্ত, এচিষ্টেন্ট ৰেজিষ্ট্ৰাৰ এছ. কে. দত্ত প্ৰভৃতিক ভাগে ভাগে লগ ধৰিলে।

সিদিনাই বৰদলৈ গৈ কলিকতাত উপস্থিত হ'ল। শিয়ালদহ ষ্টেচনতে বৰদলৈক গৈ লগ ধৰিলে। বৰদলৈৰ মতে দুয়ো গৈ উপাচাৰ্যৰ সৈতে আলোচনাত বহিল।

গুৱাহাটী বিশ্ববিদ্যালয় বিল বিধানসভাত গৃহীত হৈছে যদিও তেতিয়ালৈকে ৰাজ্যপালৰ অনুমোদন লাভ কৰা নাই। কলিকতা বিশ্ববিদ্যালয়ৰ সৈতে আলাপ আলোচনাৰ সময়ত ই হৈ পৰিল এক সমস্যা। আনহাতে কামত অগ্ৰগতি লাভ কৰিবলৈ কলিকতা বিশ্ববিদ্যালয়ৰ সৈতে আলাপ আলোচনা আৰু ব্যৱস্থা গ্ৰহণৰ বাবে অসম চৰকাৰৰপৰা বিচাৰিলে এগৰাকী বিশেষ পদাধিকাৰী বিষয়া। সকলো সমস্যাৰ কথা জনাই ইয়াৰ ব্যৱস্থা গ্ৰহণৰ বাবে দিহা দি কলিকতাৰপৰা বৰদলৈয়ে শিক্ষাসচিব মেহতালৈ লিখিলে :

PK2669

51-A Gariahat Road
Calcutta 19
6. 10. 47

My dear Mehta,

I am sending a wire as follows Discussed with V. C. about first examinations. Calcutta University requires formulation of subjects for discussion in their Senate from a duly authorised officer appointed either by the Govt. or University, can appoint Registrar only after assent Bill by the Governor which please expedite Dr. Bhuyan and Sanyal discussing matters with Calcutta Registrar and Controller Examinations and will formulate points mentioned above—Premier.

It appeared from the talk with Mr. P. N. Banerjee the Vice-Chancellor, he did not like that he should have advised us before the Bill was passed. But you sent him a wire, and of course, the C. U. having ceased to be a University for the whole of Bengal with different Chancellors, its authority over Assam had already ceased to exist. In spite of it however, he is quite sympathetic and subject to the prestige of the Mother University being maintained, he is willing to help

us in conducting the examinations of Gauhati University. He wants to know from us how that help was wanted, and asked for the appointment of some authoritative agency who would negotiate with Calcutta University.

Apparently with the enforcement of the Act from a particular date the authority of the Calcutta University ceases to exist. His point was how could in that contigency the C. U. excerise any function even as a friend? On the other hand, they would not like to act as a subordinate Agency of the Gauhati University. He seemed to imply the bringing into existence of a joint body for the examinations. I have discussed the subject with Dr. Bhuyan and have asked him to detail the help the old University could give us. But in order that Dr. Bhuyan may have authority to carry on the negotiations he must be appointed either as Registrar by Government University Clause 38 or as Special Officer by Government, in either of which alternative ( Mr. Banerjee said ) the Senate should take note of the points for discussion, as those coming from Government of Assam. I hope you will get immediate assent by His Excellency to the Bill.

Yours sincerely,
G. N. Bordoloi

উপাচাৰ্য ডক্টৰ বেনাৰ্জী ডক্টৰ ভূঞাৰ অন্তৰঙ্গ বন্ধু বাবে কলিকতা বিশ্ববিদ্যালয়ৰ কামবোৰ কিছু সহজভাৱে কৰাব পাৰিছিল।

পিছদিনা অৰ্থাৎ ৭ অক্টোবৰত পুনৰ কণ্ট্ৰোলাৰ অৱ একজামিনেচন এ. কে. দাসগুপ্তৰ লগত আগন্তুক পৰীক্ষা সম্পৰ্কে সকলো কথা খৰচি মাৰি আলোচনা কৰিছিল।

এই যাত্ৰাতে ৮ অক্টোবৰত কলিকতা অনাতাঁৰ কেন্দ্ৰত ডক্টৰ ভূঞাই

এটি কথিকা বাণীবদ্ধ কৰিলে। কথিকাটোৰ মূল বক্তব্য হ'ল ১৮৫৭ খৃঃত কলিকতা বিশ্ববিদ্যালয় স্থাপনৰেপৰা যোৱা ৯০ বছৰে অসমৰ লগত থকা মধুৰ সম্পৰ্কৰ কথা। তেওঁ কলিকতা বিশ্ববিদ্যালয়ক মাতৃপীঠ বুলি সম্বোধন কৰি গুৱাহাটী বিশ্ববিদ্যালয়ক কন্যাৰ লগত তুলনা কৰিছে। পূৰ্বতে লাভ কৰা কলিকতা বিশ্ববিদ্যালয়ৰ সহায় সহযোগিতাৰ কথা স্মৰণ কৰি এই বিশ্ববিদ্যালয়ৰ অধীনত শিক্ষালাভ কৰা অসমৰ মহান সন্তানসকলৰ কথাও উল্লেখ কৰিছে। কলিকতা বিশ্ববিদ্যালয়ৰ মনীষীসকলে দেখুৱা স্নেহ-প্ৰীতিৰ কথা উল্লেখ কৰি শেষত ডক্টৰ ভূঞাই কয় যে গুৱাহাটী বিশ্ববিদ্যালয় স্থাপিত হোৱাৰ পিছতো অসমে কলিকতা বিশ্ববিদ্যালয়ৰ ওচৰত কিছু বিষয়ত নিৰ্ভৰ কৰিব লাগিব। গুৱাহাটী বিশ্ববিদ্যালয়ে প্ৰথমতে সকলো বিষয়ৰে বি. এ., বি. এছ-চি আৰু এম. এ., এম. এছ-চিৰ শিক্ষাৰ ব্যৱস্থা কৰাটো সম্ভৱ নহব। তেনেবোৰ বিষয় পঢ়িবলৈ অসমৰ ছাত্ৰ কলিকতালৈ আহিবই লাগিব। গতিকে অসমত স্বাধীন বিশ্ববিদ্যালয় স্থাপিত হ'লেও কলিকতা বিশ্ববিদ্যালয়ৰ সৈতে অসমে সম্পূৰ্ণভাৱে সম্বন্ধ ছেদ কৰিবলৈ অপাৰগ। পূৰ্বৰ দৰে কলিকতা বিশ্ববিদ্যালয়ৰপৰা সকলো ধৰণৰ সহায় আৰু উৎসাহ পাব বুলি আশা।

এই ব্যস্ততাৰ মাজতে সময় উলিয়াই বঙ্গ চৰকাৰৰ ৰেকৰ্ড বিভাগ আৰু ৰাইটাৰ্ছ বিল্ডিঙতো এপাক মাৰিছিল।

কলিকতাৰপৰা উভতি আহি শিক্ষাধিকাৰ সান্যাল আৰু ডক্টৰ ভূঞাই ১০ অক্টোবৰত ১৯৪৭, শিক্ষাসচিব তেওঁলোকৰ কলিকতা বিশ্ববিদ্যালয়ৰ সৈতে হোৱা আলোচনাৰ আভাস লিখিতভাৱে জানিবলৈ দিয়ে। ১১ অক্টোবৰত প্ৰধানমন্ত্ৰী গোপীনাথ বৰদলৈ লৈ লিখা চিঠি এখনত ডক্টৰ ভূঞাই কলিকতা বিশ্ববিদ্যালয়ৰ সৈতে হোৱা আলোচনাৰ বিতং বিবৰণৰ লগতে আগন্তুক পৰীক্ষা সম্পৰ্কে সকলো কথা জনায়।

## স্পেচিয়েল ইউনিভাৰচিটি অফিচাৰ

গুৱাহাটীলৈ উভতি আহিয়ে ডক্টৰ ভূঞাই কলিকতা বিশ্ববিদ্যালয়ৰ লগতে হোৱা আলোচনা, আগন্তুক পৰীক্ষা সম্পৰ্কে কলিকতা বিশ্ববিদ্যালয়ৰ মনোভাৱ আৰু অসুবিধাসমূহৰ কথা বিতংভাৱে চৰকাৰক জনালে। ডক্টৰ

ভূঞাই সোনকালে বিশ্ববিদ্যালয়ৰ উপাচাৰ্য নিযুক্তিৰ বাবে টানি অনুৰোধ জনালে। কাৰণ আন বিশ্ববিদ্যালয়ৰ লগত যোগাযোগ কৰিবলৈ হ'লে উপাচাৰ্যৰ জৰিয়তে কৰিলেহে ৰক্ষিতা থায়। উপাচাৰ্যই তেওঁৰ প্ৰতিনিধি অৰ্থাৎ এজেন্টৰ হতুৱাই কাম কৰাব পাৰে। তাকে নকৰি পোনে পোনে ৰেজিষ্ট্ৰাৰে বিশ্ববিদ্যালয় সৈতে যোগাযোগ কৰিলে গুৰুত্ব আৰোপ নকৰিব পাৰে। তেতিয়াহলে বিশ্ববিদ্যালয়ৰ মৰ্যাদাও নৰব। ডক্টৰ ভূঞাৰ পৰামৰ্শ-সমূহ আছিল কাৰ্যকৰী আৰু উপাদেয়।

কলিকতা বিশ্ববিদ্যালয়ৰ সৈতে যোগাযোগৰ সুবিধাৰ্থে আৰু সোনকালে নিয়াৰিকৈ কাম কাজ সম্পন্ন কৰিবলৈ অসম চৰকাৰে ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাক স্পেচিয়েল্ অফিচাৰ নিয়োগ কৰিছিল। এই দায়িত্ব তেওঁৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সঞ্চালকৰ দায়িত্বৰ উপৰি দায়িত্ব। শিক্ষা বিভাগৰ স্পেচিয়েল অফিচাৰ স্বৰূপে তেওঁৰ প্ৰধান কাম হ'ল আগন্তুক পৰীক্ষা সম্বন্ধে কলিকতা বিশ্ববিদ্যালয়ৰ সৈতে যোগাযোগ কৰা। ইয়াৰ বাবে তেওঁ ২৫০ টকাকৈ মাহে অতিৰিক্ত বানচ লাভ কৰিছিল। ২০ অক্টোবৰত ডক্টৰ ভূঞাই এই নতুন কামত যোগদান কৰিলে।

অসম চৰকাৰৰ প্ৰচাৰ বিভাগৰ সঞ্চালকৰপৰা এটা টাইপ ৰাইটাৰ আৰু এটা Gestetner Duplicator ধাৰলৈ ললে। প্ৰথমতে কাৰ্যালয় সহকাৰী

**E M. I. 216/47 dt. 18 Oct, 1947**

**Sir,**

**I am directed to refer to the joint letter No. 1052, dt. 11-10-47 signed by you and Director of Public Instruction Assam, regarding the proposed Gauhati University and to say that in the circumstances stated Government are pleased to appoint you in addition to your own duties as Director D. H. A. S. as a Special Officer to the Government of Assam in the Education Department for advising Government in matters relating to the University and for negotiating terms with the Calcutta University for conducting the examinations with a special pay of Rs. 250 P. M. in lieu of your present special pay of Rs. 100 P. M.**

**You are accordingly requested to take all necessary steps in the matter and to communicate to Government the result of your negotiations with the Calcutta University as early as possible.**

**S. L. Mehta**

স্বৰূপে নিয়োগ কৰিলে গোলাম হজৰি আৰু ভীমশেখৰ বৰুৱাক আৰু এজন পিয়নৰ। হজৰি আৰু বৰুৱা ক্ৰমে কটন কলেজ আৰু উপায়ুক্ত কাৰ্যালয়ৰ সহকাৰী। হজৰিৰ দৰমহা ৮৫ টকা, বৰুৱাৰ ১০০ টকা। বৰুৱা পুনৰ উপায়ুক্তৰ কাৰ্যালয়লৈ উভতি গ'ল। হজৰি বিশ্ববিদ্যালয়তে একাগ্ৰপতীয়াকৈ লাগি থাকি শেষত অৱসৰ গ্ৰহণ কৰিলে।

ইণ্টাৰ ইউনিভাৰচিটি বোৰ্ডৰ চেয়াৰমেন অধ্যাপক নিৰ্মল কুমাৰ সিদ্ধান্তৰ সৈতে যোগাযোগ কৰি প্ৰস্তাৱিত বিশ্ববিদ্যালয়ৰ বিষয়ে তেওঁ দিহা পৰামৰ্শ গ্ৰহণ কৰিছিল। উৎকল বিশ্ববিদ্যালয়ৰ উপাচাৰ্য ডক্টৰ প্ৰাণকৃষ্ণ পাৰিজা ভূঞাৰ কলেজীয়া সহপাঠী। তেওঁ ডক্টৰ পাৰিজালৈ লিখিছিল—

It is gratifying to note that two of my class friends Mr. Banerjee and yourself are at the helm of the Universities of the sister provinces West Bengal and Orissa and that I, in my own way, am helping in the early establishment of a University in Assam. I am therefore utilising the experiences of my two friends for the purpose of the work before me. (27. 11. 47)

ফণীধৰ দত্ত সেই সময়ত কটন কলেজৰ গণিতৰ অধ্যাপক। কটন কলেজৰ পৰীক্ষা আদি চলোৱা দায়িত্ব দত্তৰ ওপৰত। দত্তৰ সহায়ত ভূঞাৰ বিশ্ববিদ্যালয়ৰ আগন্তুক পৰীক্ষাৰ সময় ঠিক কৰিলে। ১৫ নবেম্বৰত পুনৰ আলোচনাৰ বাবে কলিকতালৈ যাবলৈ ওলাল। শিক্ষা সচিব মেহতালৈ লিখি দত্তকো এইবাৰ তেওঁৰ লগত ললে।

কলিকতা পায়েই পোনেই ঢাপলি মেলে উপাচাৰ্য ডক্টৰ বেনাৰ্জীৰ কাষলৈ। অহাযোৱা কৰি প্ৰথমতে ডক্টৰ বেনাৰ্জীৰ লগত ঠিক থাক কৰাৰ পিছতহে বিশ্ববিদ্যালয়ৰ আন বিষয়াবৰ্গৰ কাষ চাপে। ডক্টৰ বেনাৰ্জী অৰ্থাৎ উপাচাৰ্যই হঁা কৰাৰ পিছত তলতীয়া বিষয়াবৰ্গই না কৰাৰ থল নাথাকে। গতিকে কামবোৰ সহজতে হৈ উঠে। তথাপি সমস্যা হ'ল কলিকতা বিশ্ব-বিদ্যালয়ে নিজৰ প্ৰশ্নকাকতৰে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰীক্ষা পাতিবলৈ দিবলৈ সন্মত নহয়। তাৰ সলনি কলিকতা বিশ্ববিদ্যালয়ে গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ বাবে নকৈ এক চেট প্ৰশ্নকাকত কাটি প্ৰয়োজন হলে নিজৰ

ছপাশালতে ছপাই দিবলৈ গাত ললে। সেই সিদ্ধান্ত মতে কলিকতা বিশ্ববিদ্যালয়ে সকলো প্ৰশ্নকাকত যোগান ধৰিলে।

এই যাত্ৰাত ডক্টৰ ভূঞাই কলিকতা বিশ্ববিদ্যালয়ৰ চিণ্ডিকেটৰ সভাত যোগদান কৰি এটি ভাষণ দিয়াৰ সুযোগ লাভ কৰিলে। ই বোধ হয় উপাচাৰ্য ডক্টৰ বেনাৰ্জীৰ প্ৰচেষ্টা। চিণ্ডিকেটৰ আগত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ সমস্যাৰ কথা সুন্দৰভাৱে দাঙি ধৰিলে।

## শিক্ষা সন্মিলন

১৯৪৭ খৃঃৰ ১৯ ডিচেম্বৰত গুৱাহাটী চুদমাৰ্চন হলত আয়োজন কৰা এখন সভালৈ ১০৮ গৰাকী শিক্ষাবিদক নিমন্ত্ৰণ কৰি অনা হৈছিল। উপস্থিত শিক্ষাবিদসকলৰ মাজত আছিল অসমৰ বিভিন্ন কলেজৰ অধ্যক্ষসকল, গুৱাহাটীৰ কলেজ তিনিখনৰ অধ্যাপকসকল, গুৱাহাটী আৰু পলাশবাৰী হাইস্কুলৰ প্ৰধান শিক্ষক আৰু গুৱাহাটীৰ কেইগৰাকীমান বিশিষ্ট শিক্ষাবিদ। শিক্ষাবিভাগৰ গুৰিয়াল সকলো এই সভাতে যোগদান কৰিছিল।

সভাত প্ৰথমতে গোপীনাথ বৰদলৈয়ে প্ৰস্তাৱিত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰস্তুতিৰ এটি থুলমূল আভাস দাঙি ধৰে আৰু আগন্তুক পৰীক্ষাসমূহ নিয়াৰিকৈ পৰিচালনাৰ বাবে শিক্ষাবিদসকলৰ সহায় সহযোগ বিচাৰে। নতুনকৈ জন্মলাভ কৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰীক্ষা আদি নিয়াৰিকৈ চলোৱাটো যে প্ৰতিজন শিক্ষাবিদৰে কৰ্তব্য সেই কথা বৰদলৈয়ে বাৰে বাৰে সকিয়াই দিয়ে। নতুন বিশ্ববিদ্যালয়ৰ উপাচাৰ্যপদৰ বাবে কৃষ্ণকান্ত সন্দিকৈৰ লগত হোৱা চিঠি পত্ৰৰ আদান প্ৰদানৰ চমু আভাসো শিক্ষাবিদসকলক দিয়ে।

ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাই তেওঁৰ ভাষণত বিশ্ববিদ্যালয়ৰ কাম কাজৰ অগ্ৰগতিৰ চমু আভাস দাঙি ধৰে। কলিকতা বিশ্ববিদ্যালয়ৰ লগত হোৱা আলাপ আলোচনা, যোগাযোগ, আৰু পৰীক্ষাৰ প্ৰশ্নকাকত আদি যোগান ধৰিবলৈ সন্মত হোৱা আদি সকলো কথাৰ এটি থুলমূল আভাস সদস্যসকলক জানিবলৈ দিয়ে। ডক্টৰ ভূঞাই আৰু জনায় যে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত কলেজৰ সংখ্যা ২১ খন (ল কলেজ, মেডিকেল কলেজ, আৰু কৃষি কলেজকে ধৰি) হাইস্কুলৰ সংখ্যা ১৬০ খন, কলেজৰ শিক্ষক প্ৰায় ২৫০ আৰু হাইস্কুলৰ প্ৰায় ২৪০০ গৰাকী।

১৯৪৮ খৃঃৰ পৰীক্ষাৰ বাবে পৰীক্ষাৰ্থীৰ সংখ্যা অনুমান প্ৰবেশিকা ৫০০০, আই. এ. ১০০০, আই. এছ-চি ৩০০, বি. এ. ৫০০, বি. এছ-চি ৭০ আৰু বি. এ. কম. ৫০ জন। পৰীক্ষাৰ কেন্দ্ৰ প্ৰবেশিকা ২০, আই. এ., আই. এছ-চি ৭ আৰু বি. এ, বি. এছ-চি ২টা।

শিক্ষা সন্মিলনৰ পিছত ১৯৪৭ খৃঃৰ ২২ ডিচেম্বৰৰ আসাম গেজেটত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ১৯৪৮ খৃঃৰ পৰীক্ষাসমূহ পতাৰ সময় প্ৰচাৰ কৰা হয়। আৰু লগতে জনোৱা হয় যে এই সিদ্ধান্ত ১৯ ডিচেম্বৰত গুৱাহাটীত অনুষ্ঠিত শিক্ষা সন্মিলনৰ সিদ্ধান্ত। স্কুল আৰু কলেজসমূহক ১৯৪৮ খৃঃৰ পৰীক্ষাৰ্থীৰ বাবে গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰেজিষ্ট্ৰাৰৰ লগত যোগাযোগ কৰিবলৈ নিৰ্দেশ দিয়া হয়।

১৯৪৮ খৃঃৰ পৰীক্ষাসমূহৰ প্ৰশ্নকাকত ছপোৱা কামটো স্পেচিয়েল অফিচাৰ হিচাপে ডক্টৰ ভূঞাৰ নিৰ্দেশতে প্ৰস্তুত কৰে।

এনেদৰে ডক্টৰ ভূঞাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰস্তুতিৰ সকলো কাম সম্পন্ন কৰিছিল। উপাচাৰ্য ডক্টৰ বেনাৰ্জী তেওঁৰ সহপাঠী আৰু অন্তৰঙ্গ বন্ধু হোৱা বাবে কলিকতা বিশ্ববিদ্যালয়ৰ সহায় সহানুভূতি লাভ কৰা সহজ হৈ পৰিছিল। কলিকতা বিশ্ববিদ্যালয়ৰ জৰিয়তে ১৯৪৮ খৃঃৰ পৰীক্ষাৰ প্ৰশ্ন কাকতো প্ৰস্তুত কৰিছিল ডক্টৰ ভূঞাই। ডক্টৰ ভূঞাই কাম আদায় কৰা কিটিপ ভালদৰে জানিছিল। শেষত পৰীক্ষাৰ সময়ো নিৰ্ধাৰণ কৰিলে ডক্টৰ ভূঞাই। কামবোৰ ইমান খৰখেদাকৈ কম সময়ৰ ভিতৰতে সম্পন্ন কৰিব লগা হৈছিল যে চিঠিৰ সলনি পঠিয়াব লগা হৈছিল 'টেলিগ্ৰাম'।

১৯৪৮ খৃঃৰ পহিলা জানুৱাৰীৰপৰা অধ্যাপক ফণীধৰ দত্তক গুৱাহাটী বিশ্ববিদ্যালয়ৰ পঞ্জীয়ক ( Registrar ) নিযুক্ত কৰা হয়। তেওঁক নিযুক্তি দি ৰৰদলৈয়ে কটন কলেজৰ অধ্যক্ষলৈ লিখে—

---

To

Controller Examination, Calcutta University

Your wire yesterday please set and print confidential papers as proposed in Registrar's 28th November letter follows.

Bhuyan

23. 12. 47 Special University Officer

Principal Cotton College, Gauhati,

Srijut Phanidhar Dutta, Lecturer in Mathematics of your College has been appointed Registrar of the Gauhati University. He is functioning his office from the forenoon of to-day, the Ist January, 1948. Please relieve him from his College duties accordingly.

Please make over the Ranking Theatre building to Mr. Dutta for being used as the office of the Gauhati University.

G. N. Bordoloi

1. 1. 1948 Prime Minister Assam

ফণীধৰ দত্তই ৩ জানুৱাৰীত ডক্টৰ ভূঞাৰপৰা এটা টাইপ ৰাইটাৰ, Gestetner Duplicator, ১০০০ ৰীম কাগজ, ৩২টা ফাইল আৰু বিশ্ববিদ্যালয় সম্পৰ্কীয় ৯খন কিতাপ খুজি লয়। ডক্টৰ ভূঞাৰ লগত কাম কৰা গোলাম মহম্মদ হজৰি, ভীমশেখৰ বৰুৱা আৰু পিয়নজনেও পুনৰ দত্তৰ লগত কাম কৰিবলৈ লয়।

১৯৪৮ খৃঃৰ ২৬ জানুৱাৰীত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম কোৰ্ট মিটিং ( Court Meeting ) বিশ্ববিদ্যালয় আচাৰ্য ( Chancellor ) আৰু ৰাজ্যপাল চাৰ আকবৰ হায়দাৰিৰ পৌৰহিত্যত চুদমাৰ্চন হলত অনুষ্ঠিত হয়। সিদিনাই কৃষ্ণকান্ত সন্দিকৈক গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য ( Vice-Chancellor ) নিৰ্বাচিত কৰা হয়। ২৩ ফেব্ৰুৱাৰীত সন্দিকৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম উপাচাৰ্য স্বৰূপে যোগদান কৰে।

কৃষ্ণকান্ত সন্দিকৈ ( ১৮৯৮-১৯৮২ ) কলিকতা বিশ্ববিদ্যালয়ৰপৰা ১৯১৭ খৃঃ সংস্কৃতত প্ৰথম শ্ৰেণীৰ অনাৰ্চ লাভ কৰি বি. এ. আৰু ১৯১৯ খৃঃত সংস্কৃতত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰি এম. এ. ডিগ্ৰী লাভ কৰিছিল। ইয়াৰ পিছত উচ্চ শিক্ষাৰ লাভৰ বাবে তেওঁ বিলাতলৈ যায়। ১৯২৩ খৃঃত অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰপৰা আধুনিক বুৰঞ্জীত এম. এ. ডিগ্ৰী লাভ কৰে। ইউৰোপত তেওঁ পেৰিচ আৰু বাৰ্লিন বিশ্ববিদ্যালয়ত অধ্যয়ন কৰি ফৰাচী, জাৰ্মান,

গ্ৰীক, লেটিন, ইটালিয়ান, ৰুচ প্ৰভৃতি ভাষা শিকিছিল। ১৯৩০ খৃঃৰপৰা ১৯৪৭ খৃঃলৈ সন্দিকৈ যোৰহাট জগন্নাথ বৰুৱা কলেজৰ অধ্যক্ষ। Naisadha-carita of Sriharsa ( 1934 ), Yasastilaka and Indian Culture ( 1949 ), Pravarsena's Setubandha ( 1976 ) সন্দিকৈৰ অনুদিত আৰু সম্পাদিত গ্ৰন্থ। অসমীয়া ভাষাত লিখা সন্দিকৈৰ প্ৰবন্ধসমূহ পাণ্ডিত্য-পূৰ্ণ আৰু তথ্যগধুৰ।

১৯৫১ খৃঃ আৰু ১৯৫৪ খৃঃত পুনৰ দ্বিতীয় আৰু তৃতীয় বাৰৰ বাবে উপাচাৰ্য নিৰ্বাচিত হৈ ১৯৫৭ খৃঃলৈকে সুদীৰ্ঘ ৯ বছৰ কাল সন্দিকৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য স্বৰূপে কাৰ্য নিৰ্বাহ কৰিছিল।

সন্দিকৈৰ পাণ্ডিত্য অধ্যৱসায় আৰু ব্যক্তিত্বৰ প্ৰভাৱত অতি কম সময়ৰ ভিতৰতে গুৱাহাটী বিশ্ববিদ্যালয়ে শিক্ষাৰ মান ( Standard ) উন্নত কৰি সুনাম আৰু প্ৰতিষ্ঠা লাভ কৰিব পাৰিছিল। নতুন বিশ্ববিদ্যালয়খনৰ উপাচাৰ্য সন্দিকৈয়ে মাদ্ৰাজত অনুষ্ঠিত উপাচাৰ্য সম্মিলন ( ১৯৫২ ) আৰু ওৱালটায়াৰত অনুষ্ঠিত Inter University Board of India-ৰ সভাত পৌৰোহিত্য কৰিছিল। ১৯৫১ খৃঃত লক্ষ্ণৌত অনুষ্ঠিত সদৌ ভাৰত প্ৰাচ্য সম্মিলনৰ Classical Sanskrit Section-ৰ সভাপতি আছিল সন্দিকৈ।

সন্দিকৈ কলিকতাত পঢ়া সময়ত জ্যেষ্ঠ ছাত্ৰ ( senior student ) সূৰ্য্যকুমাৰ ভূঞা আছিল তেওঁৰ friend, philosopher and guide। কলিকতাত সন্দিকৈ সংস্কৃত কলেজত অনাৰ্চ লৈ পঢ়া আৰু ফৰাচী ভাষা আদি শিক্ষাৰ ক্ষেত্ৰত ভূঞাই তেওঁক নানান উপদেশ দিছিল। সন্দিকৈৰ মতে "কেউপিনৰ সকলো খবৰ ভূঞাই ৰাখিছিল, বহুত খবৰ ভূঞাৰপৰাই তেওঁ পাইছিল"।

১৯৪৮ খৃঃৰ ২১ জানুৱাৰীত নিজৰাৰ কবি শৈলধৰ ৰাজখোৱা ( ১৮৯০-১৯৬৮ ) গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম কোষাধ্যক্ষ ( Treasurer ) স্বৰূপে যোগদান কৰিছিল। ১৯৫৪ খৃঃৰ ৩১ মাৰ্চলৈকে ৰাজখোৱাই উক্ত দায়িত্ব বহন কৰিছিল। বিদ্যাৰতী আৰু প্ৰতাপ সিংহ ৰাজখোৱাৰ দুখন প্ৰকাশিত নাট।

বৰপেটা মাধৱ চৌধুৰী কলেজৰ অধ্যক্ষ চিদানন্দ দাসে ১৯৪৮ খৃঃৰ ২১ মাৰ্চত গুৱাহাটী বিশ্ববিদ্যালয়ৰ বিশেষ বিষয়া ( Special Officer ) স্বৰূপ

যোগদান কৰিছিল। পিছত ডেপুটি ৰেজিষ্ট্ৰাৰ, একাডেমিক ৰেজিষ্ট্ৰাৰ স্বৰূপে সুদীৰ্ঘ ২৫ বছৰ কাল গুৱাহাটী বিশ্ববিদ্যালয়ৰ সৈতে জড়িত থাকি ১৯৭৩ খৃঃৰ ২৬ জুনত অৱসৰ গ্ৰহণ কৰে।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ জন্মলগ্নৰ Dean of the Faculty সকলৰ ভিতৰত আছিল ডক্টৰ বাণীকান্ত কাকতি কলা, শৰৎকুমাৰ দত্ত আইন, অধ্যাপক ভি. ডি. থাৱানি বিজ্ঞান, ডক্টৰ জি. ডি. কাপুৰ চিকিৎসাবিজ্ঞান।

শৰৎকুমাৰ দত্ত আইন কলেজৰ অধ্যক্ষ আৰু বিশ্ববিদ্যালয় শ্ৰেণীসমূহৰ প্ৰথম চেক্ৰেটাৰী। দত্ত অসম চৰকাৰৰ আইন উপদেষ্টা নিযুক্ত হোৱাত ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱা বিশ্ববিদ্যালয় শ্ৰেণীসমূহৰ চেক্ৰেটাৰী নিযুক্ত হয়।

ডক্টৰ বাণীকান্ত কাকতি আছিল অসমীয়া বিভাগৰ অধ্যাপক আৰু কলা-গুৰু। ১৯৫২ খৃঃত তেওঁৰ আকস্মিক মৃত্যু হোৱাত অসমীয়া বিভাগৰ অধ্যাপক আৰু কলাগুৰু স্বৰূপে তেওঁৰ ঠাই পূৰণ কৰে ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱাই।

অবিভক্ত অসমৰ স্কুল কলেজসমূহ ( মনিপুৰ, মিজোৰাম, মেঘালয়, নগালেণ্ডকে ধৰি ) গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীন। ই শিক্ষা প্ৰতিষ্ঠানক অন্তৰ্ভুক্তি দিয়া শিক্ষা দিয়া আবাসিক বিশ্ববিদ্যালয় ( an affiliating, teaching and residential University )।

আৰম্ভণিতে ১৯৪৮-৪৯ খৃঃত বাণিজ্য, অৰ্থনীতি, বুৰঞ্জী, অঙ্ক, উদ্ভিদ, অসমীয়া আৰু দৰ্শনৰ স্নাতকোত্তৰ শ্ৰেণীৰ শিক্ষাদানৰ ব্যৱস্থা কৰা হয়। পিছত ১৯৪৯-৫০ খৃঃত পৰিসংখ্যা আৰু ১৯৫০-৫১ খৃঃত শিক্ষা (education) শ্ৰেণী খোলা হয়।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত থকা কলেজসমূহৰ ভিতৰত আছিল কৃষি কলেজ, মেডিকেল কলেজ, ল কলেজ, বি. বৰুৱা, ভোলানাথ কলেজ ধুবুৰী, দৰং. ডিব্ৰুগড় ( পিছত কানৈ কলেজ ) গুৰুচৰণ, কৰিমগঞ্জ, লেডী কিন, কটন, এম. চি. কলেজ নগাঁও, নলবাৰী, সন্দিকৈ, এন্টনী, এডমণ্ডচ, চেণ্ট মেৰী, আৰু ধনমঞ্জৰী কলেজ ইম্ফল। ইয়াৰ ভিতৰৰ কেবাখনো কলেজৰ ডিগ্ৰী শিক্ষা আৰম্ভ হোৱা নাছিল।

বৰ্তমান কটন কলেজৰ অধ্যক্ষৰ বাসভৱনে উপাচাৰ্যৰ বাস ভৱন আৰু কাৰ্যালয়। বিশ্ববিদ্যালয়ৰ ঘাই কাৰ্যালয় কটন কলেজৰ নিউ হোষ্টেলৰ

মাজত মিলিটাৰীয়ে সজা ঘৰটো। পুৰণি আৰ্ল ল কলেজ আৰু কটন কলেজৰ অ'ত ত'ত বিশ্ববিদ্যালয় শ্ৰেণীসমূহৰ শিক্ষা ব্যৱস্থা কৰা হৈছিল।

চান্দমাৰীত অস্থায়ীভাৱে সজা হৈছিল ছাত্ৰাবাস আৰু অধ্যাপকৰ বাস ভৱন। ইউনিভাৰচিটি কলনী নামে আজিও সেই ঐতিহ্য বহন কৰি আছে। গুৱাহাটী চহৰৰ বিভিন্ন ঠাইৰ ভেৰোনীয়া ঘৰতো আছিল কেইটামান ছাত্ৰাবাস।

প্ৰথম বছৰ বিশ্ববিদ্যালয়ৰ ছাত্ৰ ছাত্ৰীৰ সংখ্যা ৩৩৫; অধ্যাপক ৪ গৰাকী, ৰিডাৰ ১০ গৰাকী আৰু কিছু সংখ্যক শিক্ষক নিযুক্তি দিয়া হৈছিল।

ডক্টৰ বাণীকান্ত কাকতিৰ ১৯৫২ খৃঃত আকস্মিক বিয়োগৰ পিছত তেওঁৰ স্মৃতি বাণীকান্ত কাকতি স্মাৰক নিধি গঠন কৰি ২৬ হাজাৰ টকা বৰঙণি গ্ৰহণ কৰা হৈছিল। উপাচাৰ্য সন্দিকৈ আছিল ইয়াৰ সভাপতি। এই ধনেৰে কাকতিৰ স্মৃতিত আয়োজন কৰা স্মাৰক বক্তৃতামালাৰ প্ৰথমলানি বক্তৃতা ১৯৫৪ খৃঃৰ ৪, ৫ আৰু ৬ মেইত প্ৰদান কৰিছিল ডক্টৰ সুনীতিকুমাৰ চট্টোপাধ্যায়ে। ডক্টৰ চট্টোপাধ্যায়ৰ বক্তৃতাৰ বিষয় The Place of Assam in the History and Civilisation of India.

এইলানি বক্তৃতাৰ তৃতীয়লানি বক্তৃতা ১৯৬৭ খৃঃত প্ৰদান কৰিছিল ডক্টৰ বি. এন. পুৰীয়ে। তেওঁৰ বক্তৃতাৰ বিষয় Studies in Early History and Administration in Assam. ডক্টৰ পুৰী মুচৌৰীৰ National Academy of Administration-ৰ বুৰঞ্জীৰ অধ্যাপক।

গুৱাহাটী বিশ্ববিদ্যালয়ে এটি আই. এ. এছ. প্ৰশিক্ষণ শ্ৰেণীৰ বন্দোৱস্ত কৰিছিল। ১৯৫৩ খৃঃৰ নবেম্বৰ মাহত হিলটন ফ্ৰান্সিচ উক্ত বিভাগত ইংৰাজী সাহিত্যৰ অধ্যাপক স্বৰূপে যোগদান কৰিছিল।

১৯৫৪ খৃঃৰ ২৪ ফেব্ৰুৱাৰী ডক্টৰ ৰাজেন্দ্ৰ প্ৰসাদে জালুকবাৰীত নকৈ সজা বিজ্ঞান ভৱনটি উদ্বোধন কৰিছিল। জালুকবাৰীত সজা আন এটি বিজ্ঞান ভৱন ১৯৫৫ খৃঃৰ ২৯ আগষ্টত প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰুৱে উদ্বোধন কৰিছিল।

## উপাচাৰ্য গুৱাহাটী বিশ্ববিদ্যালয়

ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা গুৱাহাটী বিশ্ববিদ্যালয়ৰ দ্বিতীয় উপাচাৰ্য। ১৯৫৭ খৃঃৰ জানুৱাৰী মাহত ডক্টৰ ভূঞা উপাচাৰ্য নিৰ্বাচিত হয়। উপাচাৰ্য

স্বৰূপে তেওঁৰ কাৰ্যকাল ১৯৬০ খৃঃৰ ২২ ফেব্ৰুৱাৰীলৈকে। তেওঁৰ পিছত গুৱাহাটী বিশ্ববিদ্যালয়ৰ তৃতীয় উপাচাৰ্য ডক্টৰ হিৰণ্যকুমাৰ ভূঞা। ১৯৬০ খৃঃৰ ২৩ জানুৱাৰীত অনুষ্ঠিত বিশ্ববিদ্যালয়ৰ কোৰ্টৰ সভাত ডক্টৰ হিৰণ্যকুমাৰ ভূঞা উপাচাৰ্য নিৰ্বাচিত হয়।

ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা উপাচাৰ্য নিৰ্বাচিত হোৱাৰ পূৰ্বে ১৯৫৬ খৃঃত বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ সকলো শ্ৰেণী নতুনকৈ নিৰ্মাণ কৰা জালুকবাৰীৰ বিশ্ববিদ্যালয় ভৱনলৈ স্থানান্তৰ কৰা হয়। ইতিমধ্যে জালুকবাৰীত বিজ্ঞান আৰু কলাৰ কেবাটিও শিক্ষাভৱন, ছাত্ৰ ছাত্ৰীৰ নিবাস, অধ্যাপকসকলৰ বাবে গৃহ, হস্পিটেল আদি নিৰ্মাণ কৰা হৈছিল আৰু বহুতো ভৱনৰ নিৰ্মাণ কাৰ্য চলি আছিল। তেওঁৰ কাৰ্যকালতে উপাচাৰ্য আৰু ৰেজিষ্ট্ৰাৰৰ কাৰ্যালয় জালুকবাৰীলৈ স্থানান্তৰ কৰা হয়। ডক্টৰ ভূঞাই কটন কলেজৰ অধ্যক্ষৰ বাসভৱনকে প্ৰথমতে পূৰ্বৰ দৰে উপাচাৰ্যৰ কাৰ্যালয় স্বৰূপে ব্যৱহাৰ কৰিছিল।

ইতিমধ্যে বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীৰ সংখ্যা ১৯টালৈ বৃদ্ধি হৈছিল। ১৯৫৮-৫৯ খৃঃত স্নাতকোত্তৰ শ্ৰেণীৰ ছাত্ৰ ছাত্ৰীৰ সংখ্যা ৮৩২, ইয়াৰ ভিতৰত ৫৭৩ জন ছাত্ৰ ছাত্ৰী বিশ্ববিদ্যালয়ৰ বিভিন্ন ছাত্ৰাবাসত কাম কৰিছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত স্বীকৃতি প্ৰাপ্ত কলেজৰ সংখ্যা ৩০খন। ১৯৪৮—১৯৫৮ খৃঃৰ দহ বছৰৰ ভিতৰত স্থাপন হোৱা কলেজসমূহৰ ভিতৰত আছিল ইঞ্জিনিয়াৰিং কলেজ, পশু চিকিৎসা কলেজ, অভয়াপুৰী, বজালী, দেৱীচৰণ বৰুৱা, গোৱালপাৰা, প্ৰাগজ্যোতিষ, শিৱসাগৰ আৰু হাইলাকান্দি কলেজ।

১৯৬২-৬৩ খৃঃত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত স্বীকৃতি প্ৰাপ্ত কলেজৰ সংখ্যা ৪৪খনলৈ বৃদ্ধি হয়। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত মুঠ ছাত্ৰ ছাত্ৰীৰ সংখ্যা ৩৪,৯৬০। এই কালছোৱাত বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীৰ ছাত্ৰ ছাত্ৰীৰ সংখ্যা ১৬৭৭ জন, ইয়াৰ ভিতৰত ৭৫২ জন ছাত্ৰাবাসত বাস কৰা ছাত্ৰ ছাত্ৰী।

১৯৫৮-৫৯ খৃঃত স্নাতকোত্তৰ শ্ৰেণীৰ শিক্ষাদানৰ বাবে নকৈ খোলা বিষয়-সমূহ হল 1. Culture and Civilisation of Assam 2. Political Science 3 Geography.

ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাই উপাচাৰ্য স্বৰূপে কাৰ্যভাৰ গ্ৰহণ কৰাৰ পিছত ১৯৫৭ খ্ৰীঃৰ ২০ মাৰ্চত প্ৰথম কাৰ্যনিৰ্বাহক সভা ( Executive Council ) অনুষ্ঠিত হয়। ৰাজবালা দাস, নীৰা ডোগ্ৰা, তীৰ্থনাথ শৰ্মা, যজ্ঞেশ্বৰ শৰ্মা, ডক্টৰ হিৰণ্য চন্দ্ৰ ভূঞা, ভি. ডি. থাৱানি, ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা তেতিয়া কাৰ্যনিৰ্বাহকৰ সদস্য।

ইয়াৰ কিছুদিন পিছত অনুষ্ঠিত আই. এছ-চি. পৰীক্ষাত ৰসায়নৰ পৰীক্ষাৰ ( ২৭ মাৰ্চ, ১৯৫৭ ) প্ৰশ্নকাকত টান হোৱা বাবে ছাত্ৰ ছাত্ৰীসকল পৰীক্ষা ঘৰৰপৰা ওলাই উপাচাৰ্যৰ ওপৰত নতুনকৈ পৰীক্ষা পাতিবলৈ দাবী জনালে। কটন কলেজৰ অধ্যক্ষৰ ভৱনেই তেতিয়া উপাচাৰ্যৰ কাৰ্যালয়। ৩০ মাৰ্চত কাৰ্যনিৰ্বাহকৰ এখন জৰুৰী সভা আহ্বান কৰি ৰসায়নৰ পৰীক্ষা পুনৰ পাতিবলৈ স্থিৰ কৰা হয়।

বিশ্ববিদ্যালয়লৈ চৰকাৰী অনুদান ৬ লাখৰ ঠাইত ১০ লাখলৈ বৃদ্ধি হয়। বিশ্ববিদ্যালয় অনুদান আয়োগেও দ্বিতীয় পঞ্চ বাৰ্ষিক পৰিকল্পনাত গুৱাহাটী বিশ্ববিদ্যালয়লৈ দিয়া অনুদান পূৰ্বতকৈ বৃদ্ধি হৈছিল। ১৯৫৮ খ্ৰীঃত জালুকবাৰীৰ বিশ্ববিদ্যালয় নগৰৰ নিচেই কাষতে নিখিল ভাৰত কংগ্ৰেছৰ ৬৩তম অধিবেশন ইউ. এন. ধেবৰৰ পৌৰহিত্যত অনুষ্ঠিত হৈছিল। এই প্ৰাগজ্যোতিষ কংগ্ৰেছৰ অভ্যৰ্থনা সমিতিয়ে বিশ্ববিদ্যালয়ৰ 'ষ্টুডেণ্ট ৰিক্ৰেচন হোম'ৰ বাবে ৫০ হাজাৰ টকা দান আগ বঢ়াইছিল।

ডক্টৰ ভূঞাৰ কাৰ্যকালত ১৯৫৭ খ্ৰীঃত কমাৰচিয়েল মিউজিয়াম আৰম্ভ কৰা হয়। ১৯৫৮-৫৯ খ্ৰীঃত বিশ্ববিদ্যালয়ৰ ক্ৰিয়াবোৰ্ড ( Sports Board ) গঠন কৰা হয়। ১৯৫৮ খ্ৰীঃৰ ২ চেপ্টেম্বৰত ক্ৰিয়াবোৰ্ড উদ্বোধন কৰিছিল উপাচাৰ্য ডক্টৰ ভূঞাই।

বিশ্ববিদ্যালয়ৰ শ্ৰেণী আৰু ছাত্ৰ ছাত্ৰীৰ সংখ্যা বৃদ্ধি পোৱাৰ লগে লগে কাম কাজো বাঢ়ি আহিছিল। বিষয়াৰ সংখ্যাও বৃদ্ধি হয়। চিদানন্দ দাস স্পেচিয়েল অফিচাৰৰ ঠাইত ডেপুটি ৰেজিষ্ট্ৰাৰ নিযুক্ত হয়। নতুনকৈ নিযুক্ত হোৱা বিষয়াসকলৰ ভিতৰত কৈলাশ চন্দ্ৰ ভট্টাচাৰ্য কোষাধ্যক্ষ, বস্তুকান্ত বৰুৱা এচিষ্টেণ্ট ৰেজিষ্ট্ৰাৰ আৰু নবেন্দ্ৰনাথ শৰ্মা এডিচনেল এচিষ্টেণ্ট ৰেজিষ্ট্ৰাৰ নিযুক্ত হয়।

## তিনি বছৰীয়া ডিগ্ৰী পাঠ্যক্ৰম

ডক্টৰ ভূঞা উপাচাৰ্য থকা কালছোৱাতে ১৯৫৮ খৃঃত তিনি বছৰীয়া ডিগ্ৰী পাঠ্যক্ৰম প্ৰবৰ্তনৰ সিদ্ধান্ত গ্ৰহণ কৰা হয়। ১৯৬১-৬২ খৃঃৰপৰা দু-বছৰীয়া ইণ্টাৰমিডিয়েট পাঠ্যক্ৰমৰ সলনি এবছৰীয়া প্ৰাক-বিশ্ববিদ্যালয়ৰ পাঠ্যক্ৰম প্ৰবৰ্তনৰ ব্যৱস্থা গ্ৰহণ কৰা হয়। দু-বছৰীয়া ডিগ্ৰী পাঠ্যক্ৰমৰ সলনি ১৯৬২ ৬৩ খৃঃৰপৰা তিনি বছৰীয়া ডিগ্ৰী পাঠ্যক্ৰম প্ৰবৰ্তনৰ ব্যৱস্থা গ্ৰহণ কৰি পৰীক্ষাসমূহ প্ৰথম খণ্ড (First part) আৰু দ্বিতীয় খণ্ড ( Second part ) ভাগ কৰা হয়। এই নতুন শিক্ষাব্যৱস্থাৰ পাঠ্যক্ৰম ( Syllabus ) আৰু পাঠ্য পুথি আদি যুগুত কৰিবৰ বাবে ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাক সভাপতি হিচাপে লৈ এখন সমিতি গঠন কৰা হয়।

এই নতুন শিক্ষাব্যৱস্থাই সুদীৰ্ঘকালৰ পুৰণি শিক্ষাব্যৱস্থাৰ এক আমূল পৰিবৰ্তন আনিছিল। এই শিক্ষাব্যৱস্থা সৰহকাল স্থায়ী নহ'ল। পুনৰ দুবছৰীয়া পাঠ্যক্ৰমৰ প্ৰচলন হ'ল।

তিনিবছৰীয়া পাঠ্যক্ৰম প্ৰবৰ্তনৰ পূৰ্বে মাধ্যমিক স্কুলত উচ্চতৰ মাধ্যমিক শিক্ষাব্যৱস্থাৰ প্ৰবৰ্তন কৰা হৈছিল।

## Culture and Civilisation of Assam

Culture and Civilisation of Assam এটা নতুন পাঠ্যবিষয় হিচাপে স্নাতকোত্তৰ মহলাৰ পাঠ্যক্ৰমৰ অন্তৰ্ভুক্ত কৰা স্বপ্ন আছিল ডক্টৰ ভূঞাৰ বহুদিনৰ স্বপ্ন।

অসমত বিশ্ববিদ্যালয় স্থাপনৰ বাবে অনুসন্ধান চলোৱা কানিংহামৰ ওচৰতো ডক্টৰ ভূঞাই History and Civilisation of Assam এটা শিক্ষা বিষয় হিচাপে অন্তৰ্ভুক্ত কৰিবলৈ পৰামৰ্শ আগ বঢ়াইছিল।

গুবাহাটী বিশ্ববিদ্যালয় স্থাপনৰ মুহূৰ্ততো ডক্টৰ ভূঞাই Culture and Civilisation of Assam শিক্ষনীয় বিষয় কৰিবলৈ যত্ন কৰিছিল। ১৯৪৭ খৃঃৰ ৩ অক্টোবৰত গোপীনাথ বৰদলৈৰ পৌৰোহিত্যত বহা সভা এখনত এই বিষয়ে আলোচনা কৰা হয়। এই নতুন বিষয়টো সম্পৰ্কে খৰচি মাৰি আলোচনা কৰিবলৈ এখন সমিতি গঠন কৰা হয়। চৈয়দ মহম্মদ মহিবুল্লা, ডক্টৰ বাণীকান্ত কাকতি, উপেন্দ্ৰচন্দ্ৰ লেখাৰু, উমাকান্ত গোস্বামী, হেম বৰুৱা,

কৰুনানন্দ দত্ত প্ৰভৃতি সমিতিৰ সদস্য আৰু ডক্টৰ ভূঞা আহ্বায়ক। সমিতিয়ে এখন পাঠ্যক্ৰমো যুগুত কৰিছিল। এই নতুন বিষয়টোৱে সুধীসমাজৰ দৃষ্টি আকৰ্ষণ কৰিছিল আৰু বাতৰি কাকতত সেই বিষয়ে আলোচনাও প্ৰকাশ হৈছিল।

প্ৰায় সুদীৰ্ঘ দহ বছৰ পিছত ১৯৫৮ খৃঃতহে বিষয়টোৱে স্নাতকোত্তৰ মহলাৰ পাঠ্যক্ৰম হিচাপে মৰ্যাদালাভ কৰিলে। ইয়াৰ বাবে চৰকাৰৰপৰা ৩০ বে ৩৫ হাজাৰ টকাৰ অনুদানো লাভ কৰিছিল। ১৯৫৮ খৃঃৰ ৪ চেপ্তেম্বৰত ডক্টৰ ভূপেন্দ্ৰনাৰায়ণ চৌধুৰী ডিব্ৰুগড কানৈ কলেজৰপৰা আহি এই নতুন বিভাগটোৰ শিক্ষক স্বৰূপে যোগদান কৰিছিল। বিষয়টোৰ আঠখন প্ৰশ্ন কাকতৰ ভাগবোৰ আছিল এনে ধৰনৰ :

Part I—Culture and Civilisation of India in the background of Asian Civilisation.

II—Tribes and Races of Assam in the background of their affinities with those of India, Asia and the World.

III—Political and Constitutional History of Assam.

IV—Social and Religious History of Assam.

V—The Literature of Assam, including Folk Literature.

VI—Economic condition and Resources of Assam.

VII—Assam's Archaeology and Fine Arts including Music, Painting and Dancing in the background of Indian Archaeology and Fine Arts.

VIII—(a) General knowledge of the Languages and Dialects of Assam.

(b) Essay.

ডক্টৰ ভূঞাই এই নতুন বিষয়টোত প্ৰাণ প্ৰতিষ্ঠা কৰিবলৈ যত্ন কৰিছিল যদিও সফল নহ'ল। বিষয়টোৰ প্ৰতি ছাত্ৰছাত্ৰীৰ বিশেষ আগ্ৰহ দেখা নগ'ল। সীমিতসংখ্যক ছাত্ৰহে এই নতুন বিষয়ত নাম ভৰ্তি কৰিছিল। এই নতুন বিষয়টো কলেজৰ পাঠ্যক্ৰমৰ অন্তৰ্ভুক্ত নাছিল। নতুন বিষয়টোত এম. এ. ডিগ্ৰী লাভ কৰিলে কলেজত অধ্যাপনাৰ সুযোগ নথকাটোও

বিষয়টোৰ প্ৰতি ছাত্ৰছাত্ৰীৰ আগ্ৰহ নথকাৰ এটা কাৰণ হ'ব পাৰে। যি কাৰণতে নহওক দুই তিনি বছৰৰ ভিতৰতে Cultute and Civilisation of Assam বিষয়টোৰ শিক্ষাদান বন্ধ কৰিব লগা হ'ল। এই নতুন বিষয়টোৰ প্ৰবক্তা ডক্টৰ ভূপেন্দ্ৰনাৰায়ণ চৌধুৰীৰ ১৯৬০ খৃঃৰ ২২ আগষ্টত হোৱা অকাল মৃত্যুও ইয়াৰ কাৰণ হ'ব পাৰে। ডিব্ৰুগড়ৰ ৰায়চাহাব গঙ্গাৰাম চৌধুৰীৰ পুত্ৰ ভূপেন্দ্ৰনাৰায়ণ চৌধুৰী (১৯২৭-১৯৬০) আছিল এগৰাকী মেধাবী কৃতী ছাত্ৰ। ১৯৪৯ খৃঃত কলিকতা বিশ্ববিদ্যালয়ৰপৰা বুৰঞ্জী বিষয়ত এম. এ. ডিগ্ৰী লাভ কৰি তেওঁ কানৈ কলেজত অধ্যাপনা কৰিছিল। উচ্চ শিক্ষাৰ বাবে লণ্ডনলৈ গৈ স্কুল অৱ অৰিয়েন্টাল এণ্ড আফ্ৰিকান ষ্টাডিজত গৱেষণা কৰি ১৯৫৬ খৃঃত লণ্ডন বিশ্ববিদ্যালয়ৰ-পৰা পি. এইচ-ডি. ডিগ্ৰী লাভ কৰিছিল। British Rule in Assam 1845-58 আছিল তেওঁৰ গৱেষণাৰ বিষয়। 'সমাজতন্ত্ৰবাদৰ পঞ্চ' আৰু An Economic History of Assam 1845-58 তেওঁৰ দুখন ৰচিত পুথি। ডক্টৰ চৌধুৰীয়ে ভালেকেইটি মূল্যবান তথ্যগধুৰ প্ৰবন্ধ প্ৰকাশ কৰিছিল। ডক্টৰ চৌধুৰী আছিল সূৰ্য্যকুমাৰ ভূঞাৰ কনিষ্ঠ জোঁৱাই, কমলীৰ স্বামী।

## সমাবৰ্তন উছৱ

ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা উপাচাৰ্য থকা কালছোৱাতে গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ তৃতীয় আৰু চতুৰ্থ সমাবৰ্তন উছৱ ( Convocation ) ক্ৰমে একেবছৰতে ১৯৫৯ খৃঃৰ ১৬ ফেব্ৰুৱাৰী আৰু ১১ নবেম্বৰত অনুষ্ঠিত হয়। তৃতীয় সমাবৰ্তনৰ সময়ত ৰাজ্যপাল চৈয়দ ফজল আলি আছিল বিশ্ব-বিদ্যালয়ৰ আচাৰ্য ( Chancellor )। বিশিষ্ট অতিথি আছিল কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য নিৰ্মলকুমাৰ সিদ্ধান্ত। চতুৰ্থ সমাবৰ্তনৰ সময়ত আচাৰ্য ৰাজ্যপাল এছ. এম. শ্ৰীনাগেশ আৰু বিশিষ্ট অতিথি বিশ্ববিদ্যালয় অনুদান আয়োগৰ সভাপতি চিন্তামন দ্বাৰকানাথ দেশমুখ।

কৃষ্ণকান্ত সন্দিকৈ উপাচাৰ্য থকা কালছোৱাত ১৯৫১ খৃঃৰ ৩ জানুৱাৰীত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথমখন সমাবৰ্তন হৈছিল। সেইসময়ত বিশ্ব-বিদ্যালয়ৰ আচাৰ্য জয়ৰামদাস দৌলতৰাম। প্ৰথম সমাবৰ্তনৰ বিশিষ্ট

অতিথি ডঃ সৰ্বেপল্লী ৰাধাকৃষ্ণন। ১৯৫৫ খৃঃৰ ৩১ জানুৱাৰীত অনুষ্ঠিত দ্বিতীয়খন সমাবৰ্তনৰ সময়ত উপাচাৰ্য সন্দিকৈ আৰু চাৰ এ. ৰামস্বামী মুদালিয়ৰ আছিল সমাবৰ্তনৰ বিশিষ্ট অতিথি।

দুইখন সমাবৰ্তনতে উপাচাৰ্য স্বৰূপে দিয়া ভাষণত ডক্টৰ ভূঞাই বিশ্ববিদ্যালয়খনৰ প্ৰগতিৰ এটি থূলমূল খতিয়ান দাঙি ধৰিছিল। দীক্ষান্ত ভাষণ স্বৰূপে স্নাতকসকলৰ সমুখত ভৱিষ্যত কৰ্মপদ্ধতিৰ আভাস দাঙি ধৰিব পাৰিছিল।

দেশামুখৰ সৈতে তেওঁৰ পত্নী দুৰ্গাবাঈ দেশমুখ আহিছিল। দুয়ো ডক্টৰ ভূঞাৰ ঘৰলৈ আহিছিল।

প্ৰতিভা দেৱী সোঁৱৰণী বক্তৃতামালাৰ বাবে চৰকাৰৰ হাতত থকা ১০৫৯০ টকা ১৯৫২ খৃঃত গুৱাহাটী বিশ্ববিদ্যালয়ৰ হাতত দিয়ে।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ তত্বাবধানত প্ৰতিভা দেৱী সোঁৱৰণী বক্তৃতা-মালাৰ প্ৰথম বক্তৃতা ১৯৫৮ খৃঃত ডক্টৰ এছ. এম. কাট্ৰেই প্ৰদান কৰিছিল। কাট্ৰেৰ বক্তৃতাৰ বিষয় Introduction to Modern Indian Linguistics. ডক্টৰ কাট্ৰে পুনাৰ ডেকান কলেজ পোষ্টগ্ৰেজুৱেট এণ্ড ৰিচাৰ্চ ইনিষ্টিউটৰ ডিৰেক্টৰ আৰু অবৈতনিক অধ্যাপক।

ডুমডুমাৰ হৰিহৰ চৌধুৰীয়ে তেওঁৰ মাতৃ মোহিনী চৌধুৰীনীৰ স্মৃতিত ২০০০০ টকা দান কৰিছিল। সেই ধনেৰে মোহিনী লেকচাৰ ( Mohini Lecture ) নামেৰে এলানি বক্তৃতাৰ আয়োজন কৰা হৈছিল। ১৯৬১ খৃঃৰ ২০ আৰু ২১ ফেব্ৰুৱাৰীত এই লানি বক্তৃতামালাৰ প্ৰথম বক্তৃতা প্ৰদান কৰিছিল কেন্দ্ৰীয় মন্ত্ৰী অধ্যাপক হুমায়ুন কবীৰে। অধ্যাপক কবীৰৰ বক্তৃতাৰ বিষয় Lessons of Indian History.

উপাচাৰ্য স্বৰূপে ডক্টৰ ভূঞাৰ কাৰ্যকাল মাত্ৰ তিনি বছৰৰ এটা টাৰ্ম। তেওঁৰ এই চমু কালছোৱাত বিশ্ববিদ্যালয়ৰ কেবাটাও উল্লেখযোগ্য কাম সম্পন্ন হয়। তেওঁৰ কাৰ্যকালতে বিশ্ববিদ্যালয় গুৱাহাটীৰপৰা জালুকবাৰীৰ নবনিৰ্মিত স্থানলৈ স্থানান্তৰিত হয়। অৱশ্যে পূৰ্বৰেপৰা এই কাৰ্য আৰম্ভ হৈছিল। জালুকবাৰীলৈ স্থানান্তৰিত হোৱাত বিশ্ববিদ্যালয়ে বছৰি ভাৰা বাবদ ভৰিবলগা বহু হাজাৰ টকাৰপৰা হাত সাৰিব পাৰিছিল।

• গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম দুগৰাকী উপাচাৰ্যৰ প্ৰকৃতি সুমেৰু কুমেৰু

স্বৰূপ। সন্দিকৈৰ প্ৰকৃতি ৰূপকথাৰ নায়কৰ লেখিয়া। তেওঁ আছিল অসূৰ্য্যম্পৰ্শা ব্যক্তি। কটন কলেজৰ অধ্যক্ষৰ বাসভৱনেই তেওঁৰ বাসভৱন। কিন্তু তেওঁক ৰাজহুৱাভাৱে দেখাৰ কোনো উপায় নাছিল। বিশ্ববিদ্যালয়ৰ কোৰ্টৰ সভা সমাবৰ্তন আদি বিশেষ অনুষ্ঠানৰ বাহিৰে তেওঁ ওলাই নাহিছিল। ছাত্ৰাৱস্থাত তেওঁক কোনে কেইবাৰ দেখিছিল আঙুলিৰ মূৰত লেখিছিল। তেওঁৰ বাসভৱনৰ গাতে লগা কটন কলেজৰ ছাত্ৰাবাসত চাৰি বছৰ পটি ডিগ্ৰীলাভ কৰি যোৱা অথচ সন্দিকৈক এবাৰো নেদেখা ছাত্ৰৰ সংখ্যা অলেখ।

কিন্তু প্ৰথম অৱস্থাত সন্দিকৈয়ে প্ৰবেশিকা পৰীক্ষাৰ কেন্দ্ৰবোৰ নিজেই পৰিদৰ্শন কৰিছিল। তেওঁৰ বাসভৱনেই কাৰ্যালয়। বিশ্ববিদ্যালয়ৰ সৰু সুৰা সভাবোৰ, যিবোৰত তেওঁৰ উপস্থিতি অপৰিহাৰ্য তেনেবোৰ সভা তেওঁৰ বাসভৱনতে অনুষ্ঠিত হৈছিল।

তেতিয়া ৰেজিষ্ট্ৰাৰৰ কাৰ্যালয় নিউ হোষ্টেলৰ মাজৰ মিলিটাৰীয়ে সজা ঘৰটোত। সন্দিকৈ ইয়ালৈ তেওঁৰ কাৰ্যকালত সম্ভৱতঃ এবাৰহে আহিছিল। কিন্তু তেওঁ বিশ্ববিদ্যালয়খনত সকলো খবৰকে ৰাখিছিল। সন্দিকৈৰ ওচৰলৈ নিতৌ নিয়মীয়াভাৱে গৈ বিশ্ববিদ্যালয়ৰ সকলো কাম-কাজ কৰিছিল স্পেচিয়েল অফিচাৰ (পিছত ডেপুটি ৰেজিষ্ট্ৰাৰ) চিদানন্দ দাসে। তাৰ বাহিৰে বিশ্ববিদ্যালয়ৰ দুই-চাৰিগৰাকী বিষয়া অধ্যাপকহে তেওঁৰ ওচৰলৈ গৈ আলাপ-আলোচনা দেখা-সাক্ষাৎ কৰিব পাৰিছিল। বাকী আনৰ বাবে 'প্ৰবেশ নিষেধ'। আনকি তেওঁৰ পৰিয়ালৰ লোক আহিও তেওঁৰ লগত থকা দেখা নগৈছিল। সেয়েহে সন্দিকৈ, তেওঁৰ বাসভৱন, আৰু অধ্যয়নৰ বিষয়ে নানান গল্প-গুজব ৰূপকথা।

ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা আছিল সহজলভ্য পুৰুষ। উপাচাৰ্যৰ দায়িত্বত থকা কালচোৱাতো তেওঁৰ ওচৰলৈ যি কোনো শ্ৰেণীৰ লোকে সহজতে গৈ আলাপ-আলোচনা কৰি দিহা-পৰামৰ্শ লব পাৰিছিল। বয়োকনিষ্ঠ-সকলৰ বাবে তেওঁ আছিল প্ৰেৰণাৰ প্ৰতীক পিতৃবৎ পুৰুষ। সহজলভ্য সাক্ষাৎ লাভৰ দৰে যিকোনো ছাত্ৰসভা নাইবা ৰাজহুৱা সভাত অংশ গ্ৰহণ কৰা দেখা গৈছিল। আনকি ছাত্ৰ ইউনিয়নৰ গ্ৰুপ ফটোৰ মাজতো উপাচাৰ্য ডক্টৰ ভূঞাক দেখা গৈছিল। জালুকবাৰীৰ উপাচাৰ্যৰ কাৰ্যালয়লৈ

অহা-যোৱা কৰোতে তেওঁৰ ব্যক্তিগত মটৰ গাড়ীত বিশ্ববিদ্যালয়ৰ বিষয়া অধ্যাপকৰ কথাই নাই কাৰ্যালয়ৰ সহকাৰীবো কাষতে বহুৱাই অনা চকুত পৰে। এক কথাত কবলৈ হলে উপাচাৰ্য আৰু আন লোকৰ মাজত থকা শিলৰ দেৱালখন ভূঞাৰ কাৰ্যকালত নোহোৱা হৈছিল। উৰ্দ্ধতম কৰ্তৃপক্ষ চৰকাৰ, সহকৰ্মী, নাইবা তলতীয়া বিষয়া যিকোনো লোকৰ লগতে সমিলমিলভাৱে কাম-কাজ কৰা, কাম আদায় কৰা বা চলোৱাটো ডক্টৰ ভূঞাৰ চৰিত্ৰৰ লক্ষণ। সহজ কথাত কবলৈ হলে কোনো কামতে সংঘৰ্ষ বা হিচ্ তেওঁ নিবিচাৰে। এই পদ্ধতিৰে উপাচাৰ্য স্বৰূপেও নিয়াৰিকৈ তেওঁ কাম কাজ চলাই যাব পাৰিছিল। নিয়মানুবৰ্তিতা, পৰিপাটিত্য আৰু লগতে ব্যৱহাৰিক ভদ্ৰতা এই তিনিটা গুণ আছিল ডক্টৰ ভূঞাৰ চৰিত্ৰৰ পৰম বৈশিষ্ট্য।

১৯৫৮ খৃঃৰ ১৫ আগষ্টৰ স্বাধীনতা দিবসৰ দিনা অসম প্ৰদেশ কংগ্ৰেছৰ তৰফৰপৰা শ্ৰীশ্ৰীপীতাম্বৰদেৱ গোস্বামী, গড়মূৰীয়া সত্ৰাধিকাৰ আৰু অসম সাহিত্যসভাৰ সভাপতিসকলক দীঘলী পুখুৰীৰ দক্ষিণ পাৰে ৰভা সাজি ৰাজহুৱাভাৱে সম্বৰ্ধনা জনোৱা হৈছিল। জিলা কংগ্ৰেছ ভৱনৰপৰা সম্বৰ্ধিত ব্যক্তিসকলক গায়নে বায়নে আদৰি আনিছিল। ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা তেতিয়া গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য আৰু সাহিত্যসভাৰ প্ৰাক্তন সভাপতি স্বৰূপে তেওঁ সম্বৰ্ধিত ব্যক্তিসকলৰ মাজৰে এজন। সম্বৰ্ধিত সভাপতি-সকল ধীৰে ধীৰে সভা মণ্ডপলৈ আগবাঢ়ি অহাত দৰ্শকমণ্ডলী হাতজোৰকৈ থিয় হৈ আছিল। আমিও দৰ্শকমণ্ডলীৰ মাজত থিয় হৈ হাত জোৰ কৰি আছিলোঁ। এনেতে আমাৰ কাষেৰে পাৰ হৈ যাব ধৰা ডক্টৰ ভূঞাই সমদলৰ মাজৰপৰাই খপকৈ আমাৰ হাতখনত ধৰি পিঠিত চকা এটা মাৰি কৈছিল, 'আজি তোমাৰ প্ৰবন্ধটো পঢ়িলোঁ। আৰু লেখিবা, মোৰ তালৈ যাবা।'

সিদিনা দৈনিক অসমত আমাৰ 'বিয়াল্লিছৰ গণ বিপ্লৱত বৰনগৰ' শীৰ্ষক লেখা এটা প্ৰকাশ হৈছিল। আমি তেতিয়া বি. এ. মহলাৰ ছাত্ৰ। প্ৰদেশ কংগ্ৰেছ তথা গুৱাহাটীৰ ৰাইজে সম্বৰ্ধনা জনোৱাৰ পূত মুহূৰ্তত ৰভাথলিতে বিশ্ববিদ্যালয়ৰ উপাচাৰ্য এগৰাকীয়ে এটা সাধাৰণ লেখাৰ বাবে বি. এ. শ্ৰেণীৰ ছাত্ৰ এজনক স্বীকৃতি দি প্ৰেৰণা যোগোৱা কাৰ্য ডক্টৰ ভূঞাৰ চৰিত্ৰৰ উদাৰতা আৰু মহানুভৱতাৰ উজ্জ্বল নিদৰ্শন।

উপাচার্য স্বৰূপে ডক্টৰ সূর্য্যকুমাৰ ভূঞাৰ উত্তৰাধিকাৰী ডক্টৰ হিৰণ্যচন্দ্ৰ ভূঞা। ডক্টৰ হিৰণ্যচন্দ্ৰ ভূঞা এগৰাকী মেধাৱী ছাত্ৰ আৰু কৃতী শিক্ষাবিদ। শিক্ষাবিভাগৰ নানান উচ্চতম পদত অধিষ্ঠিত হৈ দক্ষতা দেখুৱাই অহা ডক্টৰ হিৰণ্যচন্দ্ৰ ভূঞাই উপাচার্য স্বৰূপে কিন্তু সফল হ'ব নোৱাৰিলে। নানান কাৰণৰ বাবে তেওঁ তিনি বছৰীয়া কার্যকাল পূর্ণ হোৱাৰ পূর্বে পদত্যাগ কৰিলে।

১৯৬১ খৃঃৰ আৰম্ভণিৰেপৰা কবলৈ গলে গুৱাহাটী বিশ্ববিদ্যালৰ বায়ু-মণ্ডল একপ্ৰকাৰ দূষিত। ১৯৬১ খৃঃৰ ১৬ আগষ্টত বিশ্ববিদ্যালয়ৰ প্ৰশাসনৰ বিৰুদ্ধে হোৱা ছাত্ৰবিক্ষোভ গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইতিহাসত এক নতুন ঘটনা।

ইতিমধ্যে ডক্টৰ হিৰণ্যচন্দ্ৰ ভূঞাই পদত্যাগ কৰিলে। ১৯৬২ খৃঃৰ ২৩ জানুৱাৰীত অনুষ্ঠিত বিশ্ববিদ্যালয়ৰ কোর্টৰ সভাত ৰেজিষ্ট্ৰাৰ ফণীধৰ দত্ত উপাচার্য নির্বাচিত হ'ল। আৰু তেওঁ ১২ মার্চত উপাচার্য স্বৰূপে কার্যভাৰ গ্ৰহণ কৰিলে।

ছাত্ৰ-সমাজৰ বিক্ষোভ আৰু আন্দোলনৰ ভেটিত আৰু প্ৰশাসনৰ বিৰুদ্ধে উঠা অভিযোগ আদিৰ বাবে ১৯৬১ খৃঃৰ ১৬ চেপ্টেম্বৰৰ কোর্টৰ সভাত প্ৰস্তাৱ যোগে এখন অনুসন্ধান আয়োগ গঠন কৰিবৰ বাবে বিশ্ববিদ্যালয়ৰ আচার্য তথা ৰাজ্যপালক অনুৰোধ জনায়। ৰাজ্যপালে সকলো পর্যালোচনা কৰি ১৯৬২ খৃঃৰ ২০ জানুৱাৰীত এখন অনুসন্ধান আয়োগ গঠন কৰি দিয়ে। অনুসন্ধান আয়োগৰ সভাপতি কর্ণাটক বিশ্ববিদ্যালয়ৰ উপাচার্য আৰু বিশ্ব-বিদ্যালয় অনুদান আয়োগৰ সদস্য ডক্টৰ ডি. চি. পাৱাতে। ৰেভাৰেণ্ড বি. এম. পিউ, ভবেশচন্দ্ৰ বৰুৱা আৰু ডক্টৰ মথুৰানাথ গোস্বামী অনুসন্ধান আয়োগৰ আন আন সদস্য। ডক্টৰ গোস্বামী আয়োগৰ সচিবো। ১৯৬২ খৃঃৰ ২০ জুনত প্ৰকাশিত অনুসন্ধান আয়োগৰ প্ৰতিবেদনত বিশ্ববিদ্যালয়ৰ প্ৰশাসন, নিযুক্তি আদিৰ ক্ষেত্ৰত থকা অভিযোগ আৰু আসোঁৱাহসমূহৰ কথা আঙুলিয়ায়। আয়োগৰ প্ৰতিবেদনত অকল অভিযোগ আৰু আসোঁৱাহসমূহৰ বিৱৰণতে সীমাবদ্ধ নাথাকি বিশ্ববিদ্যালয়ৰ প্ৰশাসন নীতি-নিয়মৰ কিছু সংস্কাৰৰ কথাও দৃষ্টিগোচৰ কৰে। আয়োগে উপাচার্যৰ কার্যকাল তিনি বছৰীয়া নকৰি পাঁচ বছৰীয়া কৰিবলৈ পৰামর্শ আগবঢ়ায়।

বিভাগীয় ডিনসকলক ( Deans of the Faculties ) প্ৰতি তিনি বছৰৰ মূৰে মূৰে জ্যেষ্ঠতাৰ ভেটিত সলনি কৰিবলৈ পৰামৰ্শ আগবঢ়ায়। সম্ভৱত পায়াতে আয়োগৰ ফলশ্ৰুতি স্বৰূপে সম্প্ৰতি এনে ব্যৱস্থাৰ প্ৰচলন দেখা গৈছে।

উপাচাৰ্য স্বৰূপে ফণীধৰ দত্তৰ কাৰ্যকালেই আটাইতকৈ চমু। পায়াতে আয়োগৰ প্ৰতিবেদন প্ৰকাশ হোৱাৰ পিছত ১৯৬২ খৃঃৰ ২১ আগষ্টত দত্তই পদত্যাগ কৰিলে। উপাচাৰ্য স্বৰূপে দত্তৰ কাৰ্যকাল ছমাহো নহ'ব।

১৯৪৮ খৃঃৰ পহিলা জানুৱাৰীৰপৰা ফণীধৰ দত্তই প্ৰকৃততে গুৱাহাটী বিশ্ববিদ্যালয়ৰ শুভাৰম্ভ কৰা বুলি ক'লে ভুল কোৱা নহ'ব। তেতিয়া কোৰ্টৰ সভা উপাচাৰ্য নিৰ্বাচন আদি একোৱে হোৱা নাই। ইয়াৰ পূৰ্বে ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাই স্পেচিয়েল ইউনিভাৰচিটি অফিচাৰ স্বৰূপে কামকাজ চলাইছিল যদিও নিয়মীয়া কাৰ্যালয় আৰম্ভ কৰিলে দত্তই। তেতিয়াৰেপৰা ১৯৬১ খৃঃলৈকে সুদীৰ্ঘ ১৩ বছৰ কাল ৰেজিষ্ট্ৰাৰৰ গুৰুভাৰ বহন কৰি পৰীক্ষাসমূহ ক'তো আঁৰ নলগা কৰি আৰু সম্পূৰ্ণৰূপে গোপনীয়তা ৰক্ষা কৰি নিযাৰিকৈ চলাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ মৰ্যাদা ৰক্ষা কৰিছিল। সেই মৰ্যাদা এতিয়াও অক্ষুণ্ণ আছে।

নতুন বিশ্বিদ্যালযখন গঢ় দি সৰ্বভাৰতীয় মৰ্যাদা লাভ কৰাত ফণী দত্তৰ বৰঙণি উৰ্দ্ধ'ত। ৰেজিষ্ট্ৰাৰ হিচাপে ফণী দত্তৰ বৰঙণি সৰ্বজনস্বীকৃত। বোধহয় উপাচাৰ্যৰ পদ লাভ কৰাটো তেওঁৰ বাবে কাল স্বৰূপ হ'ল। আৰু বিশ্ববিদ্যালয়ৰপৰা কৰুণভাৱে পদত্যাগ কৰি আঁতৰি যাব লগা হ'ল। ইয়াৰ পিছত দত্ত আৰু সৰহদিন জীয়াই নাথাকিল। ১৯৬৩ খৃঃৰ ২৯ অক্টোবৰত তেওঁ নৰনাট সামৰিলে।

১৯০৫ খৃঃত যোৰহাটত দত্তৰ জন্ম। দত্ত আছিল এগৰাকী কৃতী ছাত্ৰ। ১৯২৬ খৃঃত কটন কলেজৰপৰা অঙ্কত অনাৰ্চ আৰু ৰজনীকান্ত বৰাত পদক লাভ কৰি বি. এ. ডিগ্ৰী আৰু ১৯২৮ খৃঃত কলিকতা বিশ্ববিদ্যালয়ৰপৰা অঙ্কশাস্ত্ৰত এম. এ. ডিগ্ৰী লাভ কৰিছিল। দত্ত ১৯৩০ খৃঃত স্থাপন হোৱা জগন্নাথ বৰুৱা কলেজৰ জন্মলগ্নৰ অধ্যাপক। ১৯৪১ খৃঃৰপৰা তেওঁ কটন কলেজত যোগদান কৰিছিল। দত্ত আছিল সূৰ্য্যকুমাৰ ভূঞাৰ ছাত্ৰ।

১৯৬১ খৃঃৰ ৭ চেপ্টেম্বৰত কাৰ্যভাৰ গ্ৰহণ কৰা ডক্টৰ হেৰল্ড জে.

টেইলৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পঞ্চম উপাচাৰ্য। ১৯০৬ খৃঃৰ ইংলণ্ডৰ নাটিংহামচায়াৰত ডক্টৰ টেইলৰৰ জন্ম। টেইলৰ পদাৰ্থ বিজ্ঞানৰ প্ৰথম শ্ৰেণীৰ গ্ৰেজুৱেট ( ১৯২৭ ) আৰু কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ পি. এইচ-ডি. ( ১৯৩৭ )। বোম্বেৰ উইলচন কলেজ, টাটা ইনষ্টিটিউট, স্কটিচ চাৰ্চ কলেজ, ইউনিয়ন খৃষ্টান কলেজ ( বৰাপানী ) প্ৰভৃতি ডক্টৰ টেইলৰৰ কৰ্মস্থান। টেইলৰৰ কাৰ্যকালত বিশ্ববিদ্যালয়ৰ কাম কাজ সুস্থিৰ অৱস্থালৈ আনি পৰীক্ষা আদি নিৰ্ধাৰিত সময়মতে পাতিব পাৰিছিল। টেইলৰেও কাৰ্যকাল সম্পূৰ্ণ কৰিব নোৱাৰিলে। তেওঁৰ বিৰুদ্ধে হোৱা এক ছাত্ৰ বিক্ষোভৰ পৰিণতি স্বৰূপে ১৯৬৫ খৃঃৰ ৭ মেইত ডক্টৰ টেইলৰে পদত্যাগ কৰিলে। তেওঁৰ ঠাইত উপচাৰ্য নিৰ্বাচিত হ'ল ডক্টৰ মথুৰানাথ গোস্বামী।

ডক্টৰ মথুৰানাথ গোস্বামীয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ ষষ্ঠ উপাচাৰ্য স্বৰূপে কাৰ্যভাৰ গ্ৰহণ কৰিলে ১৯৬৫ খৃঃৰ ১৪ মেইত। ১৯০৬ খৃঃত মাজুলীত গোস্বামীৰ জন্ম। গোস্বামীয়ে আই. এ. পৰীক্ষাত স্টাৰ আৰু দুটা লেটাৰ (V. M.) পায়, তেওঁ অৰ্থনীতিৰ প্ৰথম শ্ৰেণীৰ অনাৰ্চ গ্ৰেজুৱেট আৰু এম. এ.। Central Banking and Monetary Control in India বিষয়ত গৱেষণা কৰি ১৯৩৫ খৃঃৰপৰা ১৯৪৬ খৃঃলৈ তেওঁ কটন কলেজৰ অৰ্থনীতি বিভাগৰ অধ্যাপক। ইয়াৰ পিছত তেওঁৰ কৰ্মস্থান সলনি হয় শিক্ষা বিভাগৰপৰা প্ৰশাসনীয় বিভাগলৈ। উপায়ুক্ত, অৰ্থসচিব, আয়ুক্ত ( Commissioner ) আদি দায়িত্বপূৰ্ণ পদত অধিষ্ঠিত হৈ ১৯৬৯ খৃঃত অৱসৰ গ্ৰহণ কৰিছিল। কৃতী ছাত্ৰ গোস্বামী ছাত্ৰাৱস্থাত আছিল কটন কলেজৰ ছাত্ৰ ইউনিয়নৰ সম্পাদক ( ১৯২৬-২৭ )।

ডক্টৰ গোস্বামী উপাচাৰ্য স্বৰূপে কাৰ্যনিৰ্বাহ কৰা কালছোৱাত উপাচাৰ্যৰ কাৰ্যকাল ৫ বছৰীয়া। দ্বিতীয়বাৰ উপাচাৰ্য নিৰ্বাচিত হৈ সুদীৰ্ঘ ১০ বছৰ কাল তেওঁ উপাচাৰ্য স্বৰূপে কাৰ্যনিৰ্বাহ কৰিছিল।

ডক্টৰ গোস্বামীৰ ঠাইত উপাচাৰ্য নিৰ্বাচিত হৈছিল সুৰেশচন্দ্ৰ ৰাজখোৱা। ৰাজখোৱা বুৰঞ্জীৰ প্ৰথম শ্ৰেণীৰ অনাৰ্চ গ্ৰেজুৱেট আৰু এম. এ.। উচ্চ শিক্ষাৰ বাবে বিলাতলৈকো গৈছিল। ১৯৩৮ খৃঃৰপৰা ৰাজখোৱা কটন কলেজৰ বুৰঞ্জীৰ অধ্যাপক। শিক্ষাবিভাগৰ বিভিন্ন পদত অধিষ্ঠিত হৈ বহু বছৰকাল শিক্ষাধিকাৰ স্বৰূপে কাৰ্যনিৰ্বাহ কৰিছিল। এইগৰাকী প্ৰবীণ

শিক্ষাবিদেও উপাচাৰ্য স্বৰূপে কাৰ্যকাল সম্পূৰ্ণ কৰিব নোৱাৰিলে। পদত্যাগ কৰি আঁতৰি গ'ল।

১৯৭৪ খৃঃৰ ১৫ জুলাইৰপৰা ডক্টৰ হিতেন্দ্ৰকুমাৰ বৰুৱা গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য। উপাচাৰ্য স্বৰূপে তেওঁৰ কাৰ্যকাল ১৯৭৯ খৃঃৰ ১৪ জুলাইলৈকে পাঁচ বছৰকাল। ১৯১৬ খৃঃৰ ১৬ জানুৱাৰীত ডিব্ৰুগড় চহৰত হিতেন্দ্ৰকুমাৰ বৰুৱাৰ জন্ম আৰু ১৯৮০ খৃঃৰ ১৫ জানুৱাৰীত কলিকতা চহৰত তেওঁৰ মৃত্যু হয়। কলিকতা প্ৰেচিডেন্সী কলেজ আৰু কলিকতা বিশ্ববিদ্যালয়ৰপৰা উদ্ভিদ বিজ্ঞানত অনাৰ্চ আৰু এম. এচ্-চি. ডিগ্ৰী লাভ কৰি ১৯৪২ খৃঃত কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰপৰা পি. এইচ-ডি. ডিগ্ৰী লাভ কৰিছিল।

কলিকতাৰ বসু বিজ্ঞান মন্দিৰ, ব্ৰহ্মদেশৰ ৰেঙ্গুন বিশ্ববিদ্যালয় বৰুৱাৰ কৰ্মস্থান আছিল। ডক্টৰ বৰুৱা গুৱাহাটী বিশ্ববিদ্যালয়ৰ ১৯৪৮ খৃঃৰ জন্মলগ্নৰ উদ্ভিদ বিজ্ঞানৰ অধ্যাপক ( Professor )। ডক্টৰ বৰুৱা আছিল উদ্ভিদ বিজ্ঞানৰ এগৰাকী খ্যাতিমান অধ্যাপক আৰু গৱেষক। ডক্টৰ বৰুৱাৰ ভালেকেইটি গৱেষণামূলক প্ৰবন্ধ বিভিন্ন আলোচনীত প্ৰকাশ হয়।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ বৰ্তমান উপাচাৰ্য ডক্টৰ যামিনীমোহন চৌধুৰী ভূতত্ত্ব বিভাগৰ অধ্যাপক।

অসমৰ দ্বিতীয় বিশ্ববিদ্যালয় ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ জন্ম ১৯৬৫ খৃঃত। শিৱসাগৰ, লক্ষীমপুৰ আৰু ডিব্ৰুগড় জিলা ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অধীন। ডিব্ৰুগড বিশ্ববিদ্যালয়ৰো উদ্দেশ্য শিক্ষাদান। স্বীকৃতি দিয়া আৰু পৰীক্ষা চলোৱা ( teaching, affiliating and examining ) ডিব্ৰুগড় বিশ্ববিদ্যালয় এখন আবাসিক বিশ্ববিদ্যালয়।

১৯৭৩ খৃঃত ছিলঙত উত্তৰ-পূব পাৰ্বত্য বিশ্ববিদ্যালয়ৰ ( North-Eastern Hill University ) জন্ম। মেঘালয়, নগাভূমি আৰু মিজোৰাম উত্তৰ-পূৰ্ব পাৰ্বত্য বিশ্ববিদ্যালয়ৰ অধীন।

যোৰহাটৰ ওচৰৰ বৰভেটাত ১৯৬৮ খৃঃত কৃষি বিশ্ববিদ্যালয় স্থাপন কৰা হয়। যোৰহাটৰ কৃষি কলেজ আৰু গুৱাহাটীৰ পশু চিকিৎসা কলেজ কৃষি বিশ্ববিদ্যালয়ৰ অধীন।

ডক্টৰ ভূঞা ৰাজ্যসভাৰ সদস্য থকা কালছোৱাত ১৯৫২ খৃঃৰ সেই মাহত বুদ্ধ পূৰ্ণিমা উপলক্ষে নতুন দিল্লীত অনুষ্ঠিত সভা এখনত ডক্টৰ ভূঞাই

যোগদান কৰিছিল। উপৰাষ্ট্ৰপতি ডক্টৰ ৰাধাকৃষ্ণণ সভাৰ সভাপতি। ভাষণ প্ৰসঙ্গত ডক্টৰ ভূঞাই পূব অসমত পূৰ্বভাৰতী নামেৰে এখন বিশ্ব-বিদ্যালয় প্ৰতিষ্ঠাৰ বাবে পৰামৰ্শ আগ বঢ়াইছিল। এইখন বিশ্ববিদ্যালয়লৈ ব্ৰহ্মদেশ, তিব্বত, চীন, জাপান, থাইলেণ্ড আদি দেশৰপৰা শিক্ষাৰ্থী আহি অধ্যয়ন কৰিব পাৰিব। প্ৰাচীন ভাৰতৰ তক্ষশীলাৰ দৰে ই হ'ব সংহতিৰ প্ৰতীক আৰু শিক্ষাৰ কেন্দ্ৰ।

**পাৰ্বত্য বিশ্ববিদ্যালয় : Hill University**

মেঘালয় মিজোৰাম আদি ৰাজ্যসমূহ সৃষ্টি হোৱাৰ পূৰ্বে অবিভক্ত অসমৰ পাৰ্বত্য এলেকাসমূহৰ বাবে এখন সুকীয়া বিশ্ববিদ্যালয় স্থাপনৰ প্ৰয়োজনীয়তাৰ কথা বিশ্ববিদ্যালয় অনুদান আয়োগেও চিন্তা কৰিছিল।*

গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত পাৰ্বত্য ভাষা সাহিত্যৰ বিকাশ, গৱেষণা আদিৰ ক্ষেত্ৰত প্ৰকৃত সহাৰি নোপোৱা বুলি অভিযোগ উত্থাপন কৰা হয়। আৰু কোৱা হয় গুৱাহাটী বিশ্ববিদ্যালয়ৰ আন ভাষা সাহিত্যৰ প্ৰতি মনোভাব মাহী আইৰ লেখীয়া। এছ. চি. জমিৰ, ডাম্লিং ইৰিং, ৰিছাং কেইচাং, আৰু জি. জি. চোৱেল এই চাৰি গৰাকী সদস্যই সংসদত ১৯৬৩ খৃঃৰ ২৩ চেপ্টেম্বৰত এখন আবেদন যোগে গুৱাহাটী বিশ্ববিদ্যালয় অসমীয়া-ভাবাপন্ন বুলি অভিযোগ উত্থাপন কৰে। লগতে আৰু কয় পৰ্বতীয়া ভাষা কৃষ্টিৰ বিকাশ আৰু গৱেষণাৰ ক্ষেত্ৰত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত বিশেষ সুবিধা নাই। ১৯৬০ খৃঃত অসমীয়া ৰাজ্যভাষা বিল পাছ হোৱাৰ পিছত এচাম বিৰুদ্ধবাদীৰ ষড়যন্ত্ৰৰ বাবেই এনেভাৱে গা কৰি উঠিছিল।

ভাৰত চৰকাৰৰ শিক্ষা মন্ত্ৰণালয় আৰু বিশ্ববিদ্যালয় অনুদান আয়োগে গোটেই সমস্যাটো পৰ্যালোচনা কৰিবৰ বাবে এখন সমিতি গঠন কৰি দিয়ে। ১৯৬৩ খৃঃৰ ৪ ডিচেম্বৰত গঠন কৰা এই সমিতিৰ ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা এগৰাকী সদস্য। লোকসভা আৰু বিশ্ববিদ্যালয় অনুদান আয়োগৰ সদস্য

---

* Members of the Committee appointed by the University Grants Commission and Ministry of Education to examine the proposal for the establishment of a Federal University for the Hill areas of Assam, NEFA, Nagaland and Manipur.

অধ্যাপক এ. আৰ. ৰাদিয়া সমিতিৰ সভাপতি, ডক্টৰ এইচ. জে. টেইলৰ, অধ্যাপক জি. জি. চোৱেল আৰু আৰ. পি. নায়ক আন আন সদস্য।

সমিতিৰ এগৰাকী অন্যতম সদস্য হিচাপে সময়ে দিয়া ডক্টৰ ভূঞাৰ অভিমত আৰু প্ৰস্তুত কৰা প্ৰতিবেদনসমূহৰ বিচাৰ আৰু মন্তব্য আছিল নিৰপেক্ষ আৰু যুক্তিপূৰ্ণ। ডক্টৰ ভূঞা গুৱাহাটী বিশ্ববিদ্যালয়ৰ জন্মলগ্নৰ সৈতে জড়িত আৰু এগৰাকী প্ৰাক্তন উপাচাৰ্য। গতিকে গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ কৰ্ম আৰু উদ্দেশ্যৰ কথা তেওঁৰ নখ দৰ্পণত। গুৱাহাটী বিশ্ব-বিদ্যালয়ে পাৰ্বতীয়া ভাষা কৃষ্টিৰ বিকাশত উপেক্ষা কৰা বুলি তোলা অভিযোগৰ উত্তৰত ডক্টৰ ভূঞাই কয় যে গুৱাহাটী বিশ্ববিদ্যালয়ে বিভিন্ন ভাষাগোষ্ঠীৰ বিষয়ে অধ্যয়ন আৰু গৱেষণাৰ ক্ষেত্ৰত কাৰ্পণ্য কৰা নাই।

The Gauhati University has done all it can to promote the study of Tribes of Assam through its departments of Anthropology and Tribal Culture and Research.

অসমীয়া ৰাজ্য ভাষা বিল সদনত গৃহীত হলেও স্বায়ত্ত শাসিত পাৰ্বত্য জিলাসমূহৰ বাবে ভাষা ব্যৱহাৰৰ ক্ষেত্ৰত থকা স্বাধীনতাৰ কথা ডক্টৰ ভূঞাই আঙুলিয়ায়। আনহাতে কাৰ্বি আংলং জিলাৰ লোকসকলে অসমীয়া ৰাজ্য ভাষা হ'ব লাগে বুলি আন্দোলন কৰিছিল।

অসমৰ অসমীয়া ৰাজ্যভাষা বিল গৃহীত হোৱাৰ পিছত বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যমৰ ক্ষেত্ৰতো ই প্ৰযোজ্য হলে পৰ্বতীয়া ছাত্ৰৰ বাবে অসুবিধা হ'ব বুলি আপত্তি দৰ্শাইছিল। ইয়াৰ উত্তৰত ডক্টৰ ভূঞাই অসম চৰকাৰৰ ঘোষিত নীতিৰ কথা আঙুলিয়ায়। অসম চৰকাৰ কলেজৰ শিক্ষাৰ মাধ্যমৰ ক্ষেত্ৰত তেনে নকৰিবলৈ দৃঢ় প্ৰতিজ্ঞ। অৱশ্যে পিছত পাৰ্বত্য ৰাজ্য মেঘালয় আৰু সুকীয়া বিশ্ববিদ্যালয় স্থাপন হোৱাৰ পিছত গুৱাহাটী বিশ্ববিদ্যালয়ে শিক্ষাৰ মাধ্যম অসমীয়া কৰিছিল।

ডক্টৰ ভূঞাই ২৭ জুন ১৯৬৪ খৃঃত বিশ্ববিদ্যালয় অনুদান আয়োগক দিয়া তেওঁৰ প্ৰতিবেদনত পাৰ্বত্য ভাষা কৃষ্টিৰ বিকাশৰ বাবে ছিলঙত এখন বিশ্ব-বিদ্যালয় স্থাপনৰ ওপৰত গুৰুত্ব আৰোপ কৰে। কিন্তু উত্তৰ-পূৰ্ব ভাৰত বিভিন্ন জাতি আৰু ভাষাৰ সংহতিৰ বাবে আন আন পৰ্বতীয়া জাতি থকা

অৰুণাচল, নগাভূমি, মণিপুৰ আদি গুৱাহাটী বিশ্ববিদ্যালয় অধীনত থাকিব লাগে বুলি তেওঁ দৃঢ় অভিমত পোষণ কৰে।

I would now conclude by repeating that the proposed University should be of a unitary type with its jurisdiction spread over the colleges situated at Shillong and Barapani, that the non-Shillong colleges in the Hill areas of Assam, NEFA, Nagaland and Manipur should continue to remain under Gauhati University or come under Dibrugarh University when the latter is established. This arrangement as I had said in my notes of 10. 3. 64 and 22. 4. 64 will foster the contact between the plains and the hills and will lead to their integration as the students will form one academic brotherhood under the same alma mater.

27. 6. 64

ডক্টৰ ভূঞাই প্ৰস্তাৱিত পাৰ্বত্য জিলাৰ বিশ্ববিদ্যালয় সম্পৰ্কে বিশ্ববিদ্যালয় অনুদান আয়োগৰ যুটীয়া সচিব ডক্টৰ ফিলিপলৈ ৩০ জুন ১৯৬৪ খ্ৰীঃত লিখা চিঠিখনত তেওঁৰ মতামত স্পষ্টভাষাত ব্যক্ত কৰিছিল। পাৰ্বত্য জিলাৰ বাবে বিশ্ববিদ্যালয় স্থাপনৰ প্ৰতি পূৰ্ণ সমৰ্থন জনাই আন পাৰ্বত্য জিলাসমূহৰ সৈতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ মধুৰ সম্পৰ্ক ৰক্ষাৰ ওপৰত তেওঁ অধিক গুৰুত্ব আৰোপ কৰিছিল। গুৱাহাটী বিশ্ববিদ্যালয়ক পক্ষপাতিত্ব কৰা বুলি তোলা অভিযোগসমূহ যে মনে সজা তেওঁৰ প্ৰতিবেদনত সেই কথা স্পষ্ট।

The 30th June 1964
Gauhati, Assam

To
Dr. P. J. Philip,
Joint Secretary U. G. C
New Delhi-1

My dear Philip,

Thanks for your letter of the 27th June. I have been very much moved by your kind wishes for my quick recovery. God will bless you for your warm feelings for an old man.

I am glad to learn that you are placing my note of 23rd June before the ensuing meeting of the Committee. I think, I made it clear there that action under Section 3 of the U. G. C. Act of 1956 would be welcome But in that case the Committee has to select one particular institution at Shillong for being deemed to be University which will be subject to the usual statutory limitations of an institution of that category. If however, the Committee does not desire to have a University in Shillong comprising the colleges in that town and Barapani only

I hope you have received meanwhile my note of the 27th June, where I have stated my views more fully, as I feel strongly that for the rapid and enduring integration of the people of the hills and plains of North East India, no instrument is so very potent and indispensable as the education and intermingling of their youths in one academic brotherhood and under one alma mater in the impressionable period of their life. That is why the non Shillong colleges of the Hill areas should remain affiliated to the Gauhati University or be affiliated to the Dibrugarh University when established.

With kind regards,

Yours sincerely,
S. K. Bhuyan

বিশ্ববিদ্যালয় অনুদান আয়োগৰ যুটীয়া সচিব ডক্টৰ ফিলিপলৈ তেওঁৰ স্পষ্ট অভিমত চিঠিৰে জনাইও ডক্টৰ ভূঞাই ক্ষান্ত থাকিব পৰা নাছিল। ৪ জুলাইত তেওঁ ন্যায়াধীশ শৰৎকুমাৰ দত্তৰ ওচৰলৈ গৈ তেওঁৰ মনোবেদনা প্ৰকাশ কৰিছিল। তেওঁৰ মতে ছিলঙত এখন স্বীকৃতি দিয়া ( affiliating ) বিশ্ববিদ্যালয় স্থাপন হ'লে ই হ'ব আত্মঘাতী কাৰ্য।

সিদিনাই তেওঁ অনুদান আয়োগৰ যুটীয়া সচিবৰ চিঠিৰপৰা জানিব পাৰিলে ছিলঙত প্ৰস্তাৱিত বিশ্ববিদ্যালয় হ'ব স্বীকৃতি দিয়া। বিশ্ববিদ্যালয় (affiliating), তেতিয়া তেওঁ মৰ্মাহত হৈ পৰিছিল। মৃত্যুৰ পূৰ্বমুহূৰ্তত সিদিনা সন্ধিয়া অনুদান আয়োগৰ সচিবলৈ তেওঁৰ স্পষ্ট অভিমত জনাই দিয়া তাঁৰবাৰ্তাখনেই আছিল তেওঁৰ মেলানিৰ বাণী (Swan Song):

I do not support affiliating University for Shillong. Failing single institution University under Grants Commission Act, I support unitary University at Shillong as recommended in my notes.

অসমবাসীৰ বুকুৰ কুটুম স্বৰূপ পৰ্বতীয়া ভাইসকলৰ সৈতে বিচ্ছেদ ঘটাৰ আশঙ্কাত ডক্টৰ ভূঞাই এনেদৰে তেওঁৰ স্পষ্ট অভিমত জনাইছিল। অনুদান আয়োগৰ সিদ্ধান্তৰ কথা জানিও প্ৰতিবাদ কৰিবলৈ তেওঁ দ্বিধা বোধ কৰা নাছিল। ডক্টৰ ভূঞাৰ স্পষ্ট অভিমতৰ অন্তৰালত প্ৰকাশ পাইছিল পৰ্বতীয়া ভাইসকলৰ প্ৰতি থকা অসমীয়া জাতিৰ পৰম আন্তৰিকতাৰ ইঙ্গিত।

১৯৭৩ খৃঃত ছিলঙত উত্তৰ-পূব পাৰ্বত্য বিশ্ববিদ্যালয়ৰ (North-Eastern Hill University) জন্ম হ'ল। মেঘালয় মিজোৰাম আৰু নগাভূমি হ'ল পাৰ্বত্য বিশ্ববিদ্যালয়ৰ অধীন।

কিন্তু মনিপুৰ ৰাজ্যই নিজৰ সুকীয়া বিশ্ববিদ্যালয় স্থাপন নোহোৱালৈকে গুৱাহাটী বিশ্ববিদ্যালয়ৰ লগত সম্বন্ধ ৰাখি থাকিল।

## Provincial Publicity and Recruiting Officer

ভাৰত চৰকাৰৰ ডিৰেক্টৰ অৱ পাবলিচিটি এণ্ড ৰিক্ৰুটমেণ্ট বিভাগৰ অধীনত ১৯৪৩ খৃঃৰ জুনমাহৰপৰা প্ৰথমতে ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা পাৰ্ট-টাইম পাব্লিচিটি অফিচাৰ হিচাপে নিযুক্ত। সেই সময়ত অসমৰ মুখ্য আয়ুক্ত এইচ. জি. ডেনেহি (H. G. Dennehy)। ডক্টৰ ভূঞাই প্ৰথমতে Military coaching classৰ বাবে এখন আঁচনি প্ৰস্তুত কৰিছিল।

এই কামত সৰহ দিন নৌহওঁতেই ভাৰত চৰকাৰে তেওঁক ১৯৪৩ খৃঃৰ ১১ নবেম্বৰৰপৰা কাৰিকৰী শিক্ষা আঁচনিৰ অধীনত প্ৰাদেশিক প্ৰচাৰ বিষয়া (Provincial Publicity Officer under the Technical Training

Scheme ) নিয়োগ কৰিলে। এই নতুন বিভাগটোৰ প্ৰধান কাম আছিল যুদ্ধৰ বিষয়ক সকলো ধৰণৰ প্ৰচাৰৰ কাম, সামৰিক প্ৰশিক্ষণৰ শ্ৰেণীৰ ব্যৱস্থা কৰা ( Military coaching class ) আৰু কাৰিকৰী শিক্ষা আঁচনিৰ মাধ্যমত নতুন নিয়োগ ব্যৱস্থা ( recruitment ) কৰা।

প্ৰথমতে ১৯৪৪ খৃঃৰ ফেব্ৰুৱাৰী মাহলৈকে তেওঁৰ কাৰ্যালয় আছিল ছিলঙৰ আৰ্ল চেনেটাৰিয়ামত। ডক্টৰ ভূঞাই কাম কাজৰ সুবিধাৰ বাবে গুৱাহাটীলৈ কাৰ্যালয় স্থানান্তৰ কৰিলে। নতুন দিল্লীত অনুষ্ঠিত প্ৰাদেশিক প্ৰচাৰ বিষয়াৰ সম্মিলনলৈকো গৈ ভূঞাই অংশ গ্ৰহণ কৰিছিল। ডক্টৰ ভূঞাই নেচনেল ৱৰ ফ্ৰন্টৰ ( National War Front) লগতো যোগাযোগ ৰক্ষা কৰিছিল।

এই কামত তেওঁ তেজপুৰ, মঙ্গলদৈ, বৰপেটা, ধুবুৰী, গোৱালপাৰা, তুৰা, যোৰহাট, গোলাঘাট, শিৱসাগৰ উত্তৰ লক্ষীমপুৰ, শিৱসাগৰ, ডিব্ৰুগড, ছিলেট প্ৰভৃতি অসমৰ বিভিন্ন ঠাইত টাকুৰি ঘূৰাদি ঘূৰি ফুৰিব লগা হৈছিল। যুদ্ধৰ প্ৰস্তুতিৰ বাবে সেই সময়ত ৰেল মটৰত ভ্ৰমণ কৰাটো কষ্টকৰ বাবে চৰকাৰৰ তৰফৰপৰা মটৰ কাৰ এখনৰ যোগান ধৰা হৈছিল। পিছত তেওঁ এই মটৰ কাৰখন কিনি লৈ শেষ জীৱনলৈ ব্যৱহাৰ কৰা দেখা গৈছিল। গাড়ীখনৰ নং ASK 958। ভ্ৰমণ কালছোৱাত তেওঁ প্ৰায়বোৰ শিক্ষানুষ্ঠান আৰু বাৰ লাইব্ৰেৰীলৈ গৈ সভা-সমিতি পাতিছিল।

সামৰিক প্ৰশিক্ষণৰ বাবে অসমৰ বিভিন্ন ঠাইত কিছুমান কেন্দ্ৰ স্থাপন কৰি প্ৰতিটো কেন্দ্ৰৰ বাবে সঞ্চালক ( Director ) আৰু প্ৰশিক্ষক নিয়োগ কৰিছিল। প্ৰতিজন সঞ্চালকৰ মাননী ৭৫ টকা, শিক্ষকৰ ৫০ টকা আৰু কাৰ্যালয় সহকাৰীৰ বাবে ৩০ টকা।

**Personnel of the M.C.C. Staff**

**The following were appointed for work in connection with the organisation of the Military coaching classes at different centres and were maintained out of the allotment from the Defence Services Estimate Fund :**

**Gauhati**

| | |
|---|---|
| Director | S. K. Datta, Principal, Law College |
| Teachers | Prof. Raihan Shah |
| | Prof. Phanidhar Datta |
| | Annaram Barua |

**Sylhet**

| | |
|---|---|
| Director | Prof. Upendra Nath Dutta |
| Teachers | Abu Sayed Ahmed |
| | Abdur Rahman |

**Jorhat**

| | |
|---|---|
| Director | A. C. Tunstall |
| Teachers | Jajnaram Gohain |
| | Salehuddin Ahmed |

**Nowgong**

| | |
|---|---|
| Directors | Purna Chandra Choudhury |
| | Umakanta Sarma |

উক্ত তালিকাভুক্তসকলৰ ভিতৰত কোন কেইগৰাকীয়ে কামত যোগদান কৰিছিল কোন কেইগৰাকী কৰা নাছিল জনা নাযায়।

নতুন বিভাগটোৰ দায়িত্ব বহন কৰাৰ মূলতে ডক্টৰ ভূঞাৰ এটি সজ উদ্দেশ্য আছিল। সেই সজ উদ্দেশ্য হৈছে মানুহৰ মনৰপৰা যুদ্ধৰ বিভীষিকা আঁতৰ কৰা আৰু মানুহক সামৰিক শিক্ষাৰ প্ৰতি অধিক আগ্ৰহী কৰা। প্ৰচাৰৰ ফলত অসমীয়া ডেকা প্ৰতিৰক্ষাৰ ( Defence ) প্ৰতি আগ্ৰহী হৈ পৰিছিল।

১৯৪৪ এপ্ৰিলত ছিলেটৰ চৰকাৰী হাইস্কুলত সামৰিক প্ৰশিক্ষণৰ উদ্বোধনী সভা অনুষ্ঠিত হয়। সভাত পৌৰহিত্য কৰিছিল শিক্ষামন্ত্ৰী মৌলবী ছয়িদুৰ ৰহমানে। সভাত দিয়া ভাষণ প্ৰসঙ্গত ডক্টৰ ভূঞাই প্ৰশিক্ষণৰ প্ৰয়োজনীয়তাৰ কথা ব্যাখ্যা কৰি লগতে অসমীয়া শিক্ষাৰ্থী মিলিটাৰী চাকৰিত বঞ্চিত হোৱাৰ কাৰণসমূহো ফহিয়াই দেখুৱায়।

অসমীয়া মেধাবী ছাত্ৰয়ো সৰ্বভাৰতীয় পৰীক্ষাত 'স্মাৰ্টনেছৰ' অভাৱত যোগ্যতা প্ৰদৰ্শন কৰিব নোৱৰাৰ কথাও কয়। সেইবাবেই সামৰিক প্ৰশিক্ষণৰ প্ৰয়োজন। ডক্টৰ ভূঞাৰ এনে যুক্তি উলাই কৰিব নোৱাৰি।

অনুষ্ঠানসমূহৰ প্ৰশিক্ষণৰ বিষয়সমূহ আছিল ইংৰাজী লিখা আৰু কোৱা, সাধাৰণ জ্ঞান, অঙ্ক, সাধাৰণ বিজ্ঞান আৰু সামৰিক বিষয়সমূহ। সামৰিক, নৌ আৰু বিমান বাহিনীৰ এই তিনিটা শাখাত প্ৰশিক্ষণ দিয়া হৈছিল। তেওঁৰ উদ্দেশ্য এনে প্ৰশিক্ষণ লৈ যাতে অসমীয়া ডেকাই পোনপতীয়াকৈ Emergency Commission লাভ কৰিব পাৰে। কাৰিকৰী বিষয়ৰ প্ৰশিক্ষণৰ ব্যৱস্থা কৰিছিল নগাঁও আৰু চিলেটৰ পলিটেকনিক স্কুলত। গুৱাহাটীত প্ৰশিক্ষণৰ স্থান আৰ্ল ল কলেজ।

এবাৰ তেওঁ গোৱালপাৰা ধুবুৰী হৈ ভ্ৰমণ কৰি তুৰা পায়গৈ। বাটতে ফুলবাৰীৰ ডাক বঙলাত নিশাটো কটায়। তুৰাত ইভিনিং ক্লাবে সঙ্গীত সন্ধিয়াৰ আয়োজন কৰি ডক্টৰ ভূঞাক সম্বৰ্ধনা জনাইছিল। তুৰাত বহুতো গাৰো যুবকক মিলিটাৰীত ভৰ্তি কৰাইছিল।

ডক্টৰ ভূঞা সাহিত্যৰ অধ্যাপক যদিও সামৰিক প্ৰশিক্ষণৰ লগতে কাৰিকৰী শিক্ষাদানৰ ওপৰত কৰিছিল অধিক গুৰুত্ব আৰোপ। তেওঁ ভালদৰে বুজিছিল কাৰিকৰী প্ৰশিক্ষণে ভৱিষ্যত জীৱনত বৃত্তি বা কৰ্ম সংস্থানত সহায়ক হ'ব। আনহাতে ইয়ে সহায় কৰিব দেশৰ ভৱিষ্যত উদ্যোগীকৰণত।

১৯৪৫ খৃঃৰ নবেম্বৰ মাহলৈকে ডক্টৰ ভূঞাই উক্ত দায়িত্ব বহন কৰিছিল। এই কালছোৱাত তেওঁৰ দৰমহা আছিল এহেজাৰ টকা। এই নতুন দায়িত্ব লবলৈ ডক্টৰ ভূঞাক প্ৰথমতে প্ৰস্তাৱ আগ বঢ়াইছিল শিক্ষাধিকাৰ সতীশচন্দ্ৰ ৰায়ে।

গাঁৱে গাঁৱে যেতিয়া ৰিক্ৰুটিং অফিচাৰ হিচাপে ঘূৰি ফুৰিছিল তেতিয়া তেওঁ গাঁৱৰ মানুহক কৈছিল, "গাঁৱৰ কামত অহা বাধ্য ল'ৰাবোৰ মোক নালাগে, মোক দিয়ক সেইবোৰ ল'ৰা যিবোৰ ল'ৰা গাঁৱৰ কোনো কামত নাহে, আজকালৰ সৃষ্টি কৰি পঢ়াশুনা নকৰে।"

## প্ৰকাশন পৰিষদ

অসমৰ সাহিত্য-সংস্কৃতিৰ উন্নতি বিধানত সক্ৰিয়ভাৱে সহায় কৰা নীতি স্বৰূপে অসম চৰকাৰৰ উদ্যোগত অসম প্ৰকাশন পৰ্ষদ (এতিয়া পৰিষদ)

**Assam Publication Board** প্ৰতিষ্ঠিত। শিক্ষামন্ত্ৰী দেবেশ্বৰ শৰ্মা পৰিষদৰ সভাপতি আৰু বিশ্বনাৰায়ণ শাস্ত্ৰী (এতিয়া ডক্টৰ) সচিব। ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা, ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা, হলিৰাম ডেকা, বেণুধৰ শৰ্মা, নলিনীবালা দেৱী পৰিষদৰ আন আন সদস্য।

১৯৬২ খৃঃৰ সাধাৰণ নিৰ্বাচনৰ পিছত মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাৰ নেতৃত্বত গঠন কৰা কংগ্ৰেছী মন্ত্ৰীসভাৰ দেৱকান্ত বৰুৱা শিক্ষামন্ত্ৰী। শিক্ষামন্ত্ৰী স্বৰূপে বৰুৱা প্ৰকাশন পৰিষদৰ সভাপতি। পুৰণি আৰ্ল ল কলেজৰ চৌহদতে প্ৰথমতে প্ৰকাশন পৰিষদৰ কাৰ্যালয় স্থাপন হয়। ১৯৬২ খৃঃৰ ৪ এপ্ৰিলত শিক্ষামন্ত্ৰী দেৱকান্ত বৰুৱাৰ পৌৰোহিত্যত ল কলেজৰ চৌহদতে অনুষ্ঠিত সাধাৰণ সভাত উপস্থিত সদস্যসকলৰ ভিতৰত আছিল নলিনীবালা দেৱী, ডক্টৰ সূয্যকুমাৰ ভূঞা, ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা, সুৰেশচন্দ্ৰ ৰাজখোৱা (শিক্ষাধিকাৰ), নৱকান্ত বৰুৱা, ৰায়হান শাহ, ডক্টৰ ৰোহিণীকুমাৰ বৰুৱা, পৰাগ চলিহা, যোগীৰাজ বসু, প্ৰিমৰোজ গাটপোহ (P. Gatpoh), তীৰ্থনাথ শৰ্মা, শৰৎচন্দ্ৰ সিংহ, আৰু বিশেষভাৱে নিমন্ত্ৰিত ডক্টৰ অশ্বিনী বৰকাকতী (ইন্সপেক্টৰ অৱ স্কুলচ), ডক্টৰ মহেশ্বৰ নেওগ (প্ৰধান সম্পাদক, সাহিত্যসভা) আৰু ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মা (যুটীয়া সম্পাদক, অসম একাডেমী)।

এই সভাতে গঠিত পৰিষদৰ কাৰ্যনিৰ্বাহক সভালৈ ডক্টৰ ভূঞা নিৰ্বাচিত হয়। ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা, ডক্টৰ ৰোহিণীকান্ত বৰুৱা, প্ৰিমৰোজ গাটপোহ সভাপতি আৰু সচিব কাৰ্যনিৰ্বাহকৰ আন আন সদস্য। সাধাৰণ সভাত আৰু দুখনমান সমিতি গঠন কৰা হয়।

পিছদিনা ৫ এপ্ৰিলত পৰিষদৰ কাৰ্যালয়তে দেৱকান্ত বৰুৱাৰ পৌৰোহিত্যত পৰিষদৰ কাৰ্যনিৰ্বাহক সভা অনুষ্ঠিত হয়। সভাত ডক্টৰ ভূঞা, বিৰিঞ্চি বৰুৱা আৰু নলিনীবালা দেৱী (তেতিয়া উপ-সভাপতি) উপস্থিত আছিল।

কাৰ্যনিৰ্বাহক সভাত অসমৰ এখন বুৰঞ্জী প্ৰণয়নৰ প্ৰস্তাৱ গ্ৰহণ কৰি সেই দায়িত্ব অৰ্পণ কৰা হয় ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাক। বুৰঞ্জীখন প্ৰণয়নৰ বাবে দহ হাজাৰ টকা খৰচ ধাৰ্য কৰি এখন সম্পাদনা সমিতি গঠন কৰা হয়।[১]

---

১। **Resolved that Dr. S. K. Bhuyan, ex-Vice Chancellor of the Gauhati University be requested to take up the work of preparing a comprehen-**

ডক্টৰ ভূঞা সমিতিখনৰ সভাপতি আৰু বুৰঞ্জীখনৰ মুখ্য সম্পাদক। ডক্টৰ হেৰম্বকান্ত বৰপূজাৰী, ডক্টৰ প্ৰতাপচন্দ্ৰ চৌধুৰী, ডক্টৰ পদ্মেশ্বৰ গগৈ আন আন সদস্য। বিশ্বনাৰায়ণ শাস্ত্ৰী সমিতিখনৰ সচিব।

প্ৰস্তাৱিত বুৰঞ্জীখন ১৫টি অধ্যায়ত ৫২০ পৃষ্ঠাৰ ভিতৰত ৰচনা কৰিবলৈ এখনি আঁচনি যুগুত কৰা হয়। আঁচনি মতে গ্ৰন্থখনিৰ বিষয় আৰু লিখকসকল হ'ল :

১ম ডক্টৰ হৰিপ্ৰসন্ন দাস ভৌগোলিক বিৱৰণ

২য় ডক্টৰ প্ৰতাপ চৌধুৰী আৰ্যসকলৰ আগমন

৩য় বিশ্বনাৰায়ণ শাস্ত্ৰী বৌদ্ধ আৰু তান্ত্ৰিক প্ৰভাৱ

৪ৰ্থ ডক্টৰ পদ্মেশ্বৰ গগৈ আহোম যুগ

৫ম ৬ষ্ঠ ডক্টৰ ভূঞা আহোম যুগ আৰু ইংৰাজৰ লগত সম্বন্ধ (১৭৭১-১৮২৬)

৭ম ৮ম ডক্টৰ বৰপূজাৰী ৱটিছ যুগ (১৮২৬-৭৩)

৯ম ১০ম কেশৱনাৰায়ণ দত্ত চীফ কমিচনাৰৰ শাসনাধীন অসম আৰু স্বাধীনতা আন্দোলন

১১শ ডক্টৰ মহেশ্বৰ নেওগ সঙ্গীত কলা

১২শ প্ৰেমধৰ চৌধুৰী ভাস্কৰ্য আৰু পুৰাতত্ত্ব

১৩শ ডক্টৰ প্ৰফুল্লদত্ত গোস্বামী ভাষা আৰু সাহিত্য

১৪শ ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মা বৈষ্ণৱ আন্দোলন

১৫শ ডক্টৰ লক্ষ্মী দেৱী পৰ্বত ভৈয়াম সম্প্ৰীতি

১৬শ বিপিনচন্দ্ৰ বৰগোঁহাই অসমৰ চাহ শিল্প

গ্ৰন্থখনি ৰচনাৰ বাবে এখনি ৩৪ হাজাৰ টকাৰ আঁচনি গ্ৰহণ কৰি এজন কাযালয় সহকাৰী নিয়োগ কৰিবলৈ স্থিৰ কৰিছিল।

পুথিখন ৰচনাৰ বাবে সকলো আয়োজন কৰিও ডক্টৰ ভূঞাই শাৰীৰিক অসুস্থতাৰ বাবে কামত অগ্ৰসৰ হব নোৱাৰিলে। সেয়েহে ১৯৬২ খৃঃৰ ৬

---

sive history of Assam from the ancient period to the modern age within a period of one year and the same be published by the Publication Board.

Further a sum of rupees ten thousand be sentioned for initial expences of the project.

ডিচেম্বৰত অনুষ্ঠিত কাৰ্য নিৰ্বাহক সভাই গ্ৰন্থখন প্ৰণয়নৰ কাম ১৯৬৪ খৃঃৰ জানুৱাৰী লৈ স্থগিত ৰাখিলে।২ কাৰ্য্যালয় নিযুক্তিৰ কামো সাময়িকভাৱে বন্ধ কৰিলে। বুৰঞ্জীখন অসমীয়া নাইবা ইংৰাজী ভাষাত প্ৰণয়ন কৰি হিন্দী ভাষালৈ অনুবাদ কৰাৰো পৰিকল্পনা কৰিছিল। ( Either in Assamese or in English which is readily available. )

এই বুৰঞ্জীখন সম্পূৰ্ণ কৰিব পাৰিলে বুৰঞ্জী সাহিত্যৰ এটা ডাঙৰ অভাৱ পূৰণ হ'লহেঁতেন।

## ডক্টৰ ভূঞাৰ ব্যক্তিত্ব

ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা এগৰাকী নিভাঁজ ভদ্ৰলোক। Perfect gentleman. নিয়মানুবৰ্ত্তীতা, শৃঙ্খলা আৰু সৰু বৰ সকলোৰে প্ৰতি অতি সজ ব্যৱহাৰ তেওঁৰ চৰিত্ৰৰ ভূষণ। তেওঁৰ সৈতে কাম কৰা বকুৱা বন কৰা ল'ৰা, পিয়ন, চকিদাৰ, কাৰ্যালয় সহকাৰী সকলোৱে তেওঁৰপৰা লাভ কৰিছিল মৰম প্ৰীতি ভাব আৰু প্ৰেৰণা। সেয়েহে ব্যৱহাৰৰ লগতে সাধাৰণ লোকৰো ঘৰুৱা জীৱনৰ বুজ লোৱা, সুখ-দুখৰ সমবেদনা জনোৱাৰ প্ৰতি তেওঁ আছিল অধিক আগ্ৰহশীল। তেওঁৰ টোকাবহীৰ ( Notebook ) লিপিবদ্ধ হৈটো সিটো কাহিনীৰ লগত এনে সাধাৰণ লোকৰ কাহিনীও অন্যতম। এই সাধাৰণ শ্ৰেণী লোকৰ সজ চিন্তা, ধ্যান ধাৰণাৰপৰাও যে শিকিবলগীয়া, জানিবলগীয়া বহুকথা আছে সেই কথা তেওঁ ভালদৰে উপলব্ধি কৰিব পাৰিছিল।

গাঁৱৰ সাধাৰণ মানুহৰ ঘৰলৈ মাজে সময়ে যোৱাৰ প্ৰতি তেওঁ আছিল আগ্ৰহশীল। তেওঁ যেনে দৰে ডা-ডাঙৰীয়া, ৰাজপুৰুষ, বিজ্ঞলোকৰ সান্নিধ্য বিচাৰিছিল তেনেদৰে সাধাৰণ মানুহৰ সহৃদয় ব্যৱহাৰ আৰু আতিথ্যৰ প্ৰতিও আছিল দুৰ্বলতা।

কাৰোবাৰপৰা অকণমান সহায় সহানুভূতি পালেই তেওঁ মুক্ত কণ্ঠে স্বীকাৰ কৰিবলৈ অকণো কাৰ্পণ্য নকৰাটো ডক্টৰ ভূঞাৰ চৰিত্ৰৰ বৈশিষ্ট্য।

---

২। Heard the statement made by Dr S. K. Bhuyan regarding compilation of the comprehensive. History of Assam and in view of his statement the time for compiling the History has been extended up to 31st January, 1964. The committee appreciates his preliminary works of preparation of a bibliography of the work.

প্ৰতিলিপি কৰি দিয়া ( copy ), টাইপ কৰা, সংগ্ৰহ কৰি দিয়া দপ্তৰীৰ কাম কৰা সাধাৰণ লোককো তেওঁ অকুণ্ঠচিত্তে স্বীকৃতি দি মহানুভৱতাৰ পৰিচয় দিব পাৰিছে। কোনোবা তৰুণ লিখক বা অধ্যাপকৰপৰা সাধাৰণ সৰু কথা এটাৰ বাবে সহায় লব লগা হয়, কোনো দ্বিধা নকৰাকৈ তেওঁক স্বীকৃতি দিয়া দেখা যায়। ই অধ্যাপক ভূঞাৰ চৰিত্ৰৰ ভূষণেই নহয়, ই সজ আদৰ্শ।

আনহাতে সাহিত্য বিষয়ক আলোচনাৰ বাবে তেওঁৰ ওচৰলৈ কোনোৱা গলে সকলো ধৰণৰ সহায় সহানুভূতি লাভ কৰাটো চিৰাচৰিত ৰীতিৰ নিচিনা কথা।

কোনো আপুৰুগীয়া কিতাপ বা আলোচনী বিচাৰি তেওঁৰ ওচৰলৈ গলে বিচৰাখনৰ লগত আৰু আন এখন উলিয়াই দি দেখুৱাই মিলি সহায় কৰিব। কিন্তু তেওঁৰ ড্ৰইং ৰুম বা পঢ়া খোটালীত বহি পঢ়িব লাগিব। কেতিয়াও ঘৰলৈ আনিব নিদিয়ে। ঘৰত বহি পঢ়া কালছোৱাত চাহপানীৰ যোগান ধৰাটো তেওঁৰ ঘৰৰ নিত্যকৰ্ম স্বৰূপ। আনৰ ঘৰলৈ কিতাপ আলোচনী আনিব নিদিয়াৰ প্ৰধান যুক্তি হ'ল ঘৰলৈ পঢ়িব আনিলে পঢ়োতাজনৰ অনিচ্ছাসত্ত্বেও কেনেবাকৈ হেৰাব বা নষ্ট হ'ব পাৰে। আপুৰুগীয়া গ্ৰন্থ আলোচনী এবাৰ হেৰালে সেই অভাৱ পূৰণ কৰা বা পুনৰ সংগ্ৰহ কৰা সহজ নহয়।

এবাৰ তেওঁৰ ছাত্ৰ এজনে আপুৰুগীয়া গ্ৰন্থ এখন বিচাৰোতে ড্ৰইংৰুমতে পঢ়িবলৈ দি কিবা সকামত ভিতৰ সোমাল। কিছুসময়ৰ পিছত ওলাই আহি দেখে ড্ৰইংৰুমত ছাত্ৰজনো নাই কিতাপখনো নাই। লগে লগে তেওঁ মটৰকাৰখন লৈ গৈ বিচাৰি বিচাৰি ছাত্ৰজনৰ গাঁৱৰ ঘৰ ওলাল আৰু কিতাপখন লৈহে ঘৰলৈ উভতিল। কোনোৱে তেওঁৰ ঘৰলৈ গৈ নতুন কিতাপ দিলে পইছা যাচিছিল।

অধ্যাপক ভূঞাৰ মাতটো আছিল সৰু। শ্ৰেণীত পাঠদান কৰোঁতে পিছৰ বেঞ্চত বহা ছাত্ৰসকলে ভালদৰে নুশুনিছিল। তেওঁ মানুহক টান কথা নকৈছিল, ইতিকিং নকৰিছিল আৰু ঘৰত ল'ৰা-ছোৱালীৰ আগত পৰচৰ্চা নকৰিছিল।

মেধাৱী ছাত্ৰবোৰৰ লগত ভূঞাৰ আছিল মধুৰ সম্পৰ্ক। তেনে ছাত্ৰক

ঘৰলৈ মাতি নি নানান উপদেশ দিহা পৰামৰ্শ দি প্ৰেৰণা যোগাইছিল। তেওঁ কোনো লোককে নিৰাশ নকৰিছিল, নানান ধৰণে যোগাইছিল প্ৰেৰণা।

শেষ বয়সত অধ্যাপক ভূঞাৰ বৌদ্ধধৰ্মৰ প্ৰতি আকৰ্ষণ বঢ়া দেখা যায়। সেই বুলি তেওঁৰ গুৰুজনাৰ প্ৰতি আৰু বৈষ্ণৱ ধৰ্মৰ প্ৰতি আনুগত্য অকণো কমা নাছিল। ঘৰলৈ অহা বৌদ্ধ ভিক্ষুৰ প্ৰতি প্ৰদৰ্শন কৰিছিল অসীম শ্ৰদ্ধা।

মাৰ্ঘেৰিটাত অনুষ্ঠিত সদৌ অসম বৌদ্ধ সন্মিলনত পৌৰোহিত্য কৰিছিল ডক্টৰ ভূঞাই। সভা উদ্বোধন কৰিছিল ৰাজ্যপাল জয়ৰামদাস দৌলত-ৰামে। অভ্যৰ্থনা সমিতিৰ সভাপতি পলিটিকেল অফিচাৰ বিপিনকুমাৰ বৰগোহাঞিে। বৰগোহাঞি অধ্যাপক ভূঞাৰ প্ৰিয় ছাত্ৰ। প্ৰথম বাৰ্ষিকৰ ছাত্ৰ স্বৰূপে বৰগোহাঞি প্ৰথম ছাত্ৰাবাসত থকা কালচোৱা অধ্যাপক ভূঞা সেই ছাঁত্ৰাবাসৰ অধীক্ষক। পলিটিকেল অফিচাৰ স্বৰূপে বৰগোহাঞি ৰাজ্যপালৰ সৈতে সততে ব্যস্ত থাকিব লগা হৈছিল। শিক্ষাগুৰু অধ্যাপক ভূঞাৰ ওচৰত সেই ত্ৰুটি স্বীকাৰ কৰি বৰগোহাঞিয়ে ক্ষমা বিচাৰিছিল, কিন্তু সেই বিষয়ে অধ্যাপক ভূঞাই অকণো ভবা নাছিল। সেই কেইদিন তেওঁ ঘৰুৱাভাৱে কটাব পাৰিছিল।

`বৰগোহাঞি ছাত্ৰাবাসত থকা সময়ত প্ৰথমতে হেনো বৰকৈ ঘৰলৈ মনত পৰিছিল আৰু সেইবাবে সন্ধিয়া সদায় ঘৰলৈ চিঠি একোখন লিখে। কথাটো জানিব পাৰি অধ্যাপক ভূঞাই তেওঁক নিজৰ খোটালীলৈ মাতি নি ইখন সিখন কিতাপ পঢ়িবলৈ দিয়ে। অধীক্ষকৰ বাসভৱনতে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ কাম আৰম্ভ কৰিছিল। অধ্যাপক ভূঞাই বৰগোহাঞিক ইটো সিটো প্ৰতিলিপি কৰিবলৈকো দিছিল। বৰগোহাঞিক তেওঁ আই. চি. এছ.ৰ বাবে প্ৰতিযোগিতা কৰিবলৈ বৰকৈ উদ্গনি দিছিল। তেতিয়াৰে-পৰা অধ্যাপক ভূঞা আৰু বৰগোহাঞিৰ মাজত গুৰু শিষ্যৰ মধুৰ সম্পৰ্ক।

কোন কাম কৰিম বুলি পিছলৈ পেলাই থোৱাটো অধ্যাপক ভূঞাৰ নীতিবিৰুদ্ধ কথা। তেনেলোকে তেওঁৰপৰা পাব লগা হয় মৃদু ভৎৰ্সনা 'কৰিমগঞ্জ'। দিনটোৰ সকলো কাম নিশাৰ আগভাগতে শেষ কৰি শান্তিৰে এটি ৰাতিপুৱাতে চিৰনিদ্ৰা লাভ কৰাটোৱে আছিল তেওঁৰ একান্ত বাঞ্ছা। ভগৱানে তেওঁৰ এই মনোবাঞ্ছা পূৰণ কৰিছিল। মৃত্যুৰ আগদিনা ৪ জুলাইত তেওঁ সকলো কামকে কৰি শেষ কৰিছিল। ৫ জুলাইত তেওঁৰ

মেজখন বেচ পৰিষ্কাৰ, একো কামকে কৰিবলৈ বাকী নাই। এখন চিঠিৰ উত্তৰ দিবলৈকো এৰি থৈ যোৱা নাছিল।

জেঠ আহাৰ মাহৰ চাটি ফুটি কৰা গৰম, পুহ মাঘ মাহৰ ৰাতিপুৱাৰ হাড় চেঁচা পৰা শীত, মহৰ কামোৰ, হাই উৰুমি, ঘৰুৱা বিপদ আপদ-সকলো লৈকে পিঠি দি একান্তভাৱে অধ্যয়নৰত পুৰুষজনক দেখিলে ধ্যান-যোগী ঋষি যেন লাগিছিল।

এনে এজন জ্ঞানী যোগী পুৰুষ আছিল অফুৰন্ত হাঁহি ধেমালিৰ সফুৰা। মাজে মাজে ল'ৰা-ছোৱালী লৈ আবেলি দূৰৰ গাঁৱলৈ, পাহাৰৰ নামনিলৈ গৈ নাইবা মুকলি ঠাইত বহি চাহপানী খাবলৈ ভাল পাইছিল। কেতিয়াবা আবেলি বা সন্ধিয়া নাতি নাতিনীসকল লৈ ৰঙ ধেমালি কৰাত ব্যস্ত হৈ পৰে। তেতিয়া তেওঁ গৱেষক ডক্টৰ ভূঞা নহয়। নাতি-নাতিনীসকলক সাজি সাজি মিছা কথা কয়। তেওঁ মিছা কথা কোৱা ধৰিব পাৰি নাতিয়েক-সকলে ধৰিব "ককা তুমি মিছা কথা কৈছা, আমি ধৰিছোঁ"।

"জানা, ভগৱানে মোক দিনটোত পাঁচ বাৰ মিছা কথা কবলৈ অনুমতি দিছে। মই দুবাৰহে ক'লোঁ, আৰু তিনিবাৰ বাকী আছে।" ভূঞাই হাঁহি হাঁহি কয়।

কেতিয়াবা মন মুকলি থাকিলে ঘৈণীয়েকক ক'ব, 'যোৱাহে অলপ ফুৰি অহা'। এই বুলি জোৰকৈ কাৰোবাৰ ঘৰলৈ পঠিয়াই দিব। স্বামীৰ কথামতে ফুৰি আহি ঘৰ সোমায়ে অবাক হ'ব লগা হয়। ঘৰৰ চকি মেজ, বিচনা পত্ৰ সকলো ওলট-পালট হৈ আছে। অৰ্থাৎ নকৈ সজাইছে। ভূঞানীৰ খঙ উঠা যেন দেখিলেই লাহেকৈ মাতিব এফাকি বঙালী কবিতা।

নতুন কিছু কৰ
নতুন কিছু কৰ
কিছুই যদি কৰতে নাপাৰ
বৌকে ধৰে মাৰ।

গুৱাহাটীৰ আশে পাশে থকা সেউজীয়া পাহাৰবোৰ মাটি কাটি কাটি বখলা-বখল কৰা কাৰ্য ডক্টৰ ভূঞাৰ বাবে আছিল দৃষ্টিকটু। আক্ষেপৰ সুৰত কৈছিল 'পাহাৰবোৰ এনেদৰে কটা দেখিলে মোৰ বুকুৰ মঙহ কটা যেন লাগে।'

ডক্টৰ ভূঞা আৰু বেণুধৰ শৰ্মাৰ ওচৰলৈ ল'ৰা-ছোৱালী গৈছিল ভয়ে ভয়ে। নাম, পিতৃ মাতৃ আৰু বংশৰ পৰিচয় লোৱাৰ পিছতো যেতিয়া জন্ম ঠাইৰ নামৰ বৈশিষ্ট্য আৰু ঐতিহাসিক বিৱৰণৰ কথা প্ৰশ্ন কৰিব তেতিয়া ধাতু বাজ হ'ব লগা হয়।

এবাৰ সন্দিকৈ কলেজৰ প্ৰথম বাৰ্ষিক শ্ৰেণীত ভৰ্তি হোৱা সম্বন্ধীয় ভনী এজনী চিনাকী কৰি দিবৰ বাবে অধ্যাপক ভূঞাৰ ওচৰলৈ লৈ গৈছিলোঁ।

ছোৱালীজনীৰ ককাদেউতাক অধ্যাপক ভূঞাৰ বন্ধু। ছোৱালীজনীক ইটো সিটো প্ৰশ্ন কৰি সুধিলে 'তুমি কাপোৰ বব জানানে?'

ছোৱালীজনী এনে এগৰাকী বিজ্ঞ লোকৰ কাষলৈ আহিব লগা বাবে ভয়ত পেপুৱা লাগি আছিল, উত্তৰ দিলে 'নাজানো' বুলি।

'তুমি অসমীয়া ছোৱালী হৈ কাপোৰ বব নাজানা। আই, মই বৰ দুখ পালোঁ।' ছোৱালীজনীৰ ইপিনে ফাট দিয়া বসুমতী পাতালে লুকাওঁ অৱস্থা।

অধ্যাপক ভূঞাৰ ডাঙৰ দুৰ্বলতা আছিল ভাল হাতৰ আখৰৰ প্ৰতি। ভাল হাতৰ আখৰৰ নমুনা দেখিলে তেওঁৰ হাতৰপৰা সাৰি যোৱা টান। কিবা নহয় কিবা এটা প্ৰতিলিপি কৰা কামত নিযোগ কৰিবই। হেমৰথ বৰ্মণ অধ্যাপক ভূঞাৰ সান্নিধ্যলৈ অহাৰ মূলতেও তেওঁৰ সুন্দৰ গোট গোট হাতৰ আখৰকেইটি। প্ৰথমতে বৰ্মণ ভূঞাৰ লগত ঘৰতে আছিল। পিছত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগত কাৰ্যালয় সহকাৰী হিচাপে যোগদান কৰিছিল। বৰ্মণ ডক্টৰ ভূঞাৰ সান্নিধ্যলৈ আহিছিল ১৯৫৫ খ্ৰঃৰপৰা। মহাত্মা গান্ধীৰ ব্যক্তিগত সচিব ( Private Secretary ) মহাদেৱ দেশাইৰ নিচিনাকৈ বৰ্মণো হৈ পৰিছিল ব্যক্তিগত সচিবৰ নিচিনা। ডক্টৰ ভূঞাৰ প্ৰকৃতি আৰু ৰচনাৰাজিৰ নাড়ী-নক্ষত্ৰৰ লগত হেমৰথ বৰ্মণ সুপৰিচিত।

বৰ্মণে অধ্যাপক ভূঞাৰ ব্যক্তিগত জীৱনৰ বিষয়ে কিতাপ লিখিলে ই এখন উপাদেয় গ্ৰন্থ হ'ব। ১৯৫৬ খ্ৰঃত বৰ্মণ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ কাৰ্যালয় সহকাৰী হিছাপে যোগদান কৰিছিল। ১৯৮০ খ্ৰঃৰপৰা তেওঁ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সংৰক্ষণ বিষয়া ( Preservation officer )।

ডক্টৰ ভূঞাই লিখা চিঠিপত্ৰ আদি সকলোৰে প্ৰতিলিপি সযতনে ৰাখিছিল। ১৯২৯ খ্ৰঃৰপৰা ১৯৬৪ খ্ৰঃলৈ তেওঁ বিভিন্নজনক দিয়া সকলোবোৰ

চাৰ্টিফিকেটৰ প্ৰতিলিপি সযতনে ৰাখি থৈছে। আৰু তেনে চাৰ্টিফিকেটৰ প্ৰতিলিপি ( টাইপ ) তেওঁ সুন্দৰকৈ সযতনে কিতাপৰ আকাৰত পকাবন্ধা কৰি About Others নাম দি ৰাখি থৈছে। তেওঁ চাৰ্টিফিকেট দিয়া লোক-সকলৰ ভিতৰত আছিল বিৰিঞ্চিকুমাৰ বৰুৱা, চিদানন্দ দাস, পদ্মেশ্বৰ গগৈ, তীৰ্থনাথ শৰ্মা, সতীশচন্দ্ৰ কাকতি, হেৰম্বকান্ত বৰপূজাৰী, মহেশ্বৰ নেওগ, সত্যেন্দ্ৰনাথ শৰ্মা, চৈয়দ আবদুল মালিক, অমৰেশচন্দ্ৰ দত্ত, সূৰ্যকান্ত বৰ-পূজাৰী, আবদুল জেলিল, অশ্বিনীকুমাৰ বৰকাকতি, লক্ষেশ্বৰ শৰ্মা, কেশৱ-নাৰায়ণ দত্ত, ভূপেন হাজৰিকা, জ্যোতি মেধি, কৃষ্ণকান্ত মহন্ত, ভুবনমোহন দাস, যতীন্দ্ৰমোহন ভট্টাচাৰ্য, লীলা গগৈ, জগদীশচন্দ্ৰ মেধি, বাহাৰুল ইচলাম, ডম্বৰুধৰ পাঠক প্ৰভৃতি তেতিয়াৰ ভালেমান ছাত্ৰ। তেওঁ চাৰ্টিফিকেট দিয়া সৰহভাগ লোকেই পিছত হৈ পৰিছিল অসমৰ শিক্ষা আৰু সাহিত্য জগতৰ একোটা তাৰকা স্বৰূপ।

এবাৰ কোনো এখন চাৰ্টিফিকেটত টাইপ কৰোঁতে এটা বানান ভুল হৈছিল। বহু বছৰ পিছত সেই ভুলটো চকুত পৰাত ডক্টৰ ভূঞাই পুনৰাই চিঠিৰে সেই ভুল শুধৰাই দিছিল। ১৯৩৫ খৃঃৰ ৬ ফেব্ৰুৱাৰীত বিৰিঞ্চিকুমাৰ বৰুৱাক চাৰ্টিফিকেট দি লিখিছিল—

I am glad to certify that I have known Sriman Birinchi Kumar Barua, M. A. from his childhood. He belongs to that rare type of our country's youths who in addition to the zeal for attaining academic distinction, are animated by the spirit of research, original thinking, an inborn aptitude for literature and history and public spiritedness.

বিৰিঞ্চিকুমাৰ বৰুৱাৰ সাহিত্য চৰ্চাৰ বিস্তৃত পৰিচয় দাঙি ধৰি আৰু তেতিয়ালৈকে কৰা গৱেষণা কাৰ্যৰ আভাস দি শেষত অধ্যাপক ভূঞাই ভৱিষ্যত বাণী কৰি লিখিছে :

From my personal knowledge of Sriman Barua and of his various activities in the field of literature and history I firmly believe that he will be an asset to any university or educational institution.

'About Others' সংকলনটিত ২৪০খন চাৰ্টিফিকেটৰ প্ৰতিলিপি বন্ধাই ৰাখিছে। দুই-চাৰিজনৰ দুখনো আছে। দূৰত থকা দুই এক চিঠি লিখিও তেওঁৰপৰা চাৰ্টিফিকেট সংগ্ৰহ কৰিছিল। দুই একে কাম কৰা পুৰণি অনুষ্ঠানত দৰ্খাস্ত দিও চাৰ্টিফিকেট সংগ্ৰহ কৰিব নোৱাৰি পিছত ডক্টৰ ভূঞাৰে চিঠি লিখি সংগ্ৰহ কৰিছিল। এনে চিঠিবোৰো একেলগে গাঁথি থৈছে। ১৯২৯ খৃঃৰ ৫ ফেব্ৰুৱাৰীত শনিৰাম বৰাক দিয়া চাৰ্টিফিকেটৰ-পৰা ১৯৬৪ খৃঃৰ ২০ মেইত ইতিমা খাটুনলৈ দিয়া চাৰ্টিফিকেটখনলৈকে ধাৰাবাহিকভাৱে গাঁথিছে।

সংৰক্ষণ স্কুলীয়া ছাত্ৰাৱস্থাৰেপৰা সূৰ্য্যকুমাৰ ভূঞাৰ চৰিত্ৰৰ ভূষণ। সৰুৰেপৰা গোটাই ৰখা কাগজপত্ৰসমূহ পিছৰ জীৱনত চামৰাৰে পকা বন্ধা কৰি সোণালী আখৰেৰে লেবেল ছপাই স্থায়ী সংৰক্ষণৰ দিহা কৰি থৈ গৈছে।

ছিলং চৰকাৰী হাইস্কুলত পঢ়া সময়ত ( ১৯০৪-০৯ ) ভালেমান চিঠিপত্ৰ বা বাতৰি 'আসাম বন্তি', 'টাইমছ অৱ আসাম' প্ৰভৃতি সংবাদপত্ৰত প্ৰকাশ হৈছিল। কলেজীয়া কালছোৱাত লিখা ভালেমান কবিতা, প্ৰবন্ধ আদি নিয়মীয়াভাৱে প্ৰকাশ হৈছিল 'ঊষা' আলোচনীত। তেতিয়াৰেপৰা সংবাদ-পত্ৰয় 'পেপাৰ কাটিং' আৰু আলোচনীসমূহ সযতনে সংৰক্ষণৰ দিহা কৰিছিল। ১৯০৯ খৃঃত প্ৰবেশিকা পৰীক্ষাত বৃত্তিলাভ কৰা বাতৰি প্ৰকাশ পোৱা 'আসাম গেজেটৰ' পাতখিলা, প্ৰবেশিকা পৰীক্ষাৰপৰা এম. এ. আৰু বি. এল. পৰীক্ষালৈকে সকলোবোৰ পৰীক্ষাৰে এডমিট কাৰ্ড, মাৰ্কচিট আৰু চাৰ্টিফিকেট, কটন কলেজৰ যোগদান কৰাৰ পূৰ্বে আন চাকৰিলৈ দৰ্খাস্ত কৰা দৰ্খাস্তৰ প্ৰতিলিপি, কটন কলেজত নিযুক্তিৰ বাতৰি দি চীফ কমিচনাৰ আৰ্চডেল. আৰ্ল চাহাবে তৰুণৰাম ফুকনলৈ দিয়া তাঁৰবাৰ্তা ( টেলিগ্ৰাম ), নিযুক্তিপত্ৰ, নিযুক্তি সম্পৰ্কে ওলোৱা গেজেটৰ বাতৰি আদি সকলোবোৰ গুৰুত্বপূৰ্ণ চিঠিপত্ৰ, নথিপত্ৰ সযতনে ভাগে ভাগে সংৰক্ষণ কৰি ৰাখিছে তেওঁৰ এই বাউণ্ড ভলিউমসমূহত। ডক্টৰ ভূঞাৰ এই বহীসমূহ অসমৰ শিক্ষা, সাহিত্য আৰু সংস্কৃতি জগতৰ .প্ৰামাণ্য দলিল। ডক্টৰ ভূঞাৰ অসমীয়াজাতিৰ প্ৰতি এক মহামূল্য অৱদান। এই বাউণ্ড ভলিউমসমূহে আমাক অসম তথা ভাৰতবৰ্ষৰ সাহিত্য আৰু শিক্ষা জগতৰ বহুতো পুৰণি

তথ্যৰ সন্ধান যোগাব পাৰিছে। ১৯৪২ খৃঃত কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত যে কটন কলেজক কেন্দ্ৰ কৰি অসমীয়া ভাষা সাহিত্যৰ বি. এ. শ্ৰেণীত অনাৰ্চ পাঠ্যক্ৰমৰ ব্যৱস্থা কৰিবলৈ আয়োজন কৰিছিল সেইকথা ডক্টৰ ভূঞাৰ সংগৃহীত তথ্যৰ বাহিৰে আমি আন ঠাইত পঢ়া বা আনৰপৰা শুনা মনত নপৰে। ভূঞাৰ বাউণ্ড ভলিউমসমূহত এনে তথ্য সম্ভেদ থুপ খাই আছে। এইবোৰ ভলিউম সংৰক্ষণ কৰি ৰাখিব পাৰিলে সময়ত হ'ব ই ইতিহাসৰ সমল। আমাৰ গ্ৰন্থৰ সীমিত পৰিসৰৰ মাজত ইয়াৰ বিস্তৃত বিবৰণ দিয়াটো সম্ভৱ নহয়। জীৱনৰ প্ৰতিখিলা কাগজকে এনেদৰে সংৰক্ষণ কৰি ভাগে ভাগে ৰাখি থোৱা লোক অসমত কেইজন ওলাব?

ভাৰতবৰ্ষ আৰু ভাৰতবৰ্ষৰ বাহিৰৰ বহুতো গুণী জ্ঞানী ব্যক্তিৰ সৈতে ডক্টৰ ভূঞাৰ আছিল চিঠিৰ আদান প্ৰদান। সুদীৰ্ঘ বছৰৰপৰা সংৰক্ষণ কৰা এই ঐতিহাসিক চিঠিসমূহতো অসমীয়া জাতিৰ অমূল্য সম্পদ। চিঠি সমূহৰ মাজত পোৱা যাব অসমৰ শিক্ষা সাহিত্য জগতৰ লগতে সামাজিক অৰ্থনৈতিক দিশৰ আপুৰুগীযা সমল।

বহুতো চিঠিৰে মূল চিঠিৰ উপৰিও সংৰক্ষণ কৰিছে মূল চিঠিৰ প্ৰতিলিপি। চিঠি এখন পালে তেওঁ যধে মধে এনভেলাপটো ফালি চিঠিখন নুলিয়ায। এনভেলাপটোৰ চুক এটা সুন্দৰকৈ কেঁচিৰে কাটিহে চিঠিখন উলিয়ায় লয়। তেওঁৰ চিঠি লিখা, প্ৰুফ পঠোৱা আদি এনভেলাপবোৰ আছিল সৰুবৰ বিভিন্ন আকাৰৰ। কাগজ গাঁথিবলৈ ক্লিপ, সূতা ( টেইপ ), বেজি সূতা, বিন্ধনা, ৰুলমাৰি ৰঙানীলা আৰু কাঠ পেঞ্চিল আঠাৰ বটল আদি সকলো বস্তুকে হাত দিলে পোৱাকৈ যতনাই ৰাখিছিল। ৰচিবোৰ সূতাৰ নিচিনাকৈ সুন্দৰকৈ পকাই ৰাখে। তেওঁৰ এই দৈনন্দিন ব্যবহাৰ্য সামগ্ৰীত হাত দিয়াৰ সাহস ঘৰখনত কাৰো নাছিল। তেওঁ এই লিখা-মেলা সজুলিখিনিৰ প্ৰতি যিমান সচেতন, তেওঁৰ দৈনন্দিন জীৱনৰ আন ব্যবহাৰ্য সামগ্ৰী কানি-কাপোৰ বিচনা পত্ৰৰ প্ৰতি সিমান সচেতন নহয়। ডাঠ ভাল কাগজখিলা, নীলা ভাল সূতা, এনভেলাপ আদি পইছা খৰচ কৰি কিনাত নাইবা কিতাপ কাগজ আদি সুন্দৰকৈ চামৰাৰে বন্ধোৱাত পইছা খৰচ কৰাৰ ক্ষেত্ৰত ডক্টৰ ভূঞাই অকণো কাৰ্পণ্য নকৰে, কিন্তু তেওঁৰ পিন্ধা চুৰিয়াখন চোলাটোৰ ক্ষেত্ৰত কিবা এটা হলেই হ'ল। বাই-বিচাৰ নাই।

তেওঁৰ লাইব্ৰেৰী কোঠাত ছয়টা আলমাৰীৰ উপৰিও দুটা আছিল লোৰ গড়ৰেজ আলমাৰী। আলমাৰী দুটাত কোনো মূল্যবান কানি-কাপোৰ আ-অলঙ্কাৰ ৰখা নাছিল, ঠাহ খাই আছিল আপুৰুগীয়া গ্ৰন্থ আলোচনী, পাণ্ডুলিপি নথিপত্ৰসমূহ। তেওঁৰ গৱেষণা গ্ৰন্থখনৰ হাতে লিখা পাণ্ডুলিপি, টোকাবহী, টাইপ কপি আদি বিধে বিধে বন্ধাই প্ৰতিটো ভলিউমকে গড়ৰেজ আলমাৰীত ৰাখি থৈ গৈছে আগ্ৰহী ৰাইজৰ গৱেষণাৰ কাৰণে।

## উপৰিশিষ্ট

## ( ক )

### ড° সূৰ্য্যকুমাৰ ভূঞাৰ জীৱনৰ বিশেষ ঘটনাপঞ্জী

১৮৯২ খৃঃ, ২৭ জানুৱাৰী ( বুধবাৰ )—নগাঁৱৰ ফৌজদাৰী পট্টিত ( জন্ম-পত্ৰিকা মতে ) দুপৰীয়া জন্ম। পিতৃৰ নাম ৰবিলাল ভূঞা আৰু মাতৃৰ নাম ভুবনেশ্বৰী ভূঞা।

১৮৯৪ খৃঃ, ১৩ জানুৱাৰী—ড° ভূঞাৰ চাৰ্টিফিকেটৰ জন্ম দিন।

১৯০১-০৪ খৃঃ—নগাঁও চৰকাৰী হাইস্কুলত অধ্যয়ন।

১৯০৪-০৯—শ্বিলং চৰকাৰী হাইস্কুলত অধ্যয়ন।

১৯০৭—উষাত লিখা ( ২য় বছৰ, সপ্তম সংখ্যা ) 'সু আৰু কু' তেওঁৰ প্ৰকাশিত প্ৰথম কবিতা। তেতিয়া তৃতীয় মানৰ (বৰ্তমানৰ ৮ম মানৰ) ছাত্ৰ।

১৯০৮ আগষ্ট—'প্ৰিন্সেচ জয়মতী এণ্ড লাঙ্গি গদাপানী' ইংৰাজী কবিতা "দি টাইমচ্ অব আচাম"ত প্ৰকাশ পায়।

১৯০৯ মাৰ্চ—এণ্ট্ৰেন্স পৰীক্ষাত কলিকতা বিশ্ববিদ্যালয়ৰপৰা অসম উপত্যকাত প্ৰথম স্থান। লগতে ১৫ টকীয়া বৃত্তি লাভ আৰু ভিক্টোৰিয়া মেমোৰিয়াল স্বৰ্ণপদক লাভ।

১৯০৯-১১—কলিকতা বিশ্ববিদ্যালয়ৰ অন্তৰ্ভুক্ত কটন কলেজত আই. এ. পঢ়ে আৰু উত্তীৰ্ণ হয়।

১৯১১-১৩—প্ৰেচিডেন্সী কলেজৰ ছাত্ৰ। বি. এ. ইংৰাজীত অনাৰ্চ আৰু সংস্কৃত আৰু অৰ্থনীতি লৈ পাচ কৰে।

১৯১৩-১৬—প্ৰেচিডেন্সী কলেজৰ এম্. এ.ৰ ছাত্ৰ। ইংৰাজীৰ এ. গ্ৰুপত পৰীক্ষা দি দ্বিতীয় শ্ৰেণীৰ ৫ম স্থান লাভ। কলিকতা ইউনিভাৰচিটি ল কলেজত বি. এল. পাঠ্য গ্ৰহণ।

১৯১৬, চেপ্টেম্বৰ—যোৰহাটত বেজবৰুৱা হাইস্কুলত শিক্ষক।

১৯১৭, ১৪ ফেব্ৰুৱাৰী—উত্তৰ লক্ষীমপুৰৰ গবেহাগা গাঁৱৰ বিনোদচন্দ্ৰ ভূঞাৰ তৃতীয়া কন্যা লক্ষেশ্বৰী ভূঞানীৰ লগত বিয়া।

১৯১৮, মাৰ্চ—যোৰহাট মিছন স্কুলত শিক্ষক।

১৯১৮, ৪ জুলাই—কটন কলেজৰ ইংৰাজীৰ প্ৰথম অসমীয়া অধ্যাপক।

১৯১৮—কামৰূপ অনুসন্ধান সমিতিৰ সম্পাদক।

১৯১৯—কটন কলেজৰ পৰিচালনা সমিতিৰ সদস্য।

১৯২১-২২—কটন কলেজৰ হিন্দু হোষ্টেলৰ (ওল্ড ব্লক) চুপাৰিনটেণ্ডেন্ট নিযুক্ত।

১৯২১-২৩—কটন কলেজৰ ঐক্য সমিতিৰ উপ-সভাপতি।

১৯২২—কামৰূপ অনুসন্ধান সমিতিৰ সম্পাদক।

১৯২৩—গুৱাহাটীত হোৱা কামৰূপ ইণ্ডাষ্ট্ৰিয়েল আৰু এগ্ৰিকালচাৰেল প্ৰদৰ্শনীৰ যুক্ত সম্পাদক।

১৯২৩-২৪—কটন কলেজৰ ছাত্ৰ ইউনিয়নৰ সাধাৰণ সম্পাদক।

১৯২৪—Indian Armyৰ Sandhurst Entrance Examination'ৰ পৰীক্ষক হিচাপে চিমলালৈ গমন।

১৯২৪—বি. এল. ডিগ্ৰী লাভ।

১৯২৪-২৭—গুৱাহাটী পৌৰ-সভাৰ চৰকাৰ-মনোনীত সদস্য।

১৯২৫, ২৭ ডিচেম্বৰ—অসম সাহিত্য সভাৰ আদৰণি সভাৰ সভাপতি।

১৯২৬-২৯—কামৰূপ অনুসন্ধান সমিতিৰ দ্বিতীয়বাৰৰ কাৰণে সম্পাদক।

১৯২৬—অসম সাহিত্য সভাৰ ধুবুৰী অধিবেশনৰ বুৰঞ্জী শাখাৰ সভাপতি।

১৯২৮-২৯—প্ৰথমবাৰৰ কাৰণে কটন কলেজ মেগাজিনৰ সম্পাদক।

১৯২৮—অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ প্ৰতিষ্ঠাপক। ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰথম অবৈতনিক সহকাৰী ডাইৰেক্টৰ।

১৯২৮-১৯৪৭—ইণ্ডিয়ান হিষ্টৰিকেল ৰেকৰ্ড কমিচনৰ সদস্য।

১৯২৯—গোৱালিয়ৰত Indian Historical Records Commissionৰ দ্বাদশ অধিবেশনত Dr. John Peter Wadeৰ ওপৰত ৰচনা পাঠ।

১৯৩১, এপ্ৰিল—কলিকতাত 'Imperial Records Department'ত অসমৰ নথিপত্ৰ অধ্যয়ন।

১৯৩৩—নগাঁও ছাত্ৰ সম্মিলনৰ সভাপতি।

১৯৩৩-৩৪—দ্বিতীয়বাৰৰ বাবে কটন কলেজ মেগাজিনৰ সম্পাদক।

১৯৩৩, ২২ আগষ্ট—মিঃ বেল্টিছৰ অনুপস্থিতিত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ভাৰপ্ৰাপ্ত সঞ্চালক।

১৯৩৩, ৬ ডিচেম্বৰ—বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ অবৈতনিক সঞ্চালক।

১৯৩৪—কামৰূপ মহিলা সমিতিৰ দ্বাৰা আয়োজিত জয়মতী কুঁৱৰীৰ বাৰ্ষিকীত সভাপতি।

১৯৩৪—"Royal Asiatic Society of Bengal"ৰ নিৰ্বাচিত সদস্য।

১৯৩৫, ৮ জুন—পুনা চহৰত আধুনিক ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ জন্ম। তেতিয়াৰপৰা বুৰঞ্জী কংগ্ৰেছৰ লগত জড়িত। তাত লাচিত বৰফুকনৰ ওপৰত ৰচনা পাঠ।

১৯৩৬—ভাৰত চৰকাৰৰ দ্বাৰা ১ জানুৱাৰী দিনা ৰায়বাহাদুৰ উপাধি প্ৰদান।

১৯৩৬, ১ চেপ্টেম্বৰ—গৱেষণাৰ বাবে লণ্ডন যাত্ৰা।

১৯৩৬-৩৮—দি স্কুল অৱ অৰিয়েণ্টল ষ্টাডিজত "A History of Assam's relations with the East India Company from 1771 to 1826" বিষয়ত গৱেষণা।

১৯৩৬—ৰয়েল এচিয়াটিক চোছাইটি অৱ গ্ৰেট ব্ৰিটেইন এণ্ড আয়াৰলেণ্ডৰ সদস্য নিৰ্বাচিত।

১৯৩৭, এপ্ৰিল ১৬-২২—অসমৰ সংস্কৃতি আৰু সভ্যতাৰ ওপৰত ৰোম নগৰত এলানি বক্তৃতা প্ৰদান।

১৯৩৮, ২৭ জুলাই—ডক্টৰেট ডিগ্ৰী লাভ।

১৯৩৮, জুলাই-আগষ্ট—বাৰ্লিন, ভিয়েনা, ভেনিচ আদি চহৰ দৰ্শন।

১৯৩৯—ড° ভূঞাৰ পিতৃ ৰবিলালৰ মৃত্যু।

১৯৩৯, চেপ্টেম্বৰ—ঢাকাৰ The Board of Intermediate or Secondary Educationৰ সদস্য।

১৯৩৯, ডিচেম্বৰ—কটনিয়ানসকলৰ উচ্চশিক্ষাৰ বাবে নিধি গঠন আৰু ইয়াৰ বাবে নিয়মাৱলী ৰচনা।

১৯৪০—অসম ৰাজ্যিক সংগ্ৰহালয় ন্যাস সমিতিৰ সভাপতি।

১৯৪০-৪১—অসম চৰকাৰৰ প্ৰভিন্সিয়েল ইউনিভাৰচিটি অফিচাৰ।

১৯৪১-৪২—অসম উপত্যকাৰ ভাৰপ্ৰাপ্ত স্কুল পৰিদৰ্শক।

১৯৪৩-৪৫—প্ৰভিন্সিয়েল পাব্লিচিটি আৰু ৰিক্ৰুটিং অফিচাৰ।

১৯৪৬, জুলাই-আগষ্ট—কটন কলেজৰ প্ৰথম ভাৰপ্ৰাপ্ত অসমীয়া অধ্যক্ষ।

১৯৪৭—কটন কলেজৰ অধ্যক্ষ নিযুক্তি আৰু প্ৰত্যাখ্যান।

১৯৪৭, জানুৱাৰী—অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ পূৰ্ণ পৰ্য্যায়ৰ সঞ্চালক।

১৯৪৮, ১ মে—অসমৰ শিক্ষাধিকাৰ।

১৯৪৮—গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম পৰীক্ষাৰ বাবে প্ৰশ্ন কাকত প্ৰস্তুত কাৰ্য্যত লিপ্ত।

১৯৪৯—গৱেষণা গ্ৰন্থ 'Anglo-Assamese Relations' নামেৰে প্ৰকাশ।

১৯৪৯, ৩১ মাৰ্চ—চৰকাৰী চাকৰিৰপৰা অৱসৰ।

১৯৪৯, ১ এপ্ৰিল—অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সঞ্চালক নিযুক্ত।

১৯৫১, ৩ জানুৱাৰী—গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম সমাবৰ্তনত বিশ্ববিদ্যালয়ৰ প্ৰগতিৰ আভাস প্ৰদান।

১৯৫১, জুলাই—লণ্ডন বিশ্ববিদ্যালয়ৰপৰা ডি. লিট. উপাধি প্ৰদান।

১৯৫২-৫৪—দুবছৰৰ বাবে ৰাজ্যসভাৰ সদস্য নিৰ্বাচিত।

১৯৫২, ডিচেম্বৰ—গোৱালিয়ৰত অনুষ্ঠিত ভাৰতীয় বুৰঞ্জী কংগ্ৰেছৰ আধুনিক বুৰঞ্জী শাখাৰ সভাপতি।

১৯৫৩, ৮ নবেম্বৰ—ছিলঙত অনুষ্ঠিত অসম সাহিত্য সভাৰ দ্বাবিংশ অধিবেশনৰ সভাপতি।

১৯৫৫, ৩১ জানুৱাৰী—গুৱাহাটী বিশ্ববিদ্যালয়ৰ দ্বিতীয় সমাবৰ্তনত বিশ্ব-বিদ্যালয়ৰ প্ৰগতিৰ আভাস প্ৰদান।

১৯৫৬, ২৬ জানুৱাৰী—ভাৰত চৰকাৰৰপৰা 'পদ্মশ্ৰী' উপাধি লাভ।

১৯৫৭-৬০—গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য।

১৯৫৮, ২ চেপ্টেম্বৰ—গুৱাহাটী বিশ্ববিদ্যালয়ৰ ক্ৰিয়া ব'র্ড উদ্বোধন।

১৯৬২, ৪ এপ্ৰিল—অসম প্ৰকাশন পৰিষদৰ কাৰ্য্য-নিৰ্বাহক ব'র্ডৰ সদস্য নিৰ্বাচিত।

১৯৬২-৬৪—পাৰ্বত্য বিশ্ববিদ্যালয় স্থাপনৰ বাবে বিশ্ববিদ্যালয় অনুদান আয়োগৰ প্ৰতিবেদন প্ৰকাশ।

১৯৬৪, ৫ জুলাই—ৰবিবাৰে দুপৰীয়া ১২½ বজাত ড° সূৰ্য্যকুমাৰ ভূঞাৰ মৃত্যু।

## ( খ )

## গ্ৰন্থপঞ্জী

### (ক) প্ৰকাশিত

(i) মৌলিক গ্ৰন্থ ( ইংৰাজী ):

১. An Assamese Nurjahan

শিৱসিংহ ৰজাৰ ৰাণী ফুলেশ্বৰী দেৱীৰ জীৱন পৰিচিতি, গুৱাহাটী, ১৯২৬

২. Early British Relations with Assam

ইষ্ট ইণ্ডিয়া কোম্পানীৰ অসম তথ্যৰ অধ্যয়ন। শ্বিলং, ১৯২৮, ১৯৪৯

৩. Tungkhungiya Buranji

শ্ৰীনাথ দুৱৰা বৰবৰুৱা সংকলিত বুৰঞ্জীৰ অনুবাদৰ লগত ১৮২৬ চনত আহোম শাসনৰ অন্ত পৰা সময়লৈ তথ্য সংযোজিত। অসম গৱৰ্ণমেণ্ট দ্বাৰা প্ৰবিষ্টিত হিষ্টৰিকেল এণ্ড এন্‌টিকোৱেৰিয়ান ষ্টাডিজৰ হৈ অক্সফোৰ্ড ইউনিভাৰচিটি প্ৰেছৰ দ্বাৰা প্ৰকাশিত। গুৱাহাটী, ১৯৩৩

৪. Assamese Historical Literature

১৯২৮ চনৰ নবেম্বৰত বহা পঞ্চম সৰ্ব-ভাৰতীয় ওৰিয়েণ্টেল কনফাৰেন্সৰ প্ৰচিডিঙত প্ৰথম প্ৰকাশিত। পাছত 'ষ্টাডিজ ইন দি লিটাৰেচাৰ অৱ আসাম'ত সংযোজিত।

৫. Assamese Literature : Ancient and Modern

'ষ্টাডিজ ইন দি লিটাৰেচাৰ অৱ আসাম'ত সংযোজিত। অসম চৰকাৰৰ দ্বাৰা প্ৰকাশিত। ১৯৩৬

৬. An Account of Assam

১৮০৭-১৪ চনত ফ্ৰেনচিচ্ বুকাননৰ দ্বাৰা সংকলিত। গুৱাহাটী, ১৯৪০

৭. Preliminary Report on the Old Records at the Assam Secretariat

অফিচৰ ব্যৱহাৰৰ কাৰণে প্ৰকাশিত। শ্বিলং, ১৯৩১, ১৯৫৩

৮. Lachit Barphukan and His Times

১৬৬৭-৭১ চনৰ অসম মোগলৰ সংঘৰ্ষ, আৰু সেনাপতি লাচিত বৰফুকনৰ নেতৃত্বৰ বুৰঞ্জী। গুৱাহাটী, ১৯৪৭

৯. Annals of the Delhi Badshahate

পাতনি আৰু টোকাসহ পাদশ্বাহ অসম বুৰঞ্জীৰ ইংৰাজী অনুবাদ। গুৱাহাটী, ১৯৪৭

১০. Anglo-Assamese Relations, 1771-1826

১৯৩৭ চনত লণ্ডন বিশ্ববিদ্যালয়ৰ দ্বাৰা ডক্টৰেট ডিগ্ৰীৰ বাবে মনোনীত গৱেষণা গ্ৰন্থ ( থিচিচ্ )। গুৱাহাটী, ১৯৪৯

১১. The Seven Hindrances

গুৱাহাটী, ১৯৫৩। পাছত 'চাম লিটাৰেৰি ৰেমিনিচেন্স'ত সংযোজিত।

১২. Bibliography of the works of Dr. S. K. Bhuyan

ড° বাণীকান্ত কাকতিৰ পাতনি সংযোজিত। গুৱাহাটী, ১৯৫১

১৩. Some Literary Reminiscences

ড° ৰাধাকুমুদ মুখাৰ্জীৰ আগকথা সংযোজিত। নতুন দিল্লী, ১৯৫৪

১৪. Studies in the Literature of Assam

শ্ৰী শ্ৰীপ্ৰকাশৰ আগকথা সংযোজিত। গুৱাহাটী, ১৯৫৬, ১৯৬২

১৫. Atan Buragohain and His Times

নবাব মীৰজুমলাৰ ১৬৬২-৬৩ চনত অসম আক্ৰমণৰপৰা ১৬৮২ চনৰ অসম-মোগলৰ বিবাদৰ পৰিসমাপ্তি বুৰঞ্জী। গুৱাহাটী, ১৯৫৭

১৬. Men I Have Met

ড° ভূঞাৰ সংস্পৰ্শলৈ অহা সৰু-বৰ ১৫২ জন লোকৰ চমু সোঁৱৰণ। গুৱাহাটী, ১৯৬২

(ii) ৰিপৰ্ট আৰু বুলেটিন :

১. Report and Conspectus of the Kamrupa Anusandhan Samiti, or the Assam Research Society for 1926-1927

১৯২৭ চনত গুৱাহাটীত প্ৰকাশিত।

২. Bulletin I of the Department of Historical and Antiquarian Studies in Assam

অসমৰ গৱৰ্ণৰ চাৰ লৰি হেমণ্ডৰ ( Sir Laurie Hammand ) ভূমিকা সংযুক্ত। গুৱাহাটী, ১৯৩২

৩. Bulletin II of the D. H. A. S.

অসমৰ গৱৰ্ণৰ চাৰ মাইকেল কিনৰ ( Sir Michael Keane ) ভূমিকা সংযুক্ত। গুৱাহাটী, ১৯৩৪

৪. Bulletin III of the D. H. A. S.

নাৰায়ণী সন্দিকৈ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ নতুনকৈ সজা ভৱনৰ মুকলি উৎসৱৰ সৌৱৰণী সংখ্যা। গুৱাহাটী, ১৯৩৬

৫. Bulletin V of the D. H. A. S.

গুৱাহাটী, ১৯৫১

## (খ) ছপাবৰ বাবে প্ৰস্তুত কৰি থৈ যোৱা ইংৰাজী গ্ৰন্থ

১. Studies in the History of Assam

১৯২৬ আৰু ১৯৬১ চনৰ ভিতৰত লিখা তেইশটা প্ৰবন্ধ সংযুক্ত। তেওঁৰ পত্নী লক্ষেশ্বৰী ভূঞাই ১৯৬৫ চনত প্ৰকাশ কৰে। ড° মহেশ্বৰ নেওগৰ আগকথা সংযুক্ত।

২. London Memories

১৯৩৬-৩৮ চনৰ ইংলণ্ডত গৱেষণা কৰা সময়ছোৱাৰ কথা। অসম প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত।

৩. Recollections and Reflections

১৯৫৩-৬৪ চনৰ ভিতৰত লিখা ড° ভূঞাৰ জীৱন দৰ্শন আৰু অভিজ্ঞতা সংযুক্ত।

৪. An Educational Miscellany

১৯২৭ আৰু ১৯৩৩ চনৰ ভিতৰত লিখা সাতাইশটা প্ৰবন্ধ আৰু ভাষণ সংযুক্ত।

৫. Assam in the Eighteenth Century

ড° জে. পি. ওৱেডৰ 'জিওগ্ৰাফিকেল স্কেটচ্ অৱ আসাম', ভূমিকা আৰু টীকাৰে সম্পাদিত।

৬. Report on the Manuscripts in the American Baptist Mission at Gauhati

১৯২৫ চনৰ জুনত সংকলিত।

৭. Copperplate and Stone Inscriptions of Assam

১৯২৯ চনত সংকলিত।

৮. Academic Verses

১৯১২-১৯২৯ চনৰ ভিতৰত লিখা ইংৰাজী কবিতা।

৯. Two Years in Parliament

১৯৫২-৫৪ চনৰ ভিতৰত ৰাজ্যসভাৰ সদস্য (Member of the Council of States) হৈ থকা সময়ছোৱাত দিয়া সদনৰ ভাষণাৱলী।

১০. The Story of My Life

(ল'ৰাকাল আৰু শিক্ষা) লিখকৰ ল'ৰাকালৰ লগতে স্কুলীয়া আৰু কলেজীয়া জীৱনৰ আত্মপৰিচয়।

11. A Book of Appreciations

১৯১১-১৯৬৪ চনৰ ভিতৰত সমসাময়িক বিশিষ্ট ব্যক্তিয়ে ড° সূৰ্য্যকুমাৰ ভূঞাৰ সাহিত্যকৃতি আৰু কাৰ্য্যাৱলীৰ ওপৰত দিয়া মন্তব্য আৰু অভিমতৰ ক্ৰমিক সংকলন।

## (গ) ছপাশাললৈ যুগুত কৰি থোৱা ইংৰাজী গ্ৰন্থ

১. The Military System of the Assamese People

চতুৰ্থ লানি প্ৰতিভা দেৱী মেমৰিয়েল বক্তৃতা। ১৯৪১

২. An Assamese Miscellany

১৯১৮ আৰু ১৯৬১ চনৰ ভিতৰত লিখা এশ বাইশটা সাহিত্য আৰু বুৰঞ্জী বিষয়ক প্ৰবন্ধ।

৩. Assam-Khasi Relations

প্ৰথমে খাচী সাময়িকী 'উ লুৰশাই'ত (U. Lurshai) ১৯২৬ চনৰ জুলাইৰপৰা নভেম্বৰলৈ প্ৰকাশিত।

৪. Quintessence of Experience

অনুভূতি আৰু অভিজ্ঞতাৰ সংক্ষিপ্ত সূত্ৰ। ১৯৩৪ চনত আৰম্ভ।

৫. Occasionals and Abstracts

১৯২৫ চনলৈ সংকলিত ভাষণাৱলী, সাহিত্য, বুৰঞ্জী আৰু অন্যান্য বিষয়ক টোকা আৰু সংক্ষিপ্তসাৰ।

৬. **Historical Research in Assam**

১৯২৬ চনতে আৰম্ভ কৰা ১৮ অধ্যায়ৰ গ্ৰন্থ।

৭. **Mir Jumla's Invasion of Assam**

১৯৩১ চনত সংকলিত। তেওঁৰ ১৯৫৬ চনত প্ৰকাশিত 'মিৰজুমলাৰ অসম আক্ৰমণ' অসমীয়া গ্ৰন্থৰ ভেটিত যুগুতোৱা।

৮. A Note on Assamese Language and Literature

১৯০৭ চনত পণ্ডিত হেমচন্দ্ৰ গোস্বামী আৰু পদ্মনাথ গোঁহাইবৰুৱাই 'নোটচ্ অন দি আচামিজ লেংগুৱেজ আৰু লিটাৰেচাৰ'ৰ লিখক (১৯০৮) মিঃ এফ্ ডবলিউ চুডমাৰচনৰ বাবে যুগুতোৱা গ্ৰন্থৰ সম্পাদনা।

(iii) ইংৰাজী ভাষাত কৰিবলৈ লোৱা সংকলনৰ আঁচনি :

১. Assam Records of the East India Company 1771 to 1826

অসমৰ ৰজা আৰু উচ্চপদস্থ বিষয়া, গৱৰ্ণৰ জেনেৰেল আৰু ই. আই. চি ৰ ( E. I. C. ) বিষয়াৰ মাজত লিখা-লিখি।

২. Petitions and Memorials of Assamese Kings and Nobles, 1826 to 1856

৩. Proceedings of the Trial of Prince Gomdhar Kowanr and Piali Phukan, 1830

৪. Papers connected with the commotions in Assam during the Sepoy Mutiny of 1857-58

৫. Correspondence of Captain Thomas Welsh, Officer Commanding in charge of the Assam Expedition of 1792-1794

লণ্ডনৰ ইণ্ডিয়া অফিচ লাইব্ৰেৰীৰপৰা সংগৃহীত ৰেকৰ্ড।

৬. Assam and the Assamese

ত্ৰিশটা অধ্যায়ত বিশেষজ্ঞৰ দ্বাৰা লিখিবলৈ লোৱা এই গ্ৰন্থৰ পৰিকল্পনা। ১৯১৯ চন।

৭. **Historical Letters**

'আহোম, বঙ্গদেশ, কোচবিহাৰ, জয়ন্তীয়া, কাছাৰ, ত্ৰিপুৰা, ছিলেট আৰু

দিল্লীৰ মোগল শাসকক ধৰি অন্যান্য ধৰ্মৰ মাজৰ আৰু বুৰঞ্জীমূলক বিনিময় পত্ৰ।

৮. Dr. John Peter Wade's letters to Mr. Francis Fowke

৯. Press-list of the letters exchanged between the Assam Government and the authorities of the East India Company ( ১৭৭১—১৮২৬ আৰু ১৮২৬—১৮৫৮ চনৰ ভিতৰত )

১০. Memoirs of David Scott

কৰ্নেল আডাম হোৱাইট প্ৰণীত। ১৮৩২

১১. Diary of a Tour in Upper Assam

১৮৩৮ চনত অসমৰ কমিচনাৰ কৰ্নেল ফ্ৰেনচিচ্ জেনকিনচ্ প্ৰণীত।

১২. German Articles on Assam

## অসমীয়া

### প্ৰকাশিত অসমীয়া গ্ৰন্থ

(i) মৌলিক গ্ৰন্থ :

১. মহাত্মা গোপালকৃষ্ণ গোখেল : জীৱন পৰিচয়। কলিকতা, ১৯১৬, গুৱাহাটী, ১৯৫৭

২. নিৰ্মালি : ১৯০৭ আৰু ১৯১৭ চনৰ ভিতৰত লিখা কবিতা সংগ্ৰহ। যোৰহাট, ১৯১৮, গুৱাহাটী ১৯৫১

৩. আহোমৰ দিন : যোৰহাট, ১৯১৮

৪. জয়মতী উপাখ্যান : পুৰণি অসমীয়া ছন্দত ৰচিত জয়মতী কুঁৱৰীৰ জীৱন আখ্যানৰ দীঘলীয়া বৰ্ণনাত্মক কবিতা। গুৱাহাটী, ১৯২০, ১৯৫৪

৫. ৰবীন্দ্ৰনাথ ঠাকুৰ : চমু জীৱনী। নগাঁও, ১৯২০, ৩য় সংখ্যা 'জোনাকী'ত প্ৰকাশিত।

৬. আনন্দৰাম বৰুৱা : বিশ্ববিখ্যাত সংস্কৃত পণ্ডিত আনন্দৰাম বৰুৱাৰ দুষ্প্ৰাপ্য তথ্যৰে সমৃদ্ধ সমালোচনামূলক জীৱনী। গুৱাহাটী, ১৯২০, ১৯২৪, ১৯৫৬

৭. বৰফুকনৰ গীত : বদনচন্দ্ৰ বৰফুকন আৰু মানৰ আক্ৰমণৰ ভিত্তিত প্ৰচলিত বুৰঞ্জীমূলক মালিতাৰ পুথি। গুৱাহাটী, ১৯২৪, ১৯৫০, ১৯৫১, ১৯৫৪

৮. পঞ্চমী : পাঁচটা চুটি গল্পৰ সংকলন। ( ১৯০৯—১৯১৩ চনৰ ভিতৰত লিখা ) প্ৰথম প্ৰকাশ iii+৫৮, কলিকতা, ১৯২৭ ; দ্বিতীয় প্ৰকাশ vi+৬৯, প্ৰাগজ্যোতিষ গ্ৰন্থমালা, গুৱাহাটী, ১৯৫০ ইয়াত আছে 'মানিক বৰা' ( উষা, Vol. V ) 'শীলা নহয় ফুল' ( উষা Vol. IV) 'আমিনা' ( উষা Vol. V ) 'তেতিয়া আৰু এতিয়া' ( বাঁহী Vol. VI ) আৰু 'বিজুলী' ( বাঁহী Vol. VI )।

৯. জোনাকী : অগ্ৰণী ব্যক্তিৰ জীৱন পৰিচিতি। প্ৰথম প্ৰকাশ, পৃষ্ঠা Vol. vii+১০৫, যোৰহাট, ১৯২৮। ইয়াত আছে স্বৰ্গদেউ গদাধৰ সিংহ ( প্ৰথম উষাত প্ৰকাশিত Vol. III ), হাজী মহম্মদ মহসীন ( ইচলামী আখবাৰ Vol. I ), আনন্দৰাম ঢেকিয়াল ফুকন, আনন্দৰাম বৰুৱা, জগন্নাথ বৰুৱা, মাণিকচন্দ্ৰ বৰুৱা, হৰিনাথ দে ( উষা Vol. IV ), দ্বিজেন্দ্ৰলাল ৰয় ( উষা Vol. V ), গোপালকৃষ্ণ গোখেল, গুৰুদাস বন্দ্যোপাধ্যায় ( আলোচনী Vol. IX ), হেমচন্দ্ৰ গোস্বামী ( মিলন Vol. VI ), মোমাই তামুলী বৰবৰুৱা ( অৰুণ Vol. I ), ৰবীন্দ্ৰনাথ ঠাকুৰ আৰু চাৰ এডৱাৰ্ড গেইট ( দৈনিক অসমীয়া, গুৱাহাটী, ১৯ আৰু ২০ মাৰ্চ, ১৯৫০ চন )।

১০. চানেকি : অগ্ৰণী মহিলাৰ জীৱন পৰিচিতি, পৃষ্ঠা viii+১০০, প্ৰথম প্ৰকাশ, যোৰহাট, ১৯২৮। অসমীয়া তিৰোতা, (জন্মভূমি, গুৱাহাটী Vol. I) ; তপস্বিনী ( ইচলামী আখবাৰ, Vol. I ) ; জয়মতী কুঁৱৰী ; ডক্টৰ আনন্দিবাই জোশী, ( বাঁহী Vol. VII. ) ; ফ্লোৰেন্স নাইটিন্‌গেল ; পণ্ডিতা ৰমাবাই সৰস্বতী ; আগৰ দিনৰ অসমীয়া তিৰোতা, ( মিলন, গুৱাহাটী Vol. V )।

১১. অসম জীয়ৰী : ( প্ৰথম খণ্ড ) পুৰণি অসমীয়া তিৰোতাৰ প্ৰতি দৃষ্টি ; ( ২য় খণ্ড ) তথ্য সম্বলিত জয়মতী ; গুৱাহাটী, ১৯৫৫

১২. কৌৱৰ বিদ্ৰোহ : স্বৰ্গদেউ লক্ষ্মীনাথ সিংহৰ দিনত কৌৱৰসকলৰ বিদ্ৰোহৰ ( ১৭৬৯-৮০ ) প্ৰাসঙ্গিক বুৰঞ্জী। পৃ. vi+৮৯, গুৱাহাটী, ১৯৪৮

১৩. বুৰঞ্জীৰ বাণী : অসম বুৰঞ্জীৰ বিভিন্ন দিশত ৰেখাপাত কৰা ষোল্লটা প্ৰবন্ধ পুথি। গুৱাহাটী, ১৯৫১, ১৯৫৫, ১৯৫৬, ১৯৬১

১৪. ৰমণী গাভৰু : স্বৰ্গদেউ জয়ধ্বজ সিংহৰ জীয়ৰী ৰমণী গাভৰু আৰু সম্ৰাট ঔৰঙ্গজেবৰ তৃতীয় পুত্ৰ চুলতান আজমতৰাৰ পত্নীৰ জীৱন পৰিচিতি। গুৱাহাটী, ১৯৫১

১৫. বুৰঞ্জীমূলক প্ৰবন্ধৰ তালিকা : 'অৰুনোদই'ৰ কালৰপৰা অসমীয়া আলোচনীত প্ৰকাশিত বুৰঞ্জীমূলক প্ৰবন্ধৰ তালিকা। গুৱাহাটী, ১৯৫৫

১৬. মীৰজুমলাৰ অসম আক্ৰমণ : ১৬৬২-৬৩ চনত নবাব মীৰজুমলাৰ অধীনত মোগলৰ অসম আক্ৰমণৰ বুৰঞ্জী। ইয়াত গ্ৰন্থপঞ্জীও আছে। গুৱাহাটী, ১৯৫৬

১৭. ত্ৰিপদী : অসমীয়া সাহিত্যৰ বুৰঞ্জী আৰু সংহতিবিষয়ক তিনিটা প্ৰবন্ধ। গুৱাহাটী, ১৯৫৯

১৮. হৰিহৰ আতা : বৈষ্ণৱ সাধু হৰিহৰ আতাৰ জীৱন পৰিচিতি। গুৱাহাটী ১৯৬০

১৯. শৰাইঘাটৰ সুবচনী : শৰাইঘাটৰ যুদ্ধৰ কালত অসমৰ স্বৰ্গদেউ, ডাঙৰীয়া, সেনাপতি আৰু বিষয়া আদিৰ মুখৰপৰা ওলোৱা বাণী। গুৱাহাটী, ১৯৬৩

২০. স্বৰ্গদেউ ৰাজেশ্বৰ সিংহ : ৰাজেশ্বৰ সিংহৰ কালৰ ( ১৭৫১-৬৯ ) শাসনৰ বুৰঞ্জী, অসম প্ৰকাশন পৰিষদে ১৯৭৫ মাৰ্চত প্ৰকাশ কৰি উলিয়ায়।

(ii) সংক্ষিপ্ত বিবৰণীৰ সৈতে ইংৰাজী আৰু অসমীয়া পাতনিসহ সম্পাদনা কৰা পুৰণি অসম বুৰঞ্জী :

১. অসম বুৰঞ্জী : কাশীনাথ তামুলী ফুকন আৰু ৰাধানাথ বৰবৰুৱাৰ ( ১২২৮—১৩২৬ ) প্ৰণীত হৰকান্ত শৰ্মা বৰুৱা সদৰামিনৰ দ্বাৰা পৰিবৰ্ধিত সংস্কৰণ, ইংৰাজীৰ পাতনিৰে সম্পাদিত পৃ xxii+১৫২. অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ, গুৱাহাটী, মাৰ্চ ১৯৩০

২. কামৰূপৰ বুৰঞ্জী : প্ৰাচীন কামৰূপৰ ইতিহাস; আৰু মোগলৰ লগত অসম আৰু কোঁচবিহাৰৰ সংঘৰ্ষৰ বুৰঞ্জী। পুৰণি হাতে-লিখা অসমীয়া বুৰঞ্জী পুথিৰপৰা সংগৃহীত ড° ফ্ৰেন্সিচ বুকাননৰ General View of the History of Kamarupa এই মন্তব্যটি ও ( Appendix ) সংযোগ কৰি দিয়া আছে। D. H. A. S. পৃ. xvii+১৫২। প্ৰথম প্ৰকাশ অক্টোবৰ, ১৯৩০

৩. তুংখুঙীয়া বুৰঞ্জী : শ্ৰীনাথ দুৱৰা বৰবৰুৱা সঙ্কলিত 'শ্ৰীশ্ৰীতুংখুঙীয়া ৺ৰ বংশাৱলী'ৰ পৰিবৰ্ধিত সংস্কৰণ ( ১৬৮১—১৮২৬ )। পৃ. xxvii+১৮৮. D. H. A. S. সুবদানী ১৯৩২

৪. দেওধাই অসম বুৰঞ্জী : হাতে-লিখা সাঁচিপতীয়া পুথিৰপৰা

বিবিধ চমু বুৰঞ্জী সৈতে সংগৃহীত। পৃ. xx+222, D. H. A. S. গুৱাহাটী, ১৯৩৩

৫. অসমৰ পদ্য বুৰঞ্জী : দুতিৰাম হাজৰিকা বিৰচিত 'কলিভাৰত বুৰঞ্জী' আৰু বিশ্বেশ্বৰ বৈদ্যাধিপ বিৰচিত 'বেলিমাৰৰ বুৰঞ্জী' (১৬৭৯—১৮৫৯) দুখন পদ্যতে লিখা বুৰঞ্জীৰ সংযোগ। পৃ. iv+৩০৮, D H. A. S. গুৱাহাটী, ১৯৩৩

৬. পাদ্‌শ্যাহ বুৰঞ্জী : সম্রাট ঔৰঙ্গজেবৰ সময়লৈ লিখা মুছলমান শাসনৰ অসম বুৰঞ্জী। পৃ. xi+১০৪ কামৰূপ অনুসন্ধান সমিতি, গুৱাহাটী, ১৯৩৪

৭. কছাৰী বুৰঞ্জী : কছাৰী ৰজা তাম্ৰধ্বজ নাৰায়ণ আৰু আহোম স্বৰ্গদেউ ৰুদ্ৰসিংহৰ সময়ৰ কাছাৰৰ পুৰণি অসম বুৰঞ্জী। প্ৰথম প্ৰকাশ পৃ. xxxiv+১২৪ D. H. A. S. গুৱাহাটী, ১৯৩৬

৮. জয়ন্তীয়া বুৰঞ্জী : আহোম জয়ন্তীয়া ৰাজ্যৰ ৰাজনৈতিক ইতিহাস ওচৰ চুবুৰীয়া ৰাজ্যৰ চমু বিবৰণ সমন্বিতে। ইয়াত শৰৎকুমাৰ দত্তৰ নিবেদনো সংযোগ আছে। পৃ. xxiv+১৯০ D. H. A. S. গুৱাহাটী, ১৯৩৭

৯ ত্ৰিপুৰা বুৰঞ্জী : ৰত্নকন্দলী আৰু অৰ্জুন দাস কটকী প্ৰণীত পুৰণি অসম বুৰঞ্জীৰ ফটোষ্টেট কপি বৃটিশ মিউজিয়ামৰ পৰা ১৯৩৬ চনত সংগৃহীত। পৃ. xx+১০৩, D. H. A. S. গুৱাহাটী, ১৯৩৮

১০. অসম বুৰঞ্জী : গদাধৰ সিংহৰ শাসনকালৰ আৰম্ভণিৰপৰা। উত্তৰ গুৱাহাটীৰ সুকুমাৰ মহন্তৰ পৰিয়ালৰপৰা সংগৃহীত। গুৱাহাটী, ১৯৪৫, ১৯৬২

১১. সাতসৰী অসম বুৰঞ্জী : সাতখন পুৰণি অসম বুৰঞ্জী লগ লগাই কৰা সম্পাদনা। গুৱাহাটী বিশ্ববিদ্যালয়, ১৯৬০

(খ) ছপাশালৰ বাবে প্ৰস্তুত গ্ৰন্থ

১. নৱ নিৰ্মালি : ১৯৫৪ চনৰ ভিতৰত লিখা শেহতীয়া কবিতাৰ সংগ্ৰহ।

২. অনাদৰী : নৱ নিৰ্মালি আৰু নিৰ্মালিৰ অন্তৰ্ভুক্ত নোহোৱা কবিতা সংগ্ৰহ।

৩. লাচিত বৰফুকন : ড° ভূঞাৰ 'লাচিত বৰফুকন এণ্ড হিজ টাইমচ'ৰ অসমীয়ালৈ তেওঁৰ দ্বাৰা ৰূপান্তৰ। শান্তি ভাতনগৰৰ দ্বাৰা হিন্দীলৈ ৰূপান্তৰ। নেচনেল বুক ট্ৰাষ্ট অৱ ইণ্ডিয়াৰ দ্বাৰা ১৯৬২ চনৰ ডিচেম্বৰত প্ৰকাশিত।

৪. সপ্ত ব্যৱধান : ড° ভূঞাৰ 'দি চেভেন চিল্ড্ৰেন'ৰ ৰাজেশ্বৰ প্ৰসাদ নাৰায়ণৰ দ্বাৰা হিন্দী অনুবাদ।

৫. পঙ্কলি : ড° ভূঞা কলেজত থাকোতে লিখা বঙলা কবিতাৰ সংগ্ৰহ।

(iii) ছপাশালৰ উপযোগী কৰি ৰখা পুথি :

১. অসম বুৰঞ্জীৰ কথা :

১৯০৮ আৰু ১৯৫০ চনৰ ভিতৰত লিখা ২৫টা বুৰঞ্জীমূলক প্ৰবন্ধ।

২. অসমীয়া সাহিত্য সম্পৰ্কীয় প্ৰবন্ধাৱলী :

ড° ভূঞাই ১৯০৮ আৰু ১৯৬০ চনৰ ভিতৰত লিখা প্ৰধানকৈ আধুনিক-কালত অসমীয়াত লিখা ২৮০টা প্ৰবন্ধ আৰু টোকাৰ সংগ্ৰহ।

৩. কিতাপৰ কথা :

১৯১৬ আৰু ১৯৬১ চনৰ ভিতৰত লিখা কিতাপৰ ভূমিকা আৰু সমালোচনা।

৪. বিবিধ প্ৰবন্ধ :

১৯০৮ আৰু ১৯৬২ চনৰ ভিতৰত লিখা ৩৮টা বিবিধ বিষয়ৰ বুৰঞ্জী আৰু সাহিত্যবিষয়ক প্ৰবন্ধৰ সংকলন।

৫. বিলাতত ২২ মাহ :

ড° ভূঞাই গৱেষণাৰ সময়ত ইউৰোপত থকা কালছোৱাত তেওঁৰ সংগৃহীত তথ্য আৰু অভিজ্ঞতাৰ পুথি।

(i) সংকলনৰ আঁচনি :

১. লৌহিত্যৰ অৱদান

২. কাৰেঙৰ কামদেৱ

৩. ৰজাঘৰীয়া চিঠি

৪. অসম বুৰঞ্জী—ড° ভূঞাৰ দ্বাৰা ইতিমধ্যে সম্পাদিত আৰু প্ৰকাশিত এযাবৎ বুৰঞ্জীৰ নিচিনা কেইখনমান অপ্ৰকাশিত পুৰণা বুৰঞ্জী সম্পাদনাৰ আঁচনি।

## (গ) সানমিহলি অৱদান

১. ছাত্ৰলৈ গোহাৰি : ছাত্ৰসকললৈ সাহিত্যিক চেষ্টাৰ প্ৰতি অসমীয়াত

দিয়া গোহাবি। (আসাম বন্তি, তেজপুৰ, ২০ জুলাই, ১৯০৮ আৰু ১১ জানুৱাৰি, ১৯০৯)

২. প্ৰিন্সেচ জয়মতী: দি টাইমচ অৱ আচাম, ১৫ আগষ্ট ১৯০৮ চনত প্ৰকাশিত ইংৰাজী কবিতা।

৩. সু আৰু কু—উষাত (তেজপুৰ Vol. II) প্ৰকাশিত অসমীয়া কবিতা।

৪. মোৰ জন্মভূমি—অসমীয়া কবিতা (উষা, Vol. III)

৫. আহোম ৰজাৰ মৈদাম—(উষা, Vol. III)

৬. পুৰণি অসম বুৰঞ্জী—উষাত (Vol. III) প্ৰকাশিত দুখণ্ড পুৰণি অসম বুৰঞ্জী।

৭. তুংখুঙীয়া ফৈদৰ কলঙ্ক—গদাপানি আৰু তেওঁৰ ভায়েকৰ কাল্পনিক গল্প। উষা, Vol. III.

৮. প্ৰণয়ৰ পৰিণাম—প্ৰভাতকুমাৰ মুখাৰ্জীৰ 'ষোড়শী'ৰ অসমীয়া ৰূপান্তৰ: (উষা, Vol. IV)

৯. ৰবীন্দ্ৰনাথ ঠাকুৰ—উষা, Vol. V.

১০. অনিৰুদ্ধৰ প্ৰতি উষা—অসমীয়া চনেট, আসাম বান্ধৱ, Vol. I.

১১. সপ্তম এডৱাৰ্ডৰ স্বৰ্গাৰোহণ—আসাম বান্ধৱ Vol. I. (সপ্তম সংখ্যা)

১২. আনন্দৰাম বৰুৱা—আসাম বান্ধৱ, (২য় বছৰ, ৩য় সংখ্যা) (২য় সংস্কৰণ আনন্দৰাম বৰুৱাৰ জীৱনীত সংযোজিত)।

১৩. ডালিয়া—লক্ষ্মীনাথ ফুকনৰ লগত মিলি অসমীয়ালৈ ৰূপান্তৰ কৰা ৰবীন্দ্ৰনাথ ঠাকুৰৰ গল্পগুচ্ছত থকা এটা গল্প। আলোচনী, (Vol. VII)

১৪. আনন্দৰাম বৰুৱা—'আনন্দৰাম বৰুৱাৰ জীৱনী'ৰ নিবেদনৰ অংশ বিশেষ। আলোচনী, (Vol. VIII)

১৫. লুকুৱা নাম—প্ৰভাতকুমাৰ মুখাৰ্জীৰ 'ষোড়শী'ৰ এটা গল্পৰ অসমীয়া ৰূপান্তৰ, বাঁহী, ৩য় বছৰ।

১৬. জীৱনৰ চৈধ্যটি ভুল—Justice Rentoul-ৰ ইংৰাজীৰপৰা অসমীয়া ৰূপান্তৰ। বাঁহী, ৬ষ্ঠ বছৰ।

১৭. চিন্তাৰ ঢৌ—অধ্যাপক S. Khuda Buksh-ৰ Maxims and Reflections-ৰ অংশ বিশেষৰ অসমীয়া ৰূপান্তৰ।

১৮. ৰাজেশ্বৰ সিংহ—স্বৰ্গদেৱৰ কিচক বধ নাটক—বাঁহী চতুৰ্দশ বছৰ।

১৯. ড° আনন্দিবাই জোসী—চমু জীৱনী; অৰুণ (কলিকতা) প্ৰথম বছৰ, ৩য় সংখ্যা।

২০. অসম দেশ শত্ৰুৱে আক্ৰমণ কৰাৰ কথা—আনন্দৰাম ঢেকিয়াল ফুকনে 'অৰুনোদই'ত (চেপ্টেম্বৰ ১৮৫১) প্ৰথমে প্ৰকাশ কৰা প্ৰবন্ধ; জন্মভূমিৰ ১ম বছৰত পুনৰ মুদ্ৰিত।

২১. অসম দেশৰ উপকাৰ—গুণাভিৰাম বৰুৱাই 'অৰুনোদই'ত (এপ্ৰিল, ১৮৫৮) প্ৰকাশ কৰা প্ৰবন্ধ জন্মভূমিৰ প্ৰথম বছৰত মুদ্ৰিত।

২২. গুৱাহাটীৰ বিবৰণ—ধৰ্মকান্ত বুঢ়াগোঁহাই—'অৰুনোদই'ত (জুন, ১৮৫৩) প্ৰকাশিত প্ৰবন্ধ, ১৯২৯ চনৰ কটন কলেজ মেগাজিনত পুনৰ মুদ্ৰিত।

২৩. এডুকেছন ইন আসাম ইন ১৮৫০—কটন কলেজ মেগাজিনত পুনৰ মুদ্ৰিত (অক্টোবৰ, ১৯২৮)।

২৪. আসামে আহোম ৰাজত্ব—প্ৰবাসী (Vol. XXIV) প্ৰথম খণ্ড ৪ৰ্থ সংখ্যাত প্ৰকাশিত।

২৫. বাংলা ভাষায় আসামেৰ ইতিহাস—হলিৰাম ঢেকিয়াল ফুকনৰ বঙলা ভাষাত লিখা (১৮২৯) অসম বুৰঞ্জী পৰ্যবেক্ষণ, বঙ্গীয় সাহিত্য পৰিষদ পত্ৰিকা (Vol. XXXIII No 1)

২৬. অন্তিম জননী—বঙলা ভাষাত লিখা ছনেট, প্ৰেচিডেন্সী কলেজত থাকোতে ছনেট প্ৰতিযোগিতাত পুৰস্কাৰ পোৱা (১৯১১)।

২৭. কাব্যৰসিক বৈজ্ঞানিকেৰ আত্মচৰিত—হাস্যৰসাত্মক কবিতা (১৯১৪ চেপ্টেম্বৰত ৰচিত)।

২৮. বঞ্চিত—স্কটৰ মাৰমিঅনৰ (Marmion) Eleu Lara গীতি-কবিতাৰ বঙলা অনুবাদ। মাৰ্চ, ১৯১০

২৯. সন্ধ্যা—১৯১২ চেপ্টেম্বৰত ৰচিত অসমীয়া কবিতাৰ বঙলা অনুবাদ।

৩০. প্ৰীতি উপহাৰ—১৯২২ চনৰ ফেব্ৰুৱাৰীত বন্ধু এজনৰ বিয়া উপলক্ষ্যে লিখা বঙলা কবিতা।

৩১. এ ৰিভিউ অৱ দি আচাম ৰিভিউ—দি টাইমছ অৱ আচাম। ১৯২৮ ১৯ মে

৩২. কৰতোৱা (Karatoya)—ইংৰাজীত লিখা পুৰণি অসমৰ পশ্চিম সীমান্তৰ বিচাৰ। দি আসাম ট্ৰিবিউন, ১৯৪৭, ১৫ আগষ্ট

৩৩. এ লিষ্ট অব মডার্ণ আচামিজ বুকচ্ বিটেন ডিউবিং দি ব্রিটিছ পিবিয়ড ( ১৯১৮ চনবপৰা আবম্ভ )। বিষয়বস্তু অনুসৰি শ্ৰেণীবিভাগ কৰা আছে।

৩৪. য়ুৰোপত অসমৰ জ্যোতিষ সূত্ৰ—বাঁহী, ১৮৪৭ শক, পঞ্চদশ বছৰ, ৩০ তম সংখ্যা, মাঘ।

৩৫. বৈষ্ণব-পীড়ন : আসাম-বান্ধব—১ বছৰ, ১৯০৯

## [ ঘ ]

## 'আচাম এণ্ড আচামিজ'

১৯১৯ খৃঃত ড° সূৰ্য্যকুমাৰ ভূঞাই ইংৰাজী ভাষাত নিপুণ লোকৰ দ্বাৰা অসমৰ বিভিন্ন দিশৰ প্ৰতি চকু ৰাখি যুগুত কৰিবলৈ 'আচাম এণ্ড আচামিজ' গ্ৰন্থৰ আঁচনি কৰে। প্ৰতিজন নিপুণ ব্যক্তিৰপৰা প্ৰবন্ধ বিচাৰি ইংৰাজীতে দিয়া চিঠিত এনেধৰণে লিখিছিল—

"With a view to place before the world an authoritative account of the Assamese people and their country, with a history of their past achievements in all branches of human activity, we propose to compile a book in English to be named 'Assam and the Assamese', which will be beautifully printed, illustrated and bound, and circulated as widely as possible."

এই গ্ৰন্থত অন্তৰ্ভুক্ত কৰিবলৈ লোৱা বিষয়সমূহ আছিল এনেধৰণৰ।

1. Geographic and climatic condition of Assam.

2. The fauna and flora of Assam; botanical aspects of the country; elephant-catching in Assam.

3. The mineralogical and geological features of the country.

4. The Assamese: their racial characteristics, habital and affinities.

5. Aryan migration into Assam : Pragjyotisha.

6. Assam in the epics, Classics, Puranas, Tantras, etc.

7. Buddhist influence in Assam.

8. Assam from the first century A.D. to the thirteenth.

9. The Ahoms in Assam : Short history of their rule ; Wars with the Moghuls.

10. The fusion of Shan and Assamese culture.

11. The Ahom System of Government ; state of the country during Ahom rule.

12. The Bara-Bhuyans of Assam.

13. The Koch, Chutia, Jayantia, Cachari and Manipur kingdoms ; Short history of each.

14. The Muhammadans in Assam ; their customs and usages, etc.

15. Foreigners' accounts of Assam.

16. Archaeological remains in Assam.

17. Assamese language and literature.

18. Assamese art, music, painting, sculpture, pottery, weaving, wicker-work, etc.

19. Extinct and existing Assamese industries.

20. Religious institutions ; Satras, *Buri-Gasanri thans* or shrines, etc.

21. Assamese social customs, pastimes, recreations, marriages, Bihus, etc.

22. Assamese village life : *Namghar, Bhawana, Khel, Mel, Panchayat* etc.

23. Agriculture, crops, eattle, etc.

24. Great men and women of Assam.

25. Specimens of Assamese folklore.

26. The economic condition of the Assamese people.
27. The border tribes of Assam
28. Christian Missionary work in Assam.
29 Tea industry in Assam.
30. History of education in Assam.

অসমৰ সকলোকেইটা দিশ সামৰি যুগুতাবলৈ লোৱা এই কাম ১৯২৫ চনলৈ হৈ মুঠাত তেওঁ আক্ষেপ কৰি সেই বছৰৰ ১ জানুৱাৰীৰ দিনা এখন গোহাৰি লেখি ইয়াক সম্পূৰ্ণ কৰিবলৈ আকৌ প্ৰচেষ্টা হাতত লৈছিল, তাত তেওঁ সময় আৰু সুবিধাৰ কাৰণে দুখো প্ৰকাশ কৰিছিল। ড° ভূঞাৰ এই মনৰ কামনা এতিয়াও সুনিপুণ লিখকসকলে পূৰ্ণ কৰিব পাৰে।

## (ঙ)

## বংশ পৰিচয়

কৌনব সিংহ ( জন্ম. ১৭০৯ খৃঃ বিহাৰৰ পূৰ্ণিয়া জিলা )

- সহদেউ সিংহ
- মঙ্গল সিংহ ( জন্ম ১৭৬৩ খৃঃ, বিহাৰৰপৰা অসম আগমন ) ( পত্নী শনিয়ানী )
  - শিৱচৰণ ( জন্ম, ১৮১০ খৃঃ ) ( দুগবাকী পত্নী, পাহিতা আৰু লবিতা, দুয়ো বাই-ভনী )
    - ৰবিলাল ( জন্ম, ১৮৭০ খৃঃ ) ( মাতৃ লবিতা ; ১ম পত্নী ভুৱনেশ্বৰী ; ২য় পত্নী মইনা ভূঞা, ৩য় পত্নী মাইচানা ভূঞা )
      - সূৰ্য্যকুমাৰ ভূঞা ( মাতৃ, ভুৱনেশ্বৰী, পত্নী লক্ষেশ্বৰী ভূঞা ) ( জন্ম ১৮৯২ খৃঃ ২৭ জানুৱাৰী )
        - শ্ৰীপাৰ্বতীকুমাৰ ( জ. ১৯২০ খৃঃ )
        - শ্ৰীভৱানীকুমাৰ ( জ. ১৯২১ খৃঃ )
        - শ্ৰীগুৱলা হাজৰিকা ( জ. ১৯২৩ খৃঃ )
        - ৺অম্বিকাকুমাৰ ( জ. ১৯২৬ খৃঃ )
        - ৺শীতলা দাস ( জ. ১৯২৮ খৃঃ ) ( কিৰিম )
        - শ্ৰীকমলী চৌধুৰী ( জ. ১৯৩০ খৃঃ )
        - শ্ৰীবিজয়কুমাৰ ( জ. ১৯৩২ খৃঃ ) ( ভাইটি )
      - দুৰ্গাপ্ৰসাদ ভূঞা ( মাতৃ—মাইচানা )
      - তাৰাপ্ৰসাদ ভূঞা ( মাতৃ—মাইচানা )
  - দুৰলী ( কন্যা )
- এজনী কন্যা

( চ )

গ্ৰন্থকাৰে মূল গ্ৰন্থৰ ৰচনাত সহায় লোৱা কিতাপৰ তালিকা

## ইংৰাজী


1. Sir George Abraham Grierson : Linguistic Survey of India, Vol. I, Part I.
2. Dr. H. K. Barpujari : Assam in the Days of the Company.
3. D. P. Barua ( *Ed.* ) : Assam District Gazetteers, Nowgong.
4. W. W. Hunter : A Statistical Account of Assam, Vol. I
5. Anandaram Dhekial Phookan : A Few Remarks on the Assamese Language and on Vernacular Education in Assam.
6. Dr. H. K. Barpujari : A Short History of Education in Assam.
7. General Report on Public Instruction in Provinces and Bengal Presidency.
8. Centenary Souvenir, Government Higher Secondary School, Nowgong.
9. The Cotton College Magazine, Vol. I.
10. A. J. Moffat Mills : Report on the Province of Assam.
11. The University of Calcutta, Calendar for the year 1914.
12. Dr. S. K. Bhuyan : Men I Have Met.
13. Dr. S. K. Bhuyan : Some Literary Reminiscences.
14. Dr. A. Guha : Planter Raj to Swaraj.
15. Dr. S. K. Bhuyan : Personal Records. Vol. 15. ( Unpublished )
16. Chandranath Sarma (*Ed.*) : The Works of the Kamarupa Anusandhan Samiti.

17. Dr. S. K. Bhuyan (*Ed.*): Report and Conspectus of the Kamarupa Anusandhan Samiti.
18. R. N. Bhandarkar: All India Oriental Conference— A Historical Guide. Oriental Studies and Bengal.
19. Sir E. A. Gait: Report on the Progress of Historical Research in Assam, 1897.
20. Hemchandra Goswami: Descriptive Catalogue of Assamese Manuscripts.
21. Department of Historical and Antiquarian Studies: Bulletin Nos 1, 2, 5.
22. List of Officers in the Assam Educational Services. Assam, Shillong 1946-47.
23. Assam University, Assamese Students' Walfare League.

## অসমীয়া

১। পদ্মনাথ গোহাঞিবৰুৱা : অসম বুৰঞ্জী
২। হৰেন্দ্ৰনাথ শৰ্মা : এখনি জীৱন আলেখ্য
৩। প্ৰফুল্লদত্ত গোস্বামী : মাণিকচন্দ্ৰ বৰুৱা
৪। ধনাই বৰা : মোৰ জীৱন যাত্ৰাৰ কথা
৫। যতীন্দ্ৰনাথ গোস্বামী : জগন্নাথ বৰুৱা
৬। সূৰ্য্যকুমাৰ ভূঞা : নিৰ্মালি
৭। স্বৰ্গীয় ৰত্নকান্ত বৰকাকতি ( প্ৰবন্ধ )
৮। বেণুধৰ শৰ্মা : হেমচন্দ্ৰ গোস্বামী
৯। হৰেন্দ্ৰনাথ কলিতা : গুৱাহাটী বিশ্ববিদ্যালয়ৰ আদি কথা
১০। ডঃ মহেশ্বৰ নেওগ : এটা বিশ্ববিদ্যালয়ৰ স্বপ্ন—১৯৭৪
১১। অকনোদই

# শুধৰণি

| পৃষ্ঠা | শাৰী | অশুদ্ধ | শুদ্ধ |
|---|---|---|---|
| ১৭ | ১৩ | মিঃ মুৰে (Mr. Murry) | মিঃ মাৰে ( Mr. Murray ) |
| ৪৯ | ৫ | অসম বস্তী | আসাম বস্তি |
| ৭৩ | ৮ | পকা মধুৰী আম | পকা আম |
| ৭৬ | ৬ | পঢ়িছিল কলেজত | পঢ়িছিল প্ৰেচিডেন্সী কলেজত |
| ৯৮ | ২৬ | ৰায়মণ্ড কুলিচ গোফিন | ৰেইমণ্ড কালিচ গফিন |
| ১৪৮ | ১৭/১৮ | অসমীয়া ভাষা সাহিত্য বিষয় কোনো গ্ৰন্থ নথকাত | অসমীয়া ভাষাৰ কোনো ব্যাকৰণ নথকাত |
| ১৫০ | ১৮ | গাউচপি টাউসী | জিউচেপ্পে টুচ্চি (Giuseppe Tucci) |
| ১৬৫ | ১০ | পদ্মাৱতী | পদ্মপতি |
| ১৭৪ | ২২ | জোটাকালি | জোৰাতালি |
| ১৭৮ | ২৮ | মহিবিষুৱা | মহাবিষুৱ |
| ১৮৮ | ১৯ | দত্ত বৰ্মন পোদ্দাৰ | দত্ত বামন পোদ্দাৰ |
| ১৯৯ | ২ | নংখলা | নংখ্লাও |
| ২০৫ | ১০ | জোন মেকচ | জন মেক্কচ ( John M'Cosh ) |
| ২১০ | ১৩-১৫ | to backing······you might be······ | so as to co-ordinate effort to give historical studies the backing of Government and to open for it a door to the budget. You might be······ |
| ২১৮ | ৪ | ওচলখাৰে | ঔকেলেহেনে |